# পুণ্যভূমি অসম

শ্রীনবজ্যোতি দেব চৌধুৰী

চন্দ্র প্রকাশ
পাণবজাৰ, গুৱাহাটী- ১

**Punyabhumi Asom** : A book on historical monuments, temples, neovaishnava satras, mosques, dargahs and churches of Assam written by Navajyoti Dev Choudhury and published by Rajendra Mohan Sarma & Dr. Rabindra Mohan Sarma on behalf of Chandra Prakash, Panbazar, Guwahati- 781001

---

প্ৰকাশক ঃ ৰাজেন্দ্ৰ মোহন শৰ্মা
ডাঃ ৰবীন্দ্ৰ মোহন শৰ্মা
চন্দ্ৰ প্ৰকাশ
পাণবজাৰ, গুৱাহাটী- ১
দূৰভাষ ঃ ২৫১১১৯৪৬

দ্বিতীয় প্ৰকাশ ঃ ২০০৯ চন

মূল্য ঃ ৬৫০.০০ টকা

বেটুপাত ঃ মণিকা চৌধুৰী

ডিটিপি ঃ টেকনো এড্‌, পেঞ্চনাৰা ৰোড্‌
গোস্বামী ছাৰ্ভিচ, গুৱাহাটী-৩
দূৰভাষ ঃ ৯৮৫৪২-৯৬০৩০

মুদ্ৰণ ঃ কন্সটেন প্ৰিন্টাৰ্চ ইণ্ডিয়া
বামুণীমৈদাম,
গুৱাহাটী-২১

## ।। উছৰ্গা ।।



মোৰ জীৱনৰ প্ৰতিটো পল-অনুপলতে
উৎসাহ-উদ্দীপনাৰে মোক আগুৱাই নিয়া
আৰু সৎ আদৰ্শৰ পথ প্ৰদৰ্শক হৈ, ধৰাৰ বুকুৰ পৰা
বিদায় লোৱা মোৰ শ্ৰদ্ধেয় দেউতা
**হৰেশ্বৰ দেৱ চৌধুৰীৰ কৰকমলত**
**'পুণ্যভূমি অসম'** অৰ্পণ কৰিলো।

# কৃতজ্ঞতাৰে...

'পুণ্যভূমি অসম' সম্বাদ সম্পৰ্কীয় এই পুথিখন প্ৰণয়ন কৰিবলৈ লোৱাৰ প্ৰাক্ মুহূৰ্ত্তত ভাবিছিলো, যিকোনো পুথি এখন লিখিম বুলি ভাবিলেই নহ'ব লিখিবলৈ হ'লে মূল বিষয়বস্তুৰ তত্ত্বজ্ঞান, সম্বাদ আৰু গভীৰ অধ্যয়ন তথা বিজ্ঞজনৰ সদুপদেশ আৰু উৎসাহ-উদ্দীপনা আদিবো যথেষ্ট প্ৰয়োজন হ'ব। লিখিম বুলি ভবাতো যিমান সহজ, লিখি উলিওবাতো সিমানেই কঠিন। কিয়নো, মোৰ পুথিখনৰ মূল বিষয়বস্তুত সমগ্ৰ অসমখনকে সামৰিবলগীয়া। কথাতে কয় বোলে—'ভবা কথা নহয় সিদ্ধি বাটত আছে কণাবিধি।' সেয়েহে প্ৰথমে মোৰ ক্ষেত্ৰতো মনত ভয়, শংকা আদি কণা বিধিয়ে গা কৰি উঠিছিল। কিন্তু সময়ত দেখিলো বিভিন্নজন গুণী-জ্ঞানী আৰু নমস্য ব্যক্তিৰ সান্নিধ্য তথা সহযোগিতা লাভ কৰি মোৰ ভবা কামে সিদ্ধিৰ গতিপথ লাভ কৰাত সফলতা অৰ্জন কৰিছে।

পোন প্ৰথমে মই সেই বিজ্ঞবান ব্যক্তিসকলৰ নাম কৃতজ্ঞতাৰে স্বীকাৰ কৰিবই লাগিব, যিসকল বিজ্ঞবান ব্যক্তিয়ে উদাৰভাৱে আৰু মুক্তমনে মোক সহায় কৰিছে। এই ক্ষেত্ৰত মোক নানান সৎ উপদেশ তথা অধ্যয়নৰ হেতু পূৰ্বৰ পণ্ডিতসকলৰ গ্ৰন্থাদি দি সহায়ৰ হাত আগবঢ়োৱা বিদগ্ধ পণ্ডিতসকলৰ ভিতৰত — প্ৰদীপ আচাৰ্য্য, যতীন গোস্বামী, মথুৰা মোহন গোস্বামী, সমীন কলিতা, ভবানীপ্ৰসাদ অধিকাৰী, নিকুমণি হুছেইন প্ৰমুখ্যে গণ্য মান্য ব্যক্তিসকলক মোৰ আন্তৰিক সন্মান আৰু কৃতজ্ঞতা জ্ঞাপন কৰিলো।

সমগ্ৰ অসম ভ্ৰমণৰ সময়ত সম্বাদ সংগ্ৰহত বিশেষভাৱে যিসকলে মোক সহায় কৰিলে তেওঁলোক ক্ৰমে — তৰুণ ভট্টাচাৰ্য (তেজপুৰ), হেমচন্দ্ৰ ভৰালী (শুৱালকুছি), প্ৰমথেশ ভট্টাচাৰ্য (গুৱাহাটী), ভাস্কৰ মিশ্ৰ (চামতা), মন্টু ডেকা (ব্যাসকুছি, সৰ্থেবাৰী), ৰুবুল শৰ্মা (হেলচা, নলবাৰী), দীপিকা ভট্টাচাৰ্য্য (ৰঙিয়া), তাপস গোস্বামী (সৰভোগ) মনোৰঞ্জন শৰ্মা (গোলাঘাট), বিভা বৰা (গুৱাহাটী), শম্ভুৰাম দাস (শুৱালকুছি), শশীমোহন গোস্বামী (পাটাছাৰকুছি), বিপুল শৰ্মা (বাইহাটা চাৰিআলি), প্ৰদীপ দাস (গোৱালপাৰা), অবনী বৰা (মাজুলী) আৰু অন্যান্য সদাশয় ব্যক্তিসকল। সকলোলৈকে মোৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলো।

পুথিখন প্ৰণয়ন কৰিবলৈ যাওঁতে সাধাৰণভাৱেই এজন লিখকক আৱশ্যক হয় মানসিক সমৰ্থন আৰু মই এই উপাদান লাভ কৰিছিলো মোৰ সহধৰ্মিনী মণি-া চৌধুৰী আৰু বন্ধুবৰ মনোজ কুমাৰ শৰ্মাৰ পৰা।

পুথিখনৰ হস্তলিখনিৰ ক্ষেত্ৰত বিশেষ সহায় আগবঢ়োৱাৰ বাবে লীমা বৰাক আন্তৰিক মৰম আৰু কৃতজ্ঞতা জ্ঞাপন জনালো। হস্তলিখনিৰ পিছতেই ডি.টি.পি কামত সঁহাৰি জনাইছে মোৰ সহকৰ্মী স্মিতা হালৈয়ে।

সদৌ শেষত 'পুণ্যভূমি অসম' পুথিখন প্ৰকাশনৰ গুৰু দায়িত্ব বহন কৰা 'চন্দ্ৰ প্ৰকাশ'ৰ স্বত্বাধিকাৰী শ্ৰদ্ধাৰ ৰাজেন্দ্ৰ মোহন শৰ্মাদেৱ আৰু ডাঃ ৰবীন্দ্ৰ মোহন শৰ্মাদেৱলৈ মোৰ আন্তৰিক শ্ৰদ্ধা আৰু কৃতজ্ঞতা জ্ঞাপন কৰিলো।

আশা ৰাখিছো মোৰ অনাগত ভৱিষ্যতেও তেখেতসকলে মোক এনেদৰেই আপোন মনোভাৱেৰে সহায় কৰি মোৰ মনোবল বৃদ্ধিত সহায় কৰিব।

— লিখক

# ::: সূচীপত্ৰ :::


○ পাতনিতে এষাৰ — ৯-১২

○ গুৰু-বন্দনা — ১৩

**জিলা ভিত্তিত মঠ-মন্দিৰ, সত্ৰ/সচং**

**দৰগাহ, গিৰ্জা, মছজিদ, আশ্ৰম আদি**

○ ধুবুৰী জিলা — ১৫-২৪

○ বঙাইগাঁও জিলা — ২৫-৪০

○ গোৱালপাৰা জিলা — ৪১-৫৬

○ বৰপেটা জিলা — ৫৭-৯০

○ নলবাৰী জিলা — ৯১-১১৪

○ কামৰূপ জিলা — ১১৫-১৮৪

○ দৰং জিলা — ১৮৫-১৯৮

○ নগাঁও জিলা — ১৯৯-২৩৪

○ শোণিতপুৰ জিলা — ২৩৫-২৬৮

○ গোলাঘাট জিলা — ২৬৯-২৮৬

○ যোৰহাট জিলা — ২৮৭-৩১২

○ শিৱসাগৰ জিলা — ৩১৩-৩৩৮

○ ডিব্ৰুগড় জিলা — ৩৩৯-৩৪৬

○ তিনিচুকীয়া জিলা — ৩৪৭-৩৫৪

| | |
|---|---|
| ○ লখিমপুৰ জিলা | ৩৫৫-৩৬৮ |
| ○ ধেমাজি জিলা | ৩৬৯-৩৭৮ |
| ○ কাছাৰ আৰু উত্তৰ কাছাৰ পাৰ্বত্য জিলা | ৩৭৯-৩৮৪ |
| ○ দেৱ-দেৱীৰ ধ্যান আৰু প্ৰণাম মন্ত্ৰ | ৩৮৫-৩৮৮ |
| ○ দশমহাবিদ্যাৰ ধ্যান আৰু স্তোত্ৰ | ৩৮৯-৪০৪ |
| ○ প্ৰসংগ পুথি | ৪০৫-৪০৬ |
| ○ চিত্ৰ ফলক | ৪০৮-৪২৪ |


****

# পাতনিতে এষাৰ

ভাৰতবৰ্ষৰ উত্তৰ-পূব প্ৰান্তত অৱস্থিত অসম অতুলনীয় প্ৰাকৃতিক সৌন্দৰ্যৰ ৰম্যভূমি। বিভিন্ন জাতি-উপজাতিৰ মিলনভূমি অসম। ভৌগোলিক অৱস্থান অনুসৰি ২৪°-২৮° উত্তৰ অক্ষাংশ আৰু ৯০°-৯৭° পূব দ্ৰাঘিমাত অৱস্থিত অসমৰ চাৰিওফালে পৰিদৃশ্যমান হোৱা পাহাৰ-পৰ্বত, নদ-নদী, গছ-লতা, পৌৰাণিক স্থাপত্য-ভাস্কৰ্য, ভগ্নাৱশেষ আদিয়ে ৰাজ্যখনৰ সৌন্দৰ্যৰ সৌষ্ঠৱ দুগুণে বঢ়াইছে। অসমৰ প্ৰধান নৈসমূহৰ ভিতৰত ব্ৰহ্মপুত্ৰ আৰু বৰাক এই দুখন নৈয়েই প্ৰধান। এই প্ৰধান নৈ দুখনৰ বিভিন্ন উপনৈসমূহ ৰাজ্যখনৰ বিভিন্ন অঞ্চলৰ মাজেৰে প্ৰবাহিত হৈ আছে। বৰ্তমান অসমৰ চাৰিসীমা বুলিলে উত্তৰে ভূটান আৰু অৰুণাচল প্ৰদেশ; পূবে অৰুণাচল, নাগালেণ্ড আৰু মণিপুৰ; দক্ষিণে মিজোৰাম আৰু ত্ৰিপুৰা; পশ্চিমে মেঘালয়, বাংলাদেশ আৰু পশ্চিমবংগ।

২০০১ চনৰ লোকপিয়ল অনুসৰি অসমৰ মাটিকালি ৭৮,৪৩৮ বৰ্গ কিলোমিটাৰ আৰু মুঠ জনসংখ্যাৰ পৰিমাণ ২,৬৬,৫৫,৫২৮। হিন্দু, মুছলমান, খ্ৰীষ্টান, জৈন আদি ধৰ্মাবলম্বী লোকসকলে সম্প্ৰীতি আৰু মিলাপ্ৰীতিৰে অতীজৰে পৰাই বসবাস কৰি আহিছে। স্বকীয় ধৰ্ম-ৰীতি আৰু পৰম্পৰাৰ বৈচিত্ৰ্যতাৰ মাজতো ঐক্যতাৰ স্বাক্ষৰ বহন কৰি আহিছে।

'অসম' নামৰ উৎপত্তি সম্পৰ্কে বিভিন্ন মত দেখা যায়। কোনো কোনো পণ্ডিতৰ মতে, অসমান পাহাৰ-পৰ্বতেৰে ভৰপূৰ ভূ-খণ্ড হোৱা হেতুকে ৰাজ্যখনৰ নাম 'অসম' হ'ল। আন কিছুমান পণ্ডিতৰ মতে, ১৩শ শতিকাৰ আগভাগত (১২২৮ খ্ৰীষ্টাব্দত) আহোমৰ ৰাজত্বৰ পৰাই 'আহোম' শব্দৰ পৰা অসম নামৰ উৎপত্তি হয়। আন এক মতবাদ অনুসৰি সংস্কৃত শব্দ 'অ-সম' শব্দৰ পৰাই অসম নামৰ উৎপত্তি, যাৰ অৰ্থ অসমান। কিছুমানৰ মতে, থাই বা টাইসকলৰ 'ছাম' শব্দৰ পৰাই 'অসম' নামৰ উৎপত্তি হৈছে।

ঐতিহাসিক দিশৰ পৰা পূৰ্বতে অসম 'প্ৰাগজ্যোতিষ' ৰূপেহে খ্যাত আছিল। বিভিন্ন পুৰাণ, তন্ত্ৰ আনকি ৰামায়ণ-মহাভাৰততো অসমক প্ৰাগজ্যোতিষ হিচাপেহে জনা যায়। আংশিকভাৱে পাহাৰীয়া এই প্ৰাগজ্যোতিষৰ সীমা সাগৰলৈ বিস্তৃত হোৱাৰ ইংগিত পোৱা যায়। প্ৰাগজ্যোতিষৰ ৰাজধানী আছিল 'প্ৰাগজ্যোতিষপুৰ'।

পৰৱৰ্তী কালত অসম কামৰূপ হিচাপে খ্যাত হৈ পৰে। কামৰূপ নামৰ পোন প্ৰথম উল্লেখ হয় চৈধ্যশ শতিকাৰ সমুদ্ৰগুপ্তৰ এলাহাবাদ লিপিত। সংস্কৃত সাহিত্যত 'প্ৰাগজ্যোতিষ' আৰু 'কামৰূপ' দুয়োটা নামকেই বিকল্প নাম হিচাপে ব্যৱহাৰ কৰা হৈছিল।

'কালিকা পুৰাণ' আৰু যোগিনীতন্ত্ৰতো প্ৰাচীন কামৰূপ সম্পৰ্কে বিশদ বিৱৰণ পোৱা যায়। যোগিনীতন্ত্ৰত উল্লেখিত অনুসৰি নেপালৰ কাঞ্চনগিৰিৰ পৰা ব্ৰহ্মপুত্ৰৰ সংগম স্থানলৈ এইখিনিয়েই কামৰূপ। উত্তৰফালে কাঞ্চনজঙঘাগিৰি, পশ্চিমে কৰতোৱা নদী, পূবে তীৰ্থশ্ৰেষ্ঠ দিক্ষু নদী আৰু দক্ষিণে ব্ৰহ্মপুত্ৰৰ লক্ষা নদীৰ সংগমস্থল।

প্ৰাচীন কামৰূপৰ ইতিহাস সম্পৰ্কে ছাৰ এডবাৰ্ড গেইটে 'A History of Assam' ত এইদৰে লিখিছে— "In the Hindu epics and in Pauranik and Tantrik literature there are numerous references to ancient Assam, which is known as Pragiyotisha in the Mahabharat and as Kamrupa in Purans and Tantras. Its extent varied from time to time. When the stories relating to it were inserted in the *Mahabharat*, is streched southwards as far as the Bay of Bengal and its western boundary was the Karatoya. This was then a river of the first order. and united in its bed the streams which now go to form the Tista, the

Kosi and the Mahananda. It was held sacred, ranking almost as high as the Ganges and its rutelary deity, mermaid goddess named Kausika was worshipped all over the Matsya Desh, or the tract between it and the old bed of the Brahmanputra, which formerly flowed past the town of Mymensingh. In the Kalika Puran it is said that the temple of Kamakhya near Gauhati was in the centre of Kamarupa and in the *Vishnu Puran* it is added that the country extended around this temple in all directions for 100 *yojanas*, or about 450 miles. Allowing for exaggeration, this may be held to embrace the whole of Eastern Bengal, Assam and Bhutsn. In the *Jogini Tantra*, which is probably a later work, Kamarupa is said to extend from the Karatoya river on the west to the Dikhu on the east and from the mountain of Kanjagiri on the north, to the confluence of the Brahmaputra and Lakhya rivers on the south; that is to say, it included roughly, the Brahmaputra Valley, Bhutan, Rangpur, Koch Bihar, the north-east of Mymensingh and possibly the Garo Hills.

According to the same work the country was divided into four portions, viz., Kampith from the Karatoya to the Sankosh, Ratnapith from the Sankosh to the Rupahi, Suvarnapith from the Rupahi to the Bharali and Saumarpith from the Bharali to the Dikrang. Elsewhere Ratnapith is said to include the tract between the karatoya and the Monas, kampith that between the Karatoya and the Monas, kampith that between the Monas and Silghat on the North bank of Brahmaputra and Bhadrapith, the corresponding portion of the south bank, while Saumarpith as before, is the most easterly tract."

কামৰূপ নামৰ উৎপত্তি সম্পৰ্কে এটি পৌৰাণিক আখ্যান আছে। আখ্যান মতে, দেৱাদিদেৱ শিৱৰ ধ্যান ভংগ কৰিবলৈ অহাত শিৱৰ কপালত থকা চকুৰ বহ্নিৰে কামদেৱক এই ঠাইতেই ভস্ম কৰে। কামদেৱক ভস্ম কৰা হেতুকে কালক্ৰমত এই ঠাইৰ নাম কামৰূপ হিচাপে খ্যাত হৈ পৰে। অনাৰ্য জাতিৰ মহিৰংগ দানৱকে প্ৰাচীন অসমৰ প্ৰথম ৰজা বুলি জনা যায়।

যোগিনীতন্ত্ৰত আছে— 'মায়া পীঠেই কামৰূপ মহাপীঠ'। ইয়াৰ অধিষ্ঠাত্ৰী দেৱী কামাখ্যা। কামৰূপ মহাপীঠৰ ভিতৰতেই দশমহাবিদ্যাপীঠ, উপপীঠ, আশ্ৰম, বহুতৰ স্নানকুণ্ড আৰু অন্যান্য দেৱী, দেৱালয় প্ৰভৃতি আছে।

প্ৰাচীন কালৰে পৰাই অসমত বিভিন্ন সময়ত বিভিন্ন মঠ-মন্দিৰ নিৰ্মিত হৈছিল। ইয়াৰ কিছু ধ্বংসাৱশেষ আজিও অসমৰ বিভিন্ন অঞ্চলত পৰিলক্ষিত হৈছে। প্ৰত্নতাত্ত্বিকসকলে এই ধ্বংসাৱশেষ তথা কীৰ্তিচিহ্নসমূহৰ ঐতিহাসিক বিশ্লেষণ দাঙি ধৰিছে যদিও ইয়াৰ কিছু অংশ কালৰ সোঁতত নাইকিয়া হৈ গ'ল। আহোম ৰাজত্বৰ সময়ত

বিশেষকৈ অসমত বহুতো মঠ-মন্দিৰৰ নিৰ্মাণ আৰু পুনঃনিৰ্মাণ কৰা হয়। ইয়াৰোপৰি মহাপুৰুষ শংকৰদেৱ প্ৰৱৰ্তিত বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱো কম নহয়। শংকৰদেৱ, মাধৱদেৱ, হৰিদেৱ, দামোদৰদেৱ প্ৰমুখ্যে গুৰুসকলৰ আজ্ঞানুসৰি অসমৰ বিভিন্ন ঠাইত সত্ৰ-সচং আদি বিদ্যমান হৈ আছে।

বিগত ২০০০ চনৰে পৰাই অসমৰ বিভিন্ন অঞ্চলত ঘূৰি-পকি মঠ-মন্দিৰ সম্পৰ্কীয় সম্বাদ সংগ্ৰহ কৰি, বৰ্তমান অসমৰ চাৰিসীমাৰ অন্তৰ্গত মঠ-মন্দিৰ, দেৱালয়, সত্ৰ-সচং, দৰগাহ, মছজিদ আদিকে সমল হিচাপে লৈ 'পুণ্যভূমি অসম' নামকৰণেৰে এই ক্ষুদ্ৰ পুথিখন প্ৰণয়ন কৰি পাঠকবৃন্দৰ হাতত তুলি দিলো। ওপৰৰ আলোচনাত প্ৰাচীন তথা বৰ্তমান অসমৰ এক আপেক্ষিক আলোচনা আগবঢ়োৱা হৈছে যদিও বৰ্তমান অসমৰ অৱস্থিতিৰ ভিত্তিতহে তথ্যসমূহ সংগ্ৰহ কৰা হৈছে। প্ৰাচীন আৰু ঐতিহাসিক মঠ-মন্দিৰ, দেৱালয়, সত্ৰ-সচং, দৰগাহ, মছজিদ, গিৰ্জা আদিৰ লগতে নৱনিৰ্মিত মঠ-মন্দিৰসমূহৰো এক বিশ্লেষণাত্মক বিৱৰণ দাঙি ধৰিবলৈ চেষ্টা কৰা হৈছে, যিবোৰ নৱনিৰ্মিত পবিত্ৰ তীৰ্থভূমিয়ে ইতিমধ্যে হাজাৰ হাজাৰ ভক্ত আৰু পৰ্যটকক আকৰ্ষণ কৰিবলৈ সক্ষম হৈছে। সীমিত জ্ঞান তথা যাতায়াতৰ অসুবিধাৰ হেতুকে কিছু সম্বাদ পৰোক্ষভাৱেও সংগ্ৰহ কৰিবলগীয়া হোৱাত অজানিতে বহুতো ভুল-ভ্ৰান্তি ৰৈ যোৱাটো স্বাভাৱিক। জিলা ভিত্তিত ভাগ ভাগ কৰি সম্বাদসমূহ সন্নিবিষ্ট কৰাত কিছুমান জিলাৰ নৱনিৰ্মিত তথা জনপ্ৰিয় মঠ-মন্দিৰৰ সম্বাদ হয়তো পুথিখনত সন্নিবিষ্ট হোৱা নাই। অজানিতে ৰৈ যোৱা ভুল-ভ্ৰান্তিসমূহৰ বাবে পাঠকবৃন্দৰ ওচৰত ক্ষমা ভিক্ষা কৰিছো। ভুল-ভ্ৰান্তিসমূহৰ গঠনমূলক আলোচনা তথা সদুপদেশ হয়তো দ্বিতীয় সংস্কৰণ প্ৰকাশৰ ক্ষেত্ৰত প্ৰধান আহিলা হিচাপে স্বীকৃতি লাভ কৰিব।

— লেখক

## ।। গুৰু-বন্দনা ।।

গুৰুৰ্ব্ৰহ্মা গুৰুৰ্বিষ্ণু গুৰুৰ্দেৱো মহেশ্বৰঃ।
গুৰুৰেব পৰং ব্ৰহ্ম তস্মৈ শ্ৰীগুৰৱে নমঃ।।
অখণ্ডমণ্ডলাকাৰং ব্যাপ্তং যেন চৰাচৰম্।
তৎপদং দৰ্শিতং যেন তস্মৈ শ্ৰীগুৰৱে নমঃ।।
অজ্ঞানতিমিৰান্ধস্য জ্ঞানাঞ্জন— শলাকয়া।
চক্ষুৰুন্মীলিতং যেন তস্মৈ শ্ৰীগুৰৱে নমঃ।।
স্থাবৰং জঙ্গমং ব্যাপ্তং যেন কৃৎস্নং চৰাচৰম্।
তৎপদং দৰ্শিতং যেন তস্মৈ শ্ৰীগুৰৱে নমঃ।।
চিদ্ৰূপেন পৰি ব্যাপ্তং ত্ৰৈলোক্যং সচৰাচৰম্।
তৎপদং দৰ্শিতং যেন তস্মৈ শ্ৰীগুৰৱে নমঃ।।
ন গুৰোৰধিকং তত্ত্বং ন গুৰোৰধিকং তপঃ।
তত্ত্বজ্ঞানাৎ পৰং নাস্তি তস্মৈ শ্ৰীগুৰৱে নমঃ।।
মন্নাথঃ শ্ৰীজগন্নাথো মদ্গুৰুঃ শ্ৰীজগদ্গুৰুঃ।
মদাত্মা সৰ্ব্বভূতাত্মা তস্মৈ শ্ৰীগুৰৱে নমঃ।
গুৰুৰাদিৰনাদিশ্চ গুৰুঃ পৰমদৈবতম্।
গুৰোঃ পৰতৰং নাস্তি তস্মৈ শ্ৰীগুৰৱে নমঃ।
ব্ৰহ্মানন্দং পৰমসুখদং কেৱলং জ্ঞানমূৰ্ত্তিম্।
দ্বন্দ্বাতীতং গগনসদৃশং তত্ত্বমস্যাদি লক্ষ্যম্।
একং নিত্যং বিমলমচলং সৰ্ব্বধীসাক্ষীভূতম্।
ভাবাতীতং ত্ৰিগুণৰহিতং সদ্গুৰুং ত্বাং নমামি।

ভিতৰ পৃষ্ঠাত

- ধুবুৰী জিলা ঃ এটি পৰিচয়মূলক টোকা
- মঠ-মন্দিৰ/দেৱালয়

  ○মহামায়া ধাম ○নেতাই ধুবুনী ঘাট ○দুধনাথ দেৱালয়
  ○আইশাঁখাতীৰ থান ○ চান্দ ডিঙা ○ আলোকঝাৰীৰ থান
  ○কামাখ্যা থান ○ শিখ গুৰুদ্বাৰ ○ পাঁচ পীৰৰ দৰগাহ
  ○ ৰঙামাটিৰ মছজিদ ○ মীৰজুমলাৰ মছজিদ

- সত্ৰ/সচং

  ○বামৰায় কুটি সত্ৰ

।। ধুবুৰী জিলা।।

## ধুবুৰী জিলা ঃ এটি পৰিচয়মূলক টোকা

বিগত ১৯৮৩ চনতে জিলাৰ স্বীকৃতি প্ৰদান কৰা অসমৰ শাসকীয় জিলাসমূহৰ ভিতৰত ধুবুৰী জিলাও এখন। বৰ্তমান অসমৰ মুঠ ভূখণ্ডৰ ২,৮৩৮ বৰ্গ কিলোমিটাৰ আগুৰি থকা ধুবুৰী জিলাৰ মুঠ জনসংখ্যা ১,৬৩৭,৩৪৪ (২০০১ চনৰ লোকপিয়ল অনুসৰি)। হিন্দু, মুছলমান, খ্ৰীষ্টিয়ান আদি ধৰ্মাবলম্বী লোকসকলৰ বাসভূমি বৰ্তমান ধুবুৰী জিলাৰ চাৰিসীমা বুলিলে উত্তৰে কোকৰাঝাৰ আৰু গোৱালপাৰা জিলা, দক্ষিণে মেঘালয়, পশ্চিমে বাংলাদেশ আৰু পশ্চিমবংগ আৰু পূবে গোৱালপাৰা জিলা।

পাহাৰ-পৰ্বতে আৱৰা যদিও বিৰকণৰ ফালৰ পৰা জিলাখন সমতল হিচাপেই ধৰিব পাৰি। ধুবুৰী জিলাৰ অন্তৰ্গত টোকোৰাবন্ধা, দুধনাথ, চান্দৰ ডিঙা, বকুৱামাৰী,




বৰপথাৰ, চক্ৰশিলা আদি সকলোবোৰ পাহাৰেই উত্তৰ-পূব প্ৰান্তত অৱস্থিত। মহাবাহু ব্ৰহ্মপুত্ৰ জিলাখনৰ পূব প্ৰান্তৰ পৰা পশ্চিম প্ৰান্তলৈ প্ৰবাহিত হৈ আছে। ইয়াৰ উপনৈসমূহৰ ভিতৰত চম্পাৱতী, গৌৰাঙ্গ, গদাধৰ, গংগাধৰ, টিপকাই, সন্তোষ, শিলাই, জিঞ্জিৰা আদিয়েই প্ৰধান।

ধুবুৰী নামৰ উৎপত্তিৰ লগত চান্দ সদাগৰৰ পৌৰাণিক কাহিনী ওতঃপ্ৰোতভাৱে জড়িত। চান্দ সদাগৰৰ কাহিনীৰ মূল নায়িকা নেতাই ধুবুনীয়ে ইয়াতেই ব্ৰহ্মপুত্ৰৰ পাৰত এডোখৰ প্ৰকাণ্ড শিলাখণ্ডত কাপোৰ ধুইছিল। সেই নিৰ্দিষ্ট ঠাইডোখৰক 'নেতাই ধুবুনীৰ ঘাট' বুলি জনা যায়।

জিলাখন প্ৰধানকৈ কৃষিভিত্তিক। কৃষিয়েই জিলাখনৰ আৰ্থ-সামাজিক দিশত যথেষ্ট অৰিহণা আগবঢ়াই আহিছে। কৃষিজাত সামগ্ৰীসমূহৰ ভিতৰত ধান, মৰাপাট, সৰিয়হ, ঘেঁহু, কুঁহিয়াৰ আদিয়েই প্ৰধান। বনাঞ্চলসমূহৰ পৰা পোৱা কাঠ আৰু বাঁহেও জিলাখনত অৰ্থনৈতিক দিশতো টনকিয়াল কৰি ৰাখিছে। উদ্যোগৰ ক্ষেত্ৰত ধুবুৰী যথেষ্ট পিছপৰা। জিলাখনত থকা চাহ বাগিছাই অৰ্থনৈতিক ক্ষেত্ৰত নূন্যতম অৰিহণাহে আগবঢ়াই আহিছে।

শৈক্ষিক দিশত জিলাখন আগবঢ়া। মুঠ জনসংখ্যাৰ প্ৰায় ৫০ শতাংশই শিক্ষিত। জিলাখন বিভিন্ন সম্প্ৰদায়ৰ ধৰ্মীয় পৰম্পৰা, ৰীতি-নীতি বৈচিত্ৰতাৰ মাজতো ঐক্যতাৰ স্বাক্ষৰ বহন কৰি আহিছে।

## মহামায়া ধাম

ধুবুৰী চহৰৰ পৰা প্ৰায় ৩০ কিলোমিটাৰ পূব দিশত অৱস্থিত অতি প্ৰাচীন আৰু ঐতিহ্যমণ্ডিত তীৰ্থস্থান মহামায়া ধাম অসমৰ প্ৰাচীন শক্তিপীঠসমূহৰ ভিতৰত অন্যতম। মন্দিৰত দেৱী মহামায়াৰ শিলেৰে খোদিত প্ৰায় ২.৫ ফুট উচ্চতাৰ মূৰ্তি আছে। মহামায়া ধামৰ মন্দিৰ নিৰ্মাণ সম্পৰ্কত বিশেষ লিখিত ঐতিহাসিক সমল বিচাৰি পোৱা নাযায়। নীলাচল পাহাৰৰ (গুৱাহাটী) কামাখ্যা ধাম আৰু মদন মোহন মন্দিৰৰ (কোচবিহাৰ) পিছতেই ধুবুৰীৰ



মহামায়া ধাম। বৰ্তমানৰ দেৱী পীঠৰ অৱস্থানৰ পৰা এইটো সহজে অনুমেয় যে পূৰ্বতে দেৱী পীঠৰ এই ঠাইখণ্ড টিপকাই নৈৰ পশ্চিমফালে অটব্য অৰণ্যৰে পৰিবেষ্টিত হৈ আছিল। বৰ্তমান মহামায়া ধামৰ সমীপতে এখন শিৱথানো আছে। 'বাঘ ভাণ্ডাৰ' হিচাপে খ্যাত এটি প্ৰাচীন গুহা দেৱী পীঠৰ ওচৰত বিদ্যমান। বিদিত আছে যে পূৰ্বতে হেনো গুহাটোৰ ভিতৰত সদায় এটি বাঘ আছিল। দেৱী মহামায়া পৰ্বতজোৱাৰ জমিদাৰ বংশৰ আৰাধ্য দেৱী আছিল। পূৰ্বৰ ভালেকেইজন জমিদাৰৰ এই দেৱী ধামৰ উন্নয়নৰ ক্ষেত্ৰত যথেষ্ট অৰিহণা আগবঢ়াইছিল। কাৰুকাৰ্য খোদিত কৰি আটকধুনীয়া ৰূপত বৰ্তমান নিৰ্মাণ কৰা মন্দিৰটোৰ মূল চূড়াটোৰ চাৰিওফালে চাৰিটা সৰু সমআকাৰৰ চূড়া নিৰ্মাণ কৰা আছে। মন্দিৰৰ ভেটিটো ওখ। সন্মুখত সুন্দৰ পকী খটখটি নিৰ্মাণ কৰা আছে।

মহামায়া দেৱী ধামত দৈনন্দিন বিপ্ৰ পুৰোহিতৰ দ্বাৰা পূজা-অৰ্চনা কৰা হয়। মন্দিৰত বলি-বিধান আছে। অতি মহামণ্ডিত হিচাপে খ্যাত এই মহামায়া দেৱী ধামত মনোবাঞ্ছা পূৰণাৰ্থে দূৰ-দূৰণিৰ হাজাৰ হাজাৰ ভক্তবৃন্দই দেৱী মহামায়াৰ নামত নৈবেদ্য আদি আগবঢ়োৱাৰ লগতে বলি হিচাপে হাঁহ, পাৰ, ছাগলী আদি আগবঢ়ায়। দিনৰ ভাগত দেৱী ধামত পূজা আৰু ভোগ দিয়া হয়। সন্ধিয়া আৰতি হয়। দেৱী ধামত দৈনন্দিন পূজা-অৰ্চনাৰ লগতে ব'হাগ মাহৰ সাত বিহুৰ দিনাখন বৰ আড়ম্বৰপূৰ্ণভাৱে পূজা উদ্‌যাপন কৰা হয়। ইয়াৰোপৰি দুৰ্গা পূজা পালন কৰা হয়।

## নেতাই ধুবুনী ঘাট

ধুবুৰী চহৰৰ উত্তৰ-পূব দিশত ব্ৰহ্মপুত্ৰ আৰু গদাধৰ নৈৰ সংগম স্থলত অৱস্থিত নেতাই ধুবুনীৰ ঘাট। প্ৰকৃতিৰ অপৰূপ সৌন্দৰ্যই ঘাটত দৈনিক অগণন দৰ্শনাৰ্থীক আকৰ্ষিত কৰি আহিছে। ঘাটত থকা এডোখৰ ডাঙৰ শিলক নেতাই ধুবুনীৰ কাপোৰ ধোৱা শিল বুলি

কোৰা হয়। নেতাই ধুবুনীয়ে এই শিলটোতে কাপোৰ ধুইছিল কাৰণে ঘাটটোৰ নাম 'নেতাই ধুবুনীৰ ঘাট'। বৰ্তমান আটকধুনীয়া প্ৰৱেশদ্বাৰৰ তোৰণসহ ঘাটটো বিতোপন ৰূপত সুসজ্জিত কৰা হৈছে। নৈৰ পাৰে পাৰে দেৱদাৰু গছ ৰোপণ কৰা আছে। প্ৰকৃতিৰ এই অৱৰ্ণনীয় সৌন্দৰ্যৰ মাজত স্থিত নেতাই ধুবুনীৰ ঘাট বেউলা-লক্ষীন্দৰৰ পৌৰাণিক কাহিনীৰ লগত জড়িত। বিদিত আছে যে বেউলাই লক্ষীন্দৰৰ মৃত শৰীৰটো নৈৰ বুকুৰে ভেলত লৈ আহি থাকোতে নেতাই ধুবুনীয়ে নিজৰ ল'ৰাটোক মাৰি থৈ কাপোৰ-কানি ধুই আকৌ জীয়াই তোলা ঘটনা বেউলাৰ দৃষ্টিগোচৰ হোৱাত বেউলাই নেতাই ধুবুনীয়ে লক্ষীন্দৰক জীয়াই তুলিব পাৰিব বুলি ঘাটত ভেল চপাই নেতাই ধুবুনীৰ শৰণাপন্ন হৈছিল। বৰ্তমান ঘাটত থকা প্ৰৱেশদ্বাৰৰ তোৰণৰ থিয় স্তম্ভ দুটাত মাৰ্বল পাথৰৰ ফলকত এইদৰে লিখা আছে— 'পদ্ম পুৰাণ বৰ্ণিত সতী বেউলাই নেতাই ধুবুনীৰ পৰা মৃত স্বামী লক্ষীন্দৰৰ জীৱন লাভৰ মন্ত্ৰ পোৱা নেতাই ধুবুনী ঘাট, যাৰ স্মৃতিত এই চহৰ ধুবুৰী নামে প্ৰসিদ্ধ'।



## দুখনাথ দেৱালয়

ধুবুৰী জিলাৰ অন্তৰ্গত বিলাসীপাৰাৰ পৰা প্ৰায় ৫ কিলোমিটাৰ পূব দিশত ব্ৰহ্মপুত্ৰ নৈৰ পাৰত অতি প্ৰাচীন আৰু ইতিহাস প্ৰসিদ্ধ দুখনাথ দেৱালয় বিদ্যমান। মন্দিৰৰ ভিতৰত শিৱমূৰ্তি আছে। দেৱালয়ৰ নিৰ্মাণ সম্পৰ্কত বিশেষ ঐতিহাসিক সমল বিচাৰি পোৱা নাযায়। দেৱালয়ৰ নামত বিজনী ৰজাই দান কৰা দেৱোত্তৰ ভূমি থকা বুলি জনা যায়। দেৱালয়ত বিপ্ৰ পুৰোহিতৰ দ্বাৰা দৈনন্দিন পূজা-অৰ্চনা কৰা হয়। দৈনন্দিন পূজাৰ উপৰি দেৱালয়ত শিৱৰাত্ৰিৰ লগতে অশোকাষ্টমী পালন কৰা হয়।

## আইশাঁখাতীৰ থান

ধুবুৰী জিলাস্থিত সাপটগ্ৰামৰ সমীপৱৰ্তী আইশাঁখাতী টিলাৰ ওপৰত অৱস্থিত অতি

প্ৰাচীন আৰু মহিমামণ্ডিত কালী গোসাঁনীৰ থানকে আইশাঁখাতীৰ থান বুলি জনা যায়। আইশাঁখাতীৰ থানৰ নিৰ্মাণ সম্পৰ্কত বিশেষ লিখিত ঐতিহাসিক সমল বিচাৰি পোৱা নাযায়। অতি মহিমামণ্ডিত এই আইশাঁখাতীৰ থানত পূৰ্বতে হেনো বিয়া-বাৰু, সবাহৰ বাবে বস্তু-বাহানি প্ৰাৰ্থনা কৰিলে পোৱা গৈছিল। বিয়া-সবাহৰ অন্তত বস্তু-বাহানিবোৰ থানত ওভোটাই দিব লাগিছিল। থানত দুটা দ কুণ্ডও বিদ্যমান।

প্ৰতি বছৰে ব'হাগ মাহত বৰ আড়ম্বৰপূৰ্ণভাৱে পূজা-পাঠ কৰাৰ উপৰি পূজাৰ লগত সংগতি ৰাখি ডাঙৰ মেলাও হয়।

## চান্দ ডিঙা

ধুবুৰী জিলাৰ অন্তৰ্গত বিলাসীপাৰাত মহাবাহু ব্ৰহ্মপুত্ৰৰ তীৰত চান্দডিঙা পাহাৰ বিদ্যমান। পাহাৰখন দেখাত নৌকাকৃতিৰ। কিংবদন্তীয়ে পাহাৰখন চান্দ সদাগৰৰ পৌৰাণিক কাহিনীৰ লগত জড়িত কৰি চান্দ সদাগৰৰ বুৰ যোৱা চৈধ্যখন ডিঙাৰ ভিতৰত এখন বুলি অভিহিত কৰি আহিছে। ব্ৰহ্মপুত্ৰ নৈ আৰু পাহাৰৰ সংগমস্থলীৰ অপৰূপ প্ৰাকৃতিক সৌন্দৰ্য আৰু ধৰ্মীয় অনুভূতিয়ে চান্দ ডিঙাত অশোক অষ্টমীৰ দিনাখন হাজাৰ হাজাৰ ভক্তপ্ৰাণ লোকক আকৰ্ষিত কৰি আহিছে। অশোক অষ্টমীৰ লগত সম্পৰ্ক ৰাখি ইয়াত ডাঙৰ মেলাও বহে।

## আলোকঝাৰীৰ থান

ধুবুৰী জিলাৰ অন্তৰ্গত আলোকঝাৰীত প্ৰাচীন আৰু ঐতিহাসিক এখনি কালী গোসাঁনীৰ থান আছে। থানখন কোনে, কেতিয়া নিৰ্মাণ কৰিছিল তাৰ সবিশেষ পোৱা নাযায়। বিদিত আছে যে দেৱাদিদেৱ শিৱই সতীৰ দেহ কান্ধত লৈ অনাই-বনাই ঘূৰি ফুৰোতে ইয়াত সতীৰ পাদুকা পৰিছিল। প্ৰতি বছৰে ব'হাগ মাহত বৰ আড়ম্বৰপূৰ্ণভাৱে কালী গোসাঁনীৰ পূজা হয়। পূজাৰ লগত সমাঞ্জস্য ৰাখি ইয়াত ডাঙৰ মেলাও হয়।

## কামাখ্যা থান

বৰ্তমান ধুবুৰী জিলাৰ অন্তৰ্গত ক'লা নৈৰ পাৰত এটি টিলাৰ ওপৰত অতি প্ৰাচীন কামাখ্যা থান অৱস্থিত। অতি মহিমামণ্ডিত হিচাপে খ্যাত এই কামাখ্যা থানত সতীৰ অংগ পৰিছিল বুলি জনপ্ৰবাদ আছে। থানত দৈনন্দিন অনেক ভক্তৰ সমাগম পৰিলক্ষিত হয়। অম্বুবাচী আৰু দুৰ্গা পূজা উদ্‌যাপন কৰা হয়।

## শিখ গুৰুদ্বাৰ

ধুবুৰী জিলাৰ অন্তৰ্গত ধুবুৰী চহৰৰ সোঁমাজত মহাবাহু ব্ৰহ্মপুত্ৰ নদীৰ তীৰত প্ৰাচীন আৰু ঐতিহ্যমণ্ডিত শিখ ধৰ্মাৱলম্বী লোকসকলৰ পবিত্ৰ তীৰ্থভূমি শিখ গুৰুদ্বাৰ বিদ্যমান। শিখ গুৰু নানকে ১৫০৫ খ্ৰীষ্টাব্দত মনোৰম এই ধুবুৰী অঞ্চল পৰিভ্ৰমণ কৰিছিল আৰু মহাপুৰুষ শংকৰদেৱকো দেখা-সাক্ষাৎ কৰিছিল। পাছত নৱম শিখ গুৰু টেক বাহাদুৰ ইয়ালৈ আহি অতি মনোমোহা বৰ্তমানৰ ধুবুৰী জিলাতে ১৭শ শতিকাত শিখ গুৰুদ্বাৰ নিৰ্মাণ কৰিছিল।



গুৰুদ্বাৰত গ্ৰন্থ চাহেব, চক্ৰ আৰু খড়্গ আছে।

বৰ্তমান অত্যাধুনিক স্থাপত্য-ভাস্কৰ্য খোদিত শিখ গুৰুদ্বাৰত প্ৰতি বছৰে গুৰু নানক আৰু টেক বাহাদুৰৰ আবিৰ্ভাৱ আৰু তিৰোভাৱ তিথি উৎসৱ পালন কৰা হয়। ইংৰাজী ডিচেম্বৰ মাহত সমগ্ৰ ভাৰতবৰ্ষকে ধৰি বিদেশৰ পৰাও শিখ ধৰ্মাৱলম্বী ভক্তসকলে আহি ভক্তিত গদগদ হৈ শিখ গুৰুদ্বাৰত প্ৰণিপাত জনায়।

## পাঁচ পীৰৰ দৰগাহ

ধুবুৰী জিলাৰ অন্তৰ্গত পাঁচ পীৰৰ দৰগাহ শ্বৰিফে অতীজৰে পৰাই ধৰ্মীয় ঐক্যতাৰ সাক্ষ্য বহন কৰি আহিছে। পাঁচ পীৰৰ এই দৰগাহ শ্বৰিফত হাজাৰ হাজাৰ ধৰ্মপ্ৰাণ ৰাইজে মহান পীৰ পাঁচজনাৰ ভক্তিত গদগদ হৈ মৈদামত মমবাতি জ্বলাই পীৰ পাঁচজনালৈ সন্মান প্ৰদৰ্শন কৰি আহিছে।



আনুমানিক ১৭শ শতিকাৰ এই পাঁচ পীৰৰ দৰগাহ শ্বৰিফ মীৰজুমলাৰ অসম আক্ৰমণৰ লগত জড়িত বুলি কোৱা হয়। ঔৰংগজেৱে কোচ আৰু আহোম সাম্ৰাজ্য

জয় কৰাৰ মানসেৰে বীৰ সেনাপতি মীৰজুমলাক সৈন্য-সামন্তসহ অসমলৈ পঠিয়ায়। অসম তন্ত্ৰ-মন্ত্ৰৰ দেশ বুলি মীৰজুমলাই পাঁচজনা পীৰ সহিতে অসমলৈ আহে। পিছত এই পীৰ পাঁচজনা ধুবুৰীতে থাকি যায় আৰু ইয়াতেই ইহলীলা সম্বৰণ কৰে। এই পাঁচজনা পীৰৰ মাফাৰ শ্বৰীফকে পাঁচ পীৰৰ দৰগাহ হিচাপে জনাজাত।

বৰ্তমান প্ৰৱেশদ্বাৰৰ তোৰণসহ সু-সজ্জিত ৰূপত থকা এই পাঁচ পীৰৰ মাজাৰ শ্বৰিফলৈ অনেক ভক্তৰ সমাগম হয়।

## বঙামাটিৰ মছজিদ

ধুবুৰী জিলাৰ অন্তৰ্গত ধুবুৰী চহৰৰ পৰা প্ৰায় ২৫ কিলোমিটাৰ নিলগত গোৱালপাৰা - বঙাইগাঁও গড়কাপ্তানী পথৰ দাঁতিত প্ৰাচীন তথা ইতিহাস বিজড়িত বঙামাটিৰ মছজিদ বিদ্যমান। আনুমানিক ১৫শ-১৬শ শতিকাত গৌড়ৰ নবাব হুছেইন শ্বাহে এই মছজিদ নিৰ্মাণ কৰিছিল। বঙামাটিৰ মছজিদৰ স্থাপত্য-ভাস্কৰ্য অতি বিতোপন। গৌড়ৰ নবাব হুছেইন শ্বাহে ইয়াত ৰাজত্ব কৰিছিল আৰু বঙামাটিৰ মছজিদটো নিৰ্মাণ কৰিছিল। বঙামাটিৰ মছজিদ সম্পৰ্কত পি. ডি. চৌধুৰীৰ 'Archaeology in Assam' পুথিত এইদৰে পোৱা যায়— 'A Mosque. A well known brick built mosque with historical background. Situated by the side of the road leading to Goalpara built by Hussain Shah, Nawab of Gaur.' ইয়াত থকা প্ৰাচীন ঈদগাহ আৰু দ কুণ্ডটো মছজিদ নিৰ্মাণ কৰাৰ সময়তেই নিৰ্মাণ কৰা।



## মীৰজুমলাৰ মছজিদ

ধুবুৰী জিলাৰ অন্তৰ্গত ক'লা নৈৰ পাৰত এটি টিলাৰ ওপৰত অতি প্ৰাচীন মীৰজুমলাৰ মছজিদ অৱস্থিত। ইটাৰে নিৰ্মিত প্ৰাচীন এই মছজিদটো আনুমানিক ১৭শ শতিকাত ঔৰংগজেবৰ সেনাপতি মীৰজুমলাই নিৰ্মাণ কৰিছিল। ঔৰংগজেবৰ আদেশানুসৰি সেনাপতি মীৰজুমলাই অসম আক্ৰমণ কৰিবলৈ আহোতে কিছুদিন এই ঠাইত চাউনি পাতিছিল আৰু তেতিয়াই এই ঠাইত মছজিদটো নিৰ্মাণ কৰিছিল।

# সত্ৰ/সচং

## ৰামৰায় কুটি সত্ৰ

অসমৰ এটি প্ৰাচীন আৰু ঐতিহ্যমণ্ডিত মহাপুৰুষীয়া সত্ৰসমূহৰ ভিতৰত ৰামৰায় কুটি সত্ৰ অন্যতম। বৰ্তমান ধুবুৰী জিলাৰ অন্তৰ্গত আগমণিৰ পৰা প্ৰায় ৮ কিলোমিটাৰ নিলগত বাংলাদেশৰ সীমাত সত্ৰশালত অৱস্থিত ঐতিহ্যমণ্ডিত ৰামৰায় কুটি সত্ৰ। মহাপুৰুষ শংকৰদেৱৰ ভাতৃ ৰামৰায় আতাই ধুবুৰী-কোচবিহাৰ পথৰ দাঁতিত সোণকোষ নৈৰ পাৰত থাকি লৈ ছত্ৰশাল সত্ৰ স্থাপন কৰিছিল। বিদিত আছে যে ইয়াতেই কোচ ৰজা নৰনাৰায়ণৰ ভাতৃ চিলাৰায়ে ৰামৰায় আতৈৰ জী ভুৱনেশ্বৰীক বিয়া কৰাইছিল। ৰামৰায় আতাৰ নামানুসৰি সত্ৰৰ নাম ৰামৰায় কুটি সত্ৰ। কোচ ৰজা নৰনাৰায়ণে সত্ৰৰ নামত নিষ্কৰ ভূমি দান কৰা বুলি জনা যায়।



সত্ৰত গুৰুগৃহ, নামঘৰ, দৌলঘৰ আছে। সত্ৰত ৰামচন্দ্ৰৰ পাদুকা সংৰক্ষিত কৰি ৰখা আছে। সত্ৰত অতি প্ৰাচীন কালৰে এটি কুঁৱাৰ লগতে কেতবোৰ পুৰণি আপুৰুগীয়া সম্পদ আছে। এই প্ৰাচীন আৰু আপুৰুগীয়া সম্পদসমূহৰ ভিতৰত অক্ষয় বন্তি, চতুৰ্ভুজ বিগ্ৰহ আৰু গুণমালা, হৰি আতৈ পুৰুষৰ ৰত্নাৱলী শাস্ত্ৰ, ৰূপৰ মুদ্ৰা আদি উল্লেখনীয়। বাটচ'ৰা, পিতলৰ ৰথ, লক্ষীকুৰ বা বৰপুখুৰী আদিয়ে আজিও সত্ৰৰ প্ৰাচীনতাৰ সাক্ষ্য বহন কৰি আহিছে। সত্ৰৰ চৈধ্য প্ৰসংগৰ ভিতৰত জাগৰণ, চলন, ভটিমা, নাম-প্ৰসংগ, কীৰ্তন আদিয়েই প্ৰধান।

ৰামৰায় কুটি সত্ৰত প্ৰতি বছৰে শংকৰদেৱ আৰু মাধৱদেৱৰ তিথি উৎসৱ, হৰি আতৈৰ তিথি, জন্মাষ্টমী, ৰথ যাত্ৰা, দৌলোৎসৱ, পুষণা আৰু চেষমা সংক্ৰান্তি আদি ধৰ্মীয় উৎসৱ-পাৰ্বণ পালন কৰা হয়। ইয়াৰ উপৰি ব'হাগ মাহৰ শুক্লা দ্বিতীয়াত হৰিহৰ আতৈৰ তিথি, ব'হাগ মাহৰ কৃষ্ণা পঞ্চমীত লক্ষ্মীকান্ত আতৈৰ তিথি, আহাৰ মাহত কেশৱ আতাৰ তিথি, ভাদ মাহত বদুলা আতাৰ তিথি, মাঘ মাহত গোবিন্দ আতাৰ তিথি আদি মহাপুৰুষসকলৰ তিথি উৎসৱ পালন কৰা হয়।

ভিতৰ পৃষ্ঠাত

- বঙাইগাঁও জিলা ঃ এটি পৰিচয়মূলক টোকা
- মঠ-মন্দিৰ/দেৱালয়

  ○বাঘেশ্বৰী মন্দিৰ ○বাঘেশ্বৰী পাহাৰ ○যোগীঘোপাৰ গুহা মন্দিৰ ○লালমাটিৰ গণেশ মন্দিৰ ○পাগলাটেক শিৱ মন্দিৰ ○শনি দেৱতাৰ মন্দিৰ ○চেংকাল মহাকাল মন্দিৰ○ভৈৰৱী থান ○মহাদেৱ মঠ ○শ্ৰীশ্ৰীৰাজা ঠাকুৰ দৌল দেৱালয় ○মহাৰাণী মন্দিৰ ○অভয়াদেৱীৰ দেৱালয় ○হৰিহৰ মন্দিৰ ○চিলা ঠাকুৰাণীৰ মন্দিৰ ○কঁয়াকুজিয়া বিলৰ মনসা মন্দিৰ ○গোপীনাথ দেৱালয় ○কালিকাপাটৰ কালী থান ○কৌমাৰী জ্যোতি আশ্ৰম
- সত্ৰ/সচং

  ○ঘৰশিয়া সত্ৰ ○বিষ্ণুপুৰ সত্ৰ ○নাওকাটা সত্ৰ ○ফুলগুৰি সত্ৰ ○যোগীঘোপা থান ○ৰঘুনাথ প্ৰভুৰ সত্ৰ ○ধৰ্মপুৰ সত্ৰ

## বঙাইগাঁও জিলা ঃ এটি পৰিচয়মূলক টোকা

অসমৰ শাসনাধিষ্ঠিত জিলাসমূহৰ ভিতৰত বঙাইগাঁও জিলাও এখন। বিগত ১৯৮৯ খ্ৰীষ্টাব্দৰ ২৯ ছেপ্টেম্বৰ তাৰিখে জিলাৰ মৰ্যাদা লাভ কৰা বঙাইগাঁও জিলাৰ মুঠ মাটিকালি ২,৫১০ বৰ্গ কিলোমিটাৰ আৰু জনসংখ্যা ৯,০৬,৩১৫ (২০০১ চনৰ লোকপিয়ল অনুসৰি)। বঙাইগাঁও আৰু উত্তৰ শালমাৰা মহকুমা দুটাক সাঙুৰি লৈ গঠিত হোৱা বঙাইগাঁও জিলাৰ চাৰিসীমা উত্তৰে চিৰাং জিলা, পশ্চিমে ধুবুৰী জিলা আৰু কোকৰাঝাৰ জিলা, পুবে বৰপেটা জিলা আৰু দক্ষিণে গোৱালপাৰা জিলা। জিলাখনৰ মাজেদি প্ৰবাহিত নৈ-উপনৈসমূহৰ ভিতৰত মানাহ, চম্পাৱতী, আই আদিয়েই প্ৰধান আৰু উল্লেখনীয়। জিলাৰ অন্তৰ্গত ঐতিহাসিক পাহাৰসমূহৰ

ভিতৰত যোগীঘোপা, মহাদেৱ, ভৈৰৱচূড়া, নাককাটি আদি প্ৰধান। দলনি, তামৰঙা, কনৰা আদি জিলাখনৰ উল্লেখনীয় বিল।




ইতিহাসে গৰকা বঙাইগাঁও জিলাত প্ৰাচীন কালত বিভিন্ন সময়ত ৰজা-মহাৰজা, জমিদাৰ, সামন্তসকলে শাসন কাৰ্য চলাইছিল। পুৰণি ৰজা-মহাৰজাসকলৰ কীৰ্তিচিহ্নসমূহ আজিও জিলাখনত পৰিদৃশ্যমান। বৰ্তমান বঙাইগাঁও জিলাৰ ৯০ শতাংশ প্ৰাচীন বিজনী সাম্ৰাজ্যৰ অন্তৰ্গত আৰু ১০ শতাংশ চিড়লি সাম্ৰাজ্যৰ অন্তৰ্গত। ৰজা ভৈৰবেন্দ্ৰ নাৰায়ণ, ভূপনাৰায়ণ আৰু ৰাজা অজিত নাৰায়ণ দেৱ বিজনী আৰু চিড়লি সাম্ৰাজ্যৰ শেষ ৰজাধিপতি। বিজনী ৰাজ্যৰ প্ৰতিষ্ঠাপক চন্দ্ৰনাৰায়ণ আৰু শেষ ৰজা ভৈৰবেন্দ্ৰ নাৰায়ণৰ মধ্যৱৰ্তী সময়ত জয় নাৰায়ণ, বিজয় নাৰায়ণ, মুকুণ্ড নাৰায়ণ, হৰিদেৱ নাৰায়ণ, ইন্দ্ৰ নাৰায়ণ, অমৃত নাৰায়ণ, কুমুদ নাৰায়ণ আৰু ৰাণী অভেয়শ্বৰী প্ৰভৃতি ৰজা-ৰাণীসকলে ৰাজকাৰ্য চলাই গৈছিল।

বঙাইগাঁও জিলাৰ ঐতিহাসিক কৃতিচিহ্ন, প্ৰাচীন গুহা, যোগীঘোপা পাহাৰৰ শিলত কটা ভাস্কৰ্য আদিয়ে জিলাখনত ঐতিহাসিক দিশটোক আজিও প্ৰকট কৰি ৰাখিছে। অৰ্থনৈতিক আৰু শৈক্ষিক দিশতো জিলাখন আগবঢ়া। জিলাখনৰ মুঠ জনসংখ্যাৰ ৬০.২৭ শতাংশই সাক্ষৰ। ইয়াৰ ভিতৰৰ ৬৮.৮১ শতাংশ পুৰুষ আৰু ৫১.১৬ শতাংশ মহিলা।

প্ৰাচীন কালৰে পৰা জিলাখনে এক ধৰ্মীয় ভাবানুভূতিৰ সাক্ষৰ বহন কৰিছে। জিলাখন অৱস্থিত বিভিন্ন মঠ-মন্দিৰ, সত্ৰ-সচং আদিয়েই ধৰ্মীয় বাতাবৰণৰ লগতে সম্প্ৰীতি আৰু সমন্বয়ৰ সাঁকো গঢ়ি তুলিছে।

## বাঘেশ্বৰী মন্দিৰ

অসমৰ প্ৰাচীন আৰু ঐতিহ্যমণ্ডিত মন্দিৰসমূহৰ ভিতৰত বঙাইগাঁও জিলাস্থিত বাঘেশ্বৰী মন্দিৰ অন্যতম। মন্দিৰটো বঙাইগাঁও ৰেল ষ্টেচনৰ পৰা প্ৰায় ১ কিলোমিটাৰ নিলগত অৱস্থিত। বাঘেশ্বৰী মন্দিৰ নিৰ্মাণ সম্পৰ্কত বিশেষ ঐতিহাসিক সমল বিচাৰি পোৱা নাযায়। বিজনী ৰজাই দান কৰা দেৱোত্তৰ ভূমি থকা বুলি জনা যায়। মন্দিৰত ব্ৰাঘবাহনা

দেৱী বাঘেশ্বৰী প্ৰতিষ্ঠাতা হৈ আছে। দেৱীৰ প্ৰতীক হিচাপে সিংহাসনৰ ওপৰত তৰোৱালি এখন সু-সজ্জিত হৈ আছে।

বাঘেশ্বৰী মন্দিৰ সম্পৰ্কত অনেক জনশ্ৰুতি আছে। এটা জনশ্ৰুতি অনুসৰি এদিনাখন এজন খেতিয়কে কান্ধত ভাৰসহ বীৰঝৰা নিজৰাটো পাৰ হ'ব খোজোতে ভাৰখনৰ এপিনে পাতল হোৱাত নিজৰাৰ বুকুৰ পৰা শিল এটা তুলি লৈ নিজৰাটো পাৰ হৈ আহে। ঘৰত ঘৈণীয়েকে সেই শিলটো ধান সিজোৱাৰ সময়ত উধান হিচাপে ব্যৱহাৰ কৰাত ৰাতি খেতিয়কজনক দেৱীয়ে স্বপ্নাদেশ কৰিলে এইবুলি যে নিজৰাৰ বুকুৰ পৰা তই মোক কিয় উঠাই আনি কষ্ট দিছ? কাইলৈ শিলটো নিজৰাৰ পানীত থৈ আহিবি আৰু মোক খি ৰূপতে পাৱ তুলি আনি পূজা-পাতল কৰিবি।

স্বপ্নাদেশক্ৰমে খেতিয়কে পিছদিনা শিলটো নিজৰাৰ পানীত থৈ দিলে আৰু দেখিলে চিক্‌মিকিয়া এখন তৰোৱাল পানীৰ তলৰ পৰা উঠি আহিছে। খেতিয়কে ভক্তিভাবেৰে তৰোৱালৰূপী বাঘেশ্বৰী দেৱীক প্ৰতিষ্ঠা কৰাই বলি-বিধান সহকাৰে পূজা-পাঠ আৰম্ভ কৰে।

আন এক জনশ্ৰুতিমতে সতীৰ দেহ ভগৱান বিষ্ণুৱে চক্ৰৰে খণ্ড খণ্ড কৰোতে সতীৰ হাতৰ তৰোৱাল এই ঠাইতেই পৰে আৰু কালক্ৰমত বাঘেশ্বৰী দেৱী হিচাপে স্থাপিত হৈ পূজা-অৰ্চনা চলি আহিছে।

মন্দিৰত দৈনন্দিন দেৱীৰ পূজা-অৰ্চনাৰ লগতে সান্ধ্য আৰতি হয়। দেউৰীসকলে বংশানুক্ৰমিকভাৱে মন্দিৰত পূজা-অৰ্চনা কৰি আহিছে। দৈনন্দিন পূজাৰ উপৰি বিশেষ উৎসৱ-পাৰ্বণৰ সময়ত হোম-যজ্ঞ আদিও হয়। দুৰ্গা পূজাৰ নৱমী পূজাৰ দিনাখন ম'হ বলি দিয়া প্ৰথা আছে। মন্দিৰত এখন প্ৰায় চাৰি ফুটমান দীঘল দা আছে। এইখন দা কেৱল ম'হ বলি দিয়া কামতহে ব্যৱহাৰ কৰা হয়। বিজনী ৰজাৰ ৰাণী অভয়েশ্বৰী দেৱীয়ে দান কৰা তামৰ নাগাৰা আৰু কাঁহৰ ঘণ্টা আজিও বিদ্যমান।

মন্দিৰত দৈনন্দিন অনেক দূৰণিবটীয়া ভক্তৰ সমাগম পৰিলক্ষিত হয়। বৰ্তমান এখন কমিটি গঠন কৰি মন্দিৰ পৰিচালনাৰ কাম-কাজ সুচাৰুৰূপে পৰিচালিত হৈ আছে। মন্দিৰত দশসংস্কাৰ ব্যৱস্থা আছে।

## বাঘেশ্বৰী পাহাৰ

বৰ্তমান বঙাইগাঁও জিলাৰ অন্তৰ্গত সুউচ্চ আৰু সুবিশাল বাঘেশ্বৰী পাহাৰে যে কেৱল মাত্ৰ প্ৰকৃতিৰ নৈসৰ্গিক সৌন্দৰ্যৰ শোভা বৰ্ধন কৰিছে তেনে নহয়। পাহাৰখনত অৱস্থিত

বিভিন্ন মঠ-মন্দিৰসমূহৰ অৱস্থিতিৰ হেতু গঢ় লৈ উঠা এক ধৰ্মীয় বাতাৱৰণে বঙাইগাঁও অঞ্চলৰ লগতে দূৰ-দূৰণিৰ দৰ্শনাৰ্থীসকলৰো আকৰ্ষণৰ কেন্দ্ৰবিন্দু হিচাপে পৰিগণিত হৈ পৰিছে। কিছু ধৰ্মপ্ৰাণ ব্যক্তিৰ তৎপৰতাত ১৯৯৫ চনত পাহাৰত গঢ়ি উঠিছে বাবা তাৰকনাথ মন্দিৰ। পাহাৰত থকা মনসা দেৱীৰ মন্দিৰটো স্বপ্নাদেশক্ৰমে বিগত ২০০৬ চনত ন-কৈ নিৰ্মাণ কৰা হৈছে। এই ঐতিহাসিক বাঘেশ্বৰী পাহাৰতে শিৱ, কালী আৰু কৃষ্ণৰ কালীয় দমনৰ মূৰ্তি বিদ্যমান। পাহাৰত অবিৰতভাৱে বৈ থকা এক জলাধাৰে ভক্তবৃন্দক আকৰ্ষণ কৰি আহিছে। বাঘেশ্বৰী পাহাৰত থকা এই জলধাৰাৰ উৎস বিচাৰি পোৱা নাযায়। এই জলধাৰাক ধৰ্মপ্ৰাণ লোকসকলে অতি ভক্তিভাৱেৰে গ্ৰহণ কৰে। পাহাৰৰ অন্য এক ধৰ্মীয় আকৰ্ষণ হ'ল পাহাৰত থকা পুৰণিকলীয়া কালী মন্দিৰটো। মন্দিৰত এটি শিৱলিংগও বিদ্যমান।



পাহাৰত থকা মন্দিৰত দৈনন্দিন পূজা-পাৰ্বণ হয়। মনোকামনা পূৰণাৰ্থে অনেক ভক্তই বাঘেশ্বৰী পাহাৰৰ মন্দিৰলৈ আহি প্ৰণিপাত জনায়।

## যোগীঘোপাৰ গুহা মন্দিৰ

বৰ্তমান বঙাইগাঁও জিলাৰ অন্তৰ্গত ব্ৰহ্মপুত্ৰ নৈৰ পাৰত ঐতিহাসিক যোগীঘোপা পাহাৰ। বঙাইগাঁও চহৰৰ পৰা প্ৰায় ত্ৰিশ কিলোমিটাৰ নিলগত বঙাইগাঁও-গোৱালপাৰা পথৰ দাঁতিত অৱস্থিত যোগীঘোপা পাহাৰত অতি প্ৰাচীন কালত সাধু-সন্তসকলে তপস্যা কৰা বহুতো গুহা মন্দিৰ পৰিদৃশ্যমান হৈ আছে। কোনো কোনোৱে যোগীঘোপা পাহাৰত ১৮টা গুহা মন্দিৰ থকা বুলি কয় যদিও তাৰ কোনো নিশ্চয়তা নাই। বৰ্তমান পাহাৰত পাঁচটা গুহা মন্দিৰ পৰিলক্ষিত হয়। ইয়াৰে দুটা পাহাৰৰ পশ্চিম দিশত আৰু তিনিটা পূব দিশত। পশ্চিম ফালৰ গুহা মন্দিৰটোত উঠা-নমাৰ সুবিধাৰ্থে লোহাৰ চিৰি নিৰ্মাণ কৰা হৈছে। পূবফালে সুবাসিনী নামৰ আহল-বহল শিলৰ চোতালসহ এটি ঘোপা আছে। বিদিত আছে যে ইয়াতেই হেনো হৰ-পাৰ্বতীৰ বিবাহসম্পন্ন হৈছিল। শিলত থকা চাৰিটা গাঁতৰ চিহ্নক



হৰ-পাৰ্বতীৰ বিয়াৰ মণ্ডপৰ কলপুলি পোতা গাঁতৰ চিহ্ন বুলি কোৱা হয়।

যোগীঘোপা পাহাৰৰ পশ্চিম দিশত সৰস্বতী কুণ্ড হিচাপে খ্যাত এটি পুখুৰী বিদ্যমান। পুখুৰীটোৰ পানীভাগ স্বচ্ছ আৰু নিৰ্মল। চাৰিওফালে পকীকৰণ কৰা পুখুৰীটোৰ অতিৰিক্ত পানীভাগ ওলাই যাব পৰাকৈ এটা বিশেষ ধৰণৰ নলা নিৰ্মাণ কৰা আছে। পাহাৰৰ প্ৰাকৃতিক সৌন্দৰ্য আৰু ধৰ্মীয় ভাবানুভূতিয়ে যোগীঘোপা পাহাৰত দৈনন্দিন হাজাৰ হাজাৰ ভক্ত আৰু দৰ্শনাৰ্থীক আকৰ্ষণ কৰি আহিছে।

## লালমাটিৰ গণেশ মন্দিৰ

বঙাইগাঁও জিলাৰ অন্তৰ্গত অভয়াপুৰী চহৰৰ পৰা পশ্চিমে প্ৰায় চাৰি কিলোমিটাৰ নিলগত গণেশপুৰত ঐতিহ্যমণ্ডিত গণেশ মন্দিৰ বিদ্যমান। বৰ্তমান মন্দিৰৰ চাৰিওফালে সিঁচৰতি হৈ থকা স্থাপত্য-ভাস্কৰ্য খোদিত শিলাখণ্ড আৰু মন্দিৰৰ আন্তঃগাঁথনিৰ পৰা এইটো সহজে অনুমেয় যে পূৰ্বতে ইয়াত মন্দিৰ আছিল। ইয়াত থকা প্ৰাচীন মন্দিৰৰ নিৰ্মাণ সন্দৰ্ভত বিশেষ ঐতিহাসিক সমল বিচাৰি পোৱা নাযায়। ভূমিকম্প বা অন্য কোনো প্ৰাকৃতিক



দুৰ্যোগত হয়তো ইয়াৰ প্ৰাচীন মন্দিৰ ধ্বংসপ্ৰাপ্ত হয়। প্ৰাচীন মন্দিৰৰ স্থাপত্য-ভাস্কৰ্য খোদিত শিলাখণ্ডসমূহৰ কিছু কিছু পুৰাতত্ত্ব বিভাগে সংৰক্ষণৰো দিহা কৰিছে। প্ৰাচীন মন্দিৰৰ স্থাপত্য-ভাস্কৰ্যসমূহ আৰু মন্দিৰৰ ভগ্ন শিলাখণ্ডসমূহৰ পৰা প্ৰত্নতাত্ত্বিকসকলে মন্দিৰটো অষ্টম-দশম শতিকাত নিৰ্মিত বুলি ঠাৱৰ কৰিছে।

প্ৰাচীন মন্দিৰ ধ্বংসপ্ৰাপ্ত হোৱাত সেই ঠাইত হাবি-জংঘলেৰে অটব্য অৰণ্যত পৰিণত হোৱাত তাত মানুহৰ যাতায়াত নাইকিয়া হৈ পৰে। বিদিত আছে যে এই ঠাইত গৰখীয়াইঁতে গৰু চৰাই থাকোতে এদিনাখন হাবিৰ মাজলৈ সোমাই যায় আৰু বিগ্ৰহটো প্ৰত্যক্ষ কৰে।

বিগত ১৯৩৬ খ্ৰীষ্টাব্দত বৰ্তমান এই ঠাইত স্থানীয় ৰাইজৰ প্ৰচেষ্টাত এটি আটকধুনীয়া গণেশ মন্দিৰ নিৰ্মাণ কৰে। বৰ্তমান মন্দিৰৰ উচ্চতা প্ৰায় ৪০ ফুট। আটকধুনীয়া প্ৰবেশদ্বাৰসহ মন্দিৰৰ চৌহদটো পকীকৰণ কৰা হৈছে। গণেশ মন্দিৰৰ লগতে এটি শিব মন্দিৰ আৰু এটি জগন্নাথ মন্দিৰো নিৰ্মাণ কৰা হৈছে। মন্দিৰত দৈনন্দিন পূজা-পাঠ কৰাৰ উপৰি প্ৰতি বছৰে মাঘ মাহত চাৰিদিনীয়া কাৰ্যসূচীৰে বৃহৎ মেলা পতা হয়। ইয়াৰ উপৰি গণেশ চতুৰ্দশী, শিৱৰাত্ৰি আৰু আহাৰ মাহত জগন্নাথ মন্দিৰত তিথি উৎসৱ পালন কৰা হয়। মন্দিৰত অনেক ভক্তৰ সমাগম পৰিলক্ষিত হয়। মন্দিৰত দশসংস্কাৰ ব্যৱস্থাও আছে।

## পাগলাটেক শিৱ মন্দিৰ

ৰঙাইগাঁও জিলাৰ অন্তৰ্গত খৰমুজাৰ দক্ষিণে ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথৰ পৰা প্ৰায় ছয় কিলোমিটাৰ নিলগত বৰভিটা গাঁৱত প্ৰাকৃতিক সৌন্দৰ্যৰ ৰম্যভূমি, পাহাৰ আৰু নদীৰ সংগমস্থলত অৱস্থিত অসমৰ প্ৰাচীন আৰু ঐতিহ্যমণ্ডিত তীৰ্থস্থানসমূহৰ ভিতৰত পাগলাটেক শিৱ মন্দিৰ অন্যতম। পাগলাটেক মন্দিৰৰ ধৰ্মীয় ভাবানুভূতি আৰু প্ৰকৃতিৰ নৈসৰ্গিক সৌন্দৰ্যই দৈনিক শ শ ভক্ত আৰু দৰ্শনাৰ্থীক আকৰ্ষিত কৰি আহিছে। পাগলাটেক শিৱ মন্দিৰ নিৰ্মাণ সম্পৰ্কত ঐতিহাসিক বিশেষ সমল বিচাৰি পোৱা নাযায়। চৰকাৰীভাৱে খনন কাৰ্য চলাওতে উদ্ধাৰ হোৱা স্থাপত্য-ভাস্কৰ্য খোদিত শিলাখণ্ড, শৈল মূৰ্তি, গুহা, প্ৰাচীন ইটা আৰু গুপ্তযুগীয় সোণৰ মুদ্ৰা আদিয়েই পাগলাটেক মন্দিৰৰ প্ৰাচীনতাৰ সাক্ষ্য বহন কৰি আহিছে। প্ৰাচীন ভগ্নাবশেষ আৰু স্থাপত্য-ভাস্কৰ্যসমূহৰ পৰাই এইটো সহজে অনুমেয় যে পূৰ্বতে ইয়াত কোনো তীৰ্থস্থান নাইবা কোনো ৰজাৰ ৰাজধানী আছিল।



কিংবদন্তীয়ে পাগলাটেক মন্দিৰক হৰ-পাৰ্বতীৰ বাসস্থান হিচাপে স্বীকৃতি প্ৰদান কৰে। বিদিত আছে যে চান্দ সদাগৰে ব্ৰহ্মপুত্ৰ নদীৰে বণিজলৈ যাওঁতে পাগলাটেক মন্দিৰত পূজা-অৰ্চনা কৰিছিল। জনশ্ৰুতিমতে ব্ৰহ্মপুত্ৰ নৈৰে চান্দ সদাগৰে বণিজ্য কৰোঁতে সোণ, ৰূপ, হীৰা, মুকুতা আৰু বয়-বস্তুৰে চান্দৰ ডিঙা নদীত ডুব যায়। পাহাৰৰ উত্তৰফালে নদীত এডোখৰ নৌকাকৃতিৰ শিলাখণ্ডক বৰ্তমানো চান্দৰ ডিঙা বুলি অভিহিত কৰি আহিছে। বিগত ১৯৫১ খ্ৰীষ্টাব্দতে পৰিচালনা কমিটি গঠন কৰি মন্দিৰৰ উন্নয়নৰ কাম-কাজ সুচাৰুৰূপে পৰিচালনা কৰি অহা হৈছে। ১৯৫৬ খ্ৰীষ্টাব্দত মন্দিৰৰ নাটঘৰটো ধুমুহাত বিস্তৰ ক্ষতিসাধন হোৱাত স্থানীয় ৰাইজৰ সহযোগত ন-কৈ পকীকৰণ কৰি নিৰ্মাণ কৰা হৈছে। অতি মহামণ্ডিত হিচাপে খ্যাত হৈ পৰা তীৰ্থস্থানত পুৰোহিতৰ দ্বাৰা দৈনন্দিন পূজা-অৰ্চনা কৰাৰ উপৰি প্ৰতি বছৰে শিৱৰাত্ৰি মেলা আড়ম্বৰপূৰ্ণভাৱে উদ্‌যাপন কৰা হয়। মন্দিৰত দশসংস্কাৰ ব্যৱস্থা আছে।

## শনি দেৱতাৰ মন্দিৰ

ৰঙাইগাঁও চহৰৰ সৌমাজত অতি প্ৰাচীন শনি দেৱতাৰ মন্দিৰ বিদ্যমান। মন্দিৰৰ ভিতৰত শনি দেৱতাৰ বিগ্ৰহ স্থাপন কৰা আছে। পূৰ্বতে মন্দিৰটো টিনৰ চালি দি নিৰ্মাণ কৰা হৈছিল যদিও বিগত ১৯৭৭ খ্ৰীষ্টাব্দত মন্দিৰটো পকীকৰণ কৰা হৈছে। মন্দিৰত প্ৰতি শনিবাৰে শনি দেৱতাৰ পূজা-পাঠ কৰা হয়। ভাদ মাহৰ শনিবাৰত মন্দিৰত অনেক ভক্তৰ সমাগম পৰিলক্ষিত হয়।

## চেংকাল মহাকাল মন্দিৰ

বৰ্তমান বঙাইগাঁও জিলাৰ অন্তৰ্গত অভয়াপুৰীত প্ৰাচীন আৰু ঐতিহ্যমণ্ডিত চেংকাল মহাকাল মন্দিৰ বিদ্যমান। চেংকাল মহাকাল আচলতে শিৱ মন্দিৰহে। মন্দিৰত দেৱাদিদেৱ শিৱৰ প্ৰতীকৰূপে দুপাত বৰ্শা আছে। বৰ্শাৰ ফলক আৰু নালৰ মাজত একোছাকৈ জঁটা বন্ধা আছে। চেংকাল মহাকাল মন্দিৰ নিৰ্মাণ সম্পৰ্কত ঐতিহাসিক লিখিত বিশেষ সমল বিচাৰি পোৱা নাযায়। বিদিত আছে যে পূৰ্বতে মহামণ্ডিত চেংকাল মহাকাল দেৱতা ভোট ৰজাৰহে আছিল। পাছত বিজনী ৰজাৰ লগত হোৱা ৰণৰ সন্ধিনুসৰি এই মহামণ্ডিত আৰু সৰ্বফলপ্ৰদা চেংকাল মহাকাল দেৱতা বিজনী ৰজাই লাভ কৰে। বিজনী ৰজাই চেংকাল মহাকাল দেৱতাক আৰাধ্য দেৱতা হিচাপে মানি লৈ এই দেৱতাৰ আশীৰ লৈহে যিকোনো ৰাজকীয় কাম-কাজ কৰিছিল।

## ভৈৰৱী থান

বৰ্তমান বঙাইগাঁও জিলাৰ অন্তৰ্গত সুউচ্চ আৰু সুবিশাল ভৈৰৱ পাহাৰত প্ৰায় আঠ বিঘা ভূ-খণ্ডেৰে আগুৰা অসমৰ প্ৰাচীন আৰু ঐতিহাসিক থানসমূহৰ ভিতৰত ভৈৰৱী থান অন্যতম। সম্ভৱতঃ প্ৰাক্ আহোম যুগত স্থাপন কৰা ভৈৰৱী থানৰ মূল বিগ্ৰহ ভৈৰৱৰ । ভৈৰৱৰ লগতে থানত ভৈৰৱী, ৰাধা-কৃষ্ণ আৰু আন আন দেৱ-দেৱীৰ মূৰ্তি বিদ্যমান। ভৈৰৱী থানৰ স্থাপত্য-ভাস্কৰ্যসমূহত প্ৰাক্ আহোম যুগৰ সুনিপুণ শিল্পৰ নিদৰ্শন পৰিস্ফুট হৈ আছে।

থানত অনেক ভক্তৰ সমাগম পৰিলক্ষিত হয়। দৈনন্দিন পূজা-অৰ্চনাৰ লগতে প্ৰতি বছৰে মাঘ মাহত থানত ডাঙৰ মেলা হয়।

## মহাদেৱ মঠ

ৰঙাইগাঁও জিলাৰ উত্তৰ-শালমাৰাত মহাদেৱ পাহাৰৰ ওপৰত অতি প্ৰাচীন আৰু ঐতিহ্যমণ্ডিত মহাদেৱ মঠ অৱস্থিত। আনুমানিক প্ৰাক্ আহোম যুগতে স্থাপিত মহাদেৱ মঠ সম্পৰ্কত পি. ডি. চৌধুৰীৰ 'Archaeology in Assam' পুথিত এইদৰে পোৱা যায়— 'A cave temple on Mahadeva hill. Also known as Siva temple. Images of Siva, Parvati and some other carved pieces also exist.' প্ৰাচীন এই গুহা মন্দিৰটোত বিভিন্ন দেৱ-দেৱীৰ শিলত খোদিতমূৰ্তি আছে। মূৰ্তিসমূহৰ ভিতৰত দেৱাদিদেৱ শিৱৰ বিভিন্ন ভংগীত থকা মূৰ্তি, পাৰ্বতী, লক্ষ্মী, সৰস্বতীৰ লগতে আন আন দেৱ-দেৱীৰ মূৰ্তিসমূহ উল্লেখনীয়। এডোখৰ ঘূৰণীয়া চক্ৰাকৃতিৰ খাজকটা শিলাখণ্ডত দেৱাদিদেৱ শিৱৰ ধৰ্মচক্ৰ খোদিত আছে। মঠত হোম-যজ্ঞ আদি এডোখৰ আয়তাকাৰ শিলৰ ওপৰত কৰাৰ সুন্দৰ ব্যৱস্থা আছে।

অতি প্ৰাচীন তথা ঐতিহ্যমণ্ডিত মহাদেৱ মঠৰ দেউৰীসকলে বংশানুক্ৰমিকভাৱে পূজা-সেৱা আৰু মঠ পৰিচালনাৰ কাম-কাজ কৰি আহিছে। মহাদেৱ মঠত শিৱৰাত্ৰিৰ উপৰি প্ৰতি বছৰে ব'হাগ মাহত বৰ আড়ম্বৰপূৰ্ণভাৱে পূজা পতা হয়। পূজাৰ লগত সংগতি ৰাখি ইয়াত ডাঙৰ মেলাও হয়।

মহাদেৱ পাহাৰত থকা ঐতিহ্যমণ্ডিত এই মহাদেৱ মঠৰ ধৰ্মীয় বাতাবৰণে হাজাৰ হাজাৰ ভক্তবৃন্দৰ লগতে দৰ্শনাৰ্থীসকলক আকৰ্ষিত কৰি আহিছে। বিজনী ৰাণী অভয়েশ্বৰীয়ে মঠৰ নাটঘৰ আৰু দেৱমন্দিৰ নিৰ্মাণ কৰি দিয়াৰ উপৰি বিগত ১৯১৭ খ্ৰীষ্টাব্দত কাৰুকাৰ্য খোদিত বিগ্ৰহত সিংহাসনো দান কৰে।

## শ্ৰীশ্ৰীৰাজা ঠাকুৰ দৌল দেৱালয়

অসমৰ প্ৰাচীন আৰু ইতিহাস বিজড়িত শ্ৰীশ্ৰীৰাজা ঠাকুৰ দৌল দেৱালয় বঙাইগাঁও জিলাৰ বাসুগাঁৱত। বিগত ১৮০৬ খ্ৰীষ্টাব্দত মহাৰাজ সূৰ্যনাৰায়ণে এই দেৱালয় প্ৰতিষ্ঠা কৰে। দুটা কোঠালিযুক্ত শ্ৰীশ্ৰীৰাজা ঠাকুৰ দৌল দেৱালয় প্ৰকৃতাৰ্থত এটি শিৱ দেৱালয়হে। দেৱালয়ৰ মূল বিগ্ৰহ শিৱ আৰু দেৱী দুৰ্গাৰ। উত্তৰফালে থকা কোঠালিত ৰাজা ঠাকুৰৰ প্ৰতীক হিচাপে ৰূপৰ পাদুকা আৰু ত্ৰিশূল স্থাপন কৰা আছে। দক্ষিণ ফালৰ কোঠালিত ভগৱতীৰ প্ৰতীক হিচাপে দুডাল বেত স্থাপন কৰা আছে। দেৱালয়ত থকা ৰাধা-কৃষ্ণৰ যুগল মূৰ্তি পঞ্চম দৌলৰ দিনাখন দেৱালয়ৰ বাহিৰত থকা দৌল মণ্ডপত স্থাপন কৰি পূজা-অৰ্চনা কৰা হয়। পূজাৰ পিছত সুঁৱেৰীৰ দিনাখন দৌল মণ্ডপৰ চাৰিওফালে থকা চাৰিডাল নিচানসহ ৰাধা-কৃষ্ণৰ মূৰ্তিটো আঞ্চলিক ধৰ্মীয় পথাৰত সুঁৱেৰী উৎসৱ পালনাৰ্থে লৈ যোৱা হয়। অতি মহিমামণ্ডিত হিচাপে পৰিগণিত হৈ পৰা শ্ৰীশ্ৰীৰাজা ঠাকুৰ দৌল দেৱালয়ত সুঁৱেৰি উৎসৱৰ লগত সংগতি ৰাখি ডাঙৰ মেলাও হয়। ৰাজাচাঙৰ মেলা হিচাপে খ্যাত এই মেলাত অগণন লোকৰ সমাগম হয়।

## মহাৰাণী মন্দিৰ

বঙাইগাঁও জিলাৰ অন্তৰ্গত অভয়াপুৰী চহৰৰ পৰা দক্ষিণে প্ৰায় দহ কিলোমিটাৰ নিলগত ৩১ নং ৰাষ্ট্ৰীয় ঘাইপথৰ দাঁতিত অৱস্থিত মহাৰাণী মন্দিৰ অসমৰ প্ৰাচীন মন্দিৰসমূহৰ ভিতৰত অন্যতম। মহাৰাণী মন্দিৰৰ নিৰ্মাণ সম্পৰ্কত বিশেষ ঐতিহাসিক সমল বিচাৰি পোৱা নাযায়। মন্দিৰৰ নিৰ্মাণ সম্পৰ্কত কেতবোৰ জনশ্ৰুতিহে প্ৰচলিত। অতি মহামণ্ডিত আৰু জাগ্ৰত হিচাপে খ্যাত মহাৰাণী মন্দিৰটো পূৰ্বতে খেৰেৰে নিৰ্মিত আছিল বুলি জনা যায়। বৰ্তমানৰ সু-উচ্চ আৰু আটকধুনীয়া মন্দিৰটোৰ উচ্চতা প্ৰায় ১২০ ফুট। সুন্দৰ এক প্ৰাকৃতিক পৰিৱেশত অৱস্থিত মহাৰাণী মন্দিৰৰ ভিতৰত কোনো দেৱী মূৰ্তি নাই। চিত্ৰবিহীন যোনি আকৃতিৰ এটা ডাঙৰ টিপ আছে। ডাঙৰ টিপটোৰ দুকাষে দহটাকৈ সৰু সৰু টিপ আছে। মন্দিৰত বলি-বিধান নাই। পূৰ্ণিমা



তিথিত মন্দিৰত অনেক ভক্তৰ সমাগম পৰিলক্ষিত হয়। দেৱী মহাৰাণীৰ আশীষ বিচাৰি ভক্তসকলে মন্দিৰত নৈবেদ্য আদি আগবঢ়ায়। মন্দিৰত বলি-বিধান নাই যদিও ভক্তসকলে কুশল-মংগলাৰ্থে দেৱীৰ নামত উছৰ্গা কৰা ছাগলী, পাৰ আদি পূজা-পাঠ কৰি এৰি দিয়াৰ পৰম্পৰা আছে।

## অভয়াদেৱীৰ দেৱালয়

ৰঙাইগাঁও জিলাৰ অন্তৰ্গত অভয়াপুৰীত প্ৰাচীন তথা ঐতিহ্যমণ্ডিত অভয়াদেৱীৰ দেৱালয় অৱস্থিত। দেৱালয়ৰ মূল বিগ্ৰহ অভয়াদেৱীৰ। দেৱালয়ত বিজনী ৰাজকুলৰ অধিষ্ঠাত্ৰী দেৱী অভয়াদেৱীৰ অষ্টধাতুৰে নিৰ্মিত মূৰ্তি আছে। দৈনন্দিন পূজা-অৰ্চনাৰ লগতে দেৱালয়ত প্ৰতি বছৰে দুৰ্গা পূজা আৰু বাসন্তী পূজা বৰ আড়ম্বৰপূৰ্ণভাৱে উদ্‌যাপন কৰা হয়।

## হৰিহৰ মন্দিৰ

ৰঙাইগাঁও চহৰৰ সোঁমাজত হৰিহৰ মন্দিৰ বিদ্যমান। মন্দিৰত মূল বিগ্ৰহত বিষ্ণু আৰু শিৱ দেৱতাৰ মূৰ্তি স্থাপন কৰা আছে। মন্দিৰত দৈনন্দিন বিপ্ৰ পুৰোহিতৰ দ্বাৰা পূজা-অৰ্চনা কৰা হয়। প্ৰতি বছৰে মন্দিৰত শিৱৰাত্ৰি উৎসৱ পালন কৰাৰ লগতে শ্ৰীকৃষ্ণৰ ঝুলনযাত্ৰা বৰ সমাৰোহেৰে পালন কৰা হয়।

## চিলা ঠাকুৰণীৰ মন্দিৰ

ৰঙাইগাঁও জিলাৰ অন্তৰ্গত অভয়াপুৰী চহৰৰ দক্ষিণে প্ৰায় চাৰি কিলোমিটাৰ নিলগত প্ৰাচীন আৰু ঐতিহ্যমণ্ডিত চিলা ঠাকুৰণীৰ মন্দিৰ বিদ্যমান। মন্দিৰত শিলেৰে খোদিত দুটা দেৱীমূৰ্তি আছে। কপালত সোণ আৰু ৰূপৰ তিলক পিন্ধোৱা দেৱী মূৰ্তি দুটাৰ এটা ডাঙৰ আৰু আনটো সৰু। অতি মহিমামণ্ডিত হিচাপে খ্যাত চিলা ঠাকুৰণী মন্দিৰত দৈনন্দিন পূজা-অৰ্চনাৰ লগতে প্ৰতি বছৰে দুৰ্গা পূজা আৰু অম্বুবাচী পালন কৰা হয়। ইয়াৰোপৰি মাঘ আৰু ব'হাগ মাহৰ সংক্ৰান্তিত আড়ম্বৰপূৰ্ণভাৱে পূজা-পাঠ কৰা হয়।

## কঁৱাকুজিয়া বিলৰ মনসা মন্দিৰ

ৰঙাইগাঁও জিলাৰ অন্তৰ্গত অভয়াপুৰীত কঁৱা কুজিয়া বিল। প্ৰকৃতিৰ ৰম্যভূমি এই কঁৱাকুজিয়া বিলৰ উত্তৰে বাতাবাৰী গাঁও, দক্ষিণে গণেশ মন্দিৰ, পূবে মহামাৰী গাঁও আৰু পশ্চিমে মালেগড় পাহাৰ। প্ৰকৃতিৰ অপৰূপ সৌন্দৰ্যৰ লগতে কঁৱাকুজিয়া বিলৰ মা-মনসা মন্দিৰে

এক ধৰ্মীয় ভাবানুভূতিৰ স্বাক্ষৰো বহন কৰিছে। বিদিত আছে যে কঁয়াকুজিয়া বিলৰ এই মা-মনসাৰ মন্দিৰটো স্বপ্নাদেশ ক্ৰমে স্থাপন কৰা। মনসা মন্দিৰৰ কাষতে এটি শিৱ মন্দিৰো স্থাপন কৰা হৈছে। মনসা মন্দিৰত দৈনন্দিন পূজা-অৰ্চনা কৰা হয় আৰু পূৰ্ণিমা তিথিত মন্দিৰত মনসা দেৱীৰ আৱিৰ্ভাৱ হয় বুলি লোকবিশ্বাস আছে।

## গোপীনাথ দেৱালয়

বৰ্তমান বঙাইগাঁও জিলাৰ অন্তৰ্গত বটিয়ামাৰীৰ সমীপত আমগুৰি গাঁৱত অৱস্থিত অতি প্ৰাচীন আৰু ঐতিহ্যমণ্ডিত গোপীনাথ দেৱালয় বিদ্যমান। দেৱালয়ৰ মন্দিৰৰ ভিতৰত গোপীনাথ বিগ্ৰহ আছে। গোপীনাথ বিগ্ৰহৰ লগতে মাধৱ গুৰুৰ পদশিলাসহ গাত থকা এডোখৰ শিলপাট আছে। শিলপাট ডোখৰৰ মাজত এটি খাল আছে। বিদিত আছে যে মাধৱ গুৰুৱে শংকৰ গুৰুক লগ কৰিবৰ হেতু কোচবিহাৰলৈ যাওতে বটিয়ামাৰীত শুদ্ৰা পাটগিৰিৰ ঘৰত আতিথ্য গ্ৰহণ কৰে। শুদ্ৰা পাটগিৰিৰ ঘৰত অতিথি হিচাপে থকা সময়ত মাধৱ গুৰুৱে যিডোখৰ শিলপাটত উঠি গা ধুইছিল তাত মাধৱ গুৰুৰ পদচিহ্ন আৰু কাপোৰেৰে বৈ যোৱা পানীয়ে শিলপাট ছুটাত এটি গাঁতৰ সৃষ্টি হয়। পাছত মাধৱ গুৰুৰ মাহাত্ম্য দেখি শুদ্ৰা পাটগিৰি ভক্তিত গদগদ হৈ মাধৱ গুৰুত শৰণ লয়। তাৰ পাছত মাধৱ গুৰু সেই ঠাইত তিনিদিন থাকি কোচবিহাৰলৈ যাত্ৰাৰম্ভ কৰে। পাছত শুদ্ৰা পাটগিৰি আৰু আন আন ভক্তসকলে মিলি গোপীনাথ বিগ্ৰহসহ তাত এটি কীৰ্তনঘৰ নিৰ্মাণ কৰি নাম-প্ৰসংগ আৰু পূজা-পাঠ আৰম্ভ কৰে। স্থাপন হোৱাৰ দিনৰে পৰা গোপীনাথ দেৱালয়ে এক ধৰ্মীয় ভাবানুভূতিৰ স্বাক্ষৰ বহন কৰি আহিছে। দেৱালয়ৰ প্ৰাংগনত দৈনন্দিন নাম-প্ৰসংগৰ লগতে মহাপুৰুষসকলৰ তিথি উৎসৱ পালন কৰা হয়। দেৱালয়ৰ ধৰ্মীয় ভাবানুভূতিয়ে অনেক ভক্তক আকৰ্ষিত কৰি আহিছে।

## কালিকাপাটৰ কালী থান

বঙাইগাঁও চহৰৰ পৰা প্ৰায় ছয় কিলোমিটাৰ পূব দিশত কাকৈজনা পাহাৰৰ সমীপত কালিকাপাট এক পবিত্ৰ ভূ-খণ্ড। এই কালিকাপাটত প্ৰাচীন গুহা আৰু কালী গোসাঁনীৰ থান বিদ্যমান। থানত শিলেৰে খোদিত কালী গোসাঁনীৰ বিগ্ৰহ স্থাপন কৰা আছে। প্ৰতি বছৰে কালিকাপাটৰ এই কালী গোসাঁনীৰ থানত ব'হাগ মাহৰ পাঁচ তাৰিখে কালী পূজা বৰ আড়ম্বৰপূৰ্ণভাৱে উদ্‌যাপন কৰা হয়। কালী পূজাৰ লগত সংগতি ৰাখি ইয়াত ডাঙৰ মেলাও হয়। এক পবিত্ৰ ভূ-খণ্ড হিচাপে পৰিগণিত হৈ পৰা কালিকাপাটৰ মহিমামণ্ডিত এই থানৰ দক্ষিণ দিশত শিলেৰে খোদিত এটি ম'হৰ মূৰো বিদ্যমান হৈ আছে।

## বৌমাৰী জ্যোতি আশ্ৰম

বঙাইগাঁও চহৰৰ পৰা প্ৰায় পাঁচ কিলোমিটাৰ নিলগত বৌমাৰী নৈৰ পাৰত বৌমাৰী গাঁৱত শ্ৰীমৎ নেপাল ব্ৰহ্মচাৰীয়ে প্ৰতিষ্ঠা কৰা ঐতিহাসিক বৌমাৰী জ্যোতি আশ্ৰম বিদ্যমান। প্ৰাচীন তথা অতি মহিমামণ্ডিত আশ্ৰম হিচাপে খ্যাত বৌমাৰী জ্যোতি আশ্ৰমত যোগভ্যাস, তপসাধন আৰু উপাসনা আদিৰ উপৰি সূৰ্য আৰু অগ্নি দেৱতাৰ পূজা-পাঠ কৰা হয়। বৌমাৰী অঞ্চলৰ এক সুন্দৰ ধৰ্মীয় ভাবানুভূতি বহন কৰি অহা জ্যোতি আশ্ৰম প্ৰাংগণত প্ৰতি মাহৰ পূৰ্ণিমা আৰু অমাবস্যা তিথি পালন কৰা হয়। ইয়াৰ উপৰি প্ৰতি বছৰে অম্বুবাচী, মহালয়া আৰু শ্ৰীমৎ নেপাল ব্ৰহ্মচাৰীদেৱৰ তিৰোভাৱ তিথি উৎসৱ পালন কৰা হয়। আশ্ৰমত কুশল-মংগলাৰ্থে অনেক ভক্তৰ সমাগম পৰিলক্ষিত হয়।

## সত্ৰ/সচং

### ঘৰশিয়া সত্ৰ

বঙাইগাঁও জিলাৰ অন্তৰ্গত শংকৰঘোলা পাহাৰৰ নামনিত মহাপুৰুষ শংকৰদেৱে প্ৰতিষ্ঠা কৰা ঐতিহাসিক ঘৰশিয়া সত্ৰ বিদ্যমান। পাটবাউসীৰ পৰা কোচবিহাৰলৈ যোৱাৰ সময়ত গুৰুজনাই প্ৰাচীন গোৱালপাৰা জিলাৰ দুধনৈ, যোগীঘোপা আদি ঠাইত পৰিভ্ৰমণ কৰিছিল। গুৰুজনাই নাৱেৰে তামৰঙা বিলেৰে সোমাই আহি তেওঁৰ নাতি চতুৰ্ভুজ ঠাকুৰৰ লগত ঘৰশিয়া সত্ৰ স্থাপন কৰে। সত্ৰখন মহাপুৰুষ শংকৰদেৱৰ প্ৰতিষ্ঠিত যদিও তেওঁৰ নাতি চতুৰ্ভুজ ঠাকুৰৰ হাততহে সত্ৰখনে পূৰ্ণাংগতা লাভ কৰে। বৈষ্ণৱ সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ ঘৰশিয়া সত্ৰত বৰ্তমানো দৈনন্দিন নাম-প্ৰসংগৰ লগতে প্ৰতি বছৰে গুৰুজনাৰ আবিৰ্ভাৱ আৰু তিৰোভাৱ তিথি উৎসৱ পালন কৰা হয়। ইয়াৰোপৰি দৌল উৎসৱ বৰ আড়ম্বৰপূৰ্ণভাৱে উদ্‌যাপন কৰা হয়।



## বিষ্ণুপুৰ সত্ৰ

শ্ৰীমন্ত শংকৰদেৱৰ নাতি চতুৰ্ভুজ ঠাকুৰ আতাই প্ৰতিষ্ঠা কৰা বিষ্ণুপুৰ সত্ৰ বঙাইগাঁও জিলাৰ অন্তৰ্গত যোগীঘোপাৰ পৰা প্ৰায় বাৰ কিলোমিটাৰ উত্তৰে আৰু অভয়াপুৰীৰ পৰা প্ৰায় ত্ৰিশ কিলোমিটাৰ পশ্চিমে কনৰা আৰু তামৰঙা বিলৰ মাজত অৱস্থিত। প্ৰবাদ আছে যে ১৫৩৯ খ্ৰীষ্টাব্দ আৰু ১৬৩০ খ্ৰীষ্টাব্দৰ মাজভাগত আহোম স্বৰ্গদেউ খোৰাৰজাৰ দিনত এই সত্ৰখনি স্থাপন কৰা হৈছিল। সত্ৰৰ কীৰ্তনঘৰৰ মূল বিগ্ৰহ হৈছে মদন মোহনৰ। বিগ্ৰহৰ কাষতে চতুৰ্ভুজ ঠাকুৰ আতাৰ দুটি পদশিলা, দুযোৰ খৰম, ব্যৱহৃত কাপোৰ, পালেং, লাখুটি আৰু বহা পীৰা এখনো সংৰক্ষিত হৈ আছে। কীৰ্তনঘৰৰ কাষতে থকা ভঁজঘৰত দুখন নাৱৰ ওপৰত এখন সুন্দৰ কাৰুকাৰ্য খোদিত বৃহৎ গুৰু আসন আছে। বিদিত আছে যে সত্ৰত থকা পিতলৰ বিগ্ৰহবোৰ বিজনীৰ ৰজাই দান কৰিছিল। সত্ৰত প্ৰত্যেক বছৰেই শংকৰদেৱৰ আৱিৰ্ভাৱ-তিৰোভাৱ তিথি, মাধৱদেৱৰ আৱিৰ্ভাৱ-তিৰোভাৱ তিথি, কালিন্দী আইৰ তিৰোভাৱ তিথি, শংকৰদেৱৰ নাতি পুৰুষোত্তম ঠাকুৰৰ তিৰোভাৱ তিথি, জন্মাষ্টমী, দৌলযাত্ৰা ইত্যাদি ধৰ্মীয় উৎসৱ পালন কৰা হয়। সত্ৰখনি বৰ্তমান চতুৰ্ভুজ ঠাকুৰ আতাৰ দুহিতা সুমিত্ৰা আইৰ উত্তৰাধিকাৰসকলে পৰিচালনা কৰি আছে। সত্ৰত দূৰ-দূৰণিৰ ভক্তবৃন্দৰো আগমন পৰিলক্ষিত হয়।

## নাওকাটা সত্ৰ

বঙাইগাঁও জিলাৰ অন্তৰ্গত বিজনীৰ সমীপত হাগাজান মৌজাৰ অন্তৰ্গত নাওকাটা গাঁৱত অৱস্থিত অতি প্ৰাচীন আৰু ঐতিহ্যমণ্ডিত মহাপুৰুষীয়া সত্ৰসমূহৰ অন্যতম নাওকাটা সত্ৰ। মহাপুৰুষ মাধৱদেৱৰ আজ্ঞানুসৰি ৰামচৰণ ঠাকুৰৰ জ্যেষ্ঠ পুত্ৰ দৈত্যাৰি ঠাকুৰে নাওকাটা সত্ৰ স্থাপন কৰে। ৰামচৰণ ঠাকুৰ আতাই পূৰ্বতে গোৱালপাৰা জিলাৰ বংজুলিত সত্ৰ স্থাপন কৰি সেই অঞ্চলত ৰাভা, কছাৰী, গাৰো আদি জাতিৰ লোকসকলক বৈষ্ণৱ ধৰ্মত শৰণ-ভজন দিয়ে। তাৰ পাছত তেৰাই নাওকাটা সত্ৰ স্থাপন কৰে। স্থাপন হোৱা কালৰে পৰাই নাওকাটা সত্ৰ প্ৰাংগণত দৈনন্দিন পূজা-অৰ্চনা, নাম-প্ৰসংগ আদি নিয়মীয়াকৈ চলি আহিছে। ইয়াৰ উপৰি প্ৰতি বছৰে শ্ৰীকৃষ্ণৰ জন্মাষ্টমী, দৌলোৎসৱ আদি পালন কৰা হয়।

## ফুলগুৰি সত্ৰ

বঙাইগাঁও জিলাৰ অন্তৰ্গত হাকামাৰ পৰা প্ৰায় ১৫ কিলোমিটাৰ নিলগত মানস নৈৰ ওচৰৰ ফুলগুৰিত এই সত্ৰ বিদ্যমান। এই সত্ৰ মনোহৰ কায়স্থদেৱে দামোদৰদেৱৰ আজ্ঞাত স্থাপন কৰে। মনোহৰদেৱ ৰজা নৰনাৰায়ণৰ অধীনত ফুলগুৰি বিজনীৰ উজীৰ আছিল। পূৰ্বতে এই সত্ৰ দামোদৰদেৱৰ আজ্ঞাত ভগৱানদেৱে প্ৰতিষ্ঠা কৰিছিল।

## যোগীঘোপা থান

ৰঙাইগাঁও জিলাৰ অন্তৰ্গত যোগীঘোপাত মহাপুৰুষ মাধৱদেৱে প্ৰতিষ্ঠা কৰা এই সত্ৰ বিদ্যমান। বিদিত আছে যে মাধৱ গুৰুজনাই ভোট গাঁৱৰ পৰা নদীয়েদি শালকোছা, বিলাসীপাৰা আদি ঠাইত ধৰ্ম প্ৰচাৰ কৰি যোগীঘোপাত ৰয়হি আৰু তেতিয়াই তেৰাই ইয়াত সত্ৰ স্থাপন কৰে।

## ৰঘুনাথ প্ৰভুৰ সত্ৰ

ৰঙাইগাঁও জিলাস্থিত অভয়াপুৰী চহৰৰ পৰা প্ৰায় ১০ কিলোমিটাৰ নিলগত মানাহ আৰু আই নৈৰ সংগমস্থলৰ সমীপত ঐতিহ্যমণ্ডিত ৰঘুনাথ প্ৰভুৰ সত্ৰ। সত্ৰৰ মন্দিৰত ৰাম, সীতা আৰু লক্ষ্মণৰ বিগ্ৰহ আছে। কোনো কোনোৰ মতে মন্দিৰত থকা বিগ্ৰহ তিনিটা স্বয়ম্ভু। কোচ ৰজা নৰনাৰায়ণৰ সময়ৰ পৰাই চলি অহা সৃজন গাঁৱৰ পুৰণিকলীয়া ৰঘুনাথ প্ৰভুৰ সত্ৰত শ্ৰীকৃষ্ণৰ জন্মাষ্টমী, দৌলোৎসৱ আৰু ৰাম নৱমী তিথি উৎসৱ মুখ্যত পালন কৰা হয়। সত্ৰত হোম-যজ্ঞ, পূজা-পাতল আৰু নাম-প্ৰসংগ আদিৰ মাজেৰে ৰঘুনাথ প্ৰভুৰ সত্ৰই অতীজৰে পৰাই এক ধৰ্মীয় ভাবানুভূতি বহন কৰি আহিছে। সত্ৰৰ ধৰ্মীয় পৰম্পৰাই দুৰদূৰণিৰ অনেক ভক্ত আৰু দৰ্শনাৰ্থীসকলক আকৰ্ষিত কৰি ত হিছে।

## ধৰ্মপুৰ সত্ৰ

ৰঙাইগাঁও জিলাৰ অন্তৰ্গত অভয়াপুৰী চহৰৰ সমীপত অৱস্থিত প্ৰাচীন আৰু ঐতিহ্যমণ্ডিত মহাপুৰুষীয়া সত্ৰসমূহৰ ভিতৰত ধৰ্মপুৰ সত্ৰ অন্যতম। সত্ৰৰ আসনত ভাগৱত আৰু ভাজঘৰত শ্যামৰায় বিগ্ৰহৰ লগতে শালগ্ৰাম মূৰ্তি আছে।

পূৰ্বতে সত্ৰখন বিজনী ৰজাৰ অনুমতি সাপেক্ষে মেৰেচৰ মৌজাৰ অন্তৰ্গত মেৰগাঁৱত স্থাপন কৰা হৈছিল। ১৮৯৭ খ্ৰীষ্টাব্দৰ বৰভুঁইকঁপত মেৰেচৰ অঞ্চলৰ বিস্তৰ ক্ষতি হোৱাত বিজনী ৰাণী অভয়েশ্বৰীৰ অনুগ্ৰহত বিগ্ৰহসহ সত্ৰখন ধৰ্মপুৰত স্থাপন কৰা হয়। বৰপেটা সত্ৰৰে অংশবিশেষ হিচাপে ধৰি লোৱা ধৰ্মপুৰ সত্ৰই স্থাপন হোৱা দিনৰে পৰা বৈষ্ণৱ ধৰ্মৰ পৰম্পৰা বহন কৰি আহিছে। সত্ৰ প্ৰাংগণত দৈনন্দিন পূজা আৰু নাম-প্ৰসংগ কৰা হয়। ইয়াৰ উপৰি প্ৰতি বছৰে দৌল উৎসৱ, শ্ৰীকৃষ্ণৰ জন্মাষ্টমী আদি ধৰ্মীয় উৎসৱ-পাৰ্বণ পালন কৰাৰ লগতে শংকৰদেৱ, মাধৱদেৱ আৰু মথুৰাদাস আতাৰ তিৰোভাৱ তিথি পালন কৰা হয়।

ভিতৰ পৃষ্ঠাত

- গোৱালপাৰা জিলা ঃ এটি পৰিচয়মূলক টোকা
- মঠ-মন্দিৰ/দেৱালয়

  ○শ্রীসূৰ্য্য পাহাৰ ○ টুক্রেশ্বৰী মন্দিৰ ○নৰসিংহ বাৰী মন্দিৰ ○শ্রীশ্রীজগন্নাথ মন্দিৰ○নন্দেশ্বৰ শিৱ মন্দিৰ ○ভূমীশ্বৰ মন্দিৰ ○জয়ভূম কামাখ্যা ○ভোজমালাৰ শ্রীশ্রীশিৱ মন্দিৰ ○শাম্ভুশ্বৰ দেৱালয় ○মৰনৈ শিৱ থান ○ কালী থান ○শ্রীৰামচন্দ্র থান ○চিতলমাৰী থান ○মাদাৰতোলাৰ বুঢ়া-বুঢ়ীৰ থান ○কিল্লা থান ○মহাদেৱ পাহাৰৰ শিৱলিংগ ○জৈন মন্দিৰ ○পীৰ চাহাবৰ মাঝাৰ শ্বৰিফ ○পাঞ্জাতনৰ বা ডকাইদলৰ দৰগাহ ○পীৰ মাঝাৰ ○চৈতন্য গৌড়ীয় মঠ
- সত্র/সচং

  ○শ্যামৰায় সত্র ○কঠালমূৰী সত্র ○খেকাপাৰা সত্র ○দলগোমা সত্র ○বালিজানা সত্র

## গোৱালপাৰা জিলা ঃ
## এটি পৰিচয়মূলক টোকা

বৰ্তমান অসম ৰাজ্যৰ শাসনাধিষ্ঠিত গোৱালপাৰা জিলাক ১৯৮৩ খ্ৰীষ্টাব্দত দুটা মহকুমা (গোৱালপাৰা সদৰ আৰু উত্তৰ শালমাৰা) জিলা হিচাপে স্বীকৃতি প্ৰদান কৰা হয় যদিও ১৯৮৯ খ্ৰীষ্টাব্দত পুনৰ বিভাজিত হোৱাত উত্তৰ শালমাৰা মহকুমা বৰ্তমানৰ বঙাইগাঁও জিলাৰ অন্তৰ্ভুক্ত হয়। ২০০১ চনৰ লোকপিয়ল অনুসৰি ১,৮২৪ বৰ্গ কিলোমিটাৰ ভূ-খণ্ডক আগুৰা গোৱালপাৰা জিলাৰ সৰ্বমুঠ জনসংখ্যা ৮,২২,৩০৬। বিৱৰণৰ ফালৰ পৰা গোৱালপাৰা জিলাত পাহাৰ-পৰ্বত আছে যদিও আপেক্ষিকভাৱে সমতল ভূ-ভাগৰ অন্তৰ্ভুক্ত কৰিব পৰা যায়। জিলাখনত থকা পাহাৰসমূহৰ ভিতৰত টুক্ৰেশ্বৰী, শ্ৰীসূৰ্য্য পাহাৰ, পঞ্চৰত্ন, নলাংগা আৰু পাগলাটেকেই

প্ৰধান। মহাবাহু ব্ৰহ্মপুত্ৰ নৈখন জিলাখনৰ উত্তৰ ফালেদি পূব দিশৰ পৰা পশ্চিম দিশলৈ প্ৰবাহিত হৈ আছে। এই ব্ৰহ্মপুত্ৰৰ পাৰত পলসুৱা চৰ অঞ্চলসমূহৰ কৃষিকৰ্মই জিলাখনৰ খাদ্য-শস্যৰ উৎপাদন বৃদ্ধিৰ লগে লগে অৰ্থনৈতিক দিশত যথেষ্ট অৱদান আগবঢ়াই আহিছে। গোৱালপাৰাৰ মাজেদি প্ৰবাহিত উপনৈসমূহৰ ভিতৰত দুধনৈ, কৃষ্ণাই, জিঞ্জিৰাম




আৰু জিনাৰীয়েই প্ৰধান। দুধনৈ আৰু কৃষ্ণাই, এই নৈ দুখন মূলত মেঘালয়ৰ পাহাৰ অঞ্চলৰ পৰা প্ৰবাহিত হৈ মাটিয়াৰ পশ্চিম প্ৰান্তত সংলগ্ন হৈ ব্ৰহ্মপুত্ৰৰ লগ লাগি মৰনৈ উপনৈ হিচাপেও প্ৰবাহিত হৈ আছে। জিলাখনত যথেষ্ট সংখ্যক বিল আৰু পুখুৰী পৰিলক্ষিত হয়। এই বিলসমূহৰ ভিতৰত উৰপদ বিল, হাচিলা বিল, কুমৰী বিল আৰু ধমৰ ৰিচান বিল আদিয়েই প্ৰধান। পাহাৰ ভৈয়ামৰ লগতে সংৰক্ষিত বনাঞ্চলো বিস্তৃত আছে।

বৰ্তমান গোৱালপাৰা জিলাৰ চাৰিসীমা বুলিলে উত্তৰে বঙাইগাঁও, পূবে বৰপেটা আৰু কামৰূপ জিলা, পশ্চিমে ধুবুৰী জিলা আৰু দক্ষিণে মেঘালয়। বিভিন্ন জাতি-উপজাতিৰ সমন্বয়ৰ মিলনভূমি গোৱালপাৰা। শৈক্ষিক, সাংস্কৃতিক, অৰ্থনৈতিক সকলো দিশতে আগবঢ়া গোৱালপাৰা জিলাৰ মুঠ জনসংখ্যাৰ ৫৮.৫৬ শতাংশই সাক্ষৰ। হিন্দু, মুছলমান উভয় সম্প্ৰদায়ৰ লোকেই বসবাস কৰা জিলাখনে অতীজৰে পৰাই এক ধৰ্মীয় ভাবানুভূতিৰ স্বাক্ষৰ বহন কৰি আহিছে। জিলাখনত পৰিদৃশ্যমান হোৱা মঠ-মন্দিৰ, ভগ্নাৱশেষ, বৌদ্ধ মঠ, দৰগাহ, মছজিদ আদিয়েই ধৰ্মীয় ভাৱধাৰা বহন কৰাৰ লগতে এক পুণ্যভূমি হিচাপেও পৰিগণিত হৈ পৰিছে গোৱালপাৰা।

## শ্ৰীসূৰ্য্য পাহাৰ

**গোৱালপাৰা জিলাস্থিত শ্ৰীসূৰ্য্য পাহাৰ প্ৰাকৃতিক সৌন্দৰ্যৰ ৰম্যভূমি তথা পবিত্ৰ তীৰ্থভূমি।**

শ্ৰীসূৰ্য্য পাহাৰৰ নৈসৰ্গিক সৌন্দৰ্যৰ লগতে ইয়াত থকা ভগ্নাৱশেষ, কীৰ্ত্তিচিহ্ন, ভাস্কৰ্য আৰু ধৰ্মীয় ভাবানুভূতিয়ে হাজাৰ হাজাৰ ধৰ্মপ্ৰাণ লোকৰ লগতে পৰ্যটকৰ আকৰ্ষণৰ কেন্দ্ৰবিন্দু হিচাপে পৰিগণিত হৈ পৰিছে। পাহাৰত অসংখ্য বিগ্ৰহ আৰু মূৰ্তি পৰিদৃশ্যমান হৈ আছে। পাহাৰত থকা মূৰ্তিসমূহৰ ভিতৰত ৯,৯৯৯ টা শিৱলিংগৰ উপৰি দ্বাদশভুজা দুৰ্গা মূৰ্তি, গণেশৰ মূৰ্তি, সূৰ্য্য আৰু চন্দ্ৰ আদি দেৱতাৰ মূৰ্তিও পৰিলক্ষিত হয়। পাহাৰৰ নামনিত পূবফালে ৰৈখিক চিত্ৰ সম্বলিত চক্ৰাকৃতিৰ শিলৰ মূৰ্তিটোকেই সূৰ্য্য দেৱতাৰ মূৰ্তি হিচাপে মানি লোৱা হয় আৰু মূৰ্তিৰ নামানুসাৰেই পাহাৰখনো শ্ৰীসূৰ্য্য পাহাৰ। এই চক্ৰাকৃতিৰ শিলাখণ্ডৰ পৰা এইটোও অনুমেয় যে অতীজতে ইয়াতে জ্যোতিষ চৰ্চাও হৈছিল। চক্ৰাকাৰ ৰৈখিক চিত্ৰ সম্বলিত এই শিলাখণ্ডৰ পৰা উত্তৰফালে পাহাৰ পাদদেশত গোট খাই থকা বহুতো মূৰ্তি দেখিবলৈ পোৱা যায়। মূৰ্তিবোৰ শিলত কটা। মূৰ্তিসমূহৰ কাষতে এটি নিজৰাও আছে। নিজৰাটো আকাশী গংগা বুলিও কোৱা হয়। ইয়াৰ কাষতে কেইটামান প্ৰকাণ্ড গুহাও আছে। পাহাৰত থকা শিৱলিংগবোৰক লৈ এটি কিংবদন্তিও প্ৰচলিত। কিংবদন্তি মতে বেদ ব্যাসে শ্ৰীসূৰ্য্য পাহাৰত কাশীধাম নিৰ্মাণৰ মানসেৰে শিৱলিংগ সংগ্ৰহ কৰিছিল। সেয়ে শ্ৰীসূৰ্য্য পাহাৰক ব্যাস কাশী বুলিও জনা যায়।



পাহাৰত হিন্দু দেৱ-দেৱীৰ উপৰিও বুদ্ধ মূৰ্তিও পোৱা যায়। পাহাৰৰ পাদদেশত থুপ থাই থকা মূৰ্তিসমূহৰ নাতিদূৰত এডোখৰ প্ৰকাণ্ড শিলত কেইবাটাও মূৰ্তি কটা আছে। শিলত খোদিত এই মূৰ্তিসমূহৰ বেছিভাগেই অস্পষ্ট যদিও প্ৰত্নতাত্ত্বিকসকলৰ মতে ইয়াৰে এটা দণ্ডায়মান বুদ্ধ মূৰ্তি। শ্ৰীসূৰ্য্য পাহাৰত সাতটা চূড়া থকা হেতুকে পাহাৰখন সাতালী পাহাৰ বুলিও জনা যায়।



এই পবিত্ৰ তীৰ্থভূমি শ্ৰীসূৰ্য্য পাহাৰলৈ ধৰ্মীয় মনোভাবাপন্নতাৰে হিন্দু, বৌদ্ধ, জৈন আদি ধৰ্মাৱলম্বী লোকসকলে পদাৰ্পণ কৰি



আহিছে। বিশেষকৈ মাঘী পূর্ণিমাত শ্ৰীসূৰ্য্য পাহাৰত অনুষ্ঠিত মেলালৈ অনেক দূৰ-দূৰণিৰ পৰ্যটক আৰু ভক্তবৃন্দৰ সমাবেশ পৰিলক্ষিত হয়। পাহাৰৰ অন্য এক আকৰ্ষণৰ ভিতৰত শ্ৰীসূৰ্য্য পাহাৰৰ বান্দৰ। পাহাৰত থকা সোণালী বান্দৰে পৰ্য্যটকক বিশেষভাৱে আকৰ্ষণ কৰি আহিছে। বৰ্তমান শ্ৰীসূৰ্য্য পাহাৰৰ সু-পৰিচলনাৰ বাবে এখন সমিতি গঠন কৰি লোৱা হৈছে।

## টুক্ৰেশ্বৰী মন্দিৰ

গোৱালপাৰা চহৰৰ পৰা প্ৰায ২০ কিলোমিটাৰ দক্ষিণ-পূব দিশত ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথৰ কাষতে টুকুৰাত টুক্ৰেশ্বৰী মন্দিৰ অৱস্থিত। ধৰ্মীয় লোকবিশ্বাস অনুসৰি দেৱাদিদেৱ শিৱই সতীৰ দেহ কান্ধত লৈ অনাই-বনাই ঘূৰি ফুৰোতে সতীৰ দেহৰ এটা টুকুৰা টুক্ৰেশ্বৰী পাহাৰৰ এই ঠাইতেই পৰিছিল। সেয়ে এই মন্দিৰটো টুক্ৰেশ্বৰী মন্দিৰ হিচাপে খ্যাত হৈ পৰে। টুক্ৰেশ্বৰী মন্দিৰ সম্দৰ্ভত পি. ডি. চৌধুৰীৰ 'Archaeology in Assam' পুথিখনত এইদৰে লিখিছে—'About thirteen miles from South east of Goalpara town, Siva linga exist. A temple with C.I. sheet roof at the foot. According to the tradition, a part of sati's body fall here.' বিদিত আছে যে, টুক্ৰেশ্বৰী পাহাৰৰ দেৱীৰ অদৃশ্য শক্তিৰ বিষয়ে জানি ভক্তিত গদগদ হৈ বিজনীৰ জমিদাৰ এজনে হেনো এই মন্দিৰৰ ভূমি দান কৰি মন্দিৰ নিৰ্মাণ কৰাই দিয়ে।

## নৰসিংহ বাৰী মন্দিৰ

গোৱালপাৰা চহৰৰ সমীপত হলুকাণ্ডা পাহাৰৰ ওপৰত নৰসিংহ বাৰী অৱস্থিত। মন্দিৰৰ বিগ্ৰহত নৰসিংহ মূৰ্তি বিদ্যমান। নৰসিংহ বাৰী মন্দিৰ নিৰ্মাণ সম্পৰ্কত লিখিত বিশেষ ঐতিহাসিক সমল বিচাৰি পোৱা নাযায়। মন্দিৰত মূল নৰসিংহ বিগ্ৰহৰ লগতে নাৰায়ণ, গোপাল, প্ৰহ্লাদ আৰু বহুতো শালগ্ৰাম মূৰ্তি আৰু শিৱলিংগ আছে। মন্দিৰ প্ৰাংগণত প্ৰায় ১২০০ বৰ্গফুটৰ আটকধুনীয়া পুখুৰী আৰু এটি পকী কুঁৱা আছে। মন্দিৰ প্ৰাংগণত থকা



পকী কুঁৱাৰ পানী কেৱল মাত্ৰ মন্দিৰৰ পূজা-অৰ্চনাৰ কামতহে ব্যৱহাৰ কৰা হয়। মন্দিৰৰ বিগ্ৰহ সম্পৰ্কত এটি কিংবদন্তি আছে। কিংবদন্তিমতে প্ৰাচীন কালত এই হলুকাণ্ডা পাহাৰত এজন সাধু পুৰুষে বসবাস কৰিছিল। এই সাধু শাস্ত্ৰজ্ঞ পুৰুষজনেই হলুকাণ্ডা পাহাৰৰ ওপৰত মাৰ্বল পাথৰ খোদিত নৰসিংহ মূৰ্তিটো উদ্ধাৰ কৰে।

মন্দিৰৰ সু-পৰিচালনাৰ বাবে মন্দিৰৰ নামত দেৱত্তোৰ ভূমি থকা বুলি জনা যায়। মন্দিৰত দৈনন্দিন বিপ্ৰ পুৰোহিতৰ দ্বাৰা পূজা-পাঠ কৰা হয়। বৰ্তমান মন্দিৰ সু-পৰিচালনাৰ বাবে এখন কমিটি গঠন কৰি লোৱা হৈছে। দৈনন্দিন পূজা-পাঠ কৰাৰ উপৰিও বিহু আদিত নাম-প্ৰসংগ, কীৰ্তনসহ আড়ম্বৰপূৰ্ণভাৱে ধৰ্মীয় উৎসৱ-পাৰ্বণ পালন কৰা হয়। মন্দিৰত দৈনন্দিন অনেক ভক্তৰ লগতে দূৰ-দূৰণিৰ পৰা অনেক সাধু-সন্ন্যাসীও নৰসিংহ মন্দিৰত পদাৰ্পণ কৰে। সাধু-সন্ন্যাসীসকলৰ থকা-মেলাৰ সু-ব্যৱস্থা আছে।

## শ্ৰীশ্ৰীজগন্নাথ মন্দিৰ

গোৱালপাৰা চহৰৰ লক্ষীপুৰৰ পৰা প্ৰায় ১০ কিলোমিটাৰ উত্তৰ-পূবত বগুৱান গাঁৱত ঐতিহ্যমণ্ডিত তথা মহিমামণ্ডিত শ্ৰীশ্ৰীজগন্নাথ মন্দিৰ অৱস্থিত। মন্দিৰৰ নিৰ্মাণ সম্পৰ্কত বিশেষ ঐতিহাসিক সমল বিচাৰি পোৱা নাযায় যদিও বগুৱান অঞ্চলৰ নাথ সম্প্ৰদায়ৰ দ্বাৰা প্ৰতিষ্ঠিত বুলি জনা যায়। মন্দিৰত মূল জগন্নাথ বিগ্ৰহৰ লগতে বলোৰাম আৰু সুভদ্ৰাৰ পিতলৰ বিগ্ৰহ আছে। বিগ্ৰহবোৰ সিংহাসনত উপবিষ্ট।

শ্ৰীশ্ৰীজগন্নাথ মন্দিৰ সম্পৰ্কত এটি জনশ্ৰুতি আছে। জনশ্ৰুতি মতে এবাৰ বগুৱান অঞ্চলত কলাজ্বৰত বহুতো লোক মৃত্যুৰ মুখত পৰিছিল। পাছত বগুৱান অঞ্চলৰ বাইজে ভীতিগ্ৰস্ত হৈ ধৰ্মীয় বিশ্বাস অনুসৰি জগন্নাথ মন্দিৰত জগন্নাথ প্ৰভুক পূজা-পাতল কৰাত বগুৱান অঞ্চলৰ বাইজ মহামাৰীৰ পৰা ৰক্ষা পৰে। তেতিয়াৰে পৰাই আজি পৰ্যন্ত জগন্নাথ মন্দিৰত পূজা-পাতল নিয়মিতভাৱে হৈ আহিছে।

বিপ্ৰ পুৰোহিতৰ দ্বাৰা দৈনন্দিন মন্দিৰত পূজা-পাঠ কৰা হয়। মাঘ মাহৰ পূৰ্ণিমা

তিথিত মন্দিৰ প্ৰাংগণত বৰ সমাৰোহেৰে উৎসৱ পালন কৰা হয়। নাম-প্ৰসংগ, পূজা-পাঠ আদি উৎসৱৰ বিশেষ কাৰ্যসূচী। মাঘী পূৰ্ণিমাত জগন্নাথ মন্দিৰৰ উৎসৱৰ লগত সংগতি ৰাখি মেলাও পতা হয়। মহিমামণ্ডিত শ্ৰীশ্ৰীজগন্নাথ মন্দিৰলৈ বাঞ্ছিত ফলৰ আশাৰে দূৰ-দূৰণিৰ অনেক ভক্তৰ সমাগম পৰিলক্ষিত হয়। বৰ্তমান বগুৱান অঞ্চলৰ নাথ সম্প্ৰদায়ৰ দ্বাৰা মন্দিৰ পৰিচালনাৰ কাম-কাজ কৰা হয়। মন্দিৰ সু-পৰিচালনাৰ বাবে এখন সমিতি গঠন কৰি লোৱা হৈছে।

## নন্দেশ্বৰ শিৱ মন্দিৰ

গোৱালপাৰা জিলাৰ দুধনৈ নৈৰ পাৰত নন্দেশ্বৰ পাহাৰৰ টিলাত প্ৰাচীন তথা ঐতিহাসিক নন্দেশ্বৰ শিৱ মন্দিৰ অৱস্থিত। এই মন্দিৰ কোনে, কেতিয়া নিৰ্মাণ কৰিছিল তাৰ সবিশেষ বিৱৰণ পাবলৈ নাই। নন্দেশ্বৰ শিৱক অৰ্ধ-নাৰীশ্বৰ হিচাপেও জনা যায়। নন্দেশ্বৰ শিৱ মন্দিৰ সম্পৰ্কত এটি কিংবদন্তি আছে। কিংবদন্তীমতে নন্দেশ্বৰ দেৱালয়ৰ সমীপত বাস কৰা এজন ব্ৰাহ্মণৰ খীৰতী গাইজনীয়ে নন্দেশ্বৰ পাহাৰৰ ওপৰত এজোপা বিৰিণা বনত গাখীৰ দান কৰে। ইপিনে গৃহস্থ আৰু দামুৰীটোৱে গাখীৰ নোপোৱাত গৃহস্থই খণ্ডতে গাইজনী এৰালত নিদি গোহালিতে বান্ধি ৰাখিলে। গাইজনীক এনেকৈ বান্ধি ৰাখোতে এদিনাখন ব্ৰাহ্মণক দেৱাদিদেৱ শিৱই স্বপ্নাদেশ কৰিলে এইবুলি যে 'গাইজনী নন্দেশ্বৰ পাহাৰৰ যি ঠাইত গাখীৰ দান কৰে তাতে মই অৱস্থান কৰিছো। গতিকে তই মোৰ পূজা-পাতল আৰম্ভ কৰ, মংগল হ'ব।'



পাছত ব্ৰাহ্মণে গাইজনী এৰালত দি গোটেই ঘটনাটো পৰ্যবেক্ষণ কৰাত ব্ৰাহ্মণে দেখিলে যে গাইজনীয়ে নৈ পাৰ হৈ গৈ নন্দেশ্বৰ পাহাৰৰ এজোপা বিৰিণা বনৰ ওপৰত দুগ্ধ দান কৰে। পাছত ব্ৰাহ্মণে ঠাইখিনি চাফ-চিকুণ কৰি দৈনন্দিন পূজা-পাঠ আৰম্ভ কৰে।

কালক্ৰমত নন্দেশ্বৰ শিৱৰ মহাত্ম্য আৰু শক্তিৰ বিষয়ে জনাজাত হোৱাত সেই

অঞ্চলৰ লোকেই নন্দেশ্বৰ শিৱৰ পূজা-পাতল আৰম্ভ কৰে।

বৰ্তমান মন্দিৰত বিপ্ৰ পুৰোহিতৰ দ্বাৰা দৈনন্দিন পূজা-পাঠ কৰা হয়। প্ৰতি বছৰে শিৱৰাত্ৰি, দৌলোৎসৱ আদি ধৰ্মীয় উৎসৱ-পাৰ্বণ পালন কৰা হয়। দৌল উৎসৱৰ সময়ত দেৱালয়ত পূজা-পাঠ কৰাৰ উপৰি ডাঙৰ মেলা হয়। দেৱালয়ত অগণন ভক্তৰ সমাগম পৰিলক্ষিত হয়।

## ভূমীশ্বৰ মন্দিৰ

গোৱালপাৰা জিলাৰ অন্তৰ্গত দ্বিতীয় উচ্চতম পাহাৰ ভূমীশ্বৰৰ পূব দাঁতিত প্ৰস্তৰ যুগৰ ঐতিহাসিক শিৱ মন্দিৰৰ ধ্বংসাৱশেষ আৰু শিৱভক্ত আজিৰ ৰাজা ঠাকুৰৰ থান বিদ্যমান। প্ৰাচীন ভূমীশ্বৰ শিৱ মন্দিৰৰ নিৰ্মাণ সম্পৰ্কত ঐতিহাসিক সমল বিচাৰি পোৱা নাযায়। পাহাৰৰ ওপৰত প্ৰাচীন শিৱ মন্দিৰৰ ভগ্নাৱশেষহে দেখা যায়। বিদিত আছে যে সম্ভৱতঃ ৰাজা ঠাকুৰেই ভূমীশ্বৰ শিৱ মন্দিৰ নিৰ্মাণ কৰাইছিল। কিন্তু অৱশেষত সেই অঞ্চলৰ ৰাইজে ৰাজা ঠাকুৰকেই দেৱতা হিচাপে জ্ঞান কৰি তেওঁকেই পূজা কৰিবলৈ ধৰিলে। প্ৰত্যেক বছৰৰ ব'হাগ মাহৰ ৬ তাৰিখে উলহ-মালহেৰে সেই অঞ্চলৰ ৰাইজে আড়ম্বৰপূৰ্ণভাৱে ৰাজা ঠাকুৰৰ পূজা-পাঠ কৰে।

## জয়ভূম কামাখ্যা

গোৱালপাৰা চহৰৰ পৰা প্ৰায় ৫০ কিলোমিটাৰ নিলগত ব্ৰহ্মপুত্ৰ নৈৰ পাৰত অতি প্ৰাচীন আৰু ঐতিহাসিক জয়ভূম কামাখ্যা মন্দিৰ অৱস্থিত। ভাৰতবৰ্ষৰ অন্তৰ্গত শক্তি স্থানসমূহৰ ভিতৰত গোৱালপাৰা জিলাত অৱস্থিত জয়ভূম কামাখ্যা অন্যতম। ব্ৰহ্মপুত্ৰ নৈৰ পাৰত এটি সৰু টিলাৰ ওপৰত অৱস্থিত জয়ভূম শক্তিস্থানে ধৰ্মীয় ভাবানুভূতিৰ লগতে ইয়াৰ প্ৰাকৃতিক সৌন্দৰ্যই ভক্ত আৰু দৰ্শনাৰ্থীসকলক আকৰ্ষণ কৰি আহিছে। পূৰ্বতে এই অঞ্চলত জনজাতীয় লোকসকলৰ বসতি আছিল আৰু জনজাতীয় ৰীতি-নীতি আৰু পৰম্পৰাৰে মন্দিৰত দৈনন্দিন পূজা-অৰ্চনা কৰা হৈছিল। ১৮৯৭ খ্ৰীষ্টাব্দৰ বৰভূঁইকঁপত জয়ভূম কামাখ্যা মন্দিৰৰ বিস্তৰ ক্ষতি সাধন হোৱাত পৰৱৰ্তী কালত মেছপাৰাৰ জমিদাৰে এই মন্দিৰ পুনৰ নিৰ্মাণ কৰি দৈনন্দিন পূজা-সেৱাৰ আৰম্ভ কৰে। মন্দিৰৰ নামত প্ৰায় ২৮ বিঘা দেৱোত্তৰ ভূমি থকা বুলিও জনা যায়।

পাহাৰৰ নৈসৰ্গিক সৌন্দৰ্যৰ মাজতে অৱস্থিত জয়ভূম কামাখ্যা মন্দিৰৰ সমীপতে এটি শিৱ মন্দিৰো নিৰ্মাণ কৰা হৈছে।

প্ৰতি বছৰে ইংৰাজী অক্টোবৰ মাহত দূৰ-দূৰণিৰ বিভিন্ন ঠাইৰ পৰাও শক্তিদেৱীৰ পূজা-অৰ্চনাৰ বাবে ভক্তসকল আহি জয়ভূম কামাখ্যাত পদাৰ্পণ কৰে।

## ভোজমালাৰ শ্ৰীশ্ৰীশিৱ মন্দিৰ

গোৱালপাৰা জিলাৰ অন্তৰ্গত কৃষ্ণাই চহৰৰ উত্তৰত হাওৰাঘাট মৌজাত অৱস্থিত ভোজমালা গাঁৱত ঐতিহ্যমণ্ডিত শ্ৰীশ্ৰীশিৱ মন্দিৰ বিদ্যমান। প্ৰাচীন মন্দিৰৰ নিৰ্মাণ সম্পৰ্কত ইতিহাস সম্বলিত বিশেষ লিখিত সমল পোৱা নাযায়। ভোজমালা শিৱ মন্দিৰ নাথ আৰু যোগী সম্প্ৰদায়ৰ ভক্তবৃন্দৰ দ্বাৰা পৰিচালিত বুলিহে জনা যায়। প্ৰবাদ আছে যে অতীজতে বহুতো ধৰ্ম বিশ্বাসী লোকে এই ঠাইতে লগ হৈ শিৱ দেৱতাৰ নাম স্মৰণ কৰি ভোজভাত খাই ঘৰলৈ যায়। সেয়েহে এই ঠাইৰ নাম ভোজমালা গাঁও। এই মন্দিৰত শিৱ দেৱতাৰ শিলত খোদিত কৰা বিগ্ৰহ আছে। শিৱৰ আন এটা নাম অঘোৰ বাবে শিৱ চতুদৰ্শীৰ দিনা মন্দিৰ প্ৰাংগণত উলহ-মালহেৰে অঘোৰা পূজা উদ্‌যাপন কৰাৰ উপৰি শিৱ পূজাও কৰা হয়।

## শাম্ভুশ্বৰ দেৱালয়

গোৱালপাৰা জিলাৰ অন্তৰ্গত শ্ৰীসূৰ্য্য পাহাৰৰ উত্তৰে ব্ৰহ্মপুত্ৰ নদীৰ পাৰত মহাদেৱ পাহাৰ। এই মহাদেৱ পাহাৰতে অতি প্ৰাচীন আৰু ঐতিহাসিক শাম্ভুশ্বৰ দেৱালয় বিদ্যমান। দেৱালয়ৰ মন্দিৰৰ মূল বিগ্ৰহত শিৱলিংগ আছে। এই দেৱালয়ৰ শিৱক শাম্ভুশ্বৰ শিৱ নামেৰেও জনা যায়। শিৱৰ নামানুসৰি দেৱালয়খনো শাম্ভুশ্বৰ শিৱ দেৱালয় হিচাপে খ্যাত। বিপ্ৰ পুৰোহিতৰ দ্বাৰা দৈনন্দিন দেৱালয়ত পূজা-অৰ্চনা কৰা হয়। প্ৰতি বছৰে উদ্‌যাপন কৰা শিৱৰাত্ৰি মেলাত অসংখ্য ভক্তৰ সমাগম পৰিলক্ষিত হয়।

## মৰনৈ শিৱ থান

গোৱালপাৰা জিলাৰ পৰা প্ৰায় ২০ কিলোমিটাৰ নিলগত ঐতিহাসিক মৰনৈ শিৱ থান বিদ্যমান। থানৰ মূল বিগ্ৰহত শিৱলিংগ আছে। থানৰ শিৱলিংগটো খনন কাৰ্য চলাওতে আৱিষ্কাৰ হয় বুলি জনা যায়। আটকধুনীয়া শিৱলিংগটোৰ লগতে আন আন বহুতো মূৰ্তিও আৱিষ্কাৰ হয়। এই মূৰ্তিসমূহৰ ভিতৰত ধ্যানৰত মানুহৰ মূৰ্তি, গাই খীৰাই থকা মানুহৰ মূৰ্তি, গৰুড় মূৰ্তি, উৰন্ত মানৱ, মৈথুনৰত নৰ-নাৰীৰ মূৰ্তি আদি উল্লেখযোগ্য।



থানত এই মূৰ্তিসমূহ সুন্দৰভাৱে সংৰক্ষণ কৰি ৰখা আছে। থানৰ আন্তঃগাঁথনি আৰু ইয়াত আৱিষ্কৃত ভগ্নাৱশেষসমূহৰ পৰা এইটো সহজে অনুমেয় যে পূৰ্বতে ইয়াত মন্দিৰ আছিল।

থানত দৈনন্দিন পূজা-অৰ্চনা কৰা হয়। ৰাইজৰ দান-বৰঙণিৰে থান পৰিচালনাৰ কাম-কাজ কৰা হয়। মনোকামনা পূৰণাৰ্থে অনেক দূৰ-দূৰণিৰ ভক্ত আৰু দৰ্শনাৰ্থীয়ে মৰনৈ শিৱ থানত আহি প্ৰণিপাত জনায়।

## কালী থান

গোৱালপাৰা জিলাৰ অন্তৰ্গত দুধনৈৰ পৰা প্ৰায় ৮ কিলোমিটাৰ পশ্চিম-দক্ষিণ দিশত প্ৰাচীন আৰু মহিমামণ্ডিত এখন কালী থান আছে। ঐতিহ্যমণ্ডিত কালী গোসানীৰ এই থানকে 'আইথান' বুলি জনা যায়। থানত বলি-বিধান আছে। অতি জাগ্ৰত হিচাপে খ্যাত আইথানলৈ দৈনন্দিন অনেক ভক্তৰ সমাগম পৰিলক্ষিত হয়।

## শ্ৰীৰামচন্দ্ৰ থান

গোৱালপাৰা জিলাৰ অন্তৰ্গত ৰংজুলিত শ্ৰীৰামচন্দ্ৰ থান বিদ্যমান। থানৰ মন্দিৰৰ ভিতৰত ভগৱান শ্ৰীৰামচন্দ্ৰৰ মূৰ্তি আছে। শ্ৰীৰামচন্দ্ৰ থানৰ নিৰ্মাণ সম্পৰ্কত বিশেষ লিখিত ঐতিহাসিক সমল বিচাৰি পোৱা নাযায়। বিদিত আছে যে ভগৱান ৰামচন্দ্ৰই ইয়াতেই হোলি খেলিছিল। মন্দিৰত বৰ্তমান ৰামচন্দ্ৰৰ মূৰ্তিৰ লগতে সীতা, হনুমান আৰু শ্ৰীকৃষ্ণৰ মূৰ্তিও বিদ্যমান। ইয়াৰ উপৰি এটা শালগ্ৰাম মূৰ্তিও আছে।



থানত ৰাজহুৱাভাৱে পূজা-পাঠ কৰা হয়। শ্ৰীৰামচন্দ্ৰ থানত প্ৰতি বছৰে দৌলোৎসৱ বৰ আড়ম্বৰপূৰ্ণভাৱে উদ্‌যাপন কৰা হয়। দৌল উৎসৱৰ সময়ত মন্দিৰৰ বিগ্ৰহকেইটা

উলিয়াই আনি দৌলৰ ওপৰত স্থাপন কৰি উৎসৱ সমাপ্তিৰ পাছত পুনৰ মন্দিৰত স্থাপন কৰা হয়। থানত থকা দৌলটো পূৰ্বতে মাটিৰে নিৰ্মিত আছিল যদিও বৰ্তমান পকীকৰণ কৰা হৈছে।

## চিতলমাৰী থান

গোৱালপাৰা জিলাৰ অন্তৰ্গত ৰংজুলিৰ পৰা প্ৰায় ১০ কিলোমিটাৰ উত্তৰ-পূব দিশত চিতলমাৰী পাহাৰত অৱস্থিত অতি প্ৰাচীন থান। থান সম্পৰ্কত বিশেষ ঐতিহাসিক সমল বিচাৰি পোৱা নাযায়। ইয়াত জপোৱা শিল হিচাপে খ্যাত এডোখৰ প্ৰকাণ্ড শিলকে দৈৱশক্তি মান্য কৰি মানুহে ভক্তিত গদগদ হৈ পূজা-পাঠ কৰি আহিছে। বিদিত আছে যে পূৰ্বতে এই ঠাইত এগৰাকী দেৱকন্যা আছিল। অতীজতে বিয়া-সবাহৰ আগে আগে নৈবেদ্য দি প্ৰয়োজনীয় বস্তু-বাহানি মাগিলে পোৱা যায়। পাছত কোনো দুষ্টলোকে বস্তু ঘূৰাই নিদিয়াত এতিয়া একো নাপায়।

## মাদাৰতোলাৰ বুঢ়া-বুঢ়ীৰ থান

গোৱালপাৰা জিলাৰ পৰা লক্ষ্মীপুৰ পথত জলেশ্বৰৰ কাষত ব্ৰহ্মপুত্ৰ নৈৰ পাৰত প্ৰাচীন আৰু ঐতিহাসিক বুঢ়া-বুঢ়ীৰ থান অৱস্থিত। প্ৰাচীন এই বুঢ়া-বুঢ়ীৰ থানত দৈনিক অগণন ভক্তৰ সমাগম পৰিলক্ষিত হয়। এই বুঢ়া-বুঢ়ীৰ থান সম্পৰ্কত এটি জনশ্ৰুতি আছে। পূৰ্বতে এই ঠাইত এহাল ধৰ্মপ্ৰাণ বুঢ়া-বুঢীয়ে বসবাস কৰিছিল। বুঢ়া-বুঢ়ীয়ে গৰখীয়া পূজা কৰিছিল। পূজাৰ প্ৰসাদ হিচাপে নিতৌ গৰখীয়াসকলৰ মাজত পৰমান্ন বিতৰণ কৰিছিল। কালক্ৰমত বুঢ়া-বুঢ়ী শিলাৰূপে সেই স্থানতে অৱস্থান কৰে। বুঢ়া-বুঢ়ীয়ে শিলাৰূপ ধাৰণ কৰাত ভগৱানৰ অৱতাৰ হিচাপে মান্য কৰি স্থানীয় লোকে এই শিলাৰূপী বুঢ়া-বুঢ়ীৰ পূজা-পাঠ আৰম্ভ কৰে। তেতিয়াৰে পৰাই মহিমামণ্ডিত এই বুঢ়া-বুঢ়ীৰ থানলৈ ভক্তপ্ৰাণ লোকসকলে মনোকামনা পূৰণাৰ্থে অতি ভক্তি ভাবেৰে নৈবেদ্য আদি আগবঢ়াই আহিছে। থানত উদ্‌যাপন কৰা ধৰ্মীয় উৎসৱ-পাৰ্বণত দূৰ-দূৰণিৰ ভক্তবৃন্দয়ো বুঢ়া-বুঢ়ীৰ থানত ভক্তি সহকাৰে আহি প্ৰণিপাত জনায়।

## কিল্লা থান

অসমৰ প্ৰাচীন আৰু ঐতিহাসিক থানসমূহৰ ভিতৰত গোৱালপাৰাৰ ৰংজুলিৰ সমীপৰ কিল্লা থান অন্যতম। অতি জাগ্ৰত ভগৱতীৰ থান। কিল্লা থান সম্পৰ্কত পি. ডি. চৌধুৰীৰ

'Archaeology in Assam' পুথিখনত এইদৰে লিখিছে— 'A Site of worship relating to Bhagawati, remains of all brick structures are extant.' তেখেতৰ পুথি মতে সম্ভৱতঃ মধ্য যুগৰ শেষৰফালে এই থান নিৰ্মাণ কৰা হয়। থানৰ চাৰিওফালে ইটাৰ ভগ্নাৱশেষ সিঁচৰতি হৈ আছে। বিদিত আছে যে অঞ্চলৰ প্ৰতিৰক্ষাৰ বাবে বিজনীৰ ৰজাই ইয়াত দুৰ্গ বা কিল্লা পাতিছিল। থানত টুক্ৰেশ্বৰী দেৱীৰ পূজাৰ লগত সামঞ্জস্য ৰাখি কিল্লা থানৰ ভগৱতীৰো পূজা-অৰ্চনা কৰা হয়। দূৰ-দূৰণিৰ অনেক ভক্ত আৰু দৰ্শনাৰ্থী আহি কিল্লা থানৰ ভগৱতীৰ ওচৰত প্ৰণিপাত জনায়।

## মহাদেৱ পাহাৰৰ শিৱলিংগ

গোৱালপাৰা স্থিত শ্ৰীসূৰ্য্য পাহাৰৰ সমীপত ব্ৰহ্মপুত্ৰ নৈৰ পাৰত মহাদেৱ পাহাৰ। এই ঐতিহাসিক মহাদেৱ পাহাৰত শিলত খোদিত বহুতো শিৱলিংগ আছে। পাহাৰৰ শিলত খোদিত এই শিৱলিংগসমূহ সম্ভৱতঃ প্ৰাক্ আহোম যুগৰ বুলি জনা যায়। প্ৰতি বছৰে ইয়াত শিৱৰাত্ৰি উৎসৱ পালন কৰা হয়। শিৱৰাত্ৰিৰ লগত সংগতি ৰাখি ইয়াত ডাঙৰ মেলাও হয়।

## জৈন মন্দিৰ

জৈন ধৰ্মাৱলম্বী লোকৰ পূজা-সেৱাৰ স্থলী জৈন মন্দিৰ গোৱালপাৰা নগৰত অৱস্থিত। এই মন্দিৰত দৈনন্দিন অগণন জৈন ধৰ্মাৱলম্বী লোকৰ সমাগম হয় আৰু দৈনিক পূজা-অৰ্চনা কৰা হয়।

## পীৰ চাহাবৰ মাঝাৰ শ্বৰিফ

গোৱালপাৰা জিলাৰ অন্তৰ্গত জলেশ্বৰ কাটাৰীহাৰাত শ্বাহ চৈয়দ নাচিৰুদ্দিন কাডেৰিৰ মাঝাৰ শ্বৰিফ অৱস্থিত। মুছলমান সম্প্ৰদায়ৰ এই মহান পীৰজনা ইৰাকৰ ৰাজধানী বাগদাদৰ পৰা অহা বুলি জনা যায়। বাগদাদৰ পৰা অহা হেতুকেই পীৰজনা 'বাগদাদী' হিচাপেও খ্যাত আছিল। মাঘ মাহত উৰুচ উৎসৱৰ দিনা পীৰজনাৰ মাঝাৰ শ্বৰিফলৈ অসম তথা সুদূৰ পশ্চিমবংগ আদি ঠাইৰো হাজাৰ হাজাৰ মুছলমান ধৰ্মাৱলম্বী লোকে আধ্যাত্মিক জ্ঞানৰ ভঁৰাল পীৰজনাৰ আশীৰ্বাদ বিচাৰি মাঝাৰ শ্বৰিফত আহি প্ৰণিপাত জনায়। মহান পীৰ শ্বাহ চৈয়দ নাচিৰুদ্দিন কাডেৰি পোনপ্ৰথমে জলেশ্বৰ অঞ্চললৈ আহি জমিদাৰৰ পৰা ভূ-সম্পত্তি লৈ সংস্থাপিত হৈছিল বুলি জনা যায়। গোৱালপাৰাকে ধৰি



অন্যান্য ঠাইৰ হিন্দু-মুছলমান উভয় সম্প্ৰদায়ৰ লোকেই শৈক্ষিক দিশত পীৰজনাই আগবঢ়োৱা অৱদানত যথেষ্ট অনুপ্ৰাণিত হৈছিল।

পীৰ চাহাবৰ মাঝাৰ শ্বৰিফৰ মৈদামটো চালে চকু ৰোৱা। মৈদামটোত মোগল স্থাপত্য-ভাস্কৰ্যৰ সুন্দৰ নিদৰ্শন পৰিস্ফুট। মৈদামটো তাজমহলৰ লেখিয়াকৈ নিৰ্মাণ কৰা আছে। ভিতৰত আৰবীয় কলা-কৌশল খটোৱা।

## পাঞ্জাতনৰ বা ডকাইদলৰ দৰগাহ

প্ৰাচীনতম তথা ঐতিহাসিক দৰগাহসমূহৰ ভিতৰত অন্যতম পাঞ্জাতনৰ দৰগাহ বা ডকাইদ"ৰ দৰগাহ গোৱালপাৰা চহৰৰ পৰা প্ৰায় ১৫ কিলোমিটাৰ দক্ষিণ-পূবে আৰু শ্ৰীসূৰ্য্য পাহাৰৰ পৰা ৩ কিলোমিটাৰ পূবে থকা ডকাইদল গাঁৱৰ উত্তৰে ব্ৰহ্মপুত্ৰ নৈৰ পাৰত অ স্থত। বিদিত আছে যে, মুছলমান লোকসকলে আক্ৰমণ কৰাৰ সময়ত তেওঁলোকৰ কোনোবা এজন পীৰৰ এই স্থানতেই পৰলোকপ্ৰাপ্তি হোৱাত তেওঁক ইয়াতেই কবৰ দিয়া হৈছিল। তেওঁৰ কবৰ ভূমি থকা কাৰণেই এই ঠাইত এইখন দৰগাহৰ সৃষ্টি বুলি ক'ব পাৰি। দৰগাহটো কেতিয়া নিৰ্মাণ কৰা হৈছিল সেই সন্দৰ্ভত বিশেষ সমল বিচাৰি পোৱা নাযায়। এই দৰগাহৰ চাৰিওফালে ইটাৰ দেৱাল দি সুন্দৰভাৱে নানা ৰং-বিৰঙৰ ফুলৰ গছ ৰুই সু-সজ্জিত কৰি ৰখা হৈছে। প্ৰাচীন দৰগাহ ব্ৰহ্মপুত্ৰৰ গৰাখহনীয়াত ধ্বংসপ্ৰাপ্ত হোৱাত নতুনকৈ সেই ঠাইতে দৰগাহটো নিৰ্মাণ কৰা হৈছে। প্ৰত্যেক বছৰে দৰগাহত মহৰম উৎসৱ বৰ উলহ-মালহেৰে উদ্‌যাপন কৰা হয়।

## পীৰ মাঝাৰ

অতি জাগ্ৰত হিচাপে পৰিগণিত হজৰত চৈয়দ আব্দুল কাচেম খাৰাছানীৰ মাঝাৰ গোৱালপাৰা চহৰৰ সৌমাজত অৱস্থিত। আধ্যাত্মিক গুণসম্পন্ন ব্যক্তিত্বৰ অধিকাৰী এই পীৰজনাই অষ্টাদশ শতাব্দীৰ মাজভাগত খোৰাছাল দেশৰ নিয়াজি খেলত জন্মলাভ কৰিছিল। নিজৰ জন্মস্থানৰ পৰাই ধৰ্মীয় যাত্ৰাৰম্ভ কৰি এসময়ত বৰ্তমান বাংলাদেশৰ ৰংপুৰত অৱস্থান কৰে। তাৰ পৰা আহি পীৰজনাই শেষত গোৱালপাৰাত নিগাজিকৈ থাকি ধৰ্মীয় শিক্ষা

সম্প্ৰসাৰণত নিয়োজিত হৈ থাকি ১৮৯৬ খ্ৰীষ্টাব্দত ইহলীলা সম্বৰণ কৰে। মানৱতা, ন্যায়, সত্যবাদিতা, পৰোপকাৰিতা আৰু সহিষ্ণুতা আদৰ্শৰ বাণীকে জীৱনৰ ব্ৰত হিচাপে সৰোগত কৰি আধ্যাত্মিক শিক্ষা সম্প্ৰসাৰণত নিয়োজিত হৈ পৰা চৈয়দ আব্দুল কাচেম খাৰাছানীয়ে জাতি, ধৰ্ম, বৰ্ণ নিৰ্বিশেষে সকলোকে সমদৃষ্টিৰে চাইছিল আৰু অজ্ঞানতা আঁতৰাই জ্ঞানৰ পোহৰ বিলাবলৈ যৎপৰোনাস্তি চেষ্টা কৰিছিল। এই মহান পীৰজনাৰ প্ৰতি ভক্তিত গদগদহৈ হিন্দু-মুছলমান উভয় সম্প্ৰদায়ৰ লোকেই পীৰজনাৰ আশীষ বিচাৰি তেওঁৰ মাঝাৰ শ্বৰিফত পদাৰ্পণ কৰে। প্ৰতি বছৰে আৰবী চফৰ মাহৰ ২১ তাৰিখে পীৰজনাৰ মৃত্যুবাৰ্ষিকী পালন কৰা হয়। উৰুচ উৎসৱৰ দিনা মাঝাৰ শ্বৰীফত হাজাৰ হাজাৰ লোকৰ আগমন পৰিলক্ষিত হয়।

## চৈতন্য গৌড়ীয় মঠ

গোৱালপাৰা স্থিত চৈতন্য গৌড়ীয় মঠ ১৯৬৯ খ্ৰীষ্টাব্দত চৈতন্য ধৰ্ম-সংস্কৃতি সম্প্ৰসাৰণৰ উদ্দেশ্যে নিত্যলীলা প্ৰবিষ্ট ওঁ ১০৮ শ্ৰীশ্ৰীমদ্‌ভক্তিদয়িত মাধব গোস্বামী বিষ্ণুপাদে স্থাপন কৰে। অত্যাধুনিক স্থাপত্য-ভাস্কৰ্য খোদিত গৌড়ীয় মঠত দৈনন্দিন পূজা-অৰ্চনা, সংকীৰ্তন আদি কৰা হয়। মঠৰ মূল বিগ্ৰহত ৰাধা-কৃষ্ণৰ মূৰ্তি বিদ্যমান। মঠ প্ৰাংগণত দৈনন্দিন কীৰ্তন পাঠ, আৰতি আদি কৰা হয়। প্ৰতি বছৰে মঠত জন্মাষ্টমী, ৰাধা অষ্টমী, ঝুলন যাত্ৰা আদি উৎসব পালন কৰা হয়। দূৰণিবটীয়া ভক্তবৃন্দয়ো শ্ৰীচৈতন্যদেৱৰ নামত ভোগ আগবঢ়ায়। ভোগ হিচাপে পৰমান্ন আগবঢ়োৱা হয়।



## সত্ৰ/সচং

### শ্যামৰায় সত্ৰ

গোৱালপাৰা চহৰৰ সীমাজত ঐতিহ্যমণ্ডিত মহাপুৰুষীয়া সত্ৰসমূহৰ অন্যতম শ্যামৰায় সত্ৰ অৱস্থিত। বৈষ্ণৱ সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ হিচাপে পৰিগণিত শ্যামৰায় সত্ৰ পূৰ্বতে স্বৰ্গীয় ৰঘুদেৱ আৰু তেৰাৰ ভাতৃ কুশ মেধিয়ে তত্বাৱধান কৰি আছিল। কালক্ৰমত গোৱালপাৰাৰ স্থানীয় ৰাইজে একগোট হৈ সত্ৰখনৰ উন্নয়ন তথা স্থায়ীভাৱে পুনৰ নিৰ্মাণৰ সিদ্ধান্ত গ্ৰহণ

কৰে। সেইমৰ্মে ৰাইজে একগোট হৈ মেচপাৰাৰ জমিদাৰৰ ওচৰলৈ গৈ সত্ৰ স্থাপনৰ বিষয়ে অৱগত কৰাত জমিদাৰে গোৱালপাৰা চহৰৰ সোঁমাজত ৮ বিঘা মাটি সত্ৰৰ নামত দান হিচাপে দিয়ে। স্থাপন হোৱা দিনৰে পৰাই বৰ্তমানলৈ বৈষ্ণৱ ধৰ্মীয় পৰম্পৰা অনুসৰি সত্ৰত দৈনন্দিন নাম-প্ৰসংগৰ লগতে ধৰ্মীয় উৎসৱ-পাৰ্বণ পালন কৰি অহা হৈছে। সত্ৰত মহাপুৰুষ শংকৰদেৱৰ অস্থি সংৰক্ষণ কৰি ৰখা আছে। শুক্লা দশমীত সত্ৰত পতা শংকৰ জয়ন্তীৰ দিনাখন সত্ৰৰ চৌহদত এই অস্থি প্ৰদৰ্শন কৰা হয়।

## কঠালমূৰী সত্ৰ

দামোদৰদেৱৰ বংশধৰ বসুদেৱ গোস্বামীদেৱে প্ৰতিষ্ঠা কৰা কঠালমূৰী সত্ৰ গোৱালপাৰা জিলাৰ অন্তৰ্গত হাবৰাঘাট মৌজাৰ ধনুভঙাৰ নিলগত অৱস্থিত। সত্ৰখনি পৰিচালনা কৰিবলৈ বিজনী ৰাজ্যৰ মুকুন্দ নাৰায়ণদেৱে সত্ৰৰ প্ৰতিষ্ঠাপক বসুদেৱ গোস্বামীৰ নামত পানছা গাঁওখন ১১৯২ ভাস্কৰাব্দৰ ১৯ ফাগুন তাৰিখে দেৱোত্তৰ কৰি দিয়ে বুলি জনা যায়।

## খেকাপাৰা সত্ৰ

মহাপুৰুষ মাধৱদেৱৰ ভাগিন আৰু মাধৱদেৱে পতা বাৰ আচাৰ্যৰ এজন ৰামচৰণ ঠাকুৰ। এইজনা ৰামচৰণ ঠাকুৰে স্থাপন কৰা সত্ৰসমূহৰ ভিতৰত অন্যতম খেকাপাৰা সত্ৰ গোৱালপাৰা জিলাৰ অন্তৰ্গত ধূপধৰাৰ প্ৰায় ৪ মাইল উত্তৰ-পশ্চিমে অৱস্থিত।

## দলগোমা সত্ৰ

মাধৱ গুৰুজনাৰ ভাগিন ৰামচৰণ ঠাকুৰে প্ৰতিষ্ঠা কৰা দলগোমা সত্ৰ গোৱালপাৰা জিলাৰ অন্তৰ্গত ধূপধৰাৰ উত্তৰ-পশ্চিমে থকা খেকাপাৰা সত্ৰৰ সমীপত বিদ্যমান।

## বালিজানা সত্ৰ

লক্ষ্মীপুৰৰ জমিদাৰসকলে প্ৰতিষ্ঠা কৰা বালিজানা সত্ৰ গোৱালপাৰা জিলাৰ অন্তৰ্গত আগিয়াৰ পশ্চিমে বালিজানা গাঁৱত অৱস্থিত। পূৰ্বতে সত্ৰখনি লক্ষ্মীপুৰৰ সদৰ ঠাইত আছিল। মহাপুৰুষ মাধৱদেৱৰ ভাগিন ৰামচৰণ ঠাকুৰৰ নাতি নৰহৰিৰ বংশধৰ কোনো লোকে বৰ্তমান সত্ৰৰ সত্ৰাধিকাৰৰ পদত অধিষ্ঠিত হৈ আছে।

ভিতৰ পৃষ্ঠাত

- ☐ বৰপেটা জিলা ঃ এটি পৰিচয়মূলক টোকা
- ☐ মঠ-মন্দিৰ/দেৱালয়

○পৰিহৰেশ্বৰ দেৱালয় ○ভোগেশ্বৰ গোসাঁইৰ থান ○কলীবাৰী থান ○চকাবাউসী গাঁৱৰ শ্ৰীশ্ৰীশিৱ মন্দিৰ ○শ্ৰীশ্ৰীগৰখীয়া গোসাঁই থান ○ৰাজাটিপ ○তেলোলীয়া গোসাঁইৰ থান ○ৰায়তপাৰা শিৱথান ○কুমাৰকুছি থান ○চৈতন্য গৌড়ীয় মঠ ○ভেল্লা দৰগাহ

- ☐ সত্ৰ/সচং

○বৰপেটা সত্ৰ ○গণককুছি সত্ৰ ○সুন্দৰীদিয়া সত্ৰ ○পাটবাউসী সত্ৰ ○ন-সত্ৰ ○অকয়া সত্ৰ ○চুণপোৰা ভিঠি (পালেংদিহাটী) ○বহৰি সত্ৰ ○ভৱানীপুৰ সত্ৰ ○কালজাৰ সত্ৰ ○গোবিন্দপুৰ সত্ৰ ○ব্যাসকুছি সত্ৰ ○ভালুকী সত্ৰ ○মৈৰামাৰা নমাটি সত্ৰ ○হৰিপুৰ সত্ৰ ○বেজকুছি সত্ৰ ○বাদেশিলা সত্ৰ ○পল্লা সত্ৰ ○আমৃখোৱা সত্ৰ ○বনিয়াকুছি সত্ৰ ○বনিয়াকুছি মৰৰ সত্ৰ ○বনিয়াকুছি মাজৰ সত্ৰ ○লছিমা সত্ৰ ○ৰাউলী সত্ৰ ○বৰকাপলা সত্ৰ ○বৰলা সত্ৰ ○মনেৰী সত্ৰ ○কালজিৰাপাৰা সত্ৰ ○পোমৰা সত্ৰ ○বৰগোমূৰা সত্ৰ ○বেতবাৰী সত্ৰ ○হৰিদেৱ সত্ৰ ○হালধা সত্ৰ ○আনন্দপুৰ সত্ৰ ○চামৰাদ্বাৰ সত্ৰ ○টঙাৰকুৰ সত্ৰ ○সিদ্ধপুৰ সত্ৰ ○পাটা সত্ৰ ○শুভা সত্ৰ ○গুৱাগাছা সত্ৰ ○বামুণা সত্ৰ ○মালচা সত্ৰ ○কেওটকুছি সত্ৰ ○আনন্দপুৰ সত্ৰ ○কৈহাটী সত্ৰ ○গজিয়া সত্ৰ ○গোমূৰা সত্ৰ ○চিলা সত্ৰ ○জাৰাবাৰী সত্ৰ ○জোৰাৰদি সত্ৰ ○ঝাৰাবাৰী সত্ৰ ○পীৰলা সত্ৰ ○পোৰাভঁৰাল সত্ৰ ○বামখাতা সত্ৰ ○কাৰসাম্না সত্ৰ ○কুৰোবাহা সত্ৰ

## বৰপেটা জিলা ঃ এটি পৰিচয়মূলক টোকা

অসমৰ শাসনাধিষ্ঠিত জিলাসমূহৰ ভিতৰত বৰপেটা জিলাও এখন। বৰ্তমানৰ বৰপেটা জিলাৰ চাৰিসীমা হিচাপে উত্তৰে ভূটান আৰু বাগ্‌চা জিলা, পূবে কামৰূপ জিলা আৰু দক্ষিণে কামৰূপ আৰু গোৱালপাৰা জিলা, পশ্চিমে বঙাইগাঁও আৰু গোৱালপাৰা জিলা। ২০০১ চনৰ লোকপিয়ল মতে জিলাখনৰ মুঠ মাটিকালি ৩,২৪৫ বৰ্গ কিলোমিটাৰ আৰু জনসংখ্যা ১৬,৪২,৪২০। হিন্দু-মুছলমান উভয় সম্প্ৰদায়ৰ লোকেই ইয়াত বসবাস কৰি আহিছে। বৰপেটা মূলতঃ কৃষিভিত্তিক যদিও চাকৰিজীৱী আৰু ব্যৱসায়ী লোকৰ সংখ্যাও আপেক্ষিকভাৱে কম নহয়। কৃষি আৰু ক্ষুদ্ৰ উদ্যোগে জিলাখনৰ অৰ্থনৈতিক দিশত যথেষ্ট অৱদান আগবঢ়াই আহিছে। কৃষিজাত




সামগ্ৰীসমূহৰ ভিতৰত ধান, মাহ, কুঁহিয়াৰ, মৰাপাট আৰু ৰবি শস্যই প্ৰধান। আনহাতে ক্ষুদ্ৰ উদ্যোগৰ ভিতৰত কাঁহ-পিতলৰ উদ্যোগ, বাঁহ-বেতৰ উদ্যোগ, মৃৎ শিল্প আদিয়েই প্ৰধান।

জিলাখনৰ মুঠ জনসংখ্যাৰ ৫৭.৩৫ শতাংশই স্বাক্ষৰ। শিক্ষাৰ অগ্ৰগতিৰ লগে লগে সামন্তৰালভাৱে সাহিত্য-সংস্কৃতিৰ দিশতো বৰপেটা আগৰণুৱা। জিলাৰ অন্তৰ্গত পাঠশালাতেই ১৯৬৩ চনত পোনপ্ৰথমে ভ্ৰাম্যমাণ নাট্যগোষ্ঠীয়ে জন্মলাভ কৰে। সাহিত্য-সংস্কৃতিৰ লগে লগে ধৰ্মীয় দিশতো বৰপেটা আগবঢ়া। ইয়াৰ বিভিন্ন অঞ্চলত বহুতো মঠ-মন্দিৰ, থান, সত্ৰ-সচং, দৰগাহ আদি বিদ্যমান যদিও বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱ আপেক্ষিকভাৱে বেছি যেন দেখা যায়। মহাপুৰুষ শংকৰদেৱ, মাধৱদেৱ, দামোদৰদেৱ, হৰিদেৱ, ভট্টদেৱ, গোপাল আতা প্ৰভৃতি বৈষ্ণৱ গুৰুসকলৰ চৰণ-ধূলিৰে বৰপেটা পৱিত্ৰ। গুৰুসকলৰ আজ্ঞানুসৰি বৰ্তমান বৰপেটা জিলাৰ বিভিন্ন অঞ্চলত স্থাপন কৰা সত্ৰ-সচং আদি আজিও পৰিদৃশ্যমান হৈ আছে। সাহিত্য-সংস্কৃতি, ধৰ্মীয় পৰম্পৰা আৰু কৰ্ম-সংস্কৃতিয়েই বৰপেটা জিলাৰ বাসিন্দাসকলক একতাৰ ডোলেৰে বান্ধি ৰাখিছে।

## পৰিহৰেশ্বৰ দেৱালয়

বুৰঞ্জী প্ৰসিদ্ধ পৰিহৰেশ্বৰ দেৱালয় বৰ্তমান বৰপেটা জিলাৰ বজালী মহকুমাৰ অন্তৰ্গত, পাঠশালা চহৰৰ পৰা প্ৰায় আঢ়ৈ কিলোমিটাৰ দক্ষিণে ডুবি গাঁৱত অৱস্থিত। ৰজা শিৱসিংহৰ ৰাজত্ব কালত (১৭১৪-৪৪ খ্ৰীষ্টাব্দত) পৰিহৰেশ্বৰ দেৱালয় নিৰ্মাণ কৰা হয়। দেৱালয়ৰ মূল শিৱ বিগ্ৰহটো ভূ-পৃষ্ঠৰ পৰা প্ৰায় ১৪ ফুট তলত ২০০ বৰ্গফুট আয়তনৰ চাৰিকোণীয়া গহ্বৰ এটিৰ ভিতৰত এক শিলাখণ্ডৰ ওপৰত উপবিষ্ট হৈ আছে। গৌৰীপীঠ বা যোনিপীঠ



মূল বিগ্ৰহৰ তলত অৱস্থিত। বিগ্ৰহৰ পাদ্য-অৰ্ঘ্য গৌৰীপীঠেৰে গৈ মন্দিৰৰ লগত সংলগ্ন কুণ্ডত পৰাৰ ব্যৱস্থা আছে। দেৱালয়ৰ উত্তৰ কাষত থকা ভিতৰ পুখুৰীলৈ আচৰিত ধৰণৰ প্ৰাকৃতিকভাৱে সৃষ্ট এটা বিশেষ নলা আছে। পূজাৰ পাদ্য-অৰ্ঘ্য এই নলাৰে গৈ পুখুৰীত পৰাৰ ব্যৱস্থা আছে।

জনশ্ৰুতি মতে গনা গাঁৱৰ ধৰ্মবৰ নামৰ এক ব্ৰাহ্মণৰ খীৰতী গাইজনীয়ে পুষ্পভদ্ৰা নৈৰ পাৰত নল, খাগৰি, বিৰিণাৰে পৰিবেষ্টিত জাৰণিত গৈ বিৰিণা বনৰ ওপৰত গাখীৰ দান কৰে। গাইজনীৰ ওহাৰৰ পৰা আপোনা-আপুনি গাখীৰ পৰি থকা গাঁওবাসীৰ পৰিলক্ষিত হয় আৰু কথাটো ধৰ্মবৰ ব্ৰাহ্মণক কৰ্ণগোচৰ কৰে। পিছদিনা ধৰ্মবৰ ব্ৰাহ্মণেও কথাটো প্ৰত্যক্ষ কৰে আৰু বিৰিণাজোপাৰ তলত কিনো আছে বুলি কোৰ এখন আনি খান্দি চালে। খান্দি দেখিলে এক শিলাখণ্ড। ধৰ্মবৰ ব্ৰাহ্মণে বহু কষ্ট কৰিও শিলটো উঠাব নোৱাৰিলে। পাছত গাঁওবাসীৰ লগ লাগি শিলডোখৰ তুলিবলৈ চেষ্টা কৰিও বিফল হয়। এৰং যিমানে শিলছটা উঠাবলৈ চেষ্টা কৰে সিমানে শিলছটা তললৈহে নামি যায়। ইয়াৰ পাছত ৰাতি এক দেৱ মূৰ্তিয়ে ধৰ্মবৰ ব্ৰাহ্মণক স্বপ্নাদেশ কৰিলে এইবুলি — 'মই শিব, তাতে আছো, তাত এটা মন্দিৰ নিৰ্মাণ কৰি মোক পূজা-পাতল কৰিবা। তোমালোকৰ মংগল হ'ব।' ৰাতিপুৱা ব্ৰাহ্মণে কথাটো গাঁওবাসীক জনালে।

আহুকালে-পাহুকাণে কথাটো ৰজা শিৱসিংহৰ কাণত পৰিল আৰু ঠাইৰ মাহাত্ম্য বুজি তাত এটা মন্দিৰ নিৰ্মাণ কৰি দিয়ে। মন্দিৰৰ সু-পৰিচালনাৰ বাবে ৭৬০ পুৰা ভূমি আৰু ৫৭ গোট পাইক দান কৰিছিল।

দেৱালয়ত বৰৰজা ফুলেশ্বৰীয়ে দান কৰা এটা অষ্টভূজা দুৰ্গা মূৰ্তি আছে। ইয়াৰ উপৰি বলৰাম, বিষ্ণু আৰু শিব পঞ্চাননৰ মূৰ্তি আছে। মন্দিৰৰ ভিতৰত টাঙালীয়া গোসাঁইৰ এটা চতুৰ্ভুজ মূৰ্তি আছে। মন্দিৰত বিভিন্ন সময়ত বিভিন্নজনে দান কৰা অনেক মূৰ্তি আৰু শালগ্ৰাম আছে। পৰিহৰেশ্বৰ দেৱালয়ত প্ৰতি বছৰে শিৱ, দুৰ্গা আৰু বিষ্ণু দেৱতাৰ পূজা কৰা হয়। মাঘৰ বিহুত দেৱালয়ত অগনন ভক্তৰ সমাগম আজিও দেখা যায়।

## ভোগেশ্বৰ গোসাঁইৰ থান

বজালী অঞ্চলৰ অতি প্ৰাচীন আৰু ঐতিহাসিক থানসমূহৰ ভিতৰত ভোগেশ্বৰ গোসাঁইৰ থান অন্যতম। পাটাছাৰকুছিৰ উত্তৰে উলুবা গাঁৱত কালদিয়া নৈৰ পাৰত অৱস্থিত ভোগেশ্বৰ গোসাঁইৰ থানখন অতি মহিমাযুক্ত। বিদিত আছে যে কোনো অবিবাহিত ছোৱালী ভাল দৰা পাবলৈ থানত নৈবেদ্য আগবঢ়াই বৰ মাগিলে মনোকামনা পূৰ্ণ হয়। মাঘ বিহুত বিশেষকৈ বৰবিহু আৰু তাৰ পিছদিনা ভোগেশ্বৰ গোসাঁইৰ থানত অনেক ভক্তৰ সমাগম আজিও পৰিলক্ষিত হয়। উলুবা গাঁৱৰ প্ৰবাদমতে থানৰ দেউৰীসকলে যদি গোসাঁইক দান কৰা বস্তুৰ হৰণ-ভগন বা পৰিৱেশন কৰাত আপোন-পৰ কৰে তেনেহ'লে সেই দেউৰীৰ বংশনাশ হয়। থানত মণিকূটসহ নামঘৰ বৰ্তমান পকী কৰা হৈছে।

## কলীবাৰী থান

বজালী মহকুমাৰ অন্তৰ্গত জালিখাতা গাঁৱত কালদিয়া নৈৰ পাৰত সুন্দৰ এক প্ৰাকৃতিক পৰিৱেশত এজোপা সুবিশাল ধোপবৃক্ষক কেন্দ্ৰ কৰিয়েই গঢ় লৈ উঠিছে এখন পবিত্ৰ থান। স্থানীয়ভাৱে থানখন কলীবাৰী থান হিচাপে খ্যাত। ধোপবৃক্ষ জোপাৰ মূল গা-গছৰ পৰিধি ১৮.৫ মিটাৰ আৰু ডাল-পাতৰ পৰিধি ২৫৮ মিটাৰ। স্তম্ভমূল প্ৰায় ২১ মিটাৰ পৰ্যন্ত বিস্তৃত। বায়বীয় শিপাৰ সংখ্যা বৰ্তমানলৈ ৬৩০ ডাল। এই সুবিশাল ধোপবৃক্ষ জোপাৰ পশ্চিমে আন এজোপা ধোপবৃক্ষৰো ঠাল-ঠেঙুলি বৃদ্ধি পাই আহিছে।



এই সুবিশাল ধোপবৃক্ষৰ তলতেই মণিকূটসহ প্ৰায় ৬০০ বৰ্গফুটৰ এটি নামঘৰ নিৰ্মাণ কৰা হৈছে। মন্দিৰৰ মূল বিগ্ৰহত দৈনন্দিন পূজা-অৰ্চনা কৰা হয়। স্থানীয় আৰু দূৰণিবটীয়া অনেক ভক্তই থানত নৈবেদ্য আদি আগবঢ়ায়। প্ৰকৃতিৰ নৈসৰ্গিক সৌন্দৰ্য আৰু ধৰ্মীয় ভাবানুভূতিয়ে অনেক দৰ্শনাৰ্থী আৰু ভক্তসকলক আকৰ্ষিত কৰি আহিছে।

## চকাবাউসী গাঁৱৰ শ্ৰীশ্ৰীশিৱ মন্দিৰ

বৰপেটা জিলাৰ অতি প্ৰাচীন শিৱ মন্দিৰৰ ভিতৰত ৩১ নং ৰাষ্ট্ৰীয় ঘাইপথৰ সমীপত

চকাবাউসী গাঁৱত আনুমানিক ১৮৮০-৮১ চনত স্থাপন কৰা শ্ৰীশ্ৰীশিৱ মন্দিৰ অন্যতম। মন্দিৰ নিৰ্মাণ সম্পৰ্কত ঐতিহাসিক বিশেষ সমল বিচাৰি পোৱা নাযায়। জনশ্ৰুতিমতে ইংৰাজ শাসন কালত সুদূৰ পশ্চিমৰ পৰা পৰশুৰাম কুণ্ডলৈ তীৰ্থ ভ্ৰমণৰ উদ্দেশ্যে অহা এজন সন্ন্যাসীৰ দ্বাৰা এই শিৱ মন্দিৰ স্থাপন কৰা হয়।

বৰ্তমান মন্দিৰৰ পূব-দক্ষিণ দিশত এজোপা ডাঙৰ আঁহত গছ আছিল। সন্ন্যাসীজনে তীৰ্থ ভ্ৰমণলৈ আহি আঁহতজোপাৰ তলতেই কিছুদিন আশ্ৰয় লৈছিল। সন্ন্যাসীজনৰ মুখেদি ধৰ্মকথা শুনাৰ মানসেৰে গাঁৱৰ মানুহে সন্ন্যাসীজনৰ কাষলৈ আহিছিল। এদিনাখন এনেদৰে ধৰ্মকথা আলোচনা কৰি থাকোতে গাঁৱৰ মানুহে লক্ষ্য কৰিলে যে গছজোপাৰ অলপ আঁতৰত থকা ঢেঁকীয়া বননিডৰা লৰচৰ কৰি আছে। কৌতূহলবশতঃ গাঁৱৰ মানুহে লগ লাগি বননিডৰা চাফা কৰোতে এটা আচৰিত ধৰণৰ ঘটনা পৰিলক্ষিত কৰিলে। ডাঙৰ ভেকুলী এটাই এডাল বিষাক্ত সাপ গিলি আছে।

গাঁৱৰ মানুহে কথাটো সন্ন্যাসীজনক জনালত সন্ন্যাসীজনে ক'লে— 'যি ঠাইত ভেকুলীয়ে সাপ গিলিছে সেই ঠাইত এটি শিৱ মন্দিৰ নিৰ্মাণ কৰিবা। মই তীৰ্থৰ পৰা উভতি আহি ৰাইজৰ লগত শিৱৰাত্ৰি উৎসৱ পালন কৰিম।'

কিছুদিন পাছত সন্ন্যাসীজন উভতি আহিলত সন্ন্যাসীজনৰ আজ্ঞানুসৰি চকাবাউসী, কলিতাপাৰা, ভেৰভেৰী, ভুলুকাডোবা আদিৰ ঠাইৰ মানুহে লগ লাগি সেই ঠাইত শিৱৰাত্ৰি উৎসৱ পালন কৰে আৰু সন্ন্যাসীজনৰ দ্বাৰাই সেই ঠাইত শিৱ মন্দিৰৰ আধাৰশিলা স্থাপন কৰে। স্থাপন হোৱা দিনৰে পৰাই পূজাৰীৰ হতুৱাই মন্দিৰত দৈনন্দিন পূজা-অৰ্চনা কৰি অহা হৈছে। প্ৰতি বছৰে মাঘ মাহৰ শেষত বা ফাগুন মাহৰ আৰম্ভণিতে কৃষ্ণ চতুৰ্দশীৰ দিনা হোম-যজ্ঞ আদি কৰি শিৱৰাত্ৰি ব্ৰত পালন কৰা হয়।

## শ্ৰীশ্ৰীগৰখীয়া গোসাঁই থান

বৰপেটা জিলাৰ বৰনগৰৰ অন্তৰ্গত সৰভোগত ঐতিহাসিক শ্ৰীশ্ৰীগৰখীয়া গোসাঁইৰ থান অৱস্থিত। গৰখীয়া গোসাঁইৰ উদ্ভৱ প্ৰসংগত এনেদৰে ক'ব পাৰি— যিদৰে শ্ৰীমদ্‌ভাগৱত গীতাত কোৱা হৈছে শ্ৰীকৃষ্ণ জন্মৰহিত, অবিনশ্বৰ আৰু প্ৰাণীসকলৰ ঈশ্বৰ হ'লেও প্ৰকৃতিৰ মাজেৰে স্বেচ্ছাই আৱিৰ্ভাৱ হয়, সেইদৰেই মহাপ্ৰভু শ্ৰীশ্ৰীগৰখীয়া গোসাঁইৰ আৱিৰ্ভাৱ সম্পৰ্কেও কল্পনা কৰা হয়। সেয়েহে ভগৱান শ্ৰীকৃষ্ণই গৰখীয়াৰূপে স্ব-ইচ্ছাৰে প্ৰকৃতিৰ মাজেৰে এই থানত প্ৰকাশ লাভ কৰিছে বুলি সেই অঞ্চলৰ ৰাইজে বিশ্বাস কৰি আহিছে।



শ্ৰীশ্ৰীগৰখীয়া মহাপ্ৰভুৰ এই ঠাইত আৱিৰ্ভাৱ সম্পৰ্কে এটা কিংবদন্তি আছে। অতীজতে এই থান বৰ্তমান স্থানৰ পৰা আধা কিলোমিটাৰ দূৰৈত আছিল। সেই সময়ত বৰনগৰ অঞ্চলত জনসংখ্যা ক্ৰমে বাঢ়ি আহিবলৈ ধৰিছিল আৰু গৰু-ম'হ আদিৰ সংখ্যাও বাঢ়ি আহিবলৈ ধৰিছিল। তেতিয়া গাঁৱৰ গৰখীয়াবোৰে পথাৰত গৰু মেলি দি সকলোৱে মিলি নাচি-বাগি, বাঁহী বজাই স্ফূৰ্তি লাভ কৰিছিল। তেনেতে গৰখীয়াবোৰে লক্ষ্য কৰিলে যে গৰুজাকৰ মাজৰ পৰা প্ৰত্যেক দিনাই এজনী কপিলী গাই নিতৌ দুপৰভাগত একে সময়তে অন্তৰ্ধান হয়। ঘটনাৰ পম খেদি গৰখীয়াবোৰে এদিন জানিব পাৰিলে যে গাইজনীয়ে এডোখৰ নিৰ্দিষ্ট ভূ-খণ্ডত বৈ গাখীৰ এৰি দিয়ে। অনুসন্ধিৎসু গৰখীয়াবোৰে নিৰ্দিষ্ট ভূ-খণ্ডডোখৰ খান্দি চোৱাৰ দিহা কৰাৰ পাছত সেই ঠাইত মহাপ্ৰভু গৰখীয়া গোসাঁইৰ চতুৰ্ভুজ মূৰ্তি আৱিৰ্ভাৱ হোৱাত সকলো আচৰিত হৈ সেই ঠাইতে থাপনা পাতি পূজা কৰিবলৈ ধৰিলে। গৰু-ম'হ আদি হেৰালে সেই ঠাইত শৰাই দিলে গৰু-ম'হ ঘূৰাই পোৱা আদি লোকবিশ্বাস গঢ় লৈ উঠিল। তেতিয়াৰে পৰাই এই ঠাইত মহাপ্ৰভু শ্ৰীশ্ৰী গৰখীয়া গোসাঁইৰ থানে প্ৰতিষ্ঠা লভিলে। কিন্তু পাছত কোনো কাৰণবশতঃ বৰ্তমান স্থানলৈ এই থান স্থানান্তৰ কৰি অনা হয়।



বৰ্তমান থানৰ চৌহদত এটি পকী ভাঁজঘৰ, দৌল, মঠ, অতিথিশাল, ভঁৰালঘৰ, ভকতৰ চ'ৰা, তোৰণ, চিকিৎসা গৃহ, পুখুৰীৰ মাজত কালিয় দমনৰ মূৰ্তি, উদ্যানত গোপালকৃষ্ণ আদি বিদ্যমান। দৈনিক প্ৰভুৰ প্ৰাৰ্থনা কৰাৰো ব্যৱস্থা আছে। প্ৰতি বছৰে এই থানত জন্মাষ্টমী, ৰাসোৎসৱ, দৌলোৎসৱ, জাগৰণ, ব'হাগ বিহু, মাঘ বিহু উলহ-মালহেৰে পালন কৰা হয়।

## ৰাজাটিপ

বৰপেটা জিলাৰ বৰনগৰৰ সৰভোগৰ দক্ষিণে গণকগাড়ী গাঁৱত ৰাজাটিপ অৱস্থিত। ৰাজাটিপকো গৰখীয়া গোসাঁইৰ থানৰ এক অংশ বুলি ক'ব পাৰি। জেঠ মাহৰ জাগৰণ উৎসৱত গৰখীয়া গোসাঁই ৰাজাটিপলৈকো আহে আৰু ৰাইজে লগ হৈ নাম-প্রসংগ কৰে। গোহাঁইকমলৰ আলি বন্ধোৱা কামৰ বনুৱাসকলে লগ হৈ আজলি মাটিৰে এই টিপ সজা বুলি প্রবাদ আছে। জনশ্রুতিমতে শ্রীকৃষ্ণই ৰুক্মিণীক হৰণ কৰি নিয়াৰ সময়ত এই ৰাজাটিপত হেনো ৰথ ৰাখি জিৰাবলৈ সোমাইছিল। তেতিয়াৰে পৰা নৱ-বিবাহিত দম্পতি ৰাজাটিপৰ সন্মুখেৰে গ'লে জিৰাই সেৱা কৰি যোৱাৰ নিয়ম প্রচলিত আছে।

## তেলোলীয়া গোসাঁইৰ থান

বৰপেটা জিলাৰ অন্তৰ্গত সৰভোগৰ বৰনগৰত তেলোলীয়া গোসাঁইৰ থান অৱস্থিত। এই থান গৰখীয়া গোসাঁই থানৰ অংশ বিশেষ। জেঠ মাহৰ জাগৰণ উৎসৱত গৰখীয়া গোসাঁই ফুৰিবলৈ যাওঁতে তেলোলীয়া গোসাঁইৰ থানতো পদাৰ্পণ কৰে। তেলোলীয়া গোসাঁইক গৰখীয়া গোসাঁইৰ মাক হিচাপে মনা হয়। বিদিত আছে যে সেই ঠাইত মিঠাতেলৰ চাকি নিজে নিজে প্রজ্বলিত হৈছিল যি কেতিয়াও নুমোৱা নাছিল। সেয়েহে এই থানক তেলোলীয়া গোসাঁইৰ থান বুলি কোৱা হয়।

থানত বৰ্তমান মণিকূটসহ টিনৰ এটি ডাঙৰ মন্দিৰ নিৰ্মাণ কৰা হৈছে। এই থানত প্ৰত্যেক বছৰে জন্মাষ্টমী, জাগৰণ, দৌলোৎসৱ, ৰাসোৎসৱ, ব'হাগ বিহু আদি উৎসৱ উদ্‌যাপন কৰা হয়।

## ৰায়তপাৰা শিৱথান

বৰপেটা চহৰৰ অন্তৰ্গত ৰায়তপাৰা শিৱথান স্থাপন কৰা হয় ১৯৬৪ চনত। থানৰ মূল বিগ্রহ শিৱৰ। বিগ্রহটো প্রায় এক ফুট দীঘল আৰু পাঁচ ইঞ্চি বহলৰ এডোখৰ গোটা আকাৰৰ শিলাখণ্ড। জনশ্রুতিমতে, ৰায়তপাৰা নিবাসী অম্বৰীশ দাসে স্বপ্নাদেশক্রমে থানৰ বিগ্রহটো কামাখ্যা মন্দিৰৰ নামনিত উদ্ধাৰ কৰে। পিছত কেইজনমান ভক্ত সহিতে ৰায়তপাৰাৰ ৰাজহুৱা নামঘৰৰ দক্ষিণে বিগ্রহটো স্থাপন কৰে আৰু বিগ্রহটোৰ কাষতে পাঁচটা ডালযুক্ত এডাল বটগছ ৰোপণ কৰে।

স্থাপন হোৱা দিনৰে পৰাই ৰায়তপাৰা শিৱথানে সেই অঞ্চলৰ জনসাধাৰণৰ মাজত এক ধৰ্মীয় বাতাবৰণৰ সৃষ্টি কৰি আহিছে। দৈনন্দিন অনেক ভক্তই মনোকামনা

পূৰণৰ অৰ্থে দেবাদিদেৱ শিৱৰ ওচৰত পূজা-অৰ্চনাৰ বাবে থানলৈ আহি নৈবেদ্য, প্ৰদীপ আদি আগবঢ়াই আহিছে। পূৰ্বতে ৰোপণ কৰা সেই বটগছজোপাই বৰ্তমান সুবিশাল ৰূপ ধাৰণ কৰি প্ৰাকৃতিক সৌন্দৰ্যৰ লগতে পথিকৰ আশ্ৰয় থলী হিচাপে পৰিগণিত হৈ পৰিছে।

থানত প্ৰতি বছৰে শিৱৰাত্ৰি উৎসৱ পালন কৰা হয়। স্থানীয় ভক্তবৃন্দই প্ৰতি সোমবাৰে নাম-প্ৰসংগৰে মুখৰিত কৰি আহিছে ৰায়তপাৰা শিৱথান।

## কুমাৰকুছি থান

কুমাৰকুছি বৰপেটা জিলাৰ নখান্দা নৈৰ পাৰত পাটবাউসীৰ ভাটীত অৱস্থিত। সত্ৰত এটি কীৰ্তনঘৰ আছে। সত্ৰখনি বৰ্তমান বনগএগাগিৰীৰ বংশধৰসকলে পৰিচালনা কৰি আছে।

## চৈতন্য গৌড়ীয় মঠ

বৰপেটা জিলাৰ সৰভোগৰ সমীপৰ চকচকাত শ্ৰীল প্ৰভুপাদ পৰমহংস পৰিব্ৰাজকচাৰ্য্য ও বিষ্ণুপদ শ্ৰীশ্ৰীমদ্ভক্তিসিদ্ধান্ত সৰস্বতী গোস্বামীয়ে স্থাপন কৰা চৈতন্য গৌড়ীয় মঠ বিদ্যমান। ৩১নং ৰাষ্ট্ৰীয় পথৰ দাঁতিতে থকা শ্ৰীচৈতন্য গৌড়ীয় মঠৰ চৌহদত মণিকূটসহ অসম আৰ্হিৰ সংকীৰ্তন ভৱন আৰু শ্ৰীল ভক্তিসিদ্ধান্ত সৰস্বতী গোস্বামী প্ৰভুপাদৰ সমাধি মন্দিৰ আছে। মঠৰ মূল বিগ্ৰহত ৰাধাকৃষ্ণ মূৰ্তি আছে। বিগ্ৰহত দৈনন্দিন পূজা-অৰ্চনা কৰা হয়। জন্মাষ্টমীকে ধৰি প্ৰতি বছৰে বিভিন্ন ধৰ্মীয় উৎসৱ-পাৰ্বণ পালন কৰা হয়।



## ভেল্লা দৰগাহ

চৈয়দ চাহনূৰ দেৱান ফকীৰৰ দৰগাহ নামে খ্যাত ভেল্লা দৰগাহ বৰপেটাৰ নিকটৰ ভেল্লাৰ খোন্দকাৰপাৰা গাঁৱত অৱস্থিত।

# সত্ৰ/সচং

## বৰপেটা সত্ৰ

অসমৰ প্ৰাচীন আৰু ঐতিহাসিক বৈষ্ণৱ সত্ৰসমূহৰ ভিতৰত বৰপেটা চহৰৰ সৌমাজত অৱস্থিত বৰপেটা সত্ৰ অন্যতম। মহাপুৰুষ শংকৰদেৱ আৰু মাধৱদেৱৰ মিলনভূমি এই পবিত্ৰ বৰপেটা সত্ৰ। বৈষ্ণৱ সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ হিচাপে খ্যাত বৰপেটা সত্ৰ পঞ্চদশ শতিকাত মহাপুৰুষ মাধৱদেৱে স্থাপন কৰে। বৰপেটা সত্ৰতে থাকি মাধৱ গুৰুৱে বৈষ্ণৱ ধৰ্ম চৰ্চা আৰু সম্প্ৰসাৰণৰ লগতে নৃত্য-গীত, ভাওনা আদিতো মনোনিৱেশ কৰিছিল। নৃত্য-গীতৰ চৰ্চাৰ হেতু গুৰুজনাই তাত এটি 'ৰঙিয়াল গৃহ' নিৰ্মাণ কৰিছিল। পাছত মাধৱ গুৰুজনাই তেৰাৰ প্ৰিয় শিষ্য মথুৰা দাস আতাক সত্ৰৰ সত্ৰাধিকাৰ পাতি কোচবিহাৰলৈ যাত্ৰা কৰে। কিন্তু দুৰ্ভাগ্যবশতঃ মাধৱ গুৰুৱে নিৰ্মাণ কৰা ৰঙিয়াল গৃহটো ভস্মীভূত হোৱাত মথুৰা দাস আতাই সেই ঠাইতেই ন-কৈ এটি কীৰ্তনঘৰ নিৰ্মাণ কৰে।



কীৰ্তনঘৰটো ১৫৮৩-১৯৫২ চনলৈ পৰ্যায়ক্ৰমে বৰ্তমান ৰূপত বিদ্যমান। প্ৰায় ১৬,২০০ বৰ্গফুটৰ কীৰ্তনঘৰটো অসমৰ বৈষ্ণৱ সত্ৰসমূহৰ ভিতৰতেই সুবিশাল। ইয়াৰ মাজত এটি তুলসীৰ খুটা আছে। কীৰ্তনঘৰৰ গাত বিষ্ণুৰ দশাৱতাৰৰ মূৰ্তি খোদিত আছে। লগতে ভিতৰত মহাপুৰুষ শংকৰদেৱ, মাধৱদেৱ আৰু বদুলা আতাৰ তিনিখন গুৰু আসনো আছে। সত্ৰৰ আন এক আকৰ্ষণ হ'ল সত্ৰৰ ভঁজঘৰটো। কীৰ্তনঘৰৰ পুব দিশে থকা ভঁজঘৰত কোঁচ ৰজা ৰঘুদেৱে দান কৰা শিলেৰে খোদিত কলিয়া ঠাকুৰৰ এটি মূৰ্তি আছে। বিপ্ৰ পুৰোহিতৰ দ্বাৰা ভঁজঘৰত থকা কলিয়া ঠাকুৰৰ মূৰ্তিত দৈনন্দিন পূজা-অৰ্চনা কৰা হয়। কীৰ্তন ঘৰৰ পশ্চিমে ইটাৰে নিৰ্মিত মঠত নামঘোষা স্থাপন কৰা আছে। সত্ৰৰ মঠৰ সন্মুখভাগত এটা পাটনাদ সংৰক্ষিত কৰি ৰখাৰ লগতে মাধৱ গুৰু আৰু মথুৰাদাস আতাৰ ভেটিৰ স্মৃতিচিহ্ন হিচাপে সত্ৰত দুটা টিনৰ ঘৰ আজিও বিদ্যমান। বৰ্তমান সত্ৰৰ মূল প্ৰৱেশদ্বাৰৰ

তোৰণখন আটকধুনীয়া ৰূপত নির্মাণ কৰা আছে। প্রতি বছৰে উদ্‌যাপন কৰা দৌল উৎসৱত অসমৰ বিভিন্ন ঠাইৰ ভক্তসকলৰ সমাগম হয়।

সত্ৰৰ সত্ৰাধিকাৰ নিৰ্বাচন প্ৰক্ৰিয়াটো মথুৰা দাসৰ পাছৰে পৰাই সত্ৰৰ ভকতসকলৰ হাতত অৰ্পণ কৰা হৈছে। উত্তৰাধিকাৰীসূত্ৰে সত্ৰাধিকাৰ নিৰ্বাচন কৰা নহয়।

সম্পূৰ্ণ গণতান্ত্ৰিক পদ্ধতিৰে সত্ৰৰ কাম-কাজ পৰিচালনা কৰা হয়। সত্ৰৰ কীৰ্তনঘৰত মহিলাৰ প্ৰৱেশত বাধা আৰোপ কৰা আছে।

সত্ৰত নাম-প্ৰসংগ, ভাওনা, যাত্ৰাভিনয় আদি পতা হয়। প্ৰতি বছৰে মহাপুৰুষসকলৰ তিথি উদ্‌যাপন কৰা হয়। ইয়াৰ উপৰি ব'হাগ মাহত কীৰ্তন কৰা হয়।

## গণককুছি সত্ৰ

মহাপুৰুষ মাধৱদেৱে স্থাপন কৰা বৰপেটা জিলাৰ অন্তৰ্গত গণককুছি সত্ৰ অসমৰ ঐতিহাসিক প্ৰাচীন সত্ৰ। গুৰুজনাই সত্ৰত ১৮ বছৰ ৬ মাহ কাল আছিল বুলি জনশ্ৰুতি আছে। সত্ৰৰ কীৰ্তনঘৰত শংকৰদেৱ, মাধৱদেৱ আৰু বদুলা আতাৰ তিনিখন আসন স্থাপন কৰা আছে। কীৰ্তনঘৰৰ উত্তৰত মাধৱ গুৰুজনাই ৰোপণ কৰা এজোপা ৰঙিয়াল ফুল আছে আৰু তাৰ সন্মুখত এখন টিনৰ চালি আছে, য'ত বহি শংকৰদেৱ আৰু মাধৱদেৱৰ মাজত কথোপকথন হৈছিল। কীৰ্তন ঘৰৰ পুব দিশত এটি ভাঁজঘৰ। এই ভাঁজঘৰত কোঁচৰজা ৰঘুদেৱে দান কৰা ৰূপ আৰু পিতলৰ দ্বিভূজা মদনমোহনৰ মূৰ্তি আছে। উত্তৰ-পূব আৰু উত্তৰ-পশ্চিম কোণত শ্ৰীৰাম আতা আৰু ৰামৰাম আতাৰ ভেটি আছে। কীৰ্তনঘৰৰ সমীপত মাধৱ গুৰুৱে খন্দোৱা এটি পাটনাদ আছে আৰু এই নাদৰ পানী মাত্ৰ উৎসৱাদিতহে ব্যৱহৃত হয়। সত্ৰত বৰ্তমান কোনো সত্ৰাধিকাৰ নাই যদিও ভকত-বান্ধৱেই সমস্ত কাম-কাজ চোৱাচিতা কৰি আছে। স্থানীয় লোকৰ মতে ইয়াত ৰজাই ১৬ বিঘা ভূমি দান কৰিছিল। সত্ৰৰ কীৰ্তনঘৰত মহিলাৰ প্ৰৱেশ নিষেধ।

## সুন্দৰীদিয়া সত্ৰ

অসমৰ প্ৰাচীন আৰু ঐতিহাসিক সত্ৰসমূহৰ ভিতৰত বৰপেটা চহৰৰ সমীপত সুন্দৰীদিয়া গাঁৱত মহাপুৰুষ মাধৱদেৱে স্থাপন কৰা সুন্দৰীদিয়া সত্ৰ অন্যতম। সত্ৰত থকা কীৰ্তনঘৰ, বুলনিঘৰ, পাটনাদ, পকী-মঠ, সাঁচিপতীয়া পুথি আদিয়ে সত্ৰৰ প্ৰাচীনতাৰ সাক্ষ্য বহন কৰি আহিছে। আহোম স্বৰ্গদেউ শিৱসিংহই তাম্ৰফলিসহ সত্ৰৰ নামত ২০ পুৰা ভূমি দান কৰে। সত্ৰৰ কীৰ্তনঘৰত মহাপুৰুষ শংকৰদেৱ, মাধৱদেৱ আৰু বদুলা আতাৰ তিনিখন গুৰু

আসন আছে। সত্ৰৰ কীৰ্তনঘৰটো তুলনামূলকভাৱে বৰপেটা সত্ৰৰ কীৰ্তনঘৰটোতকৈ সৰু। কীৰ্তনঘৰৰ পূবে থকা ভাঁজঘৰত কোঁচৰজা ৰঘুদেৱে দান কৰা শিলেৰে খোদিত কৃষ্ণমূৰ্তি আৰু তৰুণ দুৱৰা ফুকনে দান কৰা শিলেৰে খোদিত ৰাধাকৃষ্ণৰ মূৰ্তি আছে। কীৰ্তনঘৰৰ উত্তৰে থকা কৰ্মৈশিৰীয়া পকী মঠটোৰ গাত মৃন্ময় মূৰ্তি স্থাপিত আছে। ভূ-কম্পন নাইবা অন্যান্য প্ৰাকৃতিক দুৰ্যোগ হেতু সত্ৰৰ মঠটো তলতে প্ৰায় ১০ ফুটমান বহি



যোৱাত মঠটোৰ মূৰ্তিবিলাক মাটিত পোত খাই গৈছে। মঠটো স্বৰ্গদেউ প্ৰমত্ত সিংহই ১৭৭১ শকত নিৰ্মাণ কৰে। মঠৰ ভিতৰত নামঘোষা স্থাপন কৰা আছে। সত্ৰৰ বুলনিঘৰটো প্ৰায় ৩২ বৰ্গহাত আৰু মুঠ ৭ হাতমান ওখ। সত্ৰত মাধৱগুৰুৱে খন্দোৱা পাটনাদ এটি সুন্দৰভাৱে ঘৰ সাজি সংৰক্ষণৰ দিহা কৰা হৈছে। এই নাদৰ পানী উৎসৱ-পাৰ্বণৰ সময়তহে ব্যৱহাৰ কৰা হয়। পাটনাদৰ পিছফালে আছে 'আই গোসাঁনীৰ ঘৰ'। মাধৱগুৰুৱে সত্ৰত ১৪ বছৰ ৬ মাহ কাল থাকি ভাগিনীয়েক ৰামচৰণ ঠাকুৰক সত্ৰৰ অধিকাৰ দি কোচবিহাৰলৈ যায়। বৰ্তমানো সত্ৰখন ৰামচৰণ ঠাকুৰৰ অধোস্তন বংশধৰসকলে অধিকাৰ কৰি আছে। সত্ৰত মহিলাৰ প্ৰৱেশত বাধা আৰোপ কৰা আছে যদিও শৰণ দিওঁতে সোমাবলৈ দিয়া হয়।

## পাটবাউসী সত্ৰ

মহাপুৰুষ শংকৰদেৱ, মাধৱদেৱ, দামোদৰদেৱ, হৰিদেৱ প্ৰভৃতি ধৰ্মগুৰুসকলৰ পৱিত্ৰ মিলনভূমি ৰূপে পৰিচিত বৰপেটা স্থিত পাটবাউসী সত্ৰ শংকৰ গুৰুজনাৰ সিদ্ধ আৰু প্ৰধান সত্ৰ। ইয়াতেই তেৰাই ধৰ্ম-কৰ্ম-আদৰ্শ তথা বহুমূলীয়া সাহিত্য-কৃতিৰ অৱদানেৰে অসমীয়া জাতিৰ এক নব্য পৰিচয় সমগ্ৰ বিশ্বতে দাঙি ধৰিবলৈ সক্ষম হৈছিল। বৰ্তমানৰ পাটবাউসী অঞ্চল আৰু ইয়াৰ পূব দিশৰ বহুকেইখন গাঁৱকে সামৰি এই বিস্তৃত অঞ্চলটোকে পূৰ্বতে বাউসী পৰগণা বা বাউসী বিলায়েৎ বুলিছিল। ইয়াৰ সঠিক সীমা কোৱা টান

যদিও পাটবাউসীৰ সমীপেৰে প্ৰবাহমান নখান্দা নৈখনকে বাউসী পৰগণাৰ পশ্চিম সীমা বুলি ক'ব পাৰি। বাউসী পৰগণা অঞ্চল খুব দ হোৱা যাবে এই অঞ্চলত প্ৰধানকৈ বাওধানৰ খেতি কৰা হৈছিল। এই 'বাও' শব্দৰ পৰাই অপভ্ৰংশ হৈ বাও-বাওসী তথা 'বাউসী' হোৱা বুলি জনশ্ৰুতি আছে।

ষোড়শ শতিকাৰ মাজভাগত যেতিয়া শংকৰদেৱ, মাধৱদেৱ, দামোদৰদেৱ প্ৰমুখ্যে গুৰুসকল বাউসী পৰগণাৰ অন্তৰ্গত বৰলজ্ঞাৰ আৰু ব্যাসপাৰালৈ আহি বৈষ্ণৱ ধৰ্মৰ শ্ৰীপাট স্থাপন কৰিছিল তেতিয়া এই ঠাইডোখৰ বাউসী অঞ্চলৰ ভিতৰতে পাট অৰ্থাৎ 'মুখ্য' বা 'শ্ৰেষ্ঠ' স্থান বুলি পৰিগণিত হৈছিল। তেতিয়াৰে পৰা এই বাউসী অঞ্চলেই



পাটবাউসী নামেৰে জনাজাত হ'ল। ইয়াত শংকৰদেৱ আৰু দামোদৰদেৱৰ দুখন ওচৰা-ওচৰি পৃথক সত্ৰ আছে। শংকৰদেৱৰ সত্ৰত তিৰোতাৰ প্ৰৱেশ নিষেধ। কিন্তু দামোদৰদেৱৰ সত্ৰত কোনো নিষেধাজ্ঞা নাই।

পাটবাউসী সত্ৰতে ১৮ বছৰ ৬ মাহ কাল থকা সময়তে গুৰুজনাই কোচবেহাৰলৈ ধৰ্ম প্ৰচাৰাৰ্থে কোচবেহাৰ ভ্ৰমণলৈ যোৱাত কালিন্দী আই পাটবাউসী সত্ৰতে আছিল। যোৱাৰ আগদিনা গুৰুজনাই গণককুছিত মাধৱ গুৰুজনাক লগ ধৰি এৰাতি কটাই মাধৱদেৱক ধৰ্মীয় সমস্ত দায়িত্ব দিয়াৰ লগতে কালিন্দী আইৰ তত্বাৱধানৰ দায়িত্বও অৰ্পণ কৰে।

পাটবাউসী সত্ৰখন গুৰুজনাৰ সময়ত শংকৰী কলা-কৃষ্টি চৰ্চাৰ কেন্দ্ৰস্থল আছিল। তেৰাই এই সত্ৰতে বহুকেইখন শাস্ত্ৰসহ বাৰ কুৰি বৰগীতো ৰচনা কৰিছিল। গুৰুজনাৰ দিনতেই এই বৰগীতবোৰ এজন ভকতে চাবলৈ বুলি নিওতে পুৰি নষ্ট হয়, সেয়ে মাত্ৰ ৩৪ টা মানহে বৰগীত থাকে। গুৰুজনাৰ অমৰ সৃষ্টি কীৰ্তনঘোষাৰ শেষাংশও ইয়াতেই তেৰাই সমাপ্ত কৰে। 'ভক্তি ৰত্নাকৰ', 'ভক্তি প্ৰদীপ', 'আদি দশম', 'কুৰুক্ষেত্ৰ', 'অনাদি পাতন' আৰু বলিছলনাৰ পদো এই সত্ৰতেই গুৰুজনাই ৰচনা কৰে। তাৰ উপৰি শ্ৰীমদ্ভাগৱত শাস্ত্ৰৰ ১ম, ২য়, ৩য়, ৭ম, ৮ম, ১০ম, ১১শ, ১২শ স্কন্ধৰ ভাঙনি কৰি পদ্য

ছন্দ লিখে, ছখন নাটো ৰচনা কৰে লগতে বহুতো গীত ভটিমা আদিও তেৰাই পাটবাউসীত থকা কালতে ৰচনা কৰে। এই সত্ৰতে গুৰুজনাই একুৰি সোতৰখন শাস্ত্ৰ আৰু পুথি ৰচনা কৰে। ইয়াৰ বাহিৰেও উক্ত সত্ৰতেই তেৰাই মাধৱদেৱক নামঘোষা পুথি ৰচনা কৰিবলৈ কয় আৰু মাধৱ কন্দলীৰ ৰামায়ণত নথকা উত্তৰাকাণ্ড নিজে ৰচনা কৰি মাধৱদেৱৰ হতুৱাই আদিকাণ্ড ৰচনা কৰায়। এই সত্ৰত গুৰুজনাই মহাৰাজ নৰনাৰায়ণৰ আদেশত এৰাতিৰ ভিতৰতে ৰচনা কৰা ভাগৱতৰ সাৰ 'গুণমালা' পুথিৰ সাঁচিপতীয়া লিপি বৰ্তমানলৈ সংৰক্ষিত হৈ আছে। গুণমালাৰ বাহিৰেও আন আন বহুতো সেৱাৰ বস্তু, সাঁচিপতীয়া পুথি বৰ্তমান পাটবাউসী সত্ৰত সংৰক্ষিত কৰা হৈছে। এইবোৰ চাবলৈ আৰু গৱেষণা কৰিবৰ বাবে কেৱল অসমৰে নহয়, অসমৰ বাহিৰৰ আৰু ভাৰতৰ বাহিৰৰ পৰ্যটকো আহে। তদুপৰি গুৰুজনা এই সত্ৰত থকা কালছোৱাতে শ্ৰীগোপাল তাঁতী (মথুৰা দাস বুঢ়া আতা) প্ৰমুখ্যে ১২ জন তাঁতীৰ হতুৱাই তাঁতীকুছিত ছয় কুৰি হাত দীঘল, ৩ কুৰি হাত বহল বৃন্দাবনী বস্ত্ৰখনি তৈয়াৰ কৰে, য'ত কৃষ্ণ জন্মৰ পৰা কংস বধলৈকে চিত্ৰসমূহ তোলা আছে। বৰ্তমান সত্ৰৰ সৰ্বমুঠ ভূমিৰ পৰিমাণ ১৭৮ বিঘা ৩ কঠা। ৰাইজৰ দান-বৰঙণিৰ সহায়ত সত্ৰৰ শলা-বন্তিসহ তিথি পৰ্ব পালনৰ খৰছো আজি পৰ্যন্ত চলাই আহিছে। সত্ৰত প্ৰতি বছৰে মহাপুৰুষ শংকৰদেৱৰ জন্মতিথি আৰু তিৰোভাৱ তিথি, দৌলোৎসৱ আদি ধৰ্মীয় উৎসৱ পালন কৰা হয়।



## ন-সত্ৰ

অসমৰ প্ৰাচীন আৰু ঐতিহাসিক সত্ৰসমূহৰ ভিতৰত অন্যতম ন-সত্ৰ বা বাসুদেৱ থান। বুৰঞ্জী প্ৰসিদ্ধ এই ন-সত্ৰ বৰপেটা চহৰৰ পৰা প্ৰায় ৪ কিলোমিটাৰ দক্ষিণ-পূৱত অৱস্থিত। বৈষ্ণৱ ধৰ্মীয় সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ ন-সত্ৰই সেই অঞ্চলৰ ধৰ্মীয় ভাবানুভূতি আৰু পৰম্পৰা বহন কৰি আহিছে। সত্ৰৰ কীৰ্তন ঘৰটো সৰু। কীৰ্তনঘৰত গুৰু আসন আৰু ভঁজঘৰত

শিলেৰে খোদিত চতুৰ্ভুজ বাসুদেৱ মূৰ্ত্তি বিদ্যমান। চকু আৰু নাকত সোণ খটোৱা বৰ্তমান সত্ৰৰ বিগ্ৰহটো অতি বিতোপন। আহোম স্বৰ্গদেউ শিৱসিংহই সত্ৰৰ নামত বহুতো মাটি-বাৰী দান কৰিছিল। সত্ৰত নাম-প্ৰসংগৰ লগতে বিভিন্ন ধৰ্মীয় উৎসৱ-পাৰ্বণ পালন কৰা হয়। মাহ্-প্ৰসাদ আৰু পকাভোগ নৈবেদ্য হিচাপে আগবঢ়োৱা হয়।

## অকয়া সত্ৰ

আউনীআটী সত্ৰৰ সত্ৰাধিকাৰে হৰিদেৱী সত্ৰ হিচাপে অকয়া সত্ৰ স্থাপন কৰাৰ আগতে ইয়াত বামাচাৰ মাৰ্গৰ কেন্দ্ৰ আছিল বুলি জনশ্ৰুতি আছে। সত্ৰৰ মাটি-বাৰী প্ৰথমে আউনীআটি সত্ৰৰ সত্ৰাধিকাৰৰ আছিল যদিও ১৬২০ শকত লচিমা হৰিদেৱী সত্ৰৰ সত্ৰাধিকাৰ জয়দেৱ গোস্বামীৰ হতুৱাই অকয়া সত্ৰ পুনৰ স্থাপন কৰে। কিন্তু কালক্ৰমত এই সত্ৰ বৰপেটা সত্ৰৰ অধীনস্থ হয় আৰু সত্ৰখনি মহাপুৰুষীয়া পন্থাৰ হয়। সত্ৰত থকা পেৰাকাকতৰ মতে ১৬৬০ শকত ৭৫০ বিঘা ভূমি ৰজা শিৱসিংহই সত্ৰলৈ দান কৰিছি .।

## চুণপোৰা ভিঠি (পালেংদি হাটী)

চুণপোৰা ভিঠি শংকৰদেৱে স্থাপন কৰা বৰপেটাস্থিত এক অন্যতম ঐতিহাসিক সত্ৰ। সত্ৰৰ কীৰ্তনঘৰটো আহল-বহল আৰু বহু ভকতই একেলগে বহি নাম-প্ৰসংগ কৰাৰ সুবিধা আছে। সত্ৰৰ উত্তৰফালে ঘোঁৰামৰা হাটী আৰু পূবফালে শ কঠাৰ জান। ভি‍ৰ নিলগত গুৰুজনাই নিজ হাতে ৰোপণ কৰা এজোপা কেতেকী গছো আছে।

## বহৰি সত্ৰ

বৰপেটাৰ বহৰিত অৱস্থিত বহৰি সত্ৰ প্ৰাচীন আৰু ঐতিহাসিক হৰিদেৱী সত্ৰ। মহাপুৰুষ শ্ৰীশ্ৰী হৰিদেৱে ১৩৭৫ শকত এই সত্ৰ স্থাপন কৰে। গুৰুজনাই প্ৰায় তিনি বছৰ কাল বহৰি সত্ৰত থাকি সনাতন বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰে। পাছত সত্ৰৰ ভাৰ বাৰজন ভকতৰ হাতত অৰ্পণ কৰে। গুৰুজনাই স্থাপন কৰা সত্ৰখন বৰ্তমানো গণতান্ত্ৰিক পদ্ধতিৰে নিৰ্বাচন কৰা মজুমদাৰৰ দ্বাৰাই পৰিচালিত হৈ আছে। হৰিদেৱৰ শিষ্য আৰু জোঁৱাই জগন্নাথ প্ৰভুৰ বংশধৰসকল সত্ৰৰ অধিকাৰ।

## ভৱানীপুৰ সত্ৰ

বৰপেটা জিলাৰ সৰুপেটা চহৰৰ সমীপতে কাল সংহতিৰ প্ৰৱৰ্তক ভৱানীপুৰীয়া গোপাল

আতাই স্থাপন কৰা ভবানীপুৰ সত্ৰ অসমৰ প্ৰাচীন আৰু ঐতিহাসিক সত্ৰসমূহৰ ভিতৰত অন্যতম। অসমীয়া বৈষ্ণৱ সাহিত্যত কেইবাজনো গোপালৰ নাম পোৱা যায় যদিও এইজনা গোপালক ভবানীপুৰীয়া গোপাল আতা বুলিহে জনা যায়। পূৰ্বতে কামেশ্বৰ ভূঞাৰ পুত্ৰ গোপাল আতাই শিৱসাগৰৰ গড়গাঁৱত আছিল যদিও ভাটীবয়সত মাতৃ বন্ধ্ৰাংগী আইসহ বৰ্তমান বৰপেটা জিলাৰ ভবানীপুৰতহে বসতি স্থাপন কৰিছিল। আতাই বৰগীতৰ লগতে 'জন্মযাত্ৰা' আৰু 'উদ্ধৱ সংবাদ' নামৰ দুখন অংক ৰচনাৰে সাহিত্য প্ৰতিভাৰ চানেকি আগবঢ়াইছিল। আতাই শংকৰ গুৰুক লগ পাইছিল যদিও শৰণ-ভজন লোৱা নাছিল। পাছত ২৫ বছৰমান বয়সত মাধৱদেৱৰ তেৰাই শৰণ লয়। মাধৱগুৰুৰ পৰা ধৰ্মকথা লৈ আতাই ভবানীপুৰতে সত্ৰ স্থাপন কৰে। গোপাল আতাই ভবানীপুৰত স্থাপন কৰা এইখনেই প্ৰথম আৰু প্ৰধান সত্ৰ। কালক্ৰমত এই ভবানীপুৰ সত্ৰই বৈষ্ণৱ ধৰ্মৰ কেন্দ্ৰস্বৰূপ হৈ পৰে। আতাই ভবানীপুৰ সত্ৰত থাকোতেই হেজুলাপাৰৰ যদুমণি, শ্ৰীৰামবিপ্ৰ (আঁহতগুৰি), সনাতন (নগৰীয়া), নাৰায়ণ আতা (সৰুঘৰ), যদুমণি (গজলা), পুৰুষোত্তম (কাথপাৰ) আদিয়ে আতাত শৰণ লৈ বৈষ্ণৱ ধৰ্মৰ ধাৰা সম্প্ৰসাৰণ কৰে।

বৰ্তমান সত্ৰত আটকধুনীয়া প্ৰৱেশদ্বাৰৰ তোৰণসহ টিনপাতেৰে নিৰ্মিত প্ৰায় ৯০০ বৰ্গফুটৰ ডাঙৰ কীৰ্তনঘৰ আছে। কীৰ্তনঘৰত অনেক ভকতই একেলগে বহি নাম-প্ৰসংগ কৰাৰ সুবিধা আছে। প্ৰতি বছৰে সত্ৰত আতাৰ তিথি উৎসৱ উলহ-মালহেৰে উদ্‌যাপন কৰা হয়।

## কালজাৰ সত্ৰ

ভবানীপুৰীয়া গোপাল আতাই স্থাপন কৰা কালজাৰ সত্ৰ পাল্লা নৈৰ পূব পাৰত স্থিত কাল সংহতিৰ সত্ৰ। আতাৰ প্ৰধান চাৰি সত্ৰৰ ভিতৰত এই সত্ৰ অন্যতম। ভবানীপুৰ সত্ৰ এৰি আহি তেৰাই এই সত্ৰ স্থাপন কৰে। সত্ৰতেই তেৰাই ৭০ বছৰ বয়সত সিপুৰীলৈ গমন কৰে। আতাৰ আজ্ঞাত স্থাপিত হোৱা সমূহ সত্ৰকে কালজৰীয়া সত্ৰ বুলি কোৱা হয় আৰু সমূহ সত্ৰই কাল সংহতিৰ। বিদিত আছে যে কোঁচ ৰজা মহাৰাজ নৰনাৰায়ণে এই অঞ্চলটোক কালজাৰ হিচাপে নামকৰণ কৰিছিল।

## গোবিন্দপুৰ সত্ৰ

পাঠশালা চহৰৰ পূব-উত্তৰ দিশত গোবিন্দপুৰ গাঁৱত মহাপুৰুষ দেৱ-দামোদৰদেৱৰ আজ্ঞানুসৰি ভগৱানদেৱে গোবিন্দপুৰ সত্ৰ স্থাপন কৰে। পূৰ্বতে ভগৱানদেৱে বৰনগৰৰ

উত্তৰ দিশে নিমিষাত সত্ৰ স্থাপনৰ ইচ্ছা কৰে যদিও প্ৰাকৃতিক আৰু সামাজিক কাৰণত সত্ৰ স্থাপনত অসুবিধা হোৱাত স্বপ্নাদেশক্ৰমে গোবিন্দপুৰত কালদিয়া (কালিন্দ্ৰী) নদীৰ পাৰত সত্ৰ স্থাপন কৰে। বিদিত আছে যে নৰকাসুৰক বধ কৰিবলৈ শ্ৰীকৃষ্ণই কামৰূপলৈ আহোঁতে এই স্থানত পদৰেণু পেলাইছিল কাৰণে ঠাইখন গোবিন্দপুৰ নামেৰে জনাজাত হৈ পৰে। পাছত ভগৱানদেৱৰ উত্তৰপুৰুষ জুৰিয়ানন্দদেৱৰ দেৱোপম চৰিত্ৰ আৰু বৈষ্ণৱ ধৰ্ম প্ৰচাৰত সন্তুষ্ট হৈ আহোম স্বৰ্গদেউ শিৱসিংহই মহান ব্যক্তিজনাৰ নামত মাটি-বৃত্তি দান কৰি পাইক আদি দি সংস্থাপন কৰিছিল। লগতে ১৪৭০ শকত ভগৱানদেৱৰ প্ৰতিষ্ঠিত সত্ৰ সুচাৰুৰূপে চলোৱাত সহায়-সহযোগ আগবঢ়াইছিল।

সত্ৰৰ আসনত শ্যামৰায়ৰ শিলেৰে খোদিত মূৰ্তি আছে। শ্যামৰায় বিগ্ৰহত দৈনন্দিন পূজা-পাতল কৰা হয় আৰু পূৰ্বৰ সত্ৰাধিকাৰ পদ্ধতিৰ পৰিবৰ্তন সাধি 'সত্ৰ পৰিচালনা কমিটি' গঠন কৰি লোৱা হয়। ধুমুহাত বিস্তৰ ক্ষতি হোৱাত চৰকাৰী অনুদান আৰু বজালীবাসীৰ দান-বৰঙণিৰে সত্ৰৰ মঠ, মণিকূট, জগমোহন ঘৰ আদি ন-কৈ নিৰ্মাণ কৰা হয়। পাছত পৰ্যায়ক্ৰমে সাত খলপীয়া পকী দৌল, কাৰ্যালয় আদিও নিৰ্মাণ কৰা হয়।

সত্ৰত উদ্‌যাপিত নৈমিত্তিক উৎসৱসমূহৰ ভিতৰত ভঠেলি উৎসৱ, দেৱ-দামোদৰদেৱৰ তিথি, ভগৱানদেৱৰ তিথি, অম্বুবাচী, কৃষ্ণৰ জন্মাষ্টমী, পচতি, বিহু, দৌল উৎসৱ আদি উল্লেখযোগ্য তদুপৰি বিশেষ উৎসৱসমূহৰ ভিতৰত বৈষ্ণৱ সন্মিলন, দামোদৰদেৱৰ জন্মোৎসৱ আদি উদ্‌যাপন কৰা হয়।

## ব্যাসকুছি সত্ৰ

বৰপেটা জিলাৰ সৰ্থেবাৰীত মহাপুৰুষ বৈকুণ্ঠনাথ ভট্টাচাৰ্যই ১৬২৮ খ্ৰীষ্টাব্দত ব্যাসকুছি সত্ৰ স্থাপন কৰে। ১৫৫০ শকলৈ পাটবাউসী সত্ৰত থাকি ভট্টদেৱে বুঢ়া লুইতেৰে উজাই আহি লুইতৰ দাঁতিতে এটা জুপুৰী সাজি থাকিবলৈ লয় আৰু পাছলৈ এখন সত্ৰ প্ৰতিষ্ঠা কৰে। এই সত্ৰখনেই ব্যাসকুছি সত্ৰ নামেৰে জন সমাদৃত হৈ পৰে। মহাপুৰুষজনাই ব্যাসকুছি সত্ৰত ভাগৱত চৰ্চা কৰি, বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰি, তেখেতৰ সুললিত কণ্ঠেৰে ভাগৱত পাঠ কৰি ভক্তবৃন্দক চমক খুৱাইছিল। মৃত্যুৰ আগমুহূৰ্তত ভট্টদেৱে সেই সময়ৰ লোচ সত্ৰৰ অধিকাৰ অৰ্জুনদেৱক গুৰুৰ পৰা প্ৰাপ্ত 'ভক্তিহীৰা' সমৰ্পন কৰি ব্যাসকুছি সত্ৰৰ ধৰ্মাধিকাৰ হিচাপে মনোনিত কৰে বুলি শ্ৰীশ্ৰীকৃষ্ণলীলা—কীৰ্তনৰ পূৰ্বাভাষত শ্ৰীগুৰু কৃষ্ণ গোস্বামীয়ে উল্লেখ কৰিছে। বৰ্তমানেও ভট্টদেৱে প্ৰতিষ্ঠা কৰা ব্যাসকুছি সত্ৰত ভট্টদেৱৰ তিৰোভাৱ তিথিত ৫/৭ দিনীয়া সভা পতা হয়। বৰ্তমান ধৰ্মপ্ৰাণ ৰাইজৰ

মতে— মহাপুৰুষ দুজনাই পাটবাউসীৰ পৰা বাৰগৰাকী ভকত লগত লৈ লুইতৰ পাৰৰ এই ঠাইখনতে (ব্যাসকুছি বাহাৰঘাট) সত্ৰ প্ৰতিষ্ঠা কৰিছিল। বাৰগৰাকী ভকত আৰু সেই সময়ত সেই অঞ্চলত বাস কৰা লোকৰ মাজত ভট্টদেৱে ধৰ্ম প্ৰচাৰ কৰিছিল।



ধৰ্মপ্ৰাণ ৰাইজৰ সৰ্বসম্মতি ক্ৰমে ১৯৯৯ চনৰ ১৫ ডিচেম্বৰৰ দিনাখন পাটবাউসী সত্ৰৰ সত্ৰাধিকাৰৰ উপস্থিতিত আড়ম্বৰপূৰ্ণ এক অনুষ্ঠানৰ আয়োজন কৰি বাহাৰঘাটৰ পৰা বৰ্তমানৰ ব্যাসকুছি ৰাজহুৱা নামঘৰটোলৈ সত্ৰখন স্থানান্তৰিত কৰা হয়।

## ভালুকী সত্ৰ

দামোদৰীয়া সত্ৰ। পাঠশালা চহৰৰ পৰা দক্ষিণে প্ৰায় ৫ কিলোমিটাৰ নিলগত সৰিহ মৌজাৰ অন্তৰ্গত কালদিয়া নৈৰ পূব পাৰত ঐতিহাসিক ভালুকী সত্ৰ। আহোম স্বৰ্গদেউ শিৱসিংহই সত্ৰ নিৰ্মাণৰ হেতু ১৮ পুৰা ভূমি দান দিছিল। সত্ৰত প্ৰায় ডেৰ ফুট উচ্চতাৰ বিষ্ণু মূৰ্তি আছে। জনশ্ৰুতি মতে স্বপ্নাদেশক্ৰমে সত্ৰৰ বিগ্ৰহ গাঁৱৰ পূবফালৰ পথাৰত উদ্ধাৰ কৰি সত্ৰত স্থাপন কৰা হয়। সত্ৰত থকা মন্দিৰৰ স্থাপত্য-ভাস্কৰ্য আহোম যুগৰ। সত্ৰত এখন 'পেৰাকাকত' আছে। বৰ্তমান ইয়াৰ সভাগৃহটো নিৰ্মিয়মান অৱস্থাত। সভাগৃহ নিৰ্মাণৰ কাৰণে স্থানীয় বিধায়কৰ ফান্দৰ পৰা চৰকাৰী সাহায্যৰ ভিত্তিত নিৰ্মাণৰ কাম-কাজ কৰি থকা হৈছে। সত্ৰত দৌল উৎসৱ, জন্মাষ্টমী, পচতিৰ নাম ইত্যাদি ধৰ্মীয় উৎসৱ-পাৰ্বণ বৰ আড়ম্বৰপূৰ্ণভাৱে উদ্‌যাপন কৰা হয়। ন-কৈ পোৱালি জগোৱা গাইৰ গাখীৰ সত্ৰৰ গোঁসাইলৈ আগবঢ়োৱা স্থানীয় ৰাইজৰ মাজত চলি অহা পুৰণি পৰম্পৰা।



## মৈৰামাৰা নমাটি সত্ৰ

হাউলীৰ সমীপৱৰ্তী মৈৰামাৰাত ইতিহাস প্ৰসিদ্ধ দামোদৰীয়া ভট্টদেৱৰ মৈৰামাৰা নমাটি সত্ৰ। সত্ৰখন স্থাপন কৰে মহাপুৰুষ ভট্টদেৱৰ নাতি মুকুন্দদেৱে। আদিতে সত্ৰখন ভৱানীপুৰ নমাটিতহে আছিল। পাছত সত্ৰখনৰ বিস্তৰ ক্ষতিসাধন হোৱাত মানুহবোৰ মৰা মানাহেৰে আহি মৈৰামাৰাত সত্ৰ স্থাপন কৰে। বৰ্তমান সুন্দৰ এক প্ৰাকৃতিক পৰিৱেশত অৱস্থিত এই মৈৰামাৰা নমাটি সত্ৰই ভক্তসকলৰ লগতে সমীপৱৰ্তী অঞ্চল পৰ্যন্তও এক ধৰ্মীয় ভাবানুভূতি বহন কৰি আহিছে। সত্ৰৰ মণিকূট গৃহত দৈনন্দিন চতুৰ্ভুজ বিগ্ৰহ আৰু শালগ্ৰামৰ পূজা-অৰ্চনাৰ লগতে মণিকূট গৃহৰ লগত সংলগ্ন নামঘৰত ভকতসকলে জাগৰণ ভাটিমাৰে দৈনন্দিন প্ৰসংগ আৰম্ভ কৰে। আয়তীসকলে নাম-প্ৰসংগ কৰে আৰু সন্ধিয়া চাকি-বন্তি জ্বলাই ডবা কোবাই দৈনন্দিন প্ৰসংগ সমাপন কৰে। বিদিত আছে যে সত্ৰত থকা চতুৰ্ভুজ বিগ্ৰহত ভক্তিভাৱে মানস কৰিলে মনোকামনা পূৰ্ণ হয়। সত্ৰত লোৰ গছা, সাঁচিপাতৰ পুথি,



ভট্টদেৱৰ গা-ধোৱা এছটা শিল, পিতলৰ প্ৰকাণ্ড ডবা, সোণ-ৰূপৰ অলংকাৰৰ লগতে বাচন-বৰ্তন আদি পুৰণি আৰু আপুৰুগীয়া বস্তু আজিও সংৰক্ষণ কৰি ৰাখিছে। সত্ৰ পৰিচালনাৰ কাৰণে এখন কমিটি গঠন কৰা হৈছে। দৈনন্দিন প্ৰসংগৰ উপৰিও সত্ৰত প্ৰতি বছৰে বহাগ মাহৰ সংক্ৰান্তিত নাম-প্ৰসংগ আৰু গণকৰ দ্বাৰা সত্ৰ তথা দেশৰ ভৱিষ্যৎ গণনা এক পৰম্পৰাগত ৰীতি। ইয়াৰোপৰি কৃষ্ণৰ জন্মাষ্টমী, নন্দোৎসৱ, দৌল উৎসৱ, অম্বুবাচী, পচতি আদি ধৰ্মীয় উৎসৱ পাৰ্বণ পালন কৰা হয়। প্ৰতি বছৰে ভট্টদেৱৰ তিথি বৰ আড়ম্বৰপূৰ্ণভাৱে উদ্‌যাপন কৰা হয়।

## হৰিপুৰ সত্ৰ

বৰপেটা জিলাৰ পাঠশালা নগৰৰ সমীপৱৰ্তী হৰিপুৰ গাঁৱত ৩১ নং ৰাষ্ট্ৰীয় ঘাইপথৰ উত্তৰে বেদাচাৰ্য্য শ্ৰীশ্ৰীজগন্নাথদেৱৰ পুত্ৰ দামোদৰদেৱে (কপিল দেৱ) খৃষ্টীয় ১৬শ শতিকাৰ ৯ ম দশকত স্থাপন কৰা হৰিপুৰ সত্ৰ হৰিদেৱি সত্ৰসমূহৰ ভিতৰত অন্যতম। কোচ ৰজা



নৰনাৰায়ণে সত্ৰ সু-পৰিচলনাৰ বাবে বহুতো মাটি-বাৰী দান কৰিছিল। দামোদৰদেৱ আৰু তেৰাৰ পুত্ৰ নৰনাৰায়ণদেৱে লচিমা আৰু হালধীবাৰী সত্ৰত থাকিয়েই হৰিপুৰ সত্ৰৰ তত্বাৱধান কৰিছিল। পিছত নৰনাৰায়ণদেৱৰ অধোস্তন বংশধৰ ৰমাকান্ত আৰু সহদেৱে হৰিপুৰ সত্ৰত স্থায়ীভাৱে থাকি সত্ৰ পৰিচলনাৰ কাম-কাজ কৰিছিল। সত্ৰৰ উত্তৰফালে কপিলদেৱ নামৰ এখন বিল আছিল।

বৰ্তমান হৰিপুৰ সত্ৰৰ সত্ৰাধিকাৰ শ্ৰীজগদীশ চন্দ্ৰ গোস্বামী। সত্ৰত মণিকূটসহ পকা ভেটি ঘৰেৰে মন্দিৰ নিৰ্মাণ কৰা হৈছে। সোঁফালে যজ্ঞকুণ্ড আৰু যজ্ঞকুণ্ডৰ সম্মুখত সত্ৰৰ পকী কাৰ্যালয়টো নিৰ্মাণ কৰা হৈছে। শ্ৰীকৃষ্ণৰ জন্মাষ্টমী, পচতিৰ নাম, দৌল উৎসৱকে ধৰি প্ৰতি বছৰে শ্ৰীশ্ৰীমহাবিষ্ণু যজ্ঞ উদ্‌যাপিত হৈ আহিছে হৰিপুৰ সত্ৰ প্ৰাংগণত।

## বেজকুছি সত্ৰ

১৭০৩ শকৰ ১১ মাঘত আহোম স্বৰ্গদেউ গৌৰীনাথ সিংহৰ প্ৰদত্ত ভূমিত স্থাপিত হৰিদেৱী সত্ৰসমূহৰ ভিতৰত পাটাছাৰকুছিৰ সমীপৱৰ্তী বৰসাহান গাঁৱত স্থাপন কৰা বেজকুছি সত্ৰ অন্যতম। খানা সত্ৰৰ ৰংগদেৱ মিশ্ৰ নামৰ এজন সন্ত পুৰুষে বজালী অঞ্চলৰ কেবাঠাইতো স্থাপন কৰা সত্ৰসমূহৰ ভিতৰত বেজকুছি সত্ৰখনে প্ৰবাহমান কালৰে পৰাই শুক্লা তৃতীয়া তিথিত তেৰাৰ স্মৃতি বহন কৰি আহিছে উদ্‌যাপিত কৰি অহা হোম-যজ্ঞ, শ্ৰাদ্ধ, ধৰ্মীয় সভা ইত্যাদিৰ মাজেদি।

প্ৰথমাৱস্থাত ৰংগদেৱ আচাৰ্য্যৰ তত্বাৱধানত গাঁৱৰ উত্তৰে বৰ্তমান ৩১ নং ৰাষ্ট্ৰীয় ঘাইপথৰ দক্ষিণে নাতিদূৰত এই সত্ৰ স্থাপন কৰা হয়। পিছত ৰংগদেৱ আচাৰ্য্যৰ দ্বিতীয় পুত্ৰ জয়চন্দ্ৰই এই সত্ৰৰ সত্ৰাধিকাৰ হয়। ১৮৯৭ চনৰ বৰভূঁইকঁপত সত্ৰখন বেয়াকৈ ক্ষতিগ্ৰস্ত হোৱাত ৰামহৰি দেৱৰ পুত্ৰ গোপালদেৱ আৰু জয়চন্দ্ৰ মিশ্ৰৰ পুত্ৰ শ্যামনাৰায়ণদেৱৰ উদ্যোগত পূৰ্বৰ স্থানৰ পৰা স্থানান্তৰিত কৰি গোপালদেৱ মিশ্ৰৰ বাসস্থানৰ ওচৰতে সত্ৰখন স্থাপন কৰে। পিছত প্ৰলয়ংকৰী বানত ভাঙি পৰাত সত্ৰখন বৰ্তমান স্থানত স্থাপন

কৰা হয়। বিগত ১৯৯১ চনত হোৱা প্ৰচণ্ড শিলাবৃষ্টিয়ে সত্ৰৰ ঘৰ-দুৱাৰৰ অবৰ্ণনীয় ক্ষতি সাধন কৰে। বৰ্তমান সত্ৰৰ ভগা-ছিগা ঘৰতেই নিয়মিতভাৱে ধৰ্মানুষ্ঠানসমূহ পালন কৰা হয় যদিও সত্ৰৰ বিগ্ৰহ আৰু সম্পত্তিৰ নিৰাপত্তাৰ প্ৰতি লক্ষ্য ৰাখি ব্যক্তিগতভাৱে ভক্তৰ ঘৰত ৰখাৰ দিহা কৰা হৈছে। বৰ্তমান সত্ৰত ভগ্ন মন্দিৰ আৰু সভাঘৰটোৰ বাহিৰে অইন ঘৰ-দুৱাৰ নাই।



সত্ৰৰ বিশেষ কাৰ্যপন্থাৰ ভিতৰত যি সময়ত খৃষ্টান মিছনেৰীসকলে উত্তৰাঞ্চলত খোপতি পুতি গাঁও-ভূঁইৰ মাজত অজ্ঞ, মদাহী, ৰাভা, কোচ, কছাৰীসকলক প্ৰলোভন দি খ্ৰীষ্টান ধৰ্মত ধৰ্মান্তৰ কৰাৰ চেষ্টা চলাইছিল, সেই সময়ত গুৰুজনাৰ দীক্ষাৰে দীক্ষিত কৰি সামাজিকভাৱে ধৰ্মনীতি অৱলম্বন কৰাই ধৰ্মান্তৰৰ পৰা ৰক্ষা কৰিছিল।

ব্যক্তিগতভাৱে ৰক্ষিত হ'লেও বাসুদেৱ বিগ্ৰহত নিয়োজিত ব্ৰাহ্মণৰ দ্বাৰা নিত্য পূজা-অৰ্চনাদি কৰি থকা হৈছে। ইয়াৰ উপৰি সত্ৰত ধৰ্মীয় নীতিৰে গুৰুতসকলৰ আৱিৰ্ভাৱ আৰু তিৰোভাৱ তিথি, শ্ৰীকৃষ্ণৰ জন্মাষ্টমী, পচতি, দৌল, নাম-প্ৰসংগ, ভাগৱত চৰ্চা, হোম-যজ্ঞ আদি নিয়মিতভাৱেই পালন কৰি থকা হয়। সত্ৰীয়া সংস্কৃতিৰ প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থাও সত্ৰই মনস্থ কৰিছে।*

## বাদেশিলা সত্ৰ

সৰুক্ষেত্ৰীৰ উত্তৰ পূব প্ৰান্তত অৱস্থিত এখন সীমান্তৱৰ্তী সত্ৰ হ'ল বাদেশিলা সত্ৰ। সত্ৰৰ প্ৰতিষ্ঠাতা পুৰুষ জয়ৰাম দেৱ। আনুমানিক পঞ্চদশ শতাব্দীৰ শেষ দহকত এই সত্ৰ প্ৰতিষ্ঠা কৰা হৈছিল। সত্ৰৰ আদি পুৰুষ জয়ৰাম দেৱ বাক্‌সিদ্ধ পুৰুষ আছিল। তেওঁ অপুত্ৰক হেতু তেওঁৰ ভাতৃ ৰামধন দেৱৰ পুত্ৰ-পুত্ৰাদিয়ে বৰ্তমান এই সত্ৰত আছে। জয়ৰাম দেৱ 'উপমন্যু গোত্ৰীয়' ব্ৰাহ্মণ আছিল। কিন্তু তেওঁসকল ক'ৰ পৰা আহি এই সত্ৰ স্থাপন কৰিছিল তাৰ সবিশেষ সম্পৰ্কে কোনো তথ্য উদ্ধাৰ হোৱা নাই।

সত্ৰৰ বৰ্তমান মণিকূট আৰু নামঘৰ দেখা যায়। নামঘৰৰ কোনো চৌহদ নাই। মণিকূট ২০০ বৰ্গফুট জোখৰ আৰু নামঘৰ ৯০০ বৰ্গফুট জোখৰ হ'ব। মণিকূটৰ ওপৰত টিনপাতৰ চাল আৰু বাঁহৰ বেৰ। নামঘৰৰ কাঠৰ ডাঙৰ খুটা আৰু ওপৰত টিনপাত, বেৰ নাই। মণিকূটত অতীতৰ প্ৰতিষ্ঠিত বিগ্ৰহ আছিল অনন্ত। বৰ্তমান কোনো বিগ্ৰহ নাই। অতীতৰ নামঘৰ খেৰ-বাঁহেৰে নিৰ্মিত আছিল। বৰ্তমানৰ নামঘৰতো ১৯২০ চনৰ পাছত বন্ধা। অতীতৰ এই সত্ৰ 'দুধকুৰা' বিলৰ দুই ফাৰ্লংমান উত্তৰত অৱস্থিত। বৰ্তমান এই বিলখো চিন-চাব নাই।

সত্ৰ প্ৰতিষ্ঠাৰ পৰা আৰম্ভ কৰি ৪০ বছৰমান আগলৈকে সত্ৰাধিকাৰ প্ৰচলিত আছিল। সত্ৰৰ শেষ সত্ৰাধিকাৰজন হ'ল— জগন্নাথদেৱ। তেওঁৰ পিছৰ পৰা সত্ৰাধিকাৰ নাই। সত্ৰৰ উপৰি পুৰুষৰ নামত আহোম ৰজাই মাটি-বাৰী দান কৰিছিল। অনুমান স্বৰ্গদেৱ লক্ষ্মী সিংহৰ দিনত এই সত্ৰৰ উপৰি পুৰুষৰ নামত ৮০ বিঘা মাটি দান কৰিছিল। উক্ত দানৰ 'দানপত্ৰ' হিচাপে যি 'পেৰাকাকত' আছিল সি ঘৰ পোৰা জুইত নিঃশেষ হৈ যায়। পুৰণি কালত এই সত্ৰত কীৰ্তনীয়াই তিনি প্ৰসংগ সম্পাদন কৰিছিল। এইটো প্ৰতি সত্ৰতে প্ৰচলিত আছিল। এতিয়া এই সত্ৰক তিৰোতাৰ গধূলিৰ প্ৰসংগৰ বাহিৰে কোনো নিত্য প্ৰসংগ প্ৰচলিত নাই। নৈমিত্তিক উৎসৱৰ সময়ত তিৰোতাৰ তিনি প্ৰসংগ এতিয়াও প্ৰচলিত। পাচধৰা বা দেউৰী বৰ্তমানে নাই যদিও সত্ৰৰ গোঁসাইসকলে কীৰ্তনঘৰৰ চাকি-বন্তি জ্বলোৱা, চাফ-চিকুণ আদি কাৰ্য সমাধা কৰে। ভাগৱতী নাই যদিও সত্ৰৰ গোঁসাইসকলে নৈমিত্তিক উৎসৱত ভাগৱত পাঠ কৰে। খাটনীয়াৰ প্ৰথাও অতীতত আছিল যদিও বৰ্তমান লুপ্ত।

উৎসৱৰ ভিতৰত দৌল উৎসৱ, শ্ৰীকৃষ্ণৰ জন্মাষ্টমী, পচতি আৰু জয়ৰাম দেৱ আৰু ৰামধনদেৱৰ সভা মহোৎসৱ অনুষ্ঠিত হয়। **

## পল্লা সত্ৰ

পল্লা সত্ৰৰ উপৰি পুৰুষ নব দ্বীপৰ পৰা অহা বুলি জনা যায়। পল্লা সত্ৰৰ প্ৰতিষ্ঠাতা হৰদত্ত বাগীশ বুলি ক'বলৈ খোজে যদিও বংশলতা অনুক্ৰমে হৰদত্ত বাগীশ চতুৰ্থ পীৰিবহে। নৰোত্তমহে সত্ৰৰ প্ৰথম পুৰুষ। হয়তো তেৱেঁই সত্ৰৰ প্ৰতিষ্ঠাতা। হৰদত্ত বাগীশৰ পাণ্ডিত্য গুণত মুগ্ধ হৈ আহোম স্বৰ্গদেও লক্ষী সিংহই তেওঁক মাটি বৃত্তি, পাইক আদি দি সত্ৰ পৰিচালনাৰ সুবিধা দান কৰিছিল। আহোম স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহই ৭৭৫ বিঘা ধৰ্মোত্তৰ মাটি প্ৰদান কৰিছিল। এই মাটিখিনি পল্লা সত্ৰ, আমৃখোৱা, নকুছি আদি ঠাইত

আছে। এই মাটিৰ ভিতৰত জলাতন, জংঘল, খেতিপথাৰ, বাট-পথ, বস্তিও আছে। আনুমানিক এই সত্ৰ পঞ্চদশ শতাব্দীৰ অষ্টম-নৱম দশকত স্থাপিত হৈছিল। ১৩০৪ চনৰ ভূমিকম্পত ইয়াৰ পৰা বহুলোক বিষ্ণুপুৰ, নাম্নাট্টাৰী, দিগা, মঙ্গলপুৰ, শিয়ালমাৰী, বতাহগিলা আদি ঠাইলৈ স্থানান্তৰ হয়। ইয়াৰ বহুতো গোসাঁই কাউৰেহাগি (পল্লাৰ পাম) নামে ঠাইলৈ উঠি গৈছিল যদিও পুনৰ পল্লা সত্ৰতেই সংস্থাপিত হৈছিল।

সত্ৰৰ গোসাঁই ঘৰ দুখলপীয়া। পূবত মণিকূট, পশ্চিমত গাতে লগাকৈ নামঘৰ। এই মণিকূট নামঘৰ প্ৰথমতে খেৰি আছিল। ১৯১৪ চন মানৰ পাছত টিনপাত আৰু পকী কৰি সজা হৈছিল। কিন্তু মণিকূটৰ বাহিৰে নামঘৰ নাই। কিন্তু নামঘৰ নিৰ্মাণ কাৰ্য আৰম্ভ কৰাৰ চিন-চাব আছে। দৌলৰ ভেটি আৰু দৌল ঘৰ নাই। সত্ৰৰ গোঁসাইসকল মূল স্থান কীৰ্তন ঘৰৰ দক্ষিণ দিশতেই বৰ্তমানো বসতি কৰি আছে। কিন্তু ভকতসকল উত্তৰ দিশত নাই। গাঁৱৰ চাৰিও দিশত সিঁচৰতি হৈ পৰিছে। সত্ৰৰ কীৰ্তন ঘৰৰ মণিকূটক অনন্ত বিগ্ৰহ (বুকুত শালগ্ৰাম) স্থাপন কৰা আছে। এই সত্ৰত এটা ব্যতিক্ৰম দেখা যায়। অসমৰ অইন দামোদৰীয়া সত্ৰত বিগ্ৰহ হ'ল শ্যামৰায়, বাসুদেৱ, চতুৰ্ভুজ ইত্যাদি। কিন্তু হৰিদেৱী সত্ৰৰ মণিকূটৰ স্থাপন কৰাৰ দৰে এই সত্ৰত কিন্তু অনন্ত মূৰ্তি স্থাপন কৰা হৈছিল বুলি ক'ব পৰা নাযায়। কিন্তু ইয়াৰ শাখা সত্ৰ নসত্ৰ (বৰপেটা)ত বাসুদেৱ মূৰ্তি দেখা যায়। হয়তো হৰিদেৱী প্ৰভাৱৰ ফলস্বৰূপে এই বিগ্ৰহ স্থাপন কৰা হয়। বিগ্ৰহৰ বিভিন্নতাৰ ক্ষেত্ৰতেই অসমৰ বৈষ্ণৱ ধৰ্মীয় লোকসকলক আকাশী আৰু পাতালী দুটি শাখাত ভগাইছে।

সত্ৰৰ অনন্ত বিগ্ৰহৰ পূজা-পাতালৰ বাবে নিৰ্দিষ্ট পূজাৰী ব্ৰাহ্মণ নিয়োজিত হৈছিল। তেওঁলোকে দুপৰীয়া পূজা-পাতল কৰিছিল। সত্ৰৰ নৈমিত্তিক উৎসৱৰ ভিতৰত দৌলোৎসৱ শ্ৰীকৃষ্ণৰ জন্মাষ্টমী, পচতি, তিনি বিহু আৰু বাগীশ সভা প্ৰতি বছৰে পালন কৰে। বিশেষ অনুষ্ঠানৰ ভিতৰত নামঘৰত মাজে মাজে ধৰ্মালোচনী সভা অনুষ্ঠিত হৈছিল। এই সভাত বৰপেটাৰ নাৰায়ণ মিশ্ৰ, ব্যাসকুছিৰ যোগেশ্বৰ গোস্বামী আদিয়ে অংশগ্ৰহণ কৰাৰ উমান পোৱা যায়। সত্ৰত খাটনীয়াৰ প্ৰথা প্ৰচলিত আছিল। খাটনীয়াৰ হিচাপে ভেদো খাটনীয়াৰৰ নাম উল্লেখযোগ্য।

পল্লা সত্ৰৰ অতীতৰ সংস্কৃতিৰ পিনে লক্ষ্য কৰিলে কেইটামান কথা দৃষ্টিগোচৰ হয়। তাৰ ভিতৰত নাট্যানুষ্ঠান আৰু সংস্কৃতানুষ্ঠান। অংকীয়া ভাওনাৰ ভিতৰত 'সীতাৰ বনবাস', 'হৰিশ্চন্দ্ৰ', 'লক্ষ্মণৰ শক্তি শেল' এইকেইখন সত্ৰৰ কীৰ্তনঘৰত মঞ্চস্থ কৰা হৈছিল। অংকীয়া ভাওনাৰ অপৰিহাৰ্য অংগ, গায়ন-বায়নৰ দল এই সত্ৰত আছিল।

অতীতত পল্লা সৰুক্ষেত্ৰীৰ শিক্ষাৰ প্ৰধান কেন্দ্ৰস্থল আছিল। ইয়াত সংস্কৃত শিক্ষা

প্ৰদান কৰা হৈছিল। এই টোলৰ প্ৰথম অধ্যাপক মকুণ্ড গোস্বামী। ইয়াৰ পাছত নাম পাওঁ বিশ্বম্ভৰ গোস্বামীৰ। **

## আমৃখোৱা সত্ৰ

আনুমানিক পঞ্চদশ শতিকাৰ নবম দশকত এই সত্ৰ স্থাপিত হয়। সত্ৰৰ প্ৰতিষ্ঠাতা ভাগৱত পঞ্চানন। সত্ৰৰ কীৰ্তনঘৰটো দুখলপীয়া। প্ৰথমটো মণিকূট (ভঁজঘৰ) আৰু নামঘৰ। মণিকূটতো ৭০০ বৰ্গফুট আৰু নামঘৰতো ২১০০ বৰ্গফুটৰ। ইয়াত দৌলৰ ভেটি আছে। মণিকূটৰ মূল আসনত চতুৰ্ভুজ বাসুদেৱৰ (শংখ, চক্ৰ, গদা, পদ্মধাৰী) বিগ্ৰহ প্ৰতিষ্ঠিত। তাৰ কাষত আছে লক্ষ্মী, সৰস্বতী আৰু বলভদ্ৰ। কিন্তু তাত চতুৰ্ভুজ বাসুদেৱৰহে পূজা কৰা হয়। বিগ্ৰহৰ নিত্য পূজা-পাতল প্ৰচলিত। তাৰ বাবে অন্য সত্ৰৰ দৰে পূজাৰী প্ৰথা নাই। সত্ৰৰ গোসাঁইবগই নিত্য পূজা চলায়। ইয়াত সত্ৰাধিকাৰ প্ৰথা প্ৰচলিত আছে।

সত্ৰৰ কীৰ্তনঘৰত অতীতৰ পৰাই ভাগৱত পাঠৰ ব্যৱস্থা চলি আহিছে। এতিয়া যদিও নিত্য ভাগৱত পাঠ নহয় তথাপি নৈমিত্তিক কাৰ্যবোৰত ভাগৱত পাঠ কৰা হয়। এই সত্ৰৰ উপৰি পুৰুষৰ নামত আহোম ৰজা লক্ষী সিংহই ২২ বিঘা ধৰ্মোত্তৰ মাটি দান কৰিছিল। সত্ৰৰ কীৰ্তনঘৰৰ চৌহদত প্ৰায় ২ বিঘা মাটি আছে। বাকী মাটিৰ উৎপন্নৰ সহায়ত সত্ৰৰ নিত্য নৈমিত্তিক কামবোৰ পৰিচালনা কৰা হয়।

এই সময়ত অইন দামোদৰীয়া সত্ৰৰ দৰে পুৰুষ আৰু তিৰোতাৰ তিনি প্ৰসংগৰ ব্যৱস্থা প্ৰচলন আছে। এতিয়া দুই প্ৰসংগহে চলে। প্ৰসংগৰ বন্দনা, ভটিমা, গীত-পদ আদি মুখে মুখে চলি আহিছে। পুৰুষৰ কীৰ্তনৰ বাবে কীৰ্তনীয়া (পাঠক বা কেউলা) নিয়োগ কৰা আছে। আন আন দামোদৰীয়া সত্ৰৰ দৰে আমৃখোৱা বাসুদেৱ সত্ৰতো নিত্য কাৰ্যৰ উপৰি নৈমিত্তিক অনুষ্ঠান সমাধা কৰা হয়। তাৰ ভিতৰত দৌলৎসৱ, তিনি বিহু, শ্ৰীকৃষ্ণৰ জন্মাষ্টমী পচতি আৰু প্ৰতি বছৰৰ ব'হাগ মাহত অক্ষয় তৃতীয়াত বিষ্ণুহোম অনুষ্ঠিত কৰা হয়। বৰ্তমান গণতান্ত্ৰিক পদ্ধতিত সত্ৰ পৰিচালনা কৰা হয়। **

## বনিয়াকুছি সত্ৰ

মহাপুৰুষ হৰিদেৱৰ আজ্ঞানুসৰি বেদাচাৰ্য্য শ্ৰীশ্ৰীজগন্নাথদেৱে কলিয়াদাৰ বিলৰ সমীপত ভাগৱতী বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ হেতু গোসাঁইঘৰ সাজি আৰু বিগ্ৰহ স্থাপন কৰি ১৪৯২ খ্ৰীঃত বনিয়াকুছি সত্ৰ স্থাপন কৰে। বেদাচাৰ্য্য শ্ৰীশ্ৰীজগন্নাথ প্ৰভুৰ লীলাভূমি বনিয়াকুছি সত্ৰ বৰ্তমান বৰপেটা জিলাৰ সৰুক্ষেত্ৰী মৌজাৰ অন্তৰ্গত। ১৫১৫ খ্ৰীঃত কোচ ৰজা

বিশ্বসিংহই সত্ৰৰ সু-পৰিচলনাৰ বাবে মাটি-বাৰী দান দিয়ে। আহোম ৰজা লক্ষ্মীসিংহৰ তাম্ৰফলি এখনো সত্ৰত সংৰক্ষিত আছে।

বনিয়াকুছি সত্ৰৰ পূবে মহাপুৰুষ হৰিদেৱৰ মানেৰি সত্ৰ, পশ্চিমে ব্যাসকুছি সত্ৰ, উত্তৰে কাপলা বিল আৰু দক্ষিণে বহৰি সত্ৰ বিদ্যমান। ১৮৯৭ খ্ৰীঃত বৰভুঁইকঁপত ক্ষতিগ্ৰস্ত হৈ ক্ষেত্ৰী অঞ্চলৰ বহুকেইঘৰ গোঁসাই ভকতসকলৰ সৈতে উঠি গৈ টিহু নৈৰ পাৰত নতুন বনিয়াকুছি সত্ৰ স্থাপন কৰে। মহাপুৰুষ হৰিদেৱৰ মহাপ্ৰয়াণৰ সময়ত শ্ৰীশ্ৰীজগন্নাথ প্ৰভুক শিৰমালা, কৰমালা আদি অৰ্পণ কৰিছিল। নতুন সত্ৰখন স্থাপন কৰোতে গোসাঁইসকলে শালগ্ৰাম, হৰিদেৱ প্ৰভুৰ শিৰমালা, কৰমালা, ৰূপৰ খৰম, জগন্নাথ প্ৰভুৰ কাঠৰ খৰম আদি লৈ নতুন সত্ৰত স্থাপন কৰে। বৰ্তমানেও সত্ৰৰ এই আপুৰুগীয়া সম্পদসমূহৰ সুন্দৰ সংৰক্ষণ হৈ আছে।

## বনিয়াকুছি মৰৰ সত্ৰ

মূল গোপীনাথ সত্ৰৰ পৰা সৃষ্টি হোৱা নতুন সত্ৰ হ'ল মৰৰ সত্ৰ। বনিয়াকুছিত মূল সত্ৰৰ গোসাঁইবৰ্গৰ মাজত মতানৈক্য সৃষ্টি হোৱাত তাৰ পৰা ছজন গোসাঁয়ে গাঁৱৰ মূৰত নতুন সত্ৰ স্থাপন কৰে। ইয়াৰ লগত সহায় কৰে কেইজনমান ভকতে। সত্ৰৰ ছজন গোসাঁইৰ ভিতৰত বিশ্বনাথ দেৱৰ বংশধৰসকলহে মৰৰ সত্ৰত আছে। কোনো ৰজা নাইবা স্বৰ্গদেৱে এই সত্ৰলৈ ভূমিদান কৰা নাছিল। গোপীনাথৰ সত্ৰলৈ দান কৰা মাটিতেই অংশগ্ৰহণ কৰি সত্ৰৰ সেৱা কাৰ্য চলাই আছে। **

## বনিয়াকুছি মাজৰ সত্ৰ

ষোড়শ শতাব্দীৰ সপ্তম দশকত বনিয়াকুছিৰ মাজত এখন হৰিদেৱী সত্ৰ স্থাপন কৰা হয়। কিন্তু ১৮৯৭ খৃঃৰ ভূমিকম্পৰ ফলস্বৰূপেই উক্ত মাজৰ সত্ৰৰ চিন-চাব নাইকিয়া হৈ যায়। **

## লছিমা সত্ৰ

আনুমানিক ষোড়শ শতাব্দীৰ অষ্টম দশকত এই সত্ৰ স্থাপন কৰা হয়। এই গাঁৱত পূৰ্বৰ পৰা গোসাঁই নাছিল। কিন্তু হৰিদেৱী পন্থাৰ বহুতো ভক্ত আছিল। সেই হেতুকে তেওঁলোকে হালধিবাৰী সত্ৰৰ প্ৰতিষ্ঠাতা কপিলদেৱৰ নুমলীয়া পুত্ৰ নাৰায়ণদেৱক লছিমা সত্ৰলৈ আনে। এই সত্ৰ স্থাপন কৰা হয় বীৰ চিলাৰায়ৰ পুত্ৰ ৰঘুনাথ দেৱৰ দিনত। সম্ভৱত

ৰঘুনাথ দেৱেই এই সময়ত ১৮ বিঘা, নিষ্পিখেৰাজ মাটি প্ৰদান কৰে।

বৰ্তমানে অৱস্থিত নামঘৰ আৰু অতীতৰ নামঘৰৰ স্থান একে নহয়। গোসাঁইসকলৰ পশ্চিম দিশত সত্ৰৰ নামঘৰ আছিল। পূবত মণিকূট ৪৩২ বৰ্গফুটৰ, তাত গাতে লগা ১৮০০ বৰ্গফুটৰ নামঘৰ। নামঘৰটোৰ পশ্চিম পিনে টিনৰ চালৰ টুপকটা। উত্তৰ দিশত নামঘৰৰ কাষতে সাত খলপাযুক্ত মাটিৰে নিৰ্মিত দৌলৰ ভেটি। কিন্তু ১৮৯৭ চনত ভূমিকম্পত এই নামঘৰটোৰ বিধ্বস্ত হোৱাৰ ফলস্বৰূপে তাত নতুন নামঘৰ সজা নহ'ল। পুৰণি মণিকূটতো, একেই মাহত বৰ্তমান স্থানত কৰা হয়। কিন্তু অনন্ত বিগ্ৰহ নষ্ট হৈ যায়। এতিয়া তাত বিগ্ৰহ নাই। পুৰণি নামঘৰটো গাঁৱৰ সৌমাজত আছিল। বৰ্তমানে প্ৰাথমিক বিদ্যালয়খনৰ পূবপিনে অবস্থিত জানৰ পশ্চিম দিশত গাঁৱৰ অৱস্থিত আছিল। পিছত ভক্তসকলে জানৰ পূব দিশত থকা খেতি পথাৰত বাসস্থান কৰে। গাঁৱৰ হৰিদেৱী ভকতসকলে উত্তৰ দিশত এটি পূৰ্বৰ সত্ৰৰ মন্দিৰৰ দৰে এটি দামোদৰী পন্থৰ নামঘৰৰ অতীতত থকাৰ কথা জনা যায়। কিন্তু সেই নামঘৰো বৰ্তমানে গাঁৱৰ পূবত স্থাপন কৰা হৈছে।

কীৰ্তনীয়া নাইবা পাঠক নিৰ্বাচন কৰি লোৱা প্ৰথা আছিল। সত্ৰৰ কোনো বিষয়ববীয়াই নিস্কৰ মাটি আদি পোৱাৰ নিয়ম নাছিল। ভাগৱতীৰো ব্যবস্থা নাই। অধিকাৰেই ভাগৱত পাঠ কৰিছিল এই সত্ৰত পূৰ্বৰ পৰা আৰু এতিয়াও প্ৰচলিত নৈমিত্তিক অনুষ্ঠানবোৰ হ'ল— দৌলোৎসৱ, কৃষ্ণৰ জন্মাষ্টমী, পচতি, হৰিদেৱৰ তিথি, জগন্নাথৰ তিথি। দামোদৰ দেৱৰ তিথি পালন কৰা নহয় যদিও প্ৰসংগ কৰে আৰু দুপৰীয়া গুৰুজনাৰ নামত ঘৰে ঘৰে আহি বন্তি প্ৰজ্বলন কৰি সম্মান প্ৰদৰ্শন কৰে। শংকৰদেৱৰ তিথিতো প্ৰসংগ কৰে কিন্তু বন্তি নজ্বলায়। তিনিজন মহাপুৰুষৰ এনে ধৰণে উদ্‌যাপন কৰা সত্ৰ বেছি দেখা নাযায়। এইখিনিতেই এই সত্ৰৰ বিশেষত্ব। এই সত্ৰৰ পৰাই গোসাঁই স্থানান্তৰ বৈ বজালী মৌজাৰ হৰিপুৰত হৰিদেৱী শাখা সত্ৰ স্থাপন কৰে। হৰিপুৰ সত্ৰৰ গোঁসাই স্বৰ্গীয় সূৰ্যকান্ত গোস্বামীদেৱে বনগঞানিটি ৰচিত 'হৰিদেৱ চৰিত' খন সংকলন কৰি ছপা ৰূপলৈ আনে। **

## বাউলী সত্ৰ

বাউলী দামোদৰী সত্ৰ। এই সত্ৰৰ পূৰ্বপুৰুষ কান্যকুব্জৰ পৰা আহিছিল। আহোম ৰজা শিৱসিংহ এই সত্ৰলৈ ভূমিদান কৰিছিল। এতিয়াও তাৰ প্ৰমাণৰ তাম্ৰফলি আছে। এই সত্ৰৰ আদি পুৰুষ ধৰাধৰদেৱ। এওঁলোকে প্ৰথমে বাগদিত সত্ৰ স্থাপন কৰিছিল। এওঁলোকৰ তৃতীয় পুৰুষ অৰ্থাৎ ৰংনাথদেৱৰ দিনত বাউলী সত্ৰলৈ আহে। ধৰাধৰদেৱক শিৱসিংহ স্বৰ্গদেৱে ১৮০ পুৰা মাটি দান কৰিছিল। ৰংনাথদেৱ বাউলীলৈ অহা সময়ত বাগদিৰ পৰা

মুঠ ১০ ঘৰ মানুহ আহে। তাত গোসাঁই, ভকত-বায়ন সমন্বতে ৯ ঘৰ মানুহ আছিল। বাগদিত থকা কালছোৱাৰ বিশেষ বুৰঞ্জী পাবলৈ নাই। বাগদিৰ পৰা ৰাউলীলৈ কিয় আহে তাৰো সঠিক বিৱৰণ নাই। অতীতৰ পৰা সত্ৰৰ পৰিচালনাৰ বাবে সত্ৰাধিকাৰ আছে আৰু তেওঁলোকে বংশানুক্ৰমিকভাৱে হয়। সত্ৰৰ বিগ্ৰহৰ পূজা-পাতলৰ বাবে পূজাৰীৰ ব্যৱস্থা নাই। বৰ্তমানো নিত্য পূজা নাই যদিও নৈমিত্তিক উৎসৱ আদিত পূজা কৰা হয়।

সত্ৰৰ কীৰ্তনঘৰত থকা বিগ্ৰহ হ'ল— বাসুদেব মূৰ্তি। কিন্তু অতীতৰ সেই বাসুদেব মূৰ্তিটো নাই। কীৰ্তনীয়াৰ তিনি প্ৰসংগ আছে। এই তিনি প্ৰসংগ কৰাৰ বাবে পাঠক আছে। ৰাউলী সত্ৰত থকা প্ৰথম পাঠক হ'ল ধনীৰাম পাঠক। অতীতত তাত তিৰোতাৰ নিত্য প্ৰসংগ আছিল। কিন্তু বৰ্তমান নাই। নৈমিত্তিক উৎসৱত প্ৰসংগ কৰা হয়।

সত্ৰৰ বৰ্তমান কীৰ্তনঘৰ দুখলপীয়া। পূবত মণিকূট তাৰ পশ্চিমত নামঘৰ। এই কীৰ্তনঘৰৰ চৌহদত থকা ১ বিঘা মাটি কোহিৰাম পাঠকে দান কৰে। কীৰ্তন ঘৰ অতীত কালত গাঁৱৰ ভিতৰত আছিল। বৰ্তমান.ৰাস্তাৰ দাঁতিত। কীৰ্তনঘৰৰ কাষৰ ৩০ পুৰা মাটিত ৰায়তসকল আছিল। সেইবোৰ এতিয়া নিজ নামত পট্টা হৈছে। অন্যান্য সত্ৰৰ দৰে এই সত্ৰত ভাগৱত পাঠৰ বাবে ভাগৱতী ব্যৱস্থা নাই। সত্ৰৰ সত্ৰাধিকাৰে নৈমিত্তিক অনুষ্ঠানত ভাগৱত পাঠ কৰে। সত্ৰৰ বুকুত কোনো ধৰণৰ সাহিত্য চৰ্চাৰ উমান পোৱা নাযায়। যিবোৰ পুৰণি সাঁচিপতীয়া পুথি আছিল সেইবোৰ বনজুইত নষ্ট হৈ যায়।

সংস্কৃতিৰ দিশত লক্ষ্য কৰিলে দেখা যায় ১৯২০ চন মানলৈ সত্ৰৰ নামঘৰত অংকীয়া নাটৰ ব্যৱস্থা আছিল। ওজাপালিও থকাৰ উমান পোৱা যায়। বৰ্তমানো আছে। ওজাপালিৰ ভিতৰত মেৰো ওজা আৰু থানেশ্বৰ দাইনাপালিৰ নাম পাওঁ। অংকীয়া নাটৰ ওস্তাদ হিচাপে গংগাধৰ গোস্বামীৰ নাম পাওঁ। অতীতৰ শিক্ষানুষ্ঠান হিচাপে ৰাউলী সত্ৰত সংস্কৃত টোল থকাৰ উমান পোৱা নাযায়। বিদ্যা শিক্ষাৰ বাবে বাহিৰলৈ যাব লাগিছিল।

সত্ৰৰ নৈমিত্তিক উৎসৱবোৰৰ ভিতৰত দৌলোৎসৱ, শ্ৰীকৃষ্ণৰ জন্মাষ্টমী, পচতি, দামোদৰ দেৱৰ তিৰোভাৱ তিথি, জন্মোৎসৱ পালন কৰা হয়। **

## বৰকাপলা সত্ৰ

দেব দামোদৰ দেৱ ব্ৰাহ্মণোত্তৰ আচাৰ্য্যৰ ভিতৰত মনোহৰদেৱ অন্যতম। গোৱালপাৰাৰ ফুলগুৰিৰ লোক মনোহৰক গুৰুজনাৰ দীক্ষিত কৰি পূব দিশলৈ ধৰ্ম প্ৰচাৰাৰ্থে পঠাইছিল। তেওঁ পুৰণি কামৰূপলৈ আহি কেবাখনো সত্ৰ স্থাপন কৰে। এইবোৰৰ ভিতৰত বৰ কাপলা সত্ৰ প্ৰথম। আনুমানিক ১৫৫০-৬০ দশকৰ ভিতৰত তেৰাই এই সত্ৰ স্থাপন

কৰে। তেখেতে সত্ৰ স্থাপন কৰা সময়ত ভট্টদেৱ ব্যাসকুছিত আছিল। দুয়োজনাৰ মাজত বিশেষ সম্ভাব আছিল। দেৱদামোদৰ ব্যাসকুছিলৈ আহোতে মনোহৰদেৱেই আগবঢ়াই নিছিল।

মনোহৰদেৱৰ পৰাই সত্ৰৰ সত্ৰাধিকাৰ প্ৰথা প্ৰচলিত হয়। সত্ৰাধিকাৰ প্ৰথা বংশানুক্ৰমিক। সত্ৰৰ যাৱতীয় কাম সত্ৰাধিকাৰে পৰিচালনা কৰে। সত্ৰৰ নামঘৰৰ চৌহদত ডেৰ বিঘামান মাটি আছে। কাষত এটা পুখুৰী। তাত মাছ পোহা হৈছে। সত্ৰ চৌহদৰ বাহিৰে বাকী ৩১ বিঘা মাটি আছে যদিও মাটিখিনি দুটা পৰিয়ালৰ মাজত দুই ভাগ হৈ আছে। আহোম স্বৰ্গদেউ শিৱসিংহই এই মাটি দান কৰিছিল। তামৰ ফলি দানপত্ৰ হিচাপে এতিয়াও আছে। সত্ৰৰ নামঘৰৰ চৌহদৰ ডেৰ বিঘা মাটিত এটি দুখলপীয়া কীৰ্তনঘৰ আছে। মণিকূটটো দীঘে ৩০ ফুটমান আৰু পথালিয়ে ১৫ ফুট। নামঘৰটো দীঘে ৯০ ফুট আৰু পথালিয়ে ৪৫ ফুটমান হ'ব। প্ৰথম পৰ্যায়ত নামঘৰটো খেৰি আছিল। তাৰ পিছত ৭০ বছৰমান আগতে টিন আৰু কাঠেৰে সজা হয়। কিন্তু ধুমুহাত বিধ্বস্ত হোৱাত ১৯৭৫ চনত পুনৰ কীৰ্তনঘৰৰ কাম আৰম্ভ কৰে। বৰ্তমান ইয়াত বিগ্ৰহৰ পৰিৱৰ্তে আসনত ভাগৱত প্ৰতিষ্ঠা কৰা আছে। সত্ৰত নৈমিত্তিক অনুষ্ঠানত ভাগৱত পাঠ কৰা হয় যদিও নিৰ্দিষ্ট ভাগৱতী নাই। ইয়াত তিৰোতা আৰু পুৰুষৰ দুই প্ৰসংগ প্ৰথা আছে।

সত্ৰৰ নৈমিত্তিক অনুষ্ঠানবোৰৰ ভিতৰত জগন্নাথৰ নাম, শ্ৰীকৃষ্ণৰ জন্মাষ্টমী, পাঁচতি, মনোহৰ দেৱৰ বাৰ্ষিক তিথি মহোৎসৱ। মনোহৰ দেৱৰ তিথি শুক্লা দ্বাদশী তিথি শাওণৰ মাহত পালন কৰা হয়। সত্ৰত অনেক সাঁচিপতীয়া পুথি আছিল। তাৰ কিছু অংশ কীৰ্তনঘৰ ভস্মীভূত হওঁতে নষ্ট হয়, বাকী অংশ বুৰঞ্জী আৰু পুৰাতত্ব বিভাগে লৈ যায়। অতীত কালত এই সত্ৰত অংকীয়া ভাওনাৰ ব্যৱস্থা আছিল। **

## বৰলা সত্ৰ

বৰ্তমান বৰপেটা জিলাৰ পাকা মৌজাৰ অন্তৰ্গত বৰলা সত্ৰ প্ৰাচীন আৰু ঐতিহাসিক সত্ৰ। ওঠৰশ শতিকাৰ আৰম্ভণিতে জগন্নাথদেৱৰ বংশধৰ জয়দেৱ গোস্বামীয়ে বৰলা সত্ৰ স্থাপন কৰে। আহোম স্বৰ্গদেউ লক্ষ্মীকান্ত সিংহই তাম্ৰফলি সহ সত্ৰৰ বাবে ভূমিদান কৰে। ১৮৯৭ চনৰ বৰভূঁইকঁপত সত্ৰখন ক্ষতিগ্ৰস্ত হোৱাত ককিলাবাৰীলৈ স্থানান্তৰিত কৰে।

## মনেৰী সত্ৰ

মনেৰী সত্ৰ বৰপেটা জিলাৰ বহৰিৰ সমীপৰ কালাদিত বৰলুইতৰ পাৰত অৱস্থিত।

মহাপুৰুষ হৰিদেৱে স্থাপন কৰা প্ৰাচীন আৰু ঐতিহাসিক সত্ৰসমূহৰ ভিতৰত মনেৰী সত্ৰ অন্যতম। গুৰুজনাই ১৩৭৮ শকত কালাদিত সত্ৰ স্থাপন কৰি সত্ৰত লক্ষ্মীনাৰায়ণৰ বিগ্ৰহত দৈনন্দিন প্ৰসংগ আদি নিয়মিতভাৱে পালন কৰি হৰিসেৱাশ্ৰম স্থাপন কৰে। মনেৰী সত্ৰত মহাপুৰুষ শংকৰদেৱ আৰু মহাপুৰুষ দামোদৰদেৱেও শিষ্য সমন্বিতে গৈ একেৰাহে সাত দিন সাত ৰাতি নাম-প্ৰসংগ, ভাওনা আদিৰে সত্ৰ একেৰাহে হৰিগুৰুৰ মান বঢ়ায়। হৰিগুৰুৰ মৃত্যুৰ সময়ত তেৰাৰ দুহিতা কুমাৰী ভুবনেশ্বৰী দেৱীক সত্ৰৰ অধিকাৰিণীৰ পদ যাচে। এই মনেৰী সত্ৰই পিছলৈ ৰৰলুইতৰ বুকুত জাহ যোৱাত সত্ৰৰ ভকত-বান্ধৱে বৰ্তমানৰ নলবাৰী জিলাৰ অন্তৰ্গত বৰতলা গাঁৱত গুৰুজনাৰ পদশিলা, লাখুঁটি, খৰম, পূৰ্ব সত্ৰত স্থাপিত লক্ষ্মীনাৰায়ণৰ বিগ্ৰহ, ভাগৱত আদি আনি পুনৰ এই সত্ৰ নতুনকৈ স্থাপন কৰে।

## কালজিৰাপাৰা সত্ৰ

বৰপেটা জিলাৰ পাঠশালা চহৰৰ ৰতনপুৰ গাঁৱৰ পূব অঞ্চলত কালজিৰাপাৰা সত্ৰ অৱস্থিত। ভবানীপুৰীয়া গোপাল আতাৰ কালজাৰ সত্ৰৰ সত্ৰাধিকাৰ শ্ৰীৰামদেৱ মিশ্ৰৰ নাতি নৰনাথ মিশ্ৰ অধিকাৰীৰ লগত প্ৰায় তিনিকুৰি ভকতসহ কালজাৰ সত্ৰৰ পৰা বিভাজন হৈ আহি এই সত্ৰ স্থাপন কৰে। কালক্ৰমত সত্ৰখন কালজিৰাপাৰা সত্ৰ হিচাপে খ্যাত হ'ল। বৰ্তমান নৰনাথ অধিকাৰীৰ উত্তৰাধিকাৰসকলে সত্ৰৰ সত্ৰাধিকাৰৰ পদ গ্ৰহণ কৰি সত্ৰখনৰ তত্ত্বাৱধানৰ দায়িত্ব বহন কৰি আছে।

## পোমৰা সত্ৰ

বৰপেটাস্থিত পাঞ্জৰভাংগাত পোমৰা বা পোমাৰি সত্ৰ মোগলৰ কামৰূপ আক্ৰমণৰ সময়ত দামোদৰদেৱৰ ভতিজা কৃষ্ণদেৱে স্থাপন কৰিছিল। দামোদৰদেৱে বৈকুণ্ঠনাথ ভট্টাচাৰ্যদেৱক (ভট্টদেৱ) পাটবাউসী সত্ৰৰ সত্ৰাধিকাৰৰ পদ যচাত কৃষ্ণদেৱ অসন্তুষ্ট হয় আৰু জেদ ধৰি পোমৰা সত্ৰ স্থাপন কৰে।

## বৰগোমূৰা সত্ৰ

চতুৰ্ভূজ ঠাকুৰ আতা বংশধৰসকলে বৰপেটা জিলাৰ সৰ্থেবাৰীৰ সমীপৰ সৰুক্ষেত্ৰী মৌজাত বৰগোমূৰা নামে এই মহাপুৰুষীয়া সত্ৰখনি স্থাপন কৰে।

## বেতবাৰী সত্ৰ

বৰপেটা জিলাৰ হাউলীত এই সত্ৰ অৱস্থিত।

## হৰিদেৱ সত্ৰ

গেজেটিয়াৰ মতে বৰপেটা জিলাৰ চেঙা মৌজাস্থিত হৰিদেৱ সত্ৰ এখন হৰিদেৱী সত্ৰ।

## হালধা সত্ৰ

বৰপেটা জিলাৰ সমীপত এই সত্ৰ অৱস্থিত।

## আনন্দপুৰ সত্ৰ

বজালীৰ পাটাছাৰকুছিৰ উত্তৰে নিত্যানন্দৰ সমীপত থকা আনন্দপুৰ সত্ৰ নিত্যানন্দৰ বংশধৰ বাসুদেৱৰ পৰিয়ালৰ ভৱনাথে স্থাপন কৰে।

## চামৰাম্বাৰ সত্ৰ

নিত্যানন্দৰ বংশধৰ মেচ আৰু কছাৰীসকল লগ হৈ চামৰাম্বাৰ সত্ৰ স্থাপন কৰে। সত্ৰত বাৰাণসীৰ পৰা অনা শ্যামৰায়ৰ শ্ৰীমূৰ্তি স্থাপন কৰা আছে।

## টঙাৰকুৰ সত্ৰ

বজালীৰ পাটাছাৰকুছিৰ সমীপত সৰিয়হ মৌজাৰ অন্তৰ্গত টঙাৰকুৰত ৰামপুৰ সত্ৰৰ গোসাঁই পদ্মপাণিদেৱে কালদিয়া নৈৰ পাৰত টঙাৰকুৰ সত্ৰ স্থাপন কৰে।

## সিদ্ধপুৰ সত্ৰ

বৰপেটা জিলাৰ সৰিহ মৌজাৰ অন্তৰ্গত হৰিদেৱী সত্ৰ। আচাৰ্য জগন্নাথদেৱৰ মাজু পুতেক বাকসিদ্ধ পুৰুষ আছিল কাৰণে সত্ৰখন সিদ্ধপুৰ হিচাপে নামকৰণ কৰা হয়।

## পাটা সত্ৰ

বজালীৰ পাটাছাৰকুছিৰ সমীপত কালদিয়া নৈৰ পূব পাৰে অৱস্থিত হৰিদেৱী সত্ৰ। সত্ৰৰ মূল বিগ্ৰহত বাসুদেৱ বিদ্যমান। হৰিচৰণদেৱৰ বংশজ ৰামধন গোসাঁই থানা সত্ৰৰ পৰা উঠি আহি পাটা সত্ৰ স্থাপন কৰে।

## শুভা সত্ৰ

বৰপেটা জিলাৰ চেঙাৰ ওচৰত শুভা গাঁৱত হৰিদেৱৰ আজ্ঞানুসৰি নাৰায়ণদেৱে ১৪০৩ শকত শুভা সত্ৰ স্থাপন কৰে। আচাৰ্য নাৰায়ণদেৱে মহাপুৰুষ হৰিদেৱৰ গুণ-গৰিমাৰ কথা শুনি সুদূৰ বংগদেশৰ নদীয়া জিলাৰ পৰা আহি হৰিগুৰুত শৰণ লয়। মানেৰিত থাকি হৰিগুৰুৰ পৰা ধৰ্মকথা লৈ নাৰায়ণদেৱে গুৰু আজ্ঞানুসৰি শুভা সত্ৰ স্থাপন কৰে। শুভা সত্ৰৰ উপৰিও নাৰায়ণদেৱে বান্দলি, হৰিপুৰ আৰু পীড়লা সত্ৰও স্থাপন কৰে।

## গুৱাগাছা সত্ৰ

ৰামচৰণ ঠাকুৰে প্ৰতিষ্ঠা কৰা গুৱাগাছা সত্ৰ বৰপেটাৰোডৰ পৰা পূবে বৰটাৰিৰ ওচৰত অৱস্থিত। সত্ৰত তেৰাৰ পদশিলা সংৰক্ষিত হৈ আছে। বিদিত আছে যে সত্ৰলৈ ৰজা শিৱসিংহই ভূমিদান কৰিছিল যদিও ১৮৯৭ চনৰ বৰভূঁইকঁপত ইয়াৰ ক্ষতি সাধন হয়।

## বামুণা সত্ৰ

বৰপেটা জিলাৰ অন্তৰ্গত ঐতিহাসিক আৰু প্ৰাচীন বামুণা সত্ৰ দৈত্যাৰি ঠাকুৰদেৱে স্থাপন কৰিছিল।

## মালচা সত্ৰ

বৰ্তমান বৰপেটা জিলাৰ অন্তৰ্গত পাঠশালা চহৰৰ সমীপত গাড়ীসত্ৰত দৈত্যাৰি ঠাকুৰৰ বংশৰ লোকে স্থাপন কৰা মালচা সত্ৰ। বৰ্তমান সত্ৰৰ একো চিন-চাব পাবলৈ নাই।

## কেওটকুছি সত্ৰ

কেওটকুছি সত্ৰৰ প্ৰতিষ্ঠাপক আছিল বৈকুণ্ঠনাথ ভট্টাচাৰ্যদেৱৰ ককায়েকৰ নাতিয়েক মুকুন্দদেৱ। এই সত্ৰ বৰপেটাৰ বাৰাদিৰ ওচৰত।

## আনন্দপুৰ সত্ৰ

গৃহস্থী ব্ৰাহ্মণ মহন্তৰ আনন্দপুৰ সত্ৰ বৰপেটাৰ বজালী মৌজাত। পাটাছাৰকুছিৰ উত্তৰে নিত্যানন্দৰ সমীপত।

## কৈহাটী সত্ৰ

বৰপেটা জিলাৰ অন্তৰ্গত সৰ্থেবাৰী চহৰৰ সমীপত, গৃহস্থী ব্ৰাহ্মণ গোসাঁইৰ সৰু আৰু ডাঙৰ দুখন হৰিদেৱী সত্ৰ আছে। সত্ৰ দুখন কৈহাটী সত্ৰ হিচাপে খ্যাত।

## গজিয়া সত্ৰ

বৰপেটা মহকুমাৰ অন্তৰ্গত গজিয়া সত্ৰ এখন ঐতিহাসিক সত্ৰ।

## গোমূৰা সত্ৰ

গোবিন্দ আতাই স্থাপন কৰা গোমূৰা সত্ৰ এখন মহাপুৰুষীয়া সত্ৰ। জনশ্ৰুতিমতে এই সত্ৰ কমলাবাৰীৰ শাখা সত্ৰ। সত্ৰখনি বৰপেটাৰ সৰুক্ষেত্ৰী মৌজাৰ অন্তৰ্গত।

## চিলা সত্ৰ

বৰপেটা জিলাৰ দুখনি চিলা সত্ৰ আছে। এখন ব্যাসকুছিৰ ওচৰত থকা দামোদৰী সত্ৰ আৰু আনখন হৰিহৰ আতাৰ ভ্ৰাতৃ হৰিচৰণদেৱৰ পুত্ৰ হৰিবৰদেৱে প্ৰতিষ্ঠা কৰা সত্ৰ।

## জাৰাবাৰী সত্ৰ

বৰপেটা জিলাৰ সুন্দৰীদিয়া সত্ৰৰ নিলগত এই সত্ৰ।

## জোৰাৰদি সত্ৰ

বৰপেটা জিলাৰ ধৰ্মপুৰ মৌজাস্থিত জোৰাৰদি সত্ৰ প্ৰকৃততে গৃহস্থী ব্ৰাহ্মণ মহন্তৰ সত্ৰ নে ভবানীপুৰীয়া গোপাল আতাৰ বংশধৰসকলে প্ৰতিষ্ঠা কৰা সত্ৰ তাৰ সঠিক বিৱৰণ পোৱা নাযায়।

## ঝাৰাবাৰী সত্ৰ

ঝাৰাবাৰী সত্ৰ বৰপেটাৰ হাউলী অঞ্চলৰ দক্ষিণ-পূবে থকা ঝাৰাবাৰী গাঁৱত আছিল যদিও বৰ্তমান ভেটিৰ মাটিৰ বাহিৰে সত্ৰখনৰ কোনো অস্তিত্ব নাই।

## পীৰলা সত্ৰ

পীৰলা সত্ৰ এখন হৰিদেৰী সত্ৰ। এই সত্ৰ বৰপেটাৰ বহৰি সত্ৰৰ নিলগত অৱস্থিত।

## পোৰাভঁৰাল সত্ৰ

ভবানীপুৰীয়া গোপাল আতাৰ উত্তৰাধিকাৰসকলে এই সত্ৰ স্থাপন কৰিছিল। এই সত্ৰ বৰপেটাৰ হাউলীৰ সমীপত।

## বামখাতা সত্ৰ

ৰজা শিৱসিংহৰ ৰাজত্বৰ কালত ৰামচৰণ ঠাকুৰৰ নাতি পূৰ্ণানন্দ ঠাকুৰীয়াই বৰপেটা জিলাৰ বামখাতা অঞ্চলত এই সত্ৰ স্থাপন কৰে। বিদিত আছে যে মাধৱ গুৰুজনাই সুন্দৰীদিয়া সত্ৰত থকাৰ কালত বামখাতা গাঁৱৰ ভকতকেইজনমানে গৈ তেওঁত শৰণ লৈ বামখাতাত এখন সত্ৰ স্থাপনৰ উদ্দেশ্যে তেৰাক আমন্ত্ৰণ জনায়। কিন্তু গুৰুজনাই বিশেষ কাৰণবশতঃ আহিব নোৱৰাত বস্তি এগছি তেওঁলোকৰ হাতত পঠাই দিয়ে আৰু বস্তিগছি স্থাপন কৰি ভকতসকলে এখন মহাপুৰুষীয়া সত্ৰ বামখাতাত স্থাপন কৰে। বৰ্তমান সত্ৰৰ পৰা পূৱলৈ ইয়াৰ এটি শাখাও স্থাপন হৈছে। সত্ৰখনি বৰ্তমান পূৰ্ণানন্দ ঠাকুৰীয়াদেৱৰ উত্তৰাধিকাৰসকলে চোৱা-চিতা কৰি আছে।

## কাৰসাম্না সত্ৰ

কাৰসাম্না সত্ৰ বৰপেটা জিলাৰ অন্তৰ্গত বজালীত অৱস্থিত। বিদিত আছে যে, দামোদৰদেৱৰ গুৰু ভগৱানদেৱৰ পৰা এই নামত এখন সত্ৰ হৈছে।

## কুৰোবাহা সত্ৰ

বৰপেটা জিলাৰ অন্তৰ্গত সৰুপেটাৰ সমীপত এই সত্ৰ। বিদিত আছে যে, নিৰঞ্জন গাভৰুগিৰীৰ দ্বিতীয় পুত্ৰ শাৰংগপাণি তৃতীয় পুত্ৰ মনোৰথৰ বংশধৰসকলে কুৰোবাহাত থাকিবলৈ লোৱাৰে পৰা তাত কুৰোবাহা সত্ৰ স্থাপিত হয়।



---

** মথুৰা মোহন গোস্বামীৰ 'সংস্কৃতি সন্ধান' পুথিৰ আলমত।

* বেজকুছিৰ পৰা শশী মোহন গোস্বামীৰ টোকাৰ পৰা।

ভিতৰ পৃষ্ঠাত

- নলবাৰী জিলা ঃ এটি পৰিচয়মূলক টোকা
- মঠ-মন্দিৰ/দেৱালয়

  ○বিশ্বেশ্বৰ দেৱালয় ○বালিলেচাৰ কালী মন্দিৰ ○থেঠা গোসাঁইৰ থান ○শ্ৰীশ্ৰীজয়পাল দেৱালয় ○জগন্নাথ দেৱালয় ○দৌলাশাল মন্দিৰ ○বাসুদেৱ দেৱালয় ○শ্ৰীপুৰ দেৱালয় ○মহাৰুদ্ৰ পীঠ দেৱালয় ○নলবাৰী হৰি মন্দিৰ ○বাঘেশ্বৰী থান ○জয়পাল থান ○বুঢ়াগোসাঁই থান ○কলীয়া গোসাঁইৰ থান ○ভাঙুৰা গোসাঁইৰ থান ○শ্যামৰায় মন্দিৰ ○গোপাল-জগন্নাথ থান ○দুৰ্গা আৰু কালী মন্দিৰ ○হেলচাৰ মনসা মন্দিৰ ○কুলবিল শিৱ দেৱালয় ○ধমধমা থান ○বৰবৰী থান ○ফুলৰ তল শিৱ মন্দিৰ ○বৌদ্ধ মন্দিৰ ○জৈন মন্দিৰ ○গির্জা ○মছজিদ ○আশ্ৰম
- সত্ৰ/সচং

  ○হালধিবাৰী সত্ৰ ○অগ্নিশালা সত্ৰ ○অনন্ত গোসাঁইৰ সত্ৰ ○জাগ্ৰা সত্ৰ ○ৰামপুৰ সত্ৰ ○কৈহাটী সত্ৰ ○কুলবিল সত্ৰ ○নখৰা সত্ৰ ○খুটিয়া সত্ৰ ○চাৰাবাৰী সত্ৰ ○দামোদৰ ধাম সত্ৰ ○সন্ধেলী সত্ৰ ○খাতাবাৰী সত্ৰ ○পকোৱা সৎসঙ্গী মঠ ○সৎসঙ্গী আলগা সত্ৰ ○নাপ্তিপাৰা সত্ৰ ○বিহামপুৰ সত্ৰ ○বালিলেচা সত্ৰ ○নলবাৰী সত্ৰ ○মৰোৱা সৎসঙ্গী সত্ৰ ○ক্ষুদ্ৰ মাখিবাহা সৎসঙ্গী সত্ৰ ○বালিকুৰীয়া সত্ৰ

## নলবাৰী জিলা (অবিভক্ত) ঃ
## এটি পৰিচয়মূলক টোকা

বিগত ১৯৮৫ চনৰ ১৪ আগষ্ট তাৰিখে জিলাৰ মৰ্যাদা লাভ কৰা নলবাৰী জিলা অসমৰ শাসনাধিষ্ঠিত জিলাসমূহৰ ভিতৰত এখন। নলবাৰী সদৰ আৰু নলবাৰী মহকুমাক লৈ গঠিত নলবাৰী জিলাৰ মুঠ মাটিকালি ২,২৫৭ বৰ্গকিলোমিটাৰ আৰু মুঠ জনসংখ্যা ১,৩৮,১৮৪ (২০০১ চনৰ লোকপিয়ল মতে)। সু-পৰিচালনাৰ হেতু পুৰণি কামৰূপ জিলাক তিনি ভাগত বিভক্ত কৰি ইয়াৰে এভাগক নলবাৰী জিলা হিচাপে মৰ্যাদা প্ৰদান কৰা হয়। জিলাখনৰ চাৰিসীমা বুলিলে উত্তৰে ভূটান, পূবে কামৰূপ জিলা, দক্ষিণে ব্ৰহ্মপুত্ৰ, পশ্চিমে বৰপেটা জিলা। ব্ৰহ্মপুত্ৰই হ'ল জিলাখনৰ প্ৰধান নৈ। পাগলাদিয়া, বৰলীয়া, বুঢ়াদিয়া আদি নৈ-উপনৈসমূহ জিলাখনৰ মাজেদি প্ৰবাহিত হৈ আহিছে।

হিন্দু, মুছলমান, জৈন, খ্ৰীষ্টীয়ান আদি ধৰ্মাবলম্বী লোকসকলৰ বাসভূমি নলবাৰী জিলা। জিলাখনত বাস কৰা অনুসূচিত জাতি আৰু জনজাতিৰ হাৰ মুঠ জনসংখ্যাৰ ৮.৭৪ শতাংশ আৰু ১৭.৬৭ শতাংশ। জিলাখনৰ অৰ্থনৈতিক দিশটোত কৃষিয়েই প্ৰধানকৈ মুখ্য ভূমিকা বহন কৰি আহিছে। জিলাৰ উৎপাদিত কৃষিজাত সামগ্ৰীসমূহৰ ভিতৰত ধান, গম, সৰিয়হ, মৰাপাট, ৰবি শস্য আদিয়েই প্ৰধান। ইয়াৰ উপৰি পশুপালন, মীন পালন, ক্ষুদ্ৰ উদ্যোগ আদিয়েও জিলাৰ অৰ্থনীতিত যথেষ্ট অৰিহণা আগবঢ়াই আহিছে। জিলাৰ ভিতৰত থকা তিনিখন চাহ বাগিচাইও অৰ্থনৈতিক দিশত যথেষ্ট অৰিহণা যোগাই আহিছে। জিলাৰ অন্তৰ্গত সংৰক্ষিত বনাঞ্চলসমূহৰ পৰা উৎপাদিত বনজ সম্পদৰাজিয়েও জিলাৰ অৰ্থনৈতিক দিশত যথেষ্ট প্ৰভাব পেলাইছে।




শৈক্ষিক দিশতো জিলাখন যথেষ্ট আগবঢ়া। জিলাৰ মুঠ জনসংখ্যাৰ ৬৮.০৮ শতাংশই সাক্ষৰ। ইয়াৰ ভিতৰত ৭৭.১৭ শতাংশ পুৰুষ আৰু ৫৮.৪০ শতাংশ মহিলা।

জিলাৰ অন্তৰ্গত পবিত্ৰ তীৰ্থভূমি, প্ৰাচীন মঠ-মন্দিৰ, বৈষ্ণৱ সত্ৰ, মছজিদ, গিৰ্জা, আশ্ৰম, প্ৰাচীন স্থাপত্য-ভাস্কৰ্য আদিয়েই জিলাখনৰ ধৰ্মীয় দিশটোক সুন্দৰ ৰূপত প্ৰকট কৰি আহিছে। সাহিত্য, কলা-সংস্কৃতি, ধৰ্মীয় পৰম্পৰা আৰু ভাবানুভূতিৰ মাজেদি সম্প্ৰতি আৰু সমন্বয়ৰ সাক্ষ্য বহন কৰি আহিছে জিলাখনে।

## বিশ্বেশ্বৰ দেৱালয়

অসমৰ প্ৰাচীন আৰু ঐতিহ্যমণ্ডিত শিৱ দেৱালয়সমূহৰ ভিতৰত নলবাৰী জিলাৰ ধৰ্মপুৰ মৌজাৰ অন্তৰ্গত বেলশৰ গাঁৱৰ বিশ্বেশ্বৰ দেৱালয় অন্যতম। ঐতিহাসিক বিশ্বেশ্বৰ দেৱালয় নিৰ্মাণ সম্পৰ্কত বিশেষ ইতিহাস সম্বলিত লিখিত বিৱৰণ পাবলৈ নাই। দেৱালয়ৰ

মূল বিগ্ৰহত শিৱলিংগ বিদ্যমান। কামৰূপৰ বুৰঞ্জীত উল্লিখিত অনুসৰি প্ৰাক্ আহোম যুগত নাগাক্ষ ৰজাই মন্দিৰটো নিৰ্মাণ কৰিছিল। আহোম স্বৰ্গদেউ শিৱসিংহই দেৱালয়ৰ নামত ভূমিদান কৰাৰ কথা জনা যায়। গেজেটিয়াৰ মতে বিশ্বেশ্বৰ দেৱালয়ৰ লাখেৰাজ ১,৪২৮ বিঘা আৰু নিস্পিখেৰাজ ভূমিৰ পৰিমাণ ২,৮০১ বিঘা। দেৱালয়ৰ পুৰণি আৰু ঐতিহাসিক সম্পদৰাজিসমূহৰ ভিতৰত শিলালিপি, মহারুদ্ৰ মোহৰ আৰু তামৰ ফলি আদিয়েই প্ৰধান আৰু উল্লেখনীয়। যোগিনীতন্ত্ৰত উল্লিখিত অনুসৰি বিশ্বেশ্বৰ দেৱালয় এখন শক্তিপীঠো।



দেৱালয় সম্পৰ্কত এটি জনশ্ৰুতি আছে। এজন ব্ৰাহ্মণৰ এজনী কপিলী গাই আছিল। গাইজনীয়ে মনে মনে হাবিৰ মাজলৈ গৈ এজোপা বিৰিণা বনত দুগ্ধদান কৰিছিল। বিৰিণা বনৰ ওপৰত দুগ্ধদান কৰা কথাটো গিৰিহঁতৰ দৃষ্টিগোচৰ হোৱাত ঠাইখণ্ডত অনুসন্ধান কৰিলত বিৰিণাজোপাৰ ওচৰত এক শিলাখণ্ড দেখিবলৈ পালে। পাছত গাঁৱৰ ৰাইজৰ সহযোগত খান্দোতে শিলটো উঠাব নোৱাৰিলে। বৰং যিমানে উঠাবলৈ চেষ্টা কৰে ক্ৰমাৎ তললৈহে নামি গ'ল। খান্দোতে কোৰ লাগি শিলটোৰ একাংশ এৰি গ'ল। পাছত শিলটো উঠাব নোৱাৰি ৰজা নাগাক্ষক সকলো কথা বিবৰি কোৱাত ৰজাই হাতী লগায়ো চেষ্টা কৰিলে। কিন্তু শিলটো উঠাব নোৱাৰিলে আৰু ক্ৰমান্বয়ে তললৈহে নামি গ'ল। পাছত ৰজা নাগাক্ষই ঠাইৰ মাহাত্ম্য বুজি সেই ঠাইত এটি মন্দিৰ নিৰ্মাণ কৰি দিয়ে।

মন্দিৰত বলি-বিধান আছে। দুৰ্গা পূজাৰ সপ্তমী আৰু নৱমী পূজাৰ দিনা ম'হ, ছাগলী, হাঁহ, পাৰ, কোমোৰা, কুঁহিয়াৰ আদি বলি দিয়াৰ প্ৰথা পৰম্পৰাগতভাৱে প্ৰচলিত হৈ আহিছে। দেৱালয়ত দৈনিক অনেক ভক্তৰ সমাগম হয়। দৈনন্দিন পূজা-পাঠ কৰাৰ উপৰিও দেৱালয় প্ৰাংগণত দুৰ্গা পূজা, লক্ষ্মী পূজা, শিৱৰাত্ৰি, শ্যামা পূজা, ভঠেলি, দৌলযাত্ৰা, জেঠুৱা নাম আদি উদ্‌যাপন কৰা হয়। দৌল পূজাৰ বাবে মন্দিৰৰ নাতিদূৰত চাৰিচালিয়া টিনৰ চালিৰে ওখ এটি মাটিৰ টিপ নিৰ্মাণ কৰা হৈছে।

## বালিলেচাৰ কালী মন্দিৰ

নলবাৰী চহৰৰ পৰা প্ৰায় ৬ কিলোমিটাৰ নিলগত বালিলেচা গাঁৱত অৱস্থিত প্ৰসিদ্ধ বালিলেচা কালী মন্দিৰ। মন্দিৰৰ ভিতৰত চতুৰ্ভুজ কালী মূৰ্তি আৰু বিষ্ণু মূৰ্তি আছে। পূৰ্বতে ইয়াত শিৱ আৰু বিষ্ণু মন্দিৰ আছিল যদিও ১৮৯৭ চনৰ বৰভূঁইকঁপত ধ্বংস হয়। মন্দিৰ প্ৰাংগণত বৰ্তমানো প্ৰাচীন মন্দিৰৰ ভগ্নাৱশেষ বিৰাজমান। প্ৰাচীন মন্দিৰৰ ভগ্নাৱশেষসমূহৰ স্থাপত্য-ভাস্কৰ্যৰ ভিতৰত শিলত খোদিত সিংহ মূৰ্তি, হাতী আৰু পদুম ফুল আদিয়েই প্ৰধান। বালিলেচাৰ কালী মন্দিৰ প্ৰতিষ্ঠা সম্পৰ্কত ড° মহেশ্বৰ নেওগ সম্পাদিত 'পৱিত্ৰ অসম' পুথিত লিখিছে— 'নলবাৰী চাৰ্কেলৰ অন্তৰ্গত বালিলেচা গাঁৱত আহোমৰ দিনত কালীচৰণ চৌধাৰী নামৰ এজন লোকে নলবাৰী চহৰৰ পৰা তিনি মাইল দক্ষিণে উক্ত গাঁৱতে এই কালী মন্দিৰ প্ৰতিষ্ঠা কৰিছিল। মন্দিৰত বৰ্তমান যিটো মূৰ্তি আছে ব্ৰহ্মপুত্ৰ



নাইবা আন কোনো ঠাইত পোৱা বুলি শুনা যায়। চৌধাৰীয়ে তাৰ পৰা এই মূৰ্তিটো আনি কালী মন্দিৰ প্ৰতিষ্ঠা কৰে আমৰা নামৰ এখন গাঁৱত। তাত কিবা অসুবিধা হোৱাত বালিলেচাত মন্দিৰ নিৰ্মাণ কৰে।'

আহোম স্বৰ্গদেউসকলে মন্দিৰৰ নামত ভূমিদান কৰাৰ কথা জনা যায়। বৰ্তমান মন্দিৰৰ চৌহদত মন্দিৰৰ সংলগ্নকৈ সভাঘৰ, বুলনি ঘৰ, ভোগঘৰ আৰু কাৰ্যালয় আছে। সভাঘৰটো প্ৰায় ৬৫ ফুট দীঘল আৰু প্ৰায় ৩২ ফুট বহল। ১০ বিঘামান মাটিত খন্দা 'কালী সাগৰ' নামেৰে মন্দিৰৰ এটি ধুনীয়া পুখুৰী আছে। দৈনিক কমেও ৩০০ ৰো অধিক দৰ্শনাৰ্থীৰ পয়োভৰ দেখা যায়। প্ৰতি বছৰে মন্দিৰ সমিতিয়ে নিৰ্বাচন কৰা মুখ্য পুৰোহিতৰ তত্বাৱধানত মন্দিৰৰ পূজা-অৰ্চনা চলে। সমিতিয়ে মুখ্য পুৰোহিতজনক এবছৰৰ বাবেহে নিৰ্বাচন কৰে। মন্দিৰত বলি-বিধান আছে। আমিষ-নিৰামিষ দুয়োবিধ ভোগেই মন্দিৰত আগবঢ়োৱা হয়। ইয়াৰ ভিতৰত ভগৱতীৰ ভোগ আমিষ। ভক্তবৃন্দই ভগৱতী

দেৱীৰ নামত প্ৰায়ে হাঁহ, পাৰ, ছাগলী, ম'হ আদি বলি হিচাপে উছৰ্গা কৰে।

মন্দিৰ প্ৰাংগণত দৈনন্দিন পূজা-পাতলৰ উপৰি ব'হাগ মাহত ভঠেলি উৎসৱ আৰু মাঘ মাহৰ পহিলা তাৰিখৰ পৰা তিনিদিনীয়া কাৰ্যসূচীৰে সভা পতা হয়। মাঘ মাহত উদ্‌যাপিত সভাত নাম-প্ৰসংগ, নাটক, ওজাপালি নৃত্য আদি সাংস্কৃতিক পৰম্পৰা অতীজৰে পৰাই চলি আহিছে। মন্দিৰত শ্যামা পূজা, শিৱ পূজা আৰু দুৰ্গা পূজা বৰ আড়ম্বৰপূৰ্ণভাৱে উদযাপন কৰা হয়। প্ৰায়ে যজ্ঞও পতা হয়।



## থেঠা গোসাঁইৰ থান

পুৰণি কলিয়া ঐতিহ্যমণ্ডিত থেঠা গোসাঁইৰ থান নলবাৰী চহৰৰ পৰা দক্ষিণ-পশ্চিমে প্ৰায় ১০ কিলোমিটাৰ নিলগত দোকোহা গাঁৱত অৱস্থিত। থানত ডাঙৰ এজোপা কেলি কদম বৃক্ষৰ তলত খুবলি থকা তিনিডোখৰ শিলাখণ্ডক বিষ্ণুৰ বিগ্ৰহ হিচাপে স্থাপন কৰি পূজা কৰা হয়। ইয়াত কোনো নিৰ্দিষ্ট পুৰোহিত নাই। গৰখীয়াবিলাকেই থানত পূজা-পাতল কৰে। জনশ্ৰুতি মতে পূৰ্বতে ইয়াত আৰঙ্গমৌ, দোকোহা, ন-খেতি আদি গাঁৱৰ গৰখীয়াবিলাকে গৰু চৰাই থাকোতে থানৰ বিগ্ৰহ তিনিটা উদ্ধাৰ কৰিছিল। সাধাৰণ শিলাখণ্ড বুলি গৰখীয়াইঁতে ধেমালিতে কাষৰ নদীৰ পানীত পেলাই থৈ আহিছিল। কিন্তু বিগ্ৰহ তিনিটা নিজে নিজে পানীৰ পৰা উঠি আহি আকৌ সেই নিৰ্দিষ্ট কেলি কদম জোপাৰ তলতেই স্থিত হৈছিল। পাছত বিগ্ৰহৰ মাহাত্ম্য বুজি স্থানীয় ৰাইজে মিলি তাত এটি মন্দিৰ সাজি পূজা-পাতলৰ ব্যৱস্থা





কৰি দিয়ে। ভক্তপ্ৰাণ লোকসকলে থানৰ মাহাত্ম্যৰ কথা সুঁৱৰি কয় যে ইয়াত মানস কৰি নৈবেদ্য আগবঢ়ালে মনোকামনা পূৰ্ণ হয়। থানৰ ভোগ নিৰামিষ। অতি মহিমামণ্ডিত হিচাপে খ্যাত থেঠা গোসাঁইৰ থানত ৰাতি খোল-তালৰ শব্দ বহু দূৰলৈ শুনা বুলি লোকবিশ্বাস আছে।

থানৰ সৰ্বমুঠ ভূমিৰ পৰিমাণ প্ৰায় ৪ বিঘা। বৰ্তমান থান পৰিচালনাৰ বাবে এখন সমিতি গঠন কৰি লোৱা হৈছে। প্ৰতি বছৰে ফাগুণ মাহৰ ১-২ তাৰিখে বিষ্ণুযজ্ঞ বৰ আড়ম্বৰপূৰ্ণভাৱে উদযাপন কৰা হয়। থানত উদ্‌যাপিত বছৰেকীয়া যজ্ঞত অগণন ভক্তৰ সমাগম হয়।

## শ্ৰীশ্ৰীজয়পাল দেৱালয়

নলবাৰী জিলাৰ অন্তৰ্গত বৰভাগ মৌজাৰ ডিংডিঙি গাঁৱত পাগলাদিয়া নৈৰ পাৰত অসমৰ প্ৰাচীন আৰু ঐতিহ্যমণ্ডিত দেৱালয়সমূহৰ ভিতৰত অন্যতম জয়পাল দেৱালয়। দেৱালয়ৰ বিগ্ৰহত শিৱলিংগ আছে। মন্দিৰৰ বিগ্ৰহত থকা শিৱলিংগটো বহলে প্ৰায় ১.৫ ফুট আৰু ওখই প্ৰায় ২ ফুট। ঐতিহাসিক জয়পাল দেৱালয়ৰ নিৰ্মাণ সন্দৰ্ভত বিশেষ ঐতিহাসিক সমল বিচাৰি পোৱা নাযায়। কোনো কোনোৰ মতে আহোম স্বৰ্গদেউ শিৱসিংহৰ ৰাজত্ব কালত এই দেৱালয় নিৰ্মাণ কৰা হয়। বৰ্তমান মন্দিৰৰ আন্তঃগাঁথনিৰ পৰা এইটো সহজে অনুমেয় যে দেৱালয়ৰ মন্দিৰটো পুৰণিকলীয়া। জয়পাল দেৱালয় সম্পৰ্কত পি. ডি. চৌধুৰীৰ 'Archaeology in Assam' পুথিখনত এইদৰে পোৱা যায়—'It is said that this temple was built during Siva Singha's



time'। বিদিত আছে যে আহোমসকলৰ আগতে জয়পাল নামৰ এজন ৰজাই জয়পাল দেৱালয় স্থাপন কৰিছিল। এদিনাখন ৰজা জয়পালক দেৱাদিদেৱ শিৱই স্বপ্নাদেশ ক্ৰমে এটি মন্দিৰ সাতদিনৰ ভিতৰত নিৰ্মাণ কৰিবলৈ আজ্ঞা প্ৰদান কৰাত ৰজাই এটি গোসাঁইঘৰ নিৰ্মাণ কৰে। বৰ্তমানৰ মন্দিৰটো মাটিৰ তললৈ বহি গৈছে। মন্দিৰৰ শিৱলিংগটো মাটিৰ বহু তলৰ পৰাই থকা বুলি অনুমান কৰিব পাৰি। দেৱালয়ৰ বৰ্তমান ভূমিৰ পৰিমাণ প্ৰায় ৮ বিঘা। চৰকাৰী অনুদানৰ ভিত্তিত মন্দিৰৰ ভোগঘৰকে আদি কৰি কিছুমান আন্তঃগাঁথনি ন-কৈ নিৰ্মাণ কৰা হৈছে। মন্দিৰত দেৱী পূজা নহয়।



অতি মহিমামণ্ডিত হিচাপে খ্যাত জয়পাল দেৱালয়ত মনোবাঞ্ছা পূৰণাৰ্থে দৈনিক অনেক ভক্তৰ সমাগম পৰিলক্ষিত হয়। লোকবিশ্বাস অনুসৰি কোনো ভক্তই মানস কৰি দেৱালয়ত নৈবেদ্য আগবঢ়ালে মনোকামনা পূৰ্ণ হয়। নিতৌ পূজা-পাঠ কৰাৰ উপৰি প্ৰতি বছৰে শিৱৰাত্ৰি আৰু ৰুদ্ৰ মহাযজ্ঞ ৰৰ আড়ম্বৰপূৰ্ণভাৱে পালন কৰা হয়।

## জগন্নাথ দেৱালয়

নলবাৰী চহৰৰ পৰা প্ৰায় ১২ কিলোমিটাৰ দক্ষিণে কোটালকুছি গাঁৱত প্ৰায় ৫ বিঘা ভূ-খণ্ড আগুৰি আটকধুনীয়া জগন্নাথ দেৱালয় অৱস্থিত। দেৱালয়খন প্ৰায় ৩০০ বছৰ পূৰ্বে আনুমানিক আহোম স্বৰ্গদেউ শিৱসিংহৰ ৰাজত্ব কালত নিৰ্মাণ কৰা হয়। স্বৰ্গদেউ শিৱসিংহই দেৱালয়ৰ নামত ভূমিদান কৰাৰ কথা জনা যায়। দেৱালয়ৰ মূল বিগ্ৰহ জগন্নাথ বাসুদেৱৰ। বাসুদেৱ বিগ্ৰহৰ লগতে শালগ্ৰাম মূৰ্তিও আছে। বৰ্তমান দেৱালয়ৰ প্ৰাংগণত মণিকূটসহ নামঘৰ আছে। দেৱালয়ৰ নামঘৰটো অতি বিতোপন।

মন্দিৰত দৈনন্দিন পূজা-পাঠ কৰা হয়। ইয়াৰ উপৰি ব'হাগী নাম, মাঘী সভা, লক্ষ্মী পূজা, শ্ৰীকৃষ্ণৰ জন্মাষ্টমী, শিৱৰাত্ৰি আদি ধৰ্মীয় উৎসৱ-পাৰ্বণ পালন কৰা হয়। ব'হাগ মাহত বাৰ্ষিক হোম-যজ্ঞ হয়।

মাঘ মাহৰ উৰুকাত দুদিনীয়া কাৰ্যসূচীৰে মাঘীসভা হয়। জগন্নাথ প্ৰভুৰ পৰিভ্ৰমণ হয় আৰু অস্থায়ীভাৱে মন্দিৰৰ বাহিৰত বিগ্ৰহ স্থাপন কৰি যজ্ঞ পালন কৰা হয়। যজ্ঞ সমাপ্তিৰ পাছত আকৌ বিগ্ৰহ মন্দিৰৰ ভিতৰত স্থাপন কৰা হয়।



ইংৰাজী নৱেম্বৰ-ডিচেম্বৰ মাহত দেৱালয়ত পাঁচদিনীয়া কাৰ্যসূচীৰে বৰ আড়ম্বৰপূৰ্ণভাৱে শতচণ্ডী যজ্ঞও পালন কৰা হয়। প্ৰায় ৭ বছৰ ধৰি এই যজ্ঞ পালন কৰি অহা হৈছে। যজ্ঞৰ বাহি হোৱা ধনেৰে জগন্নাথ মন্দিৰৰ পৰিচালনা আৰু উন্নয়নৰ কাম কৰা হয়।

দেৱালয়ত দৈনিক দুৰণীবটীয়া অনেক ভক্তৰ সমাগম হয়। পুৰোহিতৰ দ্বাৰা দেৱালয়ৰ দৈনন্দিন পূজা-পাতল কৰা হয়। সন্ধিয়া আয়তীসকলৰ নাম-প্ৰসংগ আৰু ৰাতি পুৰুষৰ পুথি-পাঠ, নাম-প্ৰসংগ দেৱালয়ৰ দৈনন্দিন কাৰ্যসূচী।

## দৌলাশাল মন্দিৰ



নলবাৰী জিলাৰ দক্ষিণ-পূব প্ৰান্তত অৱস্থিত দৌলাশালত ঐতিহ্যমণ্ডিত দৌলাশাল মন্দিৰ অৱস্থিত। প্ৰাচীন কালত এই ঠাইত বহুতো দৌল, দেৱালয় আৰু পুখুৰীৰ অৱস্থিতিৰ হেতু ঠাইখণ্ড 'দৌলাখাল' আৰু কালক্ৰমত 'দৌলাশাল' হিচাপে পৰিগণিত হৈ পৰে। দৌলাশাল মন্দিৰটো ভগৱান কৃষ্ণৰ আৰু বলোৰামৰ নামত উৎসৰ্গিত। মন্দিৰত দৈনন্দিন অনেক ভক্তৰ সমাগম পৰিলক্ষিত হয়।

## বাসুদেৱ দেৱালয়

নলবাৰী জিলাৰ অন্তৰ্গত বালিকুৰিয়া গাঁৱত অতি প্ৰাচীন বাসুদেৱ দেৱালয় অৱস্থিত। দেৱালয়ৰ মূল বিগ্ৰহত বাসুদেৱ মূৰ্তি বিদ্যমান। আহোম স্বৰ্গদেউ শিৱসিংহৰ ৰাজত্ব কালত (১৭১৮-১৭৪৪ খ্ৰীষ্টাব্দত) এই দেৱালয় প্ৰতিষ্ঠা কৰা হয়। বাসুদেৱ দেৱালয়ৰ ইতিবৃত্ত সম্পৰ্কত এটা জনশ্ৰুতি আছে। জনশ্ৰুতি মতে এজন মাছমৰীয়াই জয়মণ্ডল

বিলত মাছ মাৰি থাকোতে মাছমৰীয়াজনৰ জালখন পানীৰ পৰা উঠাব পৰা নাছিল। সাতদিন চেষ্টা কৰিও মাছমৰীয়াজনে পানীৰ পৰা জালখন উঠাব নোৱাৰাত সপ্তম দিনাখন গদা কহাৰ নামৰ এজন স্থানীয় লোকক গোসাঁয়ে কৰা স্বপ্নাদেশক্ৰমে মাছমৰীয়াজনৰ পানীত লাগি ধৰা জালখন চাই আহিবলৈ ক'লে আৰু তাত এটি মন্দিৰ প্ৰতিষ্ঠা কৰিবলৈ কৈ অন্তৰ্ধান হয়। পাছদিনাখন গদা কহাৰে বিলৰ পানীত লাগি ধৰা জালখন চাই দেখে যে জালত প্ৰকাণ্ড এডোখৰ শিল লাগি আছে। এই কাহিনী শুনি শিৱসিংহ ৰজাই বালিকুৰিয়াত আহি পানীত লাগি ধৰা জালখন আৰু শিলটো উঠাবলৈ বহুতো চেষ্টা কৰি বিফল হয়। পাছত গদা কহাৰক ভগৱন্ত প্ৰভুৱে স্বপ্নাদেশ কৰা অনুসৰি সেই ঠাইত এটি মন্দিৰ নিৰ্মাণ কৰি দিয়ে। ১৭৫৯ খ্ৰীষ্টাব্দত আহোম স্বৰ্গদেউ ৰাজেশ্বৰ সিংহই দেৱালয়ৰ নামত ৬৪ বিঘা ভূমি দান কৰা বুলি জনা যায়।

স্থাপন হোৱা কালৰে পৰাই দেৱালয়ত দৈনন্দিন পূজা-পাঠৰ লগতে থানত নাম-প্ৰসংগও কৰা হয়। অতি মহিমামণ্ডিত হিচাপে খ্যাত বাসুদেৱ দেৱালয়ত দৈনন্দিন অনেক ভক্তৰ সমাগম পৰিলক্ষিত হয়। দেৱালয়ত উদ্‌যাপিত উৎসৱ-পাৰ্বণসমূহৰ ভিতৰত দৌলযাত্ৰা, শ্ৰীকৃষ্ণৰ জন্মাষ্টমী, শিৱৰাত্ৰি আদি ধৰ্মীয় উৎসৱ বিশেষভাৱে উল্লেখনীয়।

## শ্ৰীপুৰ দেৱালয়

কোৱা হয় যে আহোম স্বৰ্গদেউ শিৱসিংহৰ ৰাজত্ব কালত (১৭১৮-১৭৪৪ খ্ৰীষ্টাব্দত) এই



দেৱালয় নিৰ্মাণ কৰা হয়। দেৱাদিদেৱ শিৱই সতীৰ দেহ কান্ধত লৈ ফুৰোতে এই ঠাইতে সতীৰ অংগ পৰিছিল বুলি লোকবিশ্বাস আছে। প্ৰতি বছৰে দেৱালয়ত দুৰ্গা পূজা আৰু কালী পূজা বৰ আড়ম্বৰপূৰ্ণভাৱে উদ্‌যাপন কৰা হয়।

## মহাৰুদ্ৰ পীঠ দেৱালয়

নলবাৰী জিলাৰ আৰঙমৌ গাঁৱত মহাৰুদ্ৰ পীঠ শিৱস্থান অৱস্থিত। মহাৰুদ্ৰ পীঠ দেৱালয়ৰ নিৰ্মাণ সম্পৰ্কত বিশেষ ঐতিহাসিক সমল পোৱা নাযায়। বিদিত আছে যে ময়ূৰ ভকত

নামৰ ভক্ত এজনে স্বপ্নাদেশক্ৰমে এই ঠাইত শিলৰ মূৰ্তিসহ চক্ৰশিলা আৱিষ্কাৰ কৰে। পাছত স্থানীয় ৰাইজে দেৱালয় স্থাপন কৰি পূজা-পাঠ আৰম্ভ কৰে।

দেৱালয়ৰ মুঠ ভূমিৰ পৰিমাণ প্ৰায় চাৰি বিঘা। বিপ্ৰ পুৰোহিতৰ দ্বাৰা দেৱালয় দৈনন্দিন পূজাৰ উপৰি শিৱৰাত্ৰি আৰু অন্যান্য ধৰ্মীয় উৎসৱ পালন কৰা হয়। দেৱালয়ত অনেক ভক্তৰ সমাগম হয়।

## নলবাৰী হৰি মন্দিৰ

নলবাৰী চহৰৰ সোঁমাজত নিৰ্মাণ কৰা নলবাৰী হৰি মন্দিৰ স্থাপন কৰা হয় বিগত ১৯৬৫ খ্ৰীষ্টাব্দত। হৰি মন্দিৰৰ ভূমিৰ দাতা ৰামবাহাদুৰ প্ৰতাপ নাৰায়ণ চৌধুৰী। ভগৱান শ্ৰীকৃষ্ণৰ নামত উৎসৰ্গিত হৰি মন্দিৰটোৰ পূজা মণ্ডপ নিৰ্মাণ কৰা হয় বিগত ১৯৬৮ খ্ৰীষ্টাব্দত দমহুৰাম মহাজনৰ বৰঙণিৰে। বিগত ১৯৭৬-১৯৮৫ খ্ৰীষ্টাব্দত মন্দিৰৰ আটকধুনীয়া মঠটো ন-কৈ নিৰ্মাণ কৰা হয়। ৰাস মহোৎসৱৰ বাবে নলবাৰী হৰি মন্দিৰ বিশেষভাৱে উল্লেখনীয়। মন্দিৰত উদ্‌যাপন কৰা ৰাস মহোৎসৱত হাজাৰ হাজাৰ লোকৰ আগমন পৰিলক্ষিত হয়। বিগত ১৯৪৬ খ্ৰীষ্টাব্দৰ পৰাই হৰি মন্দিৰ প্ৰাংগণত ৰাস মহোৎসৱ উদ্‌যাপন কৰি অহা হৈছে।



## বাঘেশ্বৰী থান

নলবাৰী চহৰৰ পৰা প্ৰায় পোন্ধৰ কিলোমিটাৰ নিলগত আদাবাৰী গাঁৱত প্ৰাচীন আৰু মহিমামণ্ডিত বাঘেশ্বৰী থান অৱস্থিত। স্থানীয়ভাৱে বাঘেশ্বৰী থানক দেওবাঁহৰ গুৰি থান বুলিও কোৱা হয়। থানখন কোনে, কেতিয়া স্থাপন কৰিছিল তাৰ সবিশেষ বিৱৰণ পোৱা নাযায়। জনশ্ৰুতি মতে পূৰ্বতে গৰখীয়াহঁতে এই ঠাইতে এটি মাটিৰ টিপত ফৰিং বলি দি পূজা কৰিছিল। গৰখীয়াহঁতে পালপাতি ফৰিং ধৰি আনিছিল। এদিনাখন এজন গৰখীয়াই ফৰিং আনিব নোৱাৰাত গৰখীয়াহঁতে আজি তোকে গোসাঁনীৰ আগত বলি দিম বুলি

ধেমালিতে বিৰিণাপাতেৰে ডিঙিত ৰেপ দিওঁতে ডিঙি কাটি গ'ল। ঘটনাটো গাঁৱৰ ৰাইজৰ দৃষ্টিগোচৰ হোৱাত ঠাইৰ মাহাত্ম্য বুজি তাত এটি মন্দিৰ নির্মাণ কৰি পূজা-পাতল আৰম্ভ কৰে।



বাঘেশ্বৰী থান দুর্গা দেৱীৰ থান। থানত সদায় দুর্গা দেৱীৰ পূজা-অর্চনা কৰা হয়। স্থানীয় আৰু দূৰ-দূৰণিৰ পৰা অনেক ভক্তই থানত মনোকামনা পূৰণার্থে দেৱী দুর্গাৰ পূজা-অর্চনা কৰে। থানত বলি-বিধান আছে। দেৱীৰ ভোগ আমিষ। প্রতি বছৰে থানত দুর্গা পূজা পালন কৰা হয়।

## জয়পাল থান

নলবাৰী চহৰৰ পৰা প্রায় চাৰি কিলোমিটাৰ দক্ষিণ-পূবত বাঁহজানি মৌজাৰ আৰোৰা গাঁৱত প্রাচীন আৰু ঐতিহ্যমণ্ডিত জয়পাল থান অবস্থিত। থানৰ ইতিবৃত্ত সম্পর্কত বিশেষ ঐতিহাসিক সমল বিচাৰি পোৱা নাযায়। বিদিত আছে যে প্রাক্ আহোম যুগত জয়পাল নামে এজন ৰজাই স্বপ্নাদেশক্রমে এই থান প্রতিষ্ঠা কৰিছিল। অতি মহিমামণ্ডিত হিচাপে খ্যাত জয়পাল থানত অনেক ভক্তৰ সমাগম পৰিলক্ষিত হয়। প্রতি বছৰে মাঘ মাহত থানত তিনিদিনীয়া কার্যসূচীৰে সভা পতা হয়। স্থাপন হোৱা কালৰে পৰাই জয়পাল থানে ধর্মীয় সংস্কৃতি আৰু ভাবানুভূতি বহন কৰি আহিছে।

## বুঢ়াগোসাঁই থান

নলবাৰী জিলাৰ অন্তর্গত আৰঙ্গমৌ গাঁৱত অতি প্রাচীন আৰু মহিমামণ্ডিত বুঢ়াগোসাঁই থান অবস্থিত। থানৰ মূল বিগ্রহত শিৱলিংগ আছে। প্রাচীন এই বুঢ়াগোসাঁই থান কোনে আৰু কোন সময়ত স্থাপন কৰিছিল জনা নাযায়। বিদিত আছে যে পূর্বতে ঠাইখণ্ড হাবি-জংঘলেৰে পৰিপূর্ণ আছিল। এক ব্রাহ্মণৰ কপিলী গাই এজনীয়ে হাবি-জংঘলেৰে পৰিপূর্ণ এডোখৰ ঠাইত দুগ্ধ দান কৰিছিল। পাছত গাইজনীৰ গুহাৰৰ পৰা আপোনা-আপুনি



গাখীৰ পৰি থকা দেখি সন্দেহবশতঃ গাঁৱৰ ৰাইজে মাটি খান্দি তাত এটি শিৱলিংগ আৱিষ্কাৰ কৰে। পাছত গাঁওবাসীয়ে ঠাইৰ মাহাত্ম্য বুজি শিৱলিংগটো স্থাপন কৰি তাত পূজা-পাতল আৰম্ভ কৰে।

থানৰ বৰ্তমান ভূমিৰ পৰিমাণ প্ৰায় ৩ বিঘা। মন্দিৰত দৈনন্দিন পূজা-পাঠ কৰা হয়। থানৰ সু-পৰিচালনাৰ বাবে এখন সমিতি গঠন কৰি লোৱা হৈছে। মহিমামণ্ডিত হিচাপে পৰিগণিত হৈ পৰা বুঢ়াগোসাঁই থানৰ শিৱই ৰাতি হ'লে ষাড় গৰুত উঠি গাঁও পৰিভ্ৰমণ কৰে বুলিও লোকবিশ্বাস আছে। থানৰ ভোগ নিৰামিষ। থানত নিতৌ অনেক ভক্তৰ সমাগম হয়। প্ৰতি বছৰে শিৱৰাত্ৰি উৎসৱ উদ্‌যাপন কৰা হয়।

## কলীয়া গোসাঁইৰ থান

নলবাৰী জিলাৰ অন্তৰ্গত টিহুৰ সমীপৰ হাৰিভাঙ্গাত মহামণ্ডিত কলীয়া গোসাঁইৰ থান। থানৰ মূল বিগ্ৰহ কলীয়া গোসাঁইৰ। থানৰ কলীয়া গোসাঁইৰ বিগ্ৰহ সম্পৰ্কে এটি পৌৰাণিক আখ্যান আছে। আখ্যান মতে, প্ৰাক্ আহোম যুগত হোকাজান নামেৰে পাগলাদিয়া নৈৰ সুঁতি এটি হাৰিভাঙ্গাৰ মাজেদি প্ৰৱাহিত হৈছিল। এই হোকাজানৰ পাৰতেই কেওঁ কিছু নথকা এজন বৃদ্ধই বাস কৰিছিল। এদিনাখন বৃদ্ধাৰ ঘৰত এজন আলহীয়ে আতিথ্য গ্ৰহণ কৰিলে আৰু কলীয়া গোসাঁইৰ মূৰ্তি এটি দি স্থাপন কৰি পূজা-পাঠ কৰিবলৈ উপদেশ দি পাছদিনা অন্তৰ্ধান হ'ল। পাছত গাঁওঁবাসীৰ সহযোগতে বৃদ্ধাই বাৰীৰ পাছফালে এজোপা ডাঙৰ বকুল গছৰ তলত বিগ্ৰহটো স্থাপন কৰি এটি মন্দিৰ নিৰ্মাণ কৰে। পাছত ১৯১৬ চনত হোকাজানৰ পাৰৰ পৰা বৰ্তমান স্থানলৈ স্থানান্তৰিত কৰি ৰাইজে মণিকূটসহ মন্দিৰ নিৰ্মাণ কৰি পূজা-পাঠ কৰি আহিছে। কলীয়া ঠাকুৰৰ ভক্তিত গদগদ হৈ দৈনন্দিন অনেক ভক্তই থানলৈ মাহ-প্ৰসাদ নৈবেদ্য, সোণ-ৰূপৰ ফুল আদি আগবঢ়ায়। প্ৰতি বছৰে মাঘ মাহৰ পহিলা দিনা অগণন ভক্তৰ সোঁত পৰিলক্ষিত হয়।

## ভাঙুৰা গোসাঁইৰ থান

নলবাৰী জিলাৰ বৰভাগ মৌজাৰ সোণকুৰিহা গাঁৱত প্ৰচীন আৰু জাগ্ৰত ভাঙুৰা গোসাঁইৰ

থান অৱস্থিত। মহিমামণ্ডিত ভাণ্ডুৰা গোসাঁইৰ থান নলবাৰী চহৰৰ পৰা প্ৰায় পাঁচ কিলোমিটাৰ দক্ষিণ-পশ্চিমত পাগলাদিয়া নৈৰ পূৱ দিশত। থানৰ প্ৰতিষ্ঠা সম্পৰ্কত বিশেষ ঐতিহাসিক সমল বিচাৰি পোৱা নাযায়। হাবিতলীয়া পৰিবেশত স্থিত ভাণ্ডুৰা গোসাঁইৰ থান সম্পৰ্কত এটা জনশ্ৰুতি আছে। জনশ্ৰুতি মতে পূৰ্বতে এই ঠাইত বিৰিণা এজোপাৰ ওপৰত এজনী কপিলী গাইয়ে দুগ্ধ দান কৰা গাঁওবাসীৰ দৃষ্টিগোচৰ হোৱাত সন্দেহবশতঃ ঠাইখিনি খান্দি থানৰ বিগ্ৰহটো উদ্ধাৰ কৰে। পাছত ঠাইৰ মাহাত্ম্য বুজি এটি মন্দিৰ নিৰ্মাণ কৰি পূজা-পাতল কৰা হয়। থানৰ বৰ্তমান সৰ্বমুঠ ভূমিৰ পৰিমাণ প্ৰায় চাৰি বিঘা। থানত দৈনন্দিন পূজা-পাঠ, নাম-প্ৰসংগ আদি কৰা হয়। থানৰ ভোগ নিৰামিষ। সমিতিৰ তত্ত্বাৱধানত থানৰ উন্নয়নৰ কাম-কাজ কৰা হয়। মাঘ মাহত ভাণ্ডুৰা গোসাঁইৰ থানত দূৰণিবটীয়া যাত্ৰী আৰু ভক্তবৃন্দৰ সমাগম পৰিলক্ষিত হয়। প্ৰতি বছৰে শিৱ পূজা বৰ আড়ম্বৰপূৰ্ণভাৱে উদ্‌যাপিত হয়।



## শ্যামৰায় মন্দিৰ

নলবাৰী চহৰৰ পৰা প্ৰায় দহ কিলোমিটাৰ দক্ষিণত কালাগ গাঁৱত শ্যামৰায় মন্দিৰ অৱস্থিত। মন্দিৰৰ মূল বিগ্ৰহত শিলেৰে খোদিত মোদনমোহন মূৰ্তি আছে। মূৰ্তিটো ওখ সিংহাসনত উপবিষ্ট। মন্দিৰত এটি প্ৰায় ৬০ কিলোগ্ৰাম ওজনৰ পিতলৰ দবা আছে। দৌল উৎসবৰ বাবে মন্দিৰৰ কাষতে এটি দৌলগৃহ নিৰ্মাণ কৰা হৈছে। দৈনন্দিন পূজা-পাঠ, নাম-প্ৰসংগৰ উপৰিও মন্দিৰত মাঘ মাহৰ দুই তাৰিখে মেজিপোৰা সভা আৰু শ্ৰীকৃষ্ণৰ জন্মাষ্টমী পালন কৰা হয়।

## গোপাল-জগন্নাথ থান

অবিভক্ত নলবাৰী জিলাৰ অন্তৰ্গত তামুলপুৰৰ পৰা প্ৰায় ৪ কিলোমিটাৰ নিলগত ঐতিহ্যমণ্ডিত গোপাল-জগন্নাথ থান বিদ্যমান। ঐতিহ্যমণ্ডিত গোপাল থানৰ মন্দিৰ পূৰ্বতে

ৰামো পুখুৰীৰ পাৰত সাধাৰণভাৱে খেৰৰ চালি দি নিৰ্মাণ কৰি পূজা-পাতল কৰা হৈছিল। পাছত বৰ্তমান স্থানলৈ স্থানান্তৰিত কৰা হয়। গোপাল থানৰ ইতিবৃত্ত সম্পৰ্কত এটি জনশ্ৰুতি আছে। জনশ্ৰুতি অনুসৰি আদিতে ঠাইখণ্ড হাবি-জংঘলেৰে পৰিপূৰ্ণ আছিল আৰু গৰখীয়াইঁতে এই ঠাইত গৰু চৰাইছিল। এদিনাখন এজন গৰখীয়াৰ দামুৰি পোৱালি এটি হেৰুৱাত গৰখীয়াজনে লগৰ গৰখীয়াইঁতৰ লগত সেই ঠাইত গোপাল প্ৰভুৰ নামত নৈবেদ্য দি পূজা কৰে। ইয়াৰে দুদিনমান পাছতে হেৰুৱা দামুৰি পোৱালিটো নিজে নিজে আহি ওলালত গোপাল প্ৰভুৰ মাহাত্ম্যত গৰখীয়াইঁত আচৰিত হৈ পৰিল। লাহে লাহে গোপাল প্ৰভুৰ মাহাত্ম্য চাৰিওফালে বিয়পি পৰিল আৰু সেই ঠাইত স্থানীয় লোকে এখন থান নিৰ্মাণ কৰিলে। ঐতিহ্যমণ্ডিত গোপাল প্ৰভুৰ থানৰ সমীপতে যোগী সম্প্ৰদায়ৰ ধৰ্মপ্ৰাণ লোকসকলে নিৰ্মাণ কৰা এটি জগন্নাথ মন্দিৰো আছে।

থানত উদ্‌যাপিত উৎসৱ-পাৰ্বণসমূহৰ ভিতৰত গৰখীয়া সবাহ, বাঁহ ফুৰোৱা উৎসৱ, দৌল উৎসৱ আদি ধৰ্মীয় উৎসৱ-পাৰ্বণ পালন কৰা হয়।

## দুৰ্গা আৰু কালী মন্দিৰ

নলবাৰী জিলাৰ পুৰণা শ্ৰীপুৰৰ মেদাঘাটত অৱস্থিত পুৰণিকলীয়া মন্দিৰৰ ভিতৰত দুৰ্গা আৰু কালী মন্দিৰ অন্যতম। প্ৰায় দুশ বছৰ পূৰ্বতে স্থাপন কৰা এই মন্দিৰত প্ৰতি বছৰে দুৰ্গা আৰু কালী দেৱীৰ পূজা বৰ আড়ম্বৰপূৰ্ণভাৱে উদ্‌যাপন কৰা হয়। মন্দিৰ প্ৰাংগণত এটি গোপাল মন্দিৰো বিদ্যমান।



## হেলচাৰ মনসা মন্দিৰ

অসমৰ প্ৰাচীন আৰু জাগ্ৰত দেৱী মন্দিৰসমূহৰ ভিতৰত নলবাৰী জিলাৰ ক্ষেত্ৰী ধৰ্মপুৰ মৌজাৰ অন্তৰ্গত হেলচা গাঁৱৰ মনসা মন্দিৰ অন্যতম। মন্দিৰৰ মূল বিগ্ৰহ দেৱী মনসাৰ। মনসা দেৱীৰ বিগ্ৰহৰ লগতে গণেশ, কাৰ্তিক, লক্ষ্মী আৰু সৰস্বতীৰ মূৰ্তিও আছে। মূৰ্তিবিলাক মৃন্ময় মূৰ্তি। প্ৰতি বছৰে মূৰ্তিবোৰ ন-কৈ সাজি প্ৰতিষ্ঠা কৰা হয়। অতি প্ৰাচীন কালৰে পৰাই হেলচা গাঁৱৰ এই মনসা মন্দিৰে স্থানীয় ভক্তবৃন্দৰ মাজত এক ধৰ্মীয়

ভাবানুভূতি আৰু ঐক্যতাৰ সাক্ষ্য বহন কৰি আহিছে।

এই মন্দিৰ কোনে, কেতিয়া নিৰ্মাণ কৰিছিল তাৰ কোনো ঐতিহাসিক সমল বিচাৰি পোৱা নাযায়। কিংবদন্তি মতে প্ৰায় ৩০০ বছৰ পূৰ্বে স্বৰ্গদেউ ৰুদ্ৰসিংহৰ ৰাজত্ব কালত এই মন্দিৰ নিৰ্মাণ কৰা হয়। বৰ্তমান হেলচা অঞ্চলৰ ব্ৰাহ্ম সমাজৰ দ্বাৰা পৰিচালিত আৰু স্থানীয় ৰাইজৰ দান-বৰঙণিৰে ইয়াত আটকধুনীয়াকৈ এটা মন্দিৰ নিৰ্মাণ কৰা হৈছে। মাৰ্বল-পাথৰ খটোৱা প্ৰায় ১৬০০ বৰ্গফুটৰ মন্দিৰৰ নামঘৰটো অতি বিতোপন। আধুনিক স্থাপত্য-ভাস্কৰ্যৰ নিদৰ্শন পৰিস্ফুট হৈ আছে মন্দিৰৰ মণিকূটটোত। মণিকূটৰ চূড়াত সৰ্প আৰু পদুম ফুলৰ নক্সা কটা আছে।

মন্দিৰত প্ৰতি বছৰে পাঁচদিনীয়া কাৰ্য্যসূচীৰে মনসা পূজা পালন কৰা হয়। অসমৰ পৰম্পৰাগত ওজাপালি নৃত্য আৰু নাম-প্ৰসংগ মনসা পূজাৰ বিশেষ কাৰ্য্যসূচী। ইয়াৰোপৰি দৌল উৎসৱ আৰু নাগপঞ্চমী পালন কৰা হয়।

## কুলবিল শিৱ দেৱালয়

নলবাৰী জিলাৰ অন্তৰ্গত চামতাৰ সমীপত কুলবিল শিৱ দেৱালয় অৱস্থিত। দেৱালয়ত প্ৰায় তিনি ফুট উচ্চতাৰ শিৱলিংগ আছে। বিদিত আছে যে দেৱালয়ৰ বিগ্ৰহটো ব্ৰহ্মপুত্ৰৰ বুকুৰ পৰা উদ্ধাৰ কৰা হয়। স্থাপন হোৱা কালৰে পৰাই কুলবিল শিৱ দেৱালয়ে সেই অঞ্চলৰ ধৰ্মীয় ভাবানুভূতিৰ লগতে সমন্বয় আৰু সম্প্ৰীতিৰ সাক্ষ্য বহন কৰি আহিছে। দৈনন্দিন পূজা-অৰ্চনাৰ লগতে দেৱালয় প্ৰাংগণত শিৱৰাত্ৰি মেলা পালন কৰা হয়। শিৱৰাত্ৰি মেলাত দেৱালয়ত অনেক ভক্তৰ সমাগম পৰিলক্ষিত হয়।

## ধমধমা থান

নলবাৰী চহৰৰ পৰা প্ৰায় তেৰ কিলোমিটাৰ নিলগত ধমধমাৰ জুবিকোণা গাঁৱত প্ৰাচীন ধমধমা থান অৱস্থিত। থানৰ মূল বিগ্ৰহত হৰ-পাৰ্বতীৰ মূৰ্তি আছে। থানত দৈনন্দিন

পূজা-অৰ্চনাৰ লগতে শিৱৰাত্রি মেলা বৰ আড়ম্বৰপূৰ্ণভাৱে উদ্‌যাপন কৰা হয়। অতি মহিমামণ্ডিত হিচাপে খ্যাত ধমধমা শিৱ থান স্থাপন হোৱা কালৰে পৰাই ধৰ্মীয় ভাবানুভূতি, সম্প্ৰীতি আৰু সমন্বয় গঢ়ি তুলিছে।

## বৰবৰী থান



নলবাৰী জিলাৰ অন্তৰ্গত পাজিপৰ গাঁৱৰ সমীপত প্ৰাচীন আৰু মহিমামণ্ডিত বৰবৰী থান। এই থান কোনে, কেতিয়া নিৰ্মাণ কৰিছিল জনা নাযায়। প্ৰবাদ মতে জানকী নামেৰে এগৰাকী মহিলাই অন্তঃসত্ত্বা অৱস্থাত এই ঠাইৰ এজোপা বেলগছৰ গুৰিত থকা শিল এটাত সদায় পানী ঢালিছিল আৰু পূজা কৰিছিল। কালক্ৰমত এই ঠাইত এখন থান গঢ়ি উঠে। থানত দৈনন্দিন নাম-প্ৰসংগ আৰু পূজা-পাঠ কৰা হয়। থানৰ বছৰেকীয়া উৎসৱ-পাৰ্বণৰ ভিতৰত বাসন্তী পূজা আৰু শিৱ পূজা পালন কৰা হয়। বিগত ১৯৭১ খ্ৰীষ্টাব্দৰ পৰা থানৰ প্ৰাংগণত দুৰ্গা পূজা পালন কৰি অহা হৈছে।

## ফুলৰ তল শিৱ মন্দিৰ

নলবাৰীৰ সন্ধ্যা গাঁৱত অৱস্থিত পুৰণিকলীয়া শিৱথান। থানৰ বিগ্ৰহত শিৱলিংগ আছে। বিদিত আছে যে পূৰ্বতে এই ঠাইত এজোপা অৰ্জুন গছ আৰু এজোপা বকুল গছ আছিল। ইয়াৰ কাষতে গাঁৱৰ বয়সস্থ লোক কেইজনমানে এটি মাটিৰ ঢিপ সাজি খেৰৰ চালিৰে এটি মন্দিৰ নিৰ্মাণ কৰি চাকি-বন্তি জ্বলাই নাম-প্ৰসংগ আৰম্ভ কৰিছিল। পাছত এটি শিৱলিংগ স্থাপন কৰি পূজা-পাঠ আৰম্ভ কৰে। বকুল ফুলৰ গছৰ তলত স্থাপন কৰা হেতুকেই থানৰ নাম 'ফুলৰ তল' শিৱ মন্দিৰ হিচাপে নামকৰণ কৰা হয়।

বৰ্তমান থানৰ মন্দিৰ পকীকৰণ কৰা হৈছে। দৈনন্দিন পূজা-অৰ্চনাৰ লগতে শিৱৰাত্রি পালন কৰা হয়। মহিমামণ্ডিত হিচাপে খ্যাত হৈ পৰা ফুলৰ তল শিৱ মন্দিৰত অনেক ভক্তৰ সমাগম হয়।



## বৌদ্ধ মন্দিৰ

নলবাৰী চহৰৰ পৰা প্ৰায় ৩০ কিলোমিটাৰ নিলগত। প্ৰায় ষাঠি বছৰমান আগতে নেপালী সম্প্ৰদায়ৰ লোকসকলে এই বৌদ্ধ মন্দিৰ নিৰ্মাণ কৰে। প্ৰতি বছৰে মন্দিৰ প্ৰাংগণত বৌদ্ধ জয়ন্তীৰ দিনাখন ডাঙৰ মেলা হয়।

## জৈন মন্দিৰ

নলবাৰী চহৰৰ সোঁমাজত জৈন ধৰ্মাবলম্বী লোকসকলৰ পূজা-সেবাৰ থলী হিচাপে এটি জৈন মন্দিৰ আছে।

## গিৰ্জা

নলবাৰী জিলাৰ অন্তৰ্গত ডুমুনী চাহ বাগিছাত ১৯৭১ খ্ৰীষ্টাব্দত স্থাপন কৰা এটি কেথলিক গিৰ্জা আৰু ১৯৭১ খ্ৰীষ্টাব্দত স্থাপন কৰা আন এটি গিৰ্জা বৰমাত আছে।

## মছজিদ

নলবাৰী চহৰৰ সোঁমাজত এটি পুৰণি মছজিদ আছে।

## আশ্ৰম

নলবাৰী জিলাৰ অন্তৰ্গত নলবাৰী চহৰৰ পৰা তিনি কিলোমিটাৰ নিলগত খৰঝাৰা আশ্ৰম, গোপাল বজাৰৰ গোপাল থান, কালভৈৰৱী লিঙ্গৰাজ আদি আশ্ৰমসমূহ বিশেষভাৱে উল্লেখনীয়।

## সত্ৰ/সচং

### হালধিবাৰী সত্ৰ

নলবাৰী জিলাৰ অন্তৰ্গত টিহু চহৰৰ সমীপত প্ৰসিদ্ধ হালধিবাৰী সত্ৰ অৱস্থিত। সত্ৰখন হৰিদেৱী সত্ৰ। বৈষ্ণৱ সত্ৰ সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ হালধিবাৰী সত্ৰ সম্পৰ্কত মথুৰা মোহন গোস্বামীৰ 'সংস্কৃতিৰ সন্ধান' পুথিখনত এইদৰে লিখিছে— 'শ্ৰীশ্ৰীহৰি গুৰুৰ জোৱায়েক আৰু তেওঁৰ প্ৰধান শিষ্য আলৌকিক ক্ষমতাসম্পন্ন ধৰ্মাচাৰ্য্য গোপীনাথৰ পুত্ৰ কপিলদেৱ

এই সত্ৰৰ প্ৰতিষ্ঠাতা। ষোড়শ শতাব্দীৰ পঞ্চম দশকত এই সত্ৰ স্থাপন কৰা বুলি প্ৰমাণ পোৱা যায়। কোঁচ ৰজা মহাৰাজ নৰনাৰায়ণে উক্ত প্ৰভাৱসম্পন্ন পুৰুষজনক কপিলা বিলৰ পাৰত ৩২ বিঘা নিষ্পিখেৰাজ ধৰ্মোত্তৰ মাটি প্ৰদান কৰি স্থাপন কৰিছিল। সেই অনুক্ৰমে আজিও সত্ৰৰ কাম-কাজ চলি আহিছে। অন্যান্য সত্ৰৰ দৰে এই সত্ৰটো সত্ৰাধিকাৰ প্ৰথা চলি আহিছে। এই সত্ৰৰ কীৰ্তনঘৰত স্থাপিত বিগ্ৰহ হ'ল— শ্ৰীঅনন্ত মূৰ্তি। এই অনন্ত মূৰ্তিৰ বক্ষত শালগ্ৰাম থকা দেখা যায়। এই বিগ্ৰহৰ পূজা-পাতল কৰা নহয়। কিন্তু প্ৰতিঘৰ গোঁসাইৰ ঘৰত থকা 'চতুৰ্ভুজ নাৰায়ণ' বিগ্ৰহৰ নিত্য পূজা প্ৰচলিত হৈ আছে।

সত্ৰৰ কীৰ্তন ঘৰৰ মূল বিগ্ৰহৰ সুকীয়া পূজা নচলিলেও কীৰ্তন ঘৰৰ পৰিষ্কাৰ কৰা, চাকি-বন্তি দিয়া কাম সদায় প্ৰচলিত। সত্ৰৰ নামঘৰত কীৰ্তনীয়াৰ নাম-প্ৰসংগ প্ৰচলিত হৈয়ে আছে। সত্ৰত প্ৰতিদিনে প্ৰসংগ নচলিলেও বিশেষ অনুষ্ঠানত প্ৰসংগ প্ৰচলিত। প্ৰসংগমালা শ্ৰীদামোদৰ দেৱ গোস্বামীয়ে (নতুন হালধিবাৰী) ছপাই পোহৰলৈ আনিছে। তিৰোতাৰ তিনি প্ৰসংগ আছে যদিও সি মুখে মুখে প্ৰচলিত। এই প্ৰসংগবোৰ দামোদৰীয়া আৰু শংকৰী সত্ৰৰ নাম প্ৰসংগতকৈ সামান্য পৃথক ধৰণৰ।

নৈমিত্তিক কাৰ্যৰ ভিতৰত দৌলোৎসৱ, জগন্নাথ দেৱৰ সভা, জন্মাষ্টমী, পচতি, হৰিদেৱ সভা, বিহু আদি পালন কৰা হয়। সত্ৰৰ গোঁসাইসকলৰ থকা ৩০ বিঘা নিষ্পিখেৰাজ ধৰ্মোত্তৰ মটিৰ উৎপন্নৰ পৰা এনেধৰণৰ উৎসৱবোৰ পালন কৰা হয়। কপিল দেৱে কীৰ্তনঘৰটো খেৰ-বাঁহেৰে নিৰ্মাণ কৰিছিল। কালক্ৰমত কীৰ্তন ঘৰটো নষ্ট হৈ যোৱাত ১৯২৪ চনত নামঘৰটো পুনৰ সজা হয়।'

## অগ্নিশালা সত্ৰ

নলবাৰী জিলাৰ অন্তৰ্গত বাঁহজানী মৌজাৰ অন্তৰ্গত নিজবাঁহজানী গাঁৱত ঐতিহ্যমণ্ডিত আৰু প্ৰাচীন অগ্নিশালা সত্ৰ অৱস্থিত। সত্ৰৰ মণিকূটত শ্যামৰায় বিগ্ৰহ আছে। অগ্নিশালা সত্ৰ স্থাপন সম্পৰ্কত বিভিন্ন মত পোৱা যায়। কোনো কোনোৰ মতে বিদ্যাবাগীশ নামে সন্ন্যাসী এজনে পূৰ্বতে এই ঠাইত শ্যামৰায় বিগ্ৰহ স্থাপন কৰিছিল। আকৌ আন কোনো কোনোৰ মতে, আহোম স্বৰ্গদেউ ৰাজেশ্বৰ সিংহৰ ৰাজত্ব কালত বুৰুৰবৰুৱা বংশৰ পূৰ্বপুৰুষ বক্তমল্লই স্বপ্নাদেশক্ৰমে সত্ৰৰ বিগ্ৰহটি উদ্ধাৰ কৰি প্ৰতিষ্ঠা কৰাই পূজা-অৰ্চনাৰ বাবে বজালীৰ বিদ্যাবাগীশক আনি সত্ৰৰ দায়িত্ব অৰ্পণ কৰে। সত্ৰৰ প্ৰাংগণত দৌল উৎসৱ বৰ আড়ম্বৰপূৰ্ণভাৱে উদ্‌যাপন কৰা হয়। জন্মলগ্নৰে পৰাই অগ্নিশালা সত্ৰই ধৰ্মীয় ভাবানুভূতিৰ ঐতিহ্য বহন কৰি আহিছে।

## অনন্ত গোসাঁইৰ সত্ৰ

নলবাৰী চহৰৰ পৰা প্ৰায় ছয় কিলোমিটাৰ দক্ষিণত আৰৰা গাঁৱত প্ৰাচীন আৰু ঐতিহ্যমণ্ডিত অনন্ত গোসাঁইৰ সত্ৰ অৱস্থিত। সত্ৰত অনন্ত গোসাঁইৰ বিগ্ৰহ আছে। বিগ্ৰহটো তুলসী কাঠেৰে নিৰ্মিত।

## জাগ্ৰা সত্ৰ

নলবাৰী জিলাৰ জাগ্ৰাত অৱস্থিত হৰিদেৱী সত্ৰ। মহাপুৰুষ হৰিদেৱৰ আজ্ঞানুসৰি তেওঁৰ প্ৰিয় শিষ্য হৰিচৰণদেৱে এই সত্ৰ স্থাপন কৰে। ঐতিহাসিক এই জাগ্ৰা সম্পৰ্কত উত্তৰ-পূৱ হৰিদেৱ সংঘৰ ২৭তম তামুলীচিগা অধিবেশনৰ স্মৃতি গ্ৰন্থ 'চৰৈৱেতী'ত হৰমোহন দেৱ গোস্বামীৰ এটি টোকাত এইদৰে পোৱা গৈছে— 'হৰিগুৰুৰ আজ্ঞামতে হৰিচৰণদেৱে হৰিগুৰুৰ ওচৰত শৰণ-দীক্ষা লোৱাৰ পাছত বৰ্তমান নলবাৰী জিলাৰ জাগ্ৰা গাঁৱত সত্ৰ স্থাপন কৰে। খৃষ্টীয় ১৪শ শতিকাত গৌৰেশ্বৰ ধৰ্মনাৰায়ণে কমতা ৰাজ্যৰ ৰজা দুৰ্লভ নাৰায়ণৰ ৰাজ্যলৈ সাতঘৰ ব্ৰাহ্মণ আৰু সাতঘৰ কায়স্থ পঠায়। সেই ব্ৰাহ্মণ সাতঘৰৰ ভিতৰৰ কৃষ্ণ নামৰ এজন বিদ্বান ব্ৰাহ্মণক কমতাৰ ৰজাই মাটি-বৃত্তি দান কৰি ৰাজ্যত সংস্থাপিত কৰে। কৃষ্ণ পণ্ডিতৰ পুত্ৰ অজ্ঞানন্দ, অজ্ঞানন্দৰ পুত্ৰ জয়ানন্দ, জয়ানন্দৰ পুত্ৰ ধৰ্মৰাজ আৰু ধৰ্মৰাজৰ পুত্ৰ শ্ৰীশ্ৰীহৰিচৰণ দেৱ। হৰিচৰণদেৱে সৎ গুৰু অন্বেষণ কৰি কেইজনমান ব্ৰাহ্মণ পণ্ডিতৰ লগত মানেৰীলৈ গৈ মহাপুৰুষ শ্ৰীশ্ৰী হৰিদেৱৰ ওচৰত শৰণ দীক্ষা গ্ৰহণ কৰে।'

## ৰামপুৰ সত্ৰ

নলবাৰী জিলাৰ অন্তৰ্গত বৰক্ষেত্ৰীত ঐতিহাসিক ৰামপুৰ সত্ৰ অৱস্থিত। ১৭ শতিকাৰ শেষভাগত গোবিন্দদেৱৰ নাতি ৰামেশ্বৰদেৱে ৰামপুৰ সত্ৰ প্ৰতিষ্ঠা কৰে। সত্ৰখন হৰিদেৱী সত্ৰ।

## কৈহাটী সত্ৰ

নলবাৰী জিলাৰ ধৰ্মপুৰ মৌজাৰ অন্তৰ্গত প্ৰাচীন আৰু ঐতিহাসিক কৈহাটী সত্ৰ। সত্ৰখন হৰিদেৱী সত্ৰ। ধৰ্মাচাৰ্য্য শ্ৰীশ্ৰীহৰিচৰণদেৱৰ পৰিনাতি বংশজ কৃষ্ণ মিশ্ৰদেৱে স্থাপন কৰে।

## কুলবিল সত্ৰ

নলবাৰীৰ চামতা গাঁৱৰ সমীপত শ্ৰীশ্ৰীহৰিচৰণদেৱৰ পৰা সম্প্ৰসাৰিত হোৱা হৰিদেৱী সত্ৰসমূহৰ অন্যতম কুলবিল সত্ৰ। যজ্ঞপতিদেৱ গোসাঁই কৈহাটী সত্ৰৰ পৰা উঠি গৈ কুলবিলত সত্ৰ স্থাপন কৰে।

## নখৰা সত্ৰ

নলবাৰী জিলাৰ টিহুৰ সমীপত ধৰ্মাচাৰ্য হৰিচৰণদেৱৰ পৰা সম্প্ৰসাৰণ হোৱা হৰিদেৱী সত্ৰ। হৰিচৰণদেৱৰ বংশজ কমল নাৰায়ণদেৱে এই সত্ৰ স্থাপন কৰে।

## খুটিয়া সত্ৰ

নলবাৰী চহৰৰ সমীপত খুদিয়া গাঁৱত বৈষ্ণৱ ধৰ্মীয় সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ খুটিয়া সত্ৰ অৱস্থিত। মহাপুৰুষ দামোদৰদেৱৰ আজ্ঞানুসৰি ১৫১২ খ্ৰীষ্টাব্দত তেৰাৰ প্ৰিয় শিষ্য গোপাল মিশ্ৰই ঐতিহাসিক খুটিয়া সত্ৰ স্থাপন কৰে। সত্ৰৰ মণিকূট বিগ্ৰহত শ্যামৰায় মূৰ্তি আছে। আহোম স্বৰ্গদেউ শিৱসিংহই সত্ৰৰ নামত ভূমিদান কৰাৰ কথা জনা যায়। প্ৰাচীন কালৰে পৰা বৈষ্ণৱ ধৰ্মীয় পৰম্পৰাৰ ঐতিহ্য বহন কৰা খুটিয়া সত্ৰ প্ৰাংগণত প্ৰতি বছৰে দামোদৰদেৱৰ তিথি, পচতি আদি ধৰ্মীয় উৎসৱ-পাৰ্বণৰ লগতে ফাগুন মাহৰ বৰসভা পতা হয়।

## চাৰাবাৰী সত্ৰ

নলবাৰী জিলাৰ অন্তৰ্গত টিহুৰ সমীপৰ মাখিবাহাত মহাপুৰুষ মাধৱ গুৰুৰ আজ্ঞানুসৰি মায়াৰামদেৱে ঐতিহ্যমণ্ডিত চাৰাবাৰী সত্ৰ প্ৰতিষ্ঠা কৰে। স্থাপন হোৱা কালৰে পৰাই চাৰাবাৰী সত্ৰই বৈষ্ণৱ ধৰ্মীয় আদৰ্শ আৰু পৰম্পৰা বহন কৰি আহিছে।

## দামোদৰ ধাম সত্ৰ

বিগত ১৯১৬ খ্ৰীষ্টাব্দত স্থাপন কৰা অসমৰ দামোদৰীয় সত্ৰসমূহৰ অন্যতম দামোদৰধাম সত্ৰ। উপৰভাগ মৌজাৰ অন্তৰ্গত পাগুলা গাঁৱত অৱস্থিত এই সত্ৰত মহাপুৰুষ দামোদৰদেৱৰ এপাট পাদুকা আছে। সত্ৰৰ প্ৰাংগণত মহাপুৰুষ দামোদৰদেৱৰ আৱিৰ্ভাৱ আৰু তিৰোভাৱ তিথি উৎসৱ, দৌল উৎসৱ, ৰাস আদি ধৰ্মীয় উৎসৱ-পাৰ্বণ পালন কৰা হয়।

## সন্ধেলী সত্ৰ

নলবাৰীৰ সমীপত সন্ধেলী গাঁৱত অৱস্থিত মহাপুৰুষীয়া সত্ৰ। নলবাৰী সত্ৰৰ প্ৰতিষ্ঠাপক মাধৱ কন্দলীৰ পুত্ৰ সন্তদেৱে সন্ধেলী গাঁৱত এই সত্ৰ প্ৰতিষ্ঠা কৰে।

## খাতাবাৰী সত্ৰ

নলবাৰী জিলাৰ খাতা মৌজাৰ গোবিন্দপুৰ গাঁৱত প্ৰাচীন তথা ঐতিহ্যমণ্ডিত খাতাবাৰী

সত্ৰ। সত্ৰৰ বিগ্ৰহ পদ্মনাভৰ। আহোম স্বৰ্গদেউ শিৱসিংহৰ ৰাজত্ব কালত ১৭৪২ খ্ৰীষ্টাব্দত ধ্বজনাৰায়ণ চৌধুৰীয়ে খাতাবাৰী সত্ৰ প্ৰতিষ্ঠা কৰে।

## পকোৱা সৎসঙ্গী মঠ

নলবাৰী জিলাৰ অন্তৰ্গত পকোৱা গাঁৱত অৱস্থিত। মঠৰ মূল বিগ্ৰহত শ্যামৰায় মূৰ্তি আছে। আহোম স্বৰ্গদেউ শিৱসিংহৰ ৰাজত্ব কালত বিদ্যাপতি বৰুৱাই এই মঠ প্ৰতিষ্ঠা কৰে।

## সৎসঙ্গী আলগা সত্ৰ

নলবাৰী চহৰৰ সমীপত বৰকুৰিহা গাঁৱত অৱস্থিত প্ৰাচীন সত্ৰ। সত্ৰৰ মূল বিগ্ৰহ গোপীনাথ প্ৰভুৰ। মহাপুৰুষ দামোদৰদেৱৰ আজ্ঞানুসৰি তিলৰাই পাটগিৰিয়ে এই সত্ৰ স্থাপন কৰে। আহোম স্বৰ্গদেউ শিৱসিংহই সত্ৰৰ নামত ভূমি আৰু পাইক দান কৰাৰ কথা জনা যায়। স্থাপন হোৱা কালৰে পৰা সৎসঙ্গী আলগা সত্ৰই বৈষ্ণৱ ধৰ্মীয় ৰীতি আৰু পৰম্পৰাৰ সাক্ষৰ বহন কৰি আহিছে।

## নাথ্তিপাৰা সত্ৰ

হৰিদেৱী সত্ৰ। নাৰায়ণদেৱে স্থাপন কৰা ঐতিহাসিক নাপ্তিপাৰা সত্ৰ। নলবাৰীৰ উত্তৰ বৰক্ষেত্ৰীৰ গৃহী ব্ৰাহ্মণৰ সত্ৰ।

## বিহামপুৰ সত্ৰ

নলবাৰী চহৰৰ পৰা প্ৰায় বাৰ কিলোমিটাৰ নিলগত মহাপুৰুষ দামোদৰদেৱৰ আজ্ঞানুসৰি সন্তদেৱে স্থাপন কৰে। সন্তদেৱে পাটবাউসীত গৈ দামোদৰদেৱত শৰণ লয় আৰু দামোদৰদেৱে সন্তদেৱক দক্ষিণ কূলৰ ধৰ্মাচাৰ্য পাতে। ধৰ্মাচাৰ্য সন্তদেৱে ব্ৰহ্মপুত্ৰৰ দুয়ো কূলে আমৰাঙা, বিহামপুৰ আদি সত্ৰ প্ৰতিষ্ঠা কৰি ধৰ্ম প্ৰচাৰৰ কামত নিয়োজিত হৈ পৰে।

## বালিলেচা সত্ৰ

নলবাৰী জিলাৰ অন্তৰ্গত বালিলেচাত প্ৰাচীন মহাপুৰুষীয়া সত্ৰসমূহৰ অন্যতম বালিলেচা সত্ৰ। ভোলানাথ আচাৰ্যই স্থাপন কৰা বালিলেচা সত্ৰই আহোম স্বৰ্গদেউসকলৰ পৰা নিষ্কৰ ভূমি লাভ কৰিছিল।

## মৰোৱা সৎসঙ্গী সত্ৰ

নলবাৰী চহৰৰ সমীপত মৰোৱাত ঐতিহ্যমণ্ডিত মৰোৱা সৎসঙ্গী সত্ৰ অৱস্থিত। সত্ৰৰ বিগ্ৰহ বাসুদেৱৰ। আহোম স্বৰ্গদেউ শিৱসিংহৰ ৰাজত্ব কালত সৎসঙ্গী সত্ৰৰ নামত

নিম্পিখেৰাজ ভূমি লাভ কৰে। সত্ৰ প্ৰাংগণত মহপুৰুষ শংকৰগুৰুৰ তিথি উৎসৱ উলহ-মালহেৰে উদ্‌যাপন কৰা হয়।

## নলবাৰী সত্ৰ

নলবাৰী জিলাৰ খাতা মৌজাৰ অন্তৰ্গত নলবাৰী সত্ৰ। বাসুদেৱৰ বংশধৰ মাধৱ কন্দলীয়ে নলবাৰী সত্ৰ স্থাপন কৰে।

## ক্ষুদ্ৰ মাখিবাহা সৎসঙ্গী সত্ৰ

নলবাৰী জিলাৰ অন্তৰ্গত টিহুৰ সমীপত প্ৰাচীন ক্ষুদ্ৰ মাখিবাহা সৎসঙ্গী সত্ৰ অৱস্থিত। সত্ৰৰ মণিকূট বিগ্ৰহত বাসুদেৱ, গৰুড়, বংশীগোপাল আৰু শালগ্ৰাম মূৰ্তি আছে। আহোম ৰাজত্ব কালত এই সত্ৰ প্ৰতিষ্ঠা কৰা হয়। ৰাজপৃষ্ঠপোষকতা লাভ কৰা ক্ষুদ্ৰ মাখিবাহা সৎসঙ্গী সত্ৰ প্ৰাংগণত গুৰু দুজনাৰ তিথি উৎসৱ পালন কৰাৰ উপৰি শ্ৰীকৃষ্ণৰ জন্মাষ্টমী, পচতি, দৌলোৎসৱ আদি ধৰ্মীয় উৎসৱ পালন কৰা হয়।

## বালিকুৰীয়া সত্ৰ

দামোদৰীয়া সত্ৰ। নলবাৰীৰ সমীপৰ গৃহী ব্ৰাহ্মণৰ সত্ৰ।



ভিতৰ পৃষ্ঠাত

- কামৰূপ জিলা ঃ এটি পৰিচয়মূলক টোকা
- মঠ-মন্দিৰ/দেৱালয়

○বশিষ্ঠাশ্রম ○নৱগ্ৰহ দেৱালয় ○উগ্ৰতাৰা দেৱালয় ○শুক্ৰেশ্বৰ মন্দিৰ ○শ্ৰীশ্ৰীজনাৰ্দন দেৱালয় ○বাণেশ্বৰ দেৱালয় ○কামাখ্যা মন্দিৰ ○ভুৱনেশ্বৰী মন্দিৰ ○উমানন্দ দ'ল ○চন্দ্ৰশেখৰ মন্দিৰ ○উৰ্বশী কুণ্ড ○গণেশগুৰিৰ গণেশ মন্দিৰ ○বাঘেশ্বৰী থান ○শ্ৰীশ্ৰীতেত্ৰিশ কৌটি দেৱ মন্দিৰ ○পূৰ্ব তিৰুপতি বালাজী মন্দিৰ ○নন্দনপুৰৰ শিৱ মন্দিৰ ○বেলতলা বনগাঁও লক্ষ্মী মন্দিৰ ○ছয়মাইলৰ শ্ৰীশ্ৰীলক্ষ্মী মন্দিৰ ○প্ৰাগুনাথ দেৱালয় ○ছত্ৰাকাৰ দেৱালয় ○লঙ্কেশ্বৰ থান ○অশ্বক্ৰান্ত মন্দিৰ ○দীপ্তেশ্বৰী পীঠ ○সোণেশ্বৰ ○বাৰোৱাৰী শিৱ মন্দিৰ ○দীৰ্ঘেশ্বৰী মন্দিৰ ○মণিকৰ্ণেশ্বৰ শিৱলিংগ ○ৰুদ্ৰেশ্বৰ দেৱালয় ○দৌল-গোবিন্দ মন্দিৰ ○মদন কামদেৱ ○পিংগলেশ্বৰ দেৱালয় ○দেওবাঁহৰ গুৰি শিৱ দেৱালয় ○গোপেশ্বৰ দেৱালয় ○লক্ষ্মীশিলা আজ্ঞাঠুৰীৰ গণেশ মন্দিৰ ○ছয়গাঁৱৰ চান্দৰ মেৰঘৰ ○চণ্ডিকা মন্দিৰ ○দুধকুঁৱৰী দখলা পাহাৰৰ শিৱ মন্দিৰ ○সিদ্ধেশ্বৰ দেৱালয় ○পাখামেলা গোসাঁইৰ থান ○দুমুখীয়া গোসাঁইৰ থান ○অগ্নি

বাণেশ্বৰ দেবালয় ○ক্ষেত্ৰিৰ কামাখ্যা মন্দিৰ ○হয়গ্ৰীব মাধব মন্দিৰ ○কামেশ্বৰ মন্দিৰ ○কমলেশ্বৰ মন্দিৰ ○কেদাৰ মন্দিৰ ○গণেশ মন্দিৰ ○পোৱামক্কা ○জয়দুৰ্গা দেবালয় ○ভৃঙ্গেশ্বৰ দেবালয় ○ধাৰেশ্বৰ দেবালয় ○অগ্নিবাণেশ্বৰ দেবালয় ○কপিল মুনিৰ আশ্ৰম ○চৈতন্যঘোপা ○হাতীশিলা গণেশ মন্দিৰ ○বুঢ়া গোসাঁইৰ থান ○অভয়পুৰৰ গণেশ মন্দিৰ ○চক্ৰশিলা হৰি মন্দিৰ ○শ্ৰীবাসুদেৱ মন্দিৰ ○ফালা-মূৰাৰ থান ○সতীৰ থান বা বলদেৱ গোসাঁইৰ থান ○শ্ৰীশ্ৰীৰাধাকৃষ্ণ নেপালী মন্দিৰ ○শ্ৰীচৈতন্য গৌড়ীয় মঠ ○বাপুজী সনাতন আশ্ৰম ○গাড়ীগাঁৱৰ দৰগাহ ○গুৰুদ্বাৰ গিৰ্জা

সত্ৰ/সচং

○ধোপৰগুৰি সত্ৰ ○বৰদধি সত্ৰ ○ৰামদিয়া সত্ৰ ○ক্ষুদ্ৰদধিৰ কেৱলীয়া সচং ○গোপাল থান ○শ্ৰীশ্ৰীহাটী সত্ৰ ○শ্ৰীশ্ৰীভাটি সত্ৰ বা বুঢ়াবন্তী সত্ৰ ○শ্ৰীশ্ৰীডেকা বাপু সত্ৰ ○শ্ৰীশ্ৰী ন-ভাটি সত্ৰ ○শ্ৰীশ্ৰীধোপগুৰি সত্ৰ ○শ্ৰীশ্ৰীবৰ সত্ৰ ○শ্ৰীশ্ৰীসৰু সৰু সত্ৰ ○বাৰী সত্ৰ /পোৰা ভেটি সত্ৰ ○শ্ৰীশ্ৰীন-সত্ৰ ○শ্ৰীশ্ৰীভাঙানগৰ সত্ৰ ○শ্ৰীশ্ৰীখোৰা গোপাল সত্ৰ ○শ্ৰীশ্ৰীমাটিখোলা বা ঘৰ্ঘুৰ মেধি সত্ৰ ○শ্ৰীশ্ৰীকৃষ্ণ মন্দিৰ ○গুৱালকুছিৰ গণেশ বিগ্ৰহ ○বনবেৰীয়া সত্ৰ ○কুলহাটী ○অভয়পুৰ ○গেৰুৱা ○বৰগাঁও ○বাহনা ○তেতেলীয়া ○মনাহকুছি ○দিহিনা দামোদৰীয়া বৰ্ণ সত্ৰ ○বালিসত্ৰ সৎসংগী সত্ৰ ○খটিয়ামাৰী সত্ৰ ○চমৰীয়া সত্ৰ ○গৰৈমাৰী সত্ৰ ○আউনীআটী সত্ৰ ○উৰপোত সত্ৰ ○খিদিৰ পুখুৰী সত্ৰ ○হেৰেমদ সত্ৰ ○শিকাৰহাটী সত্ৰ ○বটাকুছি সত্ৰ ○বুনা সত্ৰ ○ভালুকঘাটা সত্ৰ ○বৰিডিয়া সত্ৰ ○বাল্লি সত্ৰ

## কামৰূপ জিলা ঃ এটি পৰিচয়মূলক টোকা

ভাৰতৰ ইতিহাস প্ৰসিদ্ধ কামৰূপ অতীজৰে পৰাই এখন সমৃদ্ধিশালী দেশ— যিখন দেশক 'শতপথ ব্ৰাহ্মণ'ত 'মাথৱ' বুলি কোৱা আছে। 'শতপথ ব্ৰাহ্মণ'ৰ অগ্নি-বিদ্বেষ মাথৱৰ কাহিনীটোৱে এইখন কামৰূপলৈ আৰ্যসকলৰ আগমনৰ কথাও বৰ্ণনা কৰিছে আৰু তেতিয়াৰে পৰাই এইখন কামৰূপত পূজা-অৰ্চনা, সেৱা-ভক্তিৰ প্ৰচলন বৈদিক ৰীতিত আৰম্ভ হৈছিল বুলি পণ্ডিতসকলে ধাৰণা কৰিছে। তপস্যাৰ কেন্দ্ৰ হৈ পৰা এইখন দেশৰ পশ্চিমৰ সীমা আছিল তাহানিৰ সদানীৰা নদী। এইখন সদানীৰা নদী আছিল কোবাল আৰু বিদেহৰ সীমাত (সৈশপ্যেতৰ্হি কোশলবিদেহানাম্ মৰ্য্যাদা...)। এই সদানীৰাই আছিল কৰতোয়া নদী। কৰতোয়া নদী 'কালিকা

পুৰাণ' আৰু 'যোগিনীতন্ত্র'ই কামৰূপৰ সীমা বুলি কৈছে। পূৰ্বকালৰ প্ৰাগ্‌জ্যোতিষ বুলি খ্যাত দেশখন মধ্যযুগৰ পৰা 'কামৰূপ' হ'ল আৰু এই কথা ৰামায়ণ-মহাভাৰতৰ পৰাও জনা যায়। তাত থকা মতে এইখন দেশৰ সীমা সমুদ্ৰলৈকে বিস্তৃত আছিল। ঐতিহাসিকসকলৰ মতে বৰ্তমান বিহাৰৰ পুৰ্ণিয়া জিলালৈকে আৰু উত্তৰ পশ্চিমৰ কোশীলৈকে কামৰূপ ৰাজ্যৰ বিস্তৃতি আছিল। গতিকে মিথিলাৰ পৰা বিদেহলৈকে প্ৰাগ্‌জ্যোতিষ ৰাজ্যৰ বিস্তৃতি আছিল। ৰামায়ণৰ কিষ্কিন্ধ্যা কাণ্ড আৰু মহাভাৰতৰ সভাপৰ্ব্বৰ উপৰিও ঐতিহাসিক কালৰ কালিদাসৰ 'ৰঘুবংশ' সমুদ্ৰগুপ্তই বিস্তাৰ কৰা গুপ্ত সাম্ৰাজ্যৰ পূৰ্ব সীমাত থকা কামৰূপ দেশ ('... সজতট ডবাক-কামৰূপ-নেপাল...') ভাস্কৰ বৰ্মাৰ ৰাজত্ব কালত ৰচিত 'হৰ্ষচৰিত'ত থকা



প্ৰাগ্‌জ্যোতিষ আৰু একে সময়তে ভাৰতলৈ অহা চীনা পৰিব্ৰাজক হিউৱেন সাঙৰ উল্লিখিত থকা 'কামলুপ' (কামৰূপ) আদিয়ে কামৰূপ দেশৰ অৱস্থিতি নিৰ্ণয় কৰিছে আৰু প্ৰাচীন কামৰূপ তথা প্ৰাগ্‌জ্যোতিষ নামৰ দেশখনত আৰ্য্য সংস্কৃতি গঢ়ি উঠা ধ্যান-ধাৰণা, পূজা-পাতল আদিৰ কথাৰ ইংগিত বহন কৰিছে। এনেকি চতুৰ্থ শতিকাৰ নগাজৰী খনিকৰ শিলালিপিয়ে এইখন কামৰূপত বৈষ্ণৱ ধাৰাৰ উপৰিও পৰৱৰ্তী কালৰ কীৰ্তিচিহ্নবোৰে ইয়াত শৈৱ শক্তি, বৌদ্ধ, ব্ৰাহ্মণ্য আদি ধৰ্ম চৰ্চাৰ কথা নিশ্চিত কৰিছে।

কামৰূপৰ কামাখ্যা পীঠ অতীতৰে পৰা এক শক্তিপীঠ বুলি জনাজাত। ভাৰতৰ আঠখন মোক্ষ-ফলপ্ৰদ মহাপীঠৰ মায়াপীঠেই হ'ল কামৰূপ আৰু কামৰূপৰ অধিষ্ঠাত্ৰী দেৱী মহামায়া কামাখ্যা নামেৰে প্ৰখ্যাত। যোগিনীতন্ত্ৰৰ মতে কামৰূপ মহাপীঠত দশ মহাবিদ্যাপীঠ, উপপীঠ, আশ্ৰম, দেৱালয় প্ৰভৃতি বিদ্যমান।

পুৰাণত থকা নৰ-ভগদত্ত, বজ্ৰদত্ত আদি ৰজাসকলৰ কীৰ্তি কাহিনীয়ে এইখন কামৰূপৰ ধৰ্মীয় চিন্তাৰ উপৰিও ইয়াত স্থাপিত মঠ-মন্দিৰৰ সম্যক ধাৰণা দাঙি ধৰে। বহুতো মঠ-মন্দিৰ কালৰ সোঁতত ভাঙি-ছিঙি গ'ল, লোকচক্ষুৰো আঁতৰ হৈ গ'ল।

সামগ্রিকভাৱে তাহানিৰ কামৰূপ দেশৰ অন্তৰ্গত অঞ্চলসমূহত আজিৰ মানুহে দেখা পোৱা মঠ-মন্দিৰ, নামঘৰ-সত্ৰ, সচং আদিৰ কথাৰ বিৱৰণ স্থানান্তৰত বৰ্ণিত হৈছে।

ভৌগোলিক আৰু ৰাজনৈতিক প্ৰক্ৰিয়াৰ ফলস্বৰূপে আমি দেখা পোৱা তাহানিৰ কামৰূপ ৰাজ্যই বৰ্তমান 'কামৰূপ' জিলালৈ ৰূপান্তৰিত হ'ল। সৌ সিদিনা আকৌ বৃহত্তৰ কামৰূপ জিলাকো দুই খণ্ড কৰি গ্ৰাম্য কামৰূপ আৰু নগৰ কামৰূপ কৰা হ'ল। সময়ত আৰু কামৰূপৰ অৱস্থাই কি স্থান লাভ কৰিব সেই কথা সময়েহে ক'ব।

**পলকতে বৰ্তমানৰ কামৰূপ জিলা ঃ**

কামৰূপ (গ্ৰাম্য) জিলা—

চাৰিসীমা ঃ পূবে দৰং, কামৰূপ (মহানগৰ) জিলা; উত্তৰে নলবাৰী; দক্ষিণে মেঘালয়; পশ্চিমে গোৱালপাৰা।

মুঠ জনসংখ্যা ঃ ১৩,০৭,২৭৪

জিলাৰ সদৰ ঃ গুৱাহাটী

মহকুমা ঃ গুৱাহাটী আৰু ৰঙিয়া

মহকুমাৰ সদৰ ঃ গুৱাহাটী আৰু ৰঙিয়া

কামৰূপ (মহানগৰ) জিলা—

চাৰিসীমা ঃ পূবে মেঘালয়, মৰিগাঁও; উত্তৰে ব্ৰহ্মপুত্ৰ নদী, দৰং জিলা; দক্ষিণে মেঘালয়; পশ্চিমে কামৰূপ (গ্ৰাম্য) জিলা।

মুঠ জনসংখ্যা ঃ ১২,২৯,৬৮৯

জিলাৰ সদৰ ঃ গুৱাহাটী

মহকুমা ঃ গুৱাহাটী

শেহতীয়াকৈ গঠিত কামৰূপ জিলাৰ অন্তৰ্গত মঠ-মন্দিৰ, মছজিদ, দৌল-দেৱালয়, সত্ৰ, নামঘৰ আদিৰ কথা পৰৱৰ্তী পৃষ্ঠাবোৰত উল্লেখ কৰা হৈছে।

## বশিষ্ঠাশ্ৰম

গুৱাহাটী চহৰৰ বেলতলা অঞ্চলত সন্ধ্যাচল পাহাৰত এক আকৰ্ষণীয় প্ৰাকৃতিক পৰিৱেশত অৱস্থিত বশিষ্ঠাশ্ৰম। ইয়াত বশিষ্ঠ মুনিয়ে তপস্যা কৰিছিল। শিলে শিলে ঠেকা খাই বৈ যোৱা অতি মনোৰম সন্ধ্যা, ললিতা আৰু কান্তা নামেৰে তিনিটা সুঁতিৰ সংগমস্থল বশিষ্ঠাশ্ৰম। এই ত্ৰিধাৰাক বশিষ্ঠ গংগা বুলি জনাজাত। আহোম ৰজা ৰাজেশ্বৰ সিংহই



১৭৬৪ খ্ৰীষ্টাব্দত এই মন্দিৰ নিৰ্মাণ কৰিছিল। মন্দিৰৰ ভিতৰত বশিষ্ঠ মুনিৰ পদচিহ্ন আছে। দৈনন্দিন পূজা-পাঠ নলবাৰী অঞ্চলৰ চামতা গাঁৱৰ বিপ্ৰ পুৰোহিত আনি কৰিছিল। মন্দিৰত ৰাজেশ্বৰ সিংহৰ দিনৰ এখন শিলালিপি আছে। অতীজৰে পৰা মন্দিৰত শিৱ পূজাৰ লগতে শিৱৰাত্ৰি, মকৰ সংক্ৰান্তি আৰু অন্যান্য ধৰ্মীয় অনুষ্ঠান পালন কৰি অহা হৈছে। সন্ধ্যাচল পাহাৰৰ নামনিত বশিষ্ঠাশ্ৰমৰ পশ্চিমফালে প্ৰায় ৪০ মিটাৰ নিলগত বশিষ্ঠ মুনিৰ ভাৰ্যা অৰুন্ধতীৰ শিলাচিহ্ন আছে।

বৰ্তমান বশিষ্ঠগংগাৰ কাষতে নিৰ্মাণ কৰা হৈছে আন এটা আটকধুনীয়া মন্দিৰ। মন্দিৰত দেৱীমূৰ্তি আৰু গণেশ দেৱতাৰ মূৰ্তি আছে। যাত্ৰীসকলৰ সুবিধাৰ্থে চৌহদত দুখলপীয়া এটা যাত্ৰীনিবাস নিৰ্মাণ কৰা হৈছে। কামৰূপ জিলা উপায়ুক্তক সভাপতি হিচাপে লৈ মন্দিৰ পৰিচালনা সমিতি এখন গঠন কৰা হৈছে।

মন্দিৰত দৈনিক অনেক দূৰণীৰটীয়া ভক্তৰ সমাগম হয়। চন্দ্ৰ গ্ৰহণ বা সূৰ্য গ্ৰহণৰ সময়ত বশিষ্ঠগংগাত স্নান কৰাৰ উদ্দেশ্যে অনেক যাত্ৰীৰ সমাগম দেখা যায়।

## নৱগ্ৰহ দেৱালয়

গুৱাহাটী মহানগৰীৰ সোঁমাজত ইতিহাস প্ৰসিদ্ধ চিত্ৰাচল পাহাৰৰ ওপৰত নৱগ্ৰহ মন্দিৰ অৱস্থিত। দেৱালয়ৰ মূল মন্দিৰত সূৰ্যক কেন্দ্ৰ কৰি বুধ, শুক্ৰ, চন্দ্ৰ, বৃহস্পতি, ৰাহু, কেতু, মঙ্গল আৰু শনি গ্ৰহৰ মুঠ ৯ টা শিলাচিহ্ন আছে। নৱগ্ৰহ মন্দিৰ নিৰ্মাণ কৰে ১৭৫২ চনত স্বৰ্গদেউ ৰাজেশ্বৰ সিংহই। দেৱালয়ৰ মন্দিৰৰ গাত ৰাজেশ্বৰ সিংহৰ এখন শিলালিপি আছে। ১৮৯৭ চনৰ বৰভূঁইকঁপত মন্দিৰটো ভাঙি যায়। বৰ্তমানৰ নতুন মন্দিৰটো ৰাইজৰ দান-বৰঙণি আৰু চৰকাৰী সাহায্যৰে ১৯৭৫-৯৮ চনত ন-কৈ নিৰ্মাণ কৰা হয়। মূল মন্দিৰৰ প্ৰৱেশদ্বাৰৰ সোঁকাষে গণেশ, শিৱ, বিষ্ণু আৰু লক্ষ্মী দেৱীৰ বিগ্ৰহ স্থাপন কৰা হৈছে। মন্দিৰৰ গাত খোদিত আছে বিষ্ণুৰ দশৱতাৰকে ধৰি বিভিন্ন দেৱ-দেৱীৰ মূৰ্তি। দেৱালয়ত মূল মন্দিৰৰ সংলগ্ন কৰি পিছফালে সিদ্ধাশ্ৰম, গণেশ মন্দিৰ আৰু এটা শিৱ



মন্দিৰ নিৰ্মাণ কৰা হৈছে। মন্দিৰৰ উত্তৰকালে নিৰ্মাণ কৰা হৈছে যজ্ঞগৃহ। সন্মুখত নিৰ্মাণ কৰা হৈছে জ্যোতিষ আৱাস গৃহ। বৰ্তমান নৱগ্ৰহ মন্দিৰ জ্যোতিষ চৰ্চাৰ কেন্দ্ৰ হিচাপে পৰিগণিত হৈ পৰিছে।

মন্দিৰত দৈনন্দিন নৱগ্ৰহৰ পূজা-পাঠ কৰা হয়। মাঘ আৰু ফাগুণ মাহৰ সংক্ৰান্তিত তিনিদিনীয়া কাৰ্যসূচীৰে বাৰ্ষিক মহাযজ্ঞ উদযাপিত হয়। মন্দিৰত দৈনিক অগনন ভক্তৰ সমাৱেশ হয়। মন্দিৰৰ অন্য এক আকৰ্ষণ হ'ল নৱগ্ৰহৰ বান্দৰ। অতীজৰে পৰাই নৱগ্ৰহ পাহাৰৰ বান্দৰে পৰ্যটকসকলক আনন্দ প্ৰদান কৰি আহিছে।

## উগ্ৰতাৰা দেৱালয়

এক শান্ত আৰু প্ৰাকৃতিক পৰিৱেশত গুৱাহাটী মহানগৰীৰ উজান বজাৰৰ জোৰ পুখুৰীৰ পাৰত অৱস্থিত ঐতিহ্যমণ্ডিত উগ্ৰতাৰা দেৱালয়। ৰজা শিৱসিংহৰ ৰাজত্বকালত উগ্ৰতাৰা মন্দিৰ নিৰ্মাণ কৰা হৈছিল। এই ঠাইত দেৱীৰ নাভিমণ্ডল পৰিছিল বুলি জনশ্ৰুতি আছে। মন্দিৰৰ ভিতৰত দেৱী উগ্ৰতাৰাৰ পূৰ্ণবাৰী পূৰ্ণ নাভিমণ্ডলৰূপে পীঠস্থান আছে। মূল মন্দিৰটো প্ৰৱেশদ্বাৰৰ তোৰণৰ কাষতে আটকধুনীয়াকৈ নিৰ্মিত। মন্দিৰৰ ভিতৰত এটা স্ব-নিৰ্মিত জলকুণ্ড আছে। ভক্তসকলে এই কুণ্ডৰ জল দেৱীৰ



পদজল হিচাপে গ্ৰহণ কৰে। মূল মন্দিৰৰ কাষতেই আন এটা আটকধুনীয়াকৈ নিৰ্মাণ কৰা শিৱ মন্দিৰ। মন্দিৰত নিতৌ অনেক ভক্তৰ সমাগম হয়।

মন্দিৰত নিতৌ তাৰা দেৱীৰ পূজা-অৰ্চনা কৰা হয়। দেৱীৰ ভোগ আমিষ। মন্দিৰত বলি-বিধান আছে। দুৰ্গা পূজাৰ নৱমীৰ দিনাখন মহ বলি দিয়াৰ প্ৰথা আছে। মন্দিৰত প্ৰতি বছৰে দুৰ্গা পূজা, কালি পূজা, শিৱৰাত্ৰি আৰু মনসা পূজা বৰ আড়ম্বৰপূৰ্ণভাৱে উদ্‌যাপিত হয়। ইয়াৰ উপৰি মন্দিৰত উপনয়ন, চূড়াকৰণ, অন্নপ্ৰাসন আদি অনুষ্ঠানো সম্পন্ন কৰাৰ বহুল সা-সুবিধা আছে।

## শুক্ৰেশ্বৰ মন্দিৰ

গুৱাহাটী মহানগৰৰ সোঁমাজত পাণবজাৰত ট্ৰাংক ৰোডৰ সংলগ্নকৈ থকা জনাৰ্দ্দন দেৱালয়ৰ পূব দিশে এখন সৰু পাহাৰৰ টিলাৰ ওপৰত শুক্ৰেশ্বৰ মন্দিৰ বিদ্যমান। মন্দিৰ থকা এই পাহাৰক 'কামৰূপৰ বুৰঞ্জী'ত হস্তী পৰ্বত আৰু যোগিনীতন্ত্ৰত হস্তাচল হিচাপে জনা যায়। শুক্ৰেশ্বৰ মন্দিৰ সম্পৰ্কত যোগিনীতন্ত্ৰত আছে—

'কলিদ্বাপৰয়োঃ সন্ধৌ ধনুৰৰ্দ্ধ প্ৰমাণতঃ।
শুক্ৰেন স্থাপিতং লিঙ্গং শুক্ৰেশং নামতঃ শ্ৰুতং।
দেৱং শুক্ৰেশ্বৰং দ্ৰষ্ট্ৰা মুচ্যতে ভব বন্ধনাৎ।।'

(৫ম পটল, শ্লোক ২৩৫-২৩৬)

অৰ্থাৎ কলি আৰু দ্বাপৰ যুগৰ সন্ধিক্ষণত ইয়াৰ আধা ধনু পৰিমিত ঠাইত শুক্ৰাচাৰ্যই স্থাপন কৰা শুক্ৰেশ নামক লিংগ আছে; সেই শুক্ৰেশ্বৰক দৰ্শন কৰিলে সংসাৰ বন্ধনৰ পৰা মুক্তি পায়।



জনাৰ্দ্দন মন্দিৰৰ সোঁফালে কেইটামান ওখ খটখটি বগাই শুক্ৰেশ্বৰ মন্দিৰৰ প্ৰৱেশদ্বাৰৰ তোৰণ। ইয়াত আনুমানিক ১৭২০ খ্ৰীষ্টাব্দত আহোম স্বৰ্গদেউ প্ৰমত্ত সিংহই নিৰ্মাণ কৰা এটি মন্দিৰ আছে। মন্দিৰৰ ভিতৰত প্ৰায় ৬ ফুট উচ্চতা আৰু ৩.৫ মিটাৰ ব্যাসাৰ্ধৰ প্ৰকাণ্ড শিৱলিংগ আছে। বিদিত আছে যে দৈত্য গুৰু শুক্ৰাচাৰ্যই মন্দিৰৰ এই শিৱলিংগ স্থাপন কৰা হেতুকে হেনো এই শিৱৰ নাম শুক্ৰেশ্বৰ। দেৱালয়ৰ ভিতৰত এখন

সংস্কৃত টোল আছে। মন্দিৰৰ গাত ৰাজেশ্বৰ সিংহৰ এখন শিলালিপি আছে।

বৰ্তমান মন্দিৰত দৈনন্দিন পূজা-পাঠ কৰা হয়। মন্দিৰৰ ভোগ নিৰামিষ। প্ৰতি বছৰে শুক্ৰেশ্বৰ মন্দিৰত পতা শিৱৰাত্ৰি মেলাই অগনন ভক্তক অতীজৰে পৰাই আকৰ্ষিত কৰি আহিছে। মন্দিৰৰ দশসংস্কাৰ ব্যৱস্থা আছে।

## শ্ৰীশ্ৰীজনাৰ্দন দেৱালয়

গুৱাহাটী নগৰৰ সোঁমাজত পাণবজাৰত শুক্ৰেশ্বৰ পাহাৰত ব্ৰহ্মপুত্ৰ নৈৰ পাৰত বুৰঞ্জী প্ৰসিদ্ধ শ্ৰীশ্ৰীজনাৰ্দন দেৱালয়। আহোম ৰজা প্ৰমত্ত সিংহৰ ৰাজত্ব কালত নিৰ্মিত জনাৰ্দন দেৱালয়ৰ মূল মন্দিৰৰ বিগ্ৰহ জনাৰ্দন বিষ্ণুৰ। মন্দিৰৰ ভিতৰত বিষ্ণু জনাৰ্দনৰ প্ৰায় ৫ ফুট উচ্চতাৰ শিলেৰে খোদিত মূৰ্তি আছে। মন্দিৰৰ গাত অনেক দেৱ-দেৱী, নৰসিংহ, সূৰ্য পাহাৰৰ গাত কটা মূৰ্তি আদিৰ ভালেমান ধুনীয়া মূৰ্তি কটা আছে। দেৱালয়ৰ লাখেৰাজ ১.৭৪৮ বিঘা আৰু নিস্পিখেৰাজ ভূমিৰ পৰিমাণ ৪,১৭৬ বিঘা। মূল মন্দিৰৰ সংলগ্নকৈ সোঁফালে আন এটা শিৱ মন্দিৰ নিৰ্মাণ কৰা হৈছে। মন্দিৰত শিলেৰে খোদিত প্ৰায় ২ ফুট উচ্চতাৰ আৰু ১.৫ মিটাৰ ব্যাসাৰ্ধৰ শিৱ লিংগ আছে। শিৱ লিংগক কেন্দ্ৰ কৰি চাৰিওফালে প্ৰায় ১ ফুট উচ্চতাৰ পিতলৰ গণেশ, কাৰ্তিক আৰু শিৱ-পাৰ্বতীৰ মূৰ্তি স্থাপন কৰা আছে। ব্ৰহ্মপুত্ৰ নৈলৈ নামি যাব পৰাকৈ মূল মন্দিৰৰ পিছফালে সুন্দৰকৈ খটখটি নিৰ্মাণ কৰা হৈছে। মন্দিৰত দৈনিক অগনন ভক্তৰ সমাগম পৰিলক্ষিত হয়। ভক্তবৃন্দ আৰু যাত্ৰীসকলৰ সুবিধাৰ্থে দেৱালয়ৰ প্ৰৱেশদ্বাৰৰ সংলগ্ন কৰি ট্ৰাংকেৰোডৰ ওপৰত ন-কৈ উৰণীয়া সেঁতু এখনো নিৰ্মাণ কৰা হৈছে। মন্দিৰত দশসংস্কাৰ ব্যৱস্থা আছে। মূল মন্দিৰৰ বাঁওফালে প্ৰায় ৭৫০ বৰ্গ ফুটৰ এটা ভৱন শ্ৰাদ্ধাদিৰ বাবে নিৰ্মাণৰ লগতে ব্ৰহ্মপুত্ৰ নৈৰ ওপৰতে দুটা যাত্ৰীনিবাসো নিৰ্মাণ কৰা হৈছে। মূল মন্দিৰৰ সন্মুখত প্ৰৱেশদ্বাৰৰ তোৰণৰ কাষতেই নিৰ্মাণ কৰা হৈছে দেৱালয়ৰ দুমহলীয়া কাৰ্যালয়টো। মন্দিৰত দৈনন্দিন বিষ্ণু পূজাৰ লগতে বছৰেকীয়া প্ৰায়বোৰ ধৰ্মীয় উৎসৱ-পাৰ্বন বৰ আড়ম্বৰপূৰ্ণভাৱে পালন



কৰা হয়। জনাৰ্দন দেৱালয়ে অতীজৰে পৰাই বৰ্তমানলৈ এক ধৰ্মীয় ভাবানুভূতি বহন কৰি আহিছে।

## বাণেশ্বৰ দেৱালয়

গুৱাহাটীৰ পাণবজাৰত জনাৰ্দন দেৱালয়ৰ বিপৰীতে বাণেশ্বৰ দেৱালয়। গেজেটিয়াৰ মতে ১৮২০ চনত চন্দ্ৰকান্ত সিংহই এই মন্দিৰ নিৰ্মাণ কৰিছিল। মন্দিৰৰ ভিতৰত বাণেশ্বৰ শিৱলিংগ আছে। শিৱলিংগৰ কাষতে পিতলৰ গণেশ, কাৰ্তিক, পাৰ্বতী, নন্দী আৰু বৃষভ মূৰ্তি আছে। বাণেশ্বৰ দেৱালয়ৰ লাখেৰাজ জমিৰ পৰিমাণ ২৫২ বিঘা নিস্পিখেৰাজ ১,২৬৩ বিঘা।



বৰ্তমান ট্ৰাংকৰোডৰ সংলগ্ন প্ৰবেশদ্বাৰৰ তোৰণৰ কাষতে মন্দিৰৰ সন্মুখভাগত দুটা প্ৰায় ৪ ফুট উচ্চতাৰ শিৱলিংগ আছে। মন্দিৰত দৈনন্দিন পূজা-পাঠ কৰা হয়।

## কামাখ্যা মন্দিৰ

পুণ্যতীৰ্থ কামাখ্যা গুৱাহাটী চহৰৰ পশ্চিমে নীলাচল পাহাৰৰ ওপৰত অৱস্থিত। মন্দিৰৰ ভিতৰত যোনিপীঠ বিদ্যমান। ইয়াত সতীৰ মুখ্য অংগ যোনি পৰিছিল কাৰণেই ই পীঠশ্ৰেষ্ঠ।

কামৰূপ কামাখ্যাৰ যোনিপীঠ আৰু যোনিমণ্ডল এই দুয়োখন সুকীয়া স্থান। যোনিপীঠ এক বিস্তৃত ভূমিখণ্ড। ইয়াৰ পৰিমাণ পাঁচক্ৰোশ। তাৰ ভিতৰত নীল নামে পৰ্বতত মনোভৱ গুহাৰ ভিতৰত যোনিমণ্ডল আছে। এই পাঁচক্ৰোশৰ ভিতৰত আন আন পৰ্বতো আছে। তাৰ ভিতৰত প্ৰধানকৈ ব্ৰহ্মাশৈল, নীলশৈল, মণিপৰ্বত আৰু ভস্মাচল। কামাখ্যাৰ যোনি মণ্ডলৰ বিষয়ে যোগিনীতন্ত্ৰত আছে—

'পূজনে জপনে চৈব দ্বিগুণং দ্বিগুণং ফলং।
নৱযোনিঃ সমখ্যাতা কামাখ্যা যোনিমণ্ডলং।।
অযোনিমহীপৰ্য্যন্তা যা বিদ্যা গন্ধমাদনং।
পঞ্চক্ৰোশমিদং দেৱি সৰ্ব্বেষামেৱ দুৰ্লভং।।
ব্ৰহ্মাবিষ্ণুসুৰেশাদ্যৈঃ সেৱিতং পৰমাদ্ভুতং।

দেৱা মৰণমিচ্ছন্তি কা কথা মানুষেষু চ।।'

(একাদশ পটল, শ্লোক ২৮-৩০)

অর্থাৎ কামাখ্যা যোনিমণ্ডলক নবযোনি বুলি শাস্ত্রত কয়। হে দেৱি! এই যোনিৰ পৰা মহী পৰ্যন্ত আৰু বিদ্যাৰ পৰা গন্ধমাদন পৰ্যন্ত এই পাঁচ ক্রোশ ঠাই সকলোৰে দুৰ্লভ ঠাই। ই পৰম অদ্ভুত আশ্চৰ্যজনক ঠাই আৰু ব্ৰহ্মা-বিষ্ণু আদি দেৱতাসকলৰ পৰম নমস্য ঠাই। মানুহৰ কথা নকওঁৱেই দেৱতাসকলেও এই ঠাইত মৃত্যু কামনা কৰে।

আকৌ মনোভৱ গুহাৰ বিষয়ে আছে—

'মনোভৱগুহা বহ্নৌ দেব্যা শিখৰমুন্নতং।

তন্মহোগ্ৰমিতি খ্যাতং পীঠং পৰমদুৰ্লভং।।

সিদ্ধিকালী ব্ৰহ্মৰূপা দেৱতা ভুৱনেশ্বৰী।

নিবসেত্তত্ৰ যা কালী ঘোৰদৈত্যবিনাশিনী।।

তৎপীঠোপৰি সংবিশ্য দশধা চ জপেন্মনং।

তদা মন্ত্ৰঃ বিশুদ্ধিঃ স্যাৎ তদ্দেহেন শিৱো ভৱেৎ।।'

(একাদশ পটল, শ্লোক ৫৭-৫৯)

অর্থাৎ মনোভৱ গুহাৰ বহ্নিত দেৱীৰ শিখৰ উন্নত হৈ আছে; সেই পৰম দুৰ্লভ পীঠ মহোগ্ৰ নামে বিখ্যাত। সেই পীঠত ঘোৰ দৈত্য নাশিনী সিদ্ধিকালী, ব্ৰহ্মৰূপা ভুৱনেশ্বৰী দেৱী বাস কৰি আছে। সেই পীঠৰ ওপৰত বহি দহবাৰ মন্ত্ৰ জপ কৰিলে মন্ত্ৰ সিদ্ধি হয় আৰু তেওঁ শিৱৰ সদৃশ হয়।



বৰ্তমানৰ কামাখ্যা মন্দিৰটো কোচ ৰজা নৰনাৰায়ণে ১৫৬৫ খ্ৰীষ্টাব্দত পুন নিৰ্মাণ কৰে। মন্দিৰত কোচ ৰজা নৰনাৰায়ণৰ এখন শিলালিপি আছে। নীলাচল পাহাৰত কামাখ্যা মন্দিৰৰ আশে-পাশে উদ্ধাৰ হোৱা কেতবোৰ মূৰ্তি আৰু ভাস্কৰ্য পুৰাতত্ত্ব বিভাগৰ দ্বাৰা সংৰক্ষিত কৰা আছে। মন্দিৰৰ আশে-পাশে উদ্ধাৰ হোৱা স্থাপত্য-ভাস্কৰ্যসমূহৰ ভিতৰত ভৈৰৱ মূৰ্তি, পদুম ফুল, সিংহ ইত্যাদিৰ নক্সা কটা শিলৰ দুৱাৰ, গণেশ দেৱতাৰ মূৰ্তি আদিয়েই প্ৰধান। প্ৰত্নতাত্ত্বিকসকলে অনুমান কৰা মতে এই স্থাপত্য-ভাস্কৰ্যসমূহ

অষ্টম শতিকাৰ পৰা ১৭শ শতিকাৰ ভিতৰৰ। কামাখ্যা মন্দিৰৰ সমীপত বগলা, ভৈৰবী, তাৰা, কালী, ছিন্নমস্তা, কামেশ্বৰ, সিদ্ধেশ্বৰ, কোটিলিংগ, কমলা আদি দেৱ-দেৱীৰ মন্দিৰ আছে। নাট-মন্দিৰত আহোম ৰজা ৰাজেশ্বৰ সিংহ আৰু গৌৰীনাথ সিংহৰ তামৰ ফলি আছে। কেদাৰক্ষেত্ৰ মন্দিৰত ৰাজেশ্বৰ সিংহ আৰু তাম্ৰকেশ্বৰ মন্দিৰত প্ৰমত্ত সিংহৰ শিলালিপি আছে। মন্দিৰলৈ উঠি যাব পৰাকৈ সুন্দৰ প্ৰাচীন খটখটি আছে।

নীলাচল পাহাৰৰ নৈসৰ্গিক সৌন্দৰ্যৰ সৈতে পুণ্যতীৰ্থ কামাখ্যা মন্দিৰে প্ৰাচীন কালৰে পৰাই ধৰ্মীয় ঐতিহ্য বহন কৰি আহিছে। মন্দিৰত বলি-বিধান আছে। দৈনন্দিন পূজাৰ লগতে কামাখ্যা মন্দিৰত প্ৰতি বছৰে উদ্‌যাপন কৰা অম্বুবাচী মেলা ভাৰত বিখ্যাত। অম্বুবাচী মেলাত ভাৰতবৰ্ষৰ বিভিন্ন প্ৰান্তৰ লাখ লাখ ভক্তই প্ৰতি বছৰে এই মহামেলাত সহযোগ কৰি আহিছে।

## ভুৱনেশ্বৰী মন্দিৰ

নীলাচল পাহাৰৰ উচ্চ শিখৰত দেৱী ভুৱনেশ্বৰীৰ মন্দিৰ বিদ্যমান। কামাখ্যাৰূপিনী ভুৱনেশ্বৰী পীঠ তান্ত্ৰিক পীঠ। দেৱী ভুৱনেশ্বৰী সম্পৰ্কত কালিকা পুৰাণত আছে—

'মহাগৌৰি তু যা দেৱী যোগিনী সিদ্ধৰূপিনী
সা ব্ৰহ্মপৰ্বতে চাস্তে শিলাৰূপেন চোৰ্দ্ধত ঃ
অতীব ৰূপসম্পন্না নাম্না সা ভুৱনেশ্বৰী
যত্ৰ ব্ৰহ্মাতু সংসক্তো ময়ি পৰ্ব্বতৰূপিনী'

অৰ্থাৎ মহাগৌৰী নামে সিদ্ধৰূপিনী যি যোগিনী আছে তেওঁ ব্ৰহ্ম পৰ্বতৰ উৰ্ধত শিলাৰূপে অৱস্থান কৰিছে। তেওঁ অতিশয় সৌন্দৰ্যশালিনী আৰু ভুৱনেশ্বৰী নামে প্ৰসিদ্ধ যত পৰ্বতৰূপী মোত ব্ৰহ্মা সংযুক্ত হৈ আছে তাতেই তেওঁ অৱস্থিতা।

আকৌ যোগিনীতন্ত্ৰত আছে—

'মনোভৱগুহাবহ্নৌ দেব্যা শিখৰমুন্নতং
তত্ৰাহোগ্ৰমিতি খ্যাতং পীঠং পৰমদুৰ্লভং
সিদ্ধিকালী ব্ৰহ্মৰূপা দেৱতা ভুৱনেশ্বৰী
নিবসেত্তত্ৰ যা কালী ঘোৰদৈত্যবিনাশিনী'

অৰ্থাৎ মনোভৱ গুহাৰ বহ্নিত দেৱীৰ শিখৰ উন্নত হৈ আছে। সেই পৰম দুৰ্লভ পীঠ মহোগ্ৰ নামে বিখ্যাত। সেই পীঠত ঘোৰ দৈত্য নাশিনী, সিদ্ধিকালী, ব্ৰহ্মৰূপা ভুৱনেশ্বৰী দেৱী বাস কৰি আছে।

ভুবনেশ্বৰী মন্দিৰৰ প্ৰাকৃতিক সৌন্দৰ্য অতি মনোমোহা। ইয়াৰ পৰা গুৱাহাটীৰ নৈসৰ্গিক সৌন্দৰ্য উপভোগ কৰিব পাৰি। অনবৰতে বৈ থকা এছাটি মলয়া বতাহে মন্দিৰ দৰ্শনাৰ্থীসকলৰ দেহ-মন পুলকিত কৰে। মন্দিৰত দৈনন্দিন পূজা-অৰ্চনা হয়। বলি-বিধান আৰু দশসংস্কাৰ ব্যৱস্থাও আছে।

## উমানন্দ দ'ল

উমানন্দ দ'ল গুৱাহাটী মহানগৰৰ কাছাৰী ঘাটৰ দক্ষিণে ব্ৰহ্মপুত্ৰৰ সোঁমাজত ভস্মাচল টিলাৰ ওপৰত ১৬১৬ শকত গদাধৰ সিংহই নিৰ্মাণ কৰা শিব মন্দিৰ। যোগিনীতন্ত্ৰ আৰু কালিকা পুৰাণত উমানন্দ মন্দিৰৰ এই টিলাটোক ভস্মাচল, ভস্মকূট আৰু ভাস্মশৈল নামেৰে আখ্যা দিয়া হৈছে। বিদিত আছে যে ভগবান শিৱই কঁপালত থকা চকুৰ বহ্নিৰে কামদেৱক এই ঠাইতেই ভস্ম কৰিছিল আৰু সেয়ে এই ঠাই ভস্মশৈল হিচাপে খ্যাত।



উমাৰ আনন্দৰ হেতু ভগৱান শিৱ এই ঠাইতেই চিৰবিদ্যমান আৰু সেয়ে এই ঠাইৰ নাম উমানন্দ বা উমানাথ। মূল মন্দিৰত ভূ-পৃষ্ঠৰ পৰা প্ৰায় ১৪ ফুট তলত এটি গহ্বৰৰ ভিতৰত শিলেৰে খোদিত অনাদি শিৱলিংগ আৰু ৰূপেৰে নিৰ্মিত বৃষভবাহন দশভুজা উমানন্দৰ চলন্তা প্ৰতিমূৰ্তি আছে। শিৱলিংগৰ পৰা ব্ৰহ্মপুত্ৰলৈ উত্তৰ বাহিনী মন্দাকিনী গংগা সংযোজিত হৈ আছে। পূজাৰ পাদ্য-অৰ্ঘ্য উত্তৰ বাহিনী মন্দাকিনী গংগাৰে গৈ ব্ৰহ্মপুত্ৰত পৰে। লিংগৰ ওপৰত ৰূপেৰে নিৰ্মিত দন্তচত্ৰ আৰু কাষত নন্দী-ভৃঙ্গীৰ শিলেৰে খোদিত মূৰ্তি বিৰাজমান। যোগিনীতন্ত্ৰত কৈছে—

অথ চান্যৎ প্ৰবক্ষ্যামি গুহ্যাদ গুহ্যতৰং শুভং।
বৃষধ্বজস্য মাহাত্ম্যং শৃণু দেবি বৰাননে।
সংযুক্তা সোমবাৰেণ অমৱস্যা ভবেদ্ যদি।
তদা ভস্মাচলং গত্বা দেৱমভ্যৰ্চ্চ যত্নতঃ।
কুলৈকবিংশমুদ্ধৃত্য স গচ্ছেৎ পৰমং পদ।। (পঞ্চম পটল, শ্লোক ১৮৫)

(অৰ্থাৎ সোমবাৰযুক্ত অমাৱস্যা তিথি যদি লাভ হয়, তেতিয়া ভস্মাচল পৰ্বতত গৈ বৃষধ্বজ শিৱক অতি যত্ন কৰি যথাবিধি পূজা কৰিলে একৈশ পুৰুষলৈ উদ্ধাৰ কৰি নিজেও পৰম পদ পায়।)

বৰ্তমান মন্দিৰৰ নামঘৰৰ সোঁমাজত বিষ্ণুৰ বিগ্ৰহ আছে। মূল মন্দিৰৰ বাঁওফালে ১৮২০ খ্ৰীষ্টাব্দ চন্দ্ৰকান্ত সিংহই নিৰ্মাণ কৰা চন্দ্ৰশেখৰ মন্দিৰ আৰু সন্মুখত প্ৰৱেশদ্বাৰ তোৰণৰ বাঁওফালে ১৭০০ খ্ৰীষ্টাব্দত শিৱ সিংহই নিৰ্মাণ কৰা হৰগৌৰীৰ মন্দিৰ বিদ্যমান। মন্দিৰত গদাধৰ সিংহৰ ১৬১৬ শকৰ এখন শিলালিপিও আছে।



*ভস্মাচল পাহাৰৰ শিলত কটা গণেশৰ মূৰ্তি*

উমানন্দ কামাখ্যা দেৱীৰ ভৈৰৱ হেতু ভক্তবৃন্দই পোনতে উমানন্দ দৰ্শন কৰি পাণ্ডুৰ পঞ্চপাণ্ডৱ দৰ্শন কৰিব লাগে আৰু তাৰ পাছতহে কামাখ্যা দৰ্শন কৰিব লাগে। উমানন্দ মন্দিৰত প্ৰতি বছৰে শিৱৰাত্ৰি মেলা আড়ম্বৰপূৰ্ণভাৱে উদ্‌যাপন কৰা হয়।

## চন্দ্ৰশেখৰ মন্দিৰ

উমানন্দ মন্দিৰৰ বাঁওফালে প্ৰাচীন আৰু ইটাৰে নিৰ্মিত প্ৰায় ভগ্নপ্ৰায় অৱস্থাত চন্দ্ৰশেখৰ মন্দিৰ আজিও বিদ্যমান। মন্দিৰৰ ভিতৰত শিৱলিংগ আছে। ১৮২০ চনত চন্দ্ৰকান্ত সিংহৰ দ্বাৰা স্থাপিত। জিলা গেজেটিয়াৰ মতে চন্দ্ৰশেখৰ মন্দিৰৰ নিষ্পিখেৰাজ ভূমিৰ পৰিমাণ ৪৬২ বিঘা। মন্দিৰৰ প্ৰৱেশদ্বাৰৰ সন্মুখত বৰ্তমানো অস্পষ্ট শিলালিপি আছে।

## উৰ্বশী কুণ্ড

ভস্মাচল টিলাৰ দক্ষিণে ব্ৰহ্মপুত্ৰৰ মাজত পাপনাশকাৰিণী উৰ্বশী কুণ্ড অৱস্থিত। এই ঠাইত দীঘলে পঞ্চাশ ধনু আৰু বহলে বত্ৰিশ ধনু পৰিমাণৰ উৰ্বশী কুণ্ড আৰু শিলত কটা বিষ্ণুৰ দশৱতাৰ আৰু সূৰ্য মূৰ্তি আছে। ইন্দ্ৰৰ প্ৰীতিকাৰিণী উৰ্বশী দেৱী অমৃতশিলাৰ অন্তৰত থাকি উৰ্বশী কুণ্ডত বাস কৰে।

বাৰিষা কালত উৰ্বশী কুণ্ড সম্পূৰ্ণ পানীৰ তল গৈ থাকে আৰু বৰ্তমানে কুণ্ডৰ চিহ্ন হিচাপে এটা ওখ স্তম্ভ নিৰ্মাণ কৰা হৈছে। মাঘ মাহৰ শুক্লা পক্ষৰ দ্বাদশী তিথিত আৰু

সূৰ্য সংক্ৰমণ কালত শুদ্ধ চিত্ত হৈ উৰ্বশী কুণ্ডত স্নান কৰিলে অশ্বমেধ যজ্ঞৰ সমান ফল লাভ হয়। সন্ধ্যাকালত আৰু সূৰ্য বা চন্দ্ৰ গ্ৰহণৰ সময়ত উৰ্বশী কুণ্ডত স্নান কৰিলে জ্যেষ্ঠ পুত্ৰৰ নাশ আৰু ধন হানি হয়। উৰ্বশী কুণ্ডত মন্ত্ৰপূৰ্বক স্নান কৰি পাণ্ডুনাথক স্পৰ্শ কৰি কামাখ্যা দেৱীক দৰ্শন কৰিলে পৰজন্ম নহয়।

## গণেশগুৰিৰ গণেশ মন্দিৰ

গুৱাহাটী মহানগৰৰ সৌমাজত কাহিলিপাৰা-বশিষ্ঠ পথৰ সংযোগ স্থানত অত্যাধুনিক স্থাপত্য-ভাস্কৰ্য খোদিত গণেশ মন্দিৰ বিদ্যমান। মন্দিৰৰ ভিতৰত এটি প্ৰকাণ্ড শিলাখণ্ডত গণেশ দেৱতাৰ মূৰ্তি খোদিত আছে। দুখলপীয়া মন্দিৰটোৰ প্ৰবেশদ্বাৰৰ তোৰণখন আটকধুনীয়া কাৰুকাৰ্য খোদিত কৰি নিৰ্মাণ কৰা আছে। মন্দিৰৰ বাহিৰৰ অংশত চাৰিওফালে গণেশ দেৱতাৰ মূৰ্তিৰ লগতে অন্যান্য দেৱ-দেৱতাৰ মূৰ্তিও খোদিত কৰা আছে। মূল বিগ্ৰহৰ চাৰিওফালে বেৰত বিভিন্ন পৰিবেশত মূৰ্তি স্থাপন কৰি পৌৰাণিক কাহিনীবোৰক জীৱন্ত ৰূপ দিয়াৰ প্ৰয়াস কৰা হৈছে।



বিপ্ৰ পুৰোহিতৰ দ্বাৰা দৈনন্দিন পূজা-অৰ্চনা কৰা হয়। আয়তীসকলৰ নাম-প্ৰসংগও দৈনন্দিন কাৰ্যসূচীৰ অন্তৰ্ভুক্ত। নিতৌ অনেক ভক্তৰ সমাগম হয় আৰু প্ৰতি সোমবাৰ আৰু গণেশ চতুৰ্দশীত ভক্তৰ লানি নিছিগা সোঁত পৰিলক্ষিত হয়।

## বাঘেশ্বৰী থান

গুৱাহাটীৰ সৰু মটৰীয়াত অৱস্থিত অতি প্ৰাচীন থান। থানখনৰ ইতিবৃত্ত সম্পৰ্কে বিশেষ লিখিত সমল বিচাৰি পোৱা নাযায়। বৰ্তমান থানৰ লগত ওতপ্ৰোতভাৱে জড়িত শ্ৰীযুত ব্ৰজেন বড়োৰ পৰা পোৱা তথ্যমতে অতীজৰে পৰাই এই ঠাইত দুজোপা গুলঞ্চৰ তলত দুডোখৰ শিলাখণ্ডত জনজাতীয় লোকসকলে জনজাতীয় ৰীতি-নীতিৰে পূজা-পাতল

কৰি আহিছিল। বৰ্তমানো এই শিলাখণ্ড দুডোখৰ এটা কুণ্ডৰ ভিতৰত থানৰ মন্দিৰত সংৰক্ষিত হৈছে।

পৰ্যায়ক্ৰমে থানখন বৰ্তমানৰ আটকধুনীয়া ৰূপত বিদ্যমান। বৰ্তমান থানৰ মূল বিগ্ৰহত দুৰ্গা দেৱীৰ পিতলৰ মূৰ্তি আছে। মূল মন্দিৰক কেন্দ্ৰ কৰি বাঁওফালে হনুমান মন্দিৰ আৰু গণেশ দেৱতাৰ মন্দিৰ নিৰ্মাণ কৰা হৈছে। আকৌ সোঁফালে এটি শনি মন্দিৰ নিৰ্মাণ কৰা হৈছে। থানত বলি-বিধান আছে। থানৰ ভিতৰত আকৰ্ষণীয়কৈ নিৰ্মাণ কৰা এটা স্থায়ী যজ্ঞকুণ্ড আছে। প্ৰতি মাহৰ পূৰ্ণিমা তিথিত থানত যজ্ঞ পালন কৰা হয়। বিপ্ৰ পুৰোহিতৰ দ্বাৰা বৰ্তমান মন্দিৰৰ দৈনন্দিন পূজা-পাঠ কৰাৰ লগতে প্ৰতি বছৰে শুক্লা নৱমী তিথিত বাঘেশ্বৰী দেৱীৰ পূজা আড়ম্বৰপূৰ্ণভাৱে উদ্‌যাপন কৰা হয়। ইয়াৰ উপৰি শিৱৰাত্ৰি আৰু শাৰদীয় নৱৰাত্ৰি উৎসৱ পালন কৰা হয়। থানত দশসংস্কাৰ ব্যৱস্থা আছে।

## শ্ৰীশ্ৰীতেত্ৰিশ কৌটি দেৱ মন্দিৰ

গুৱাহাটী নগৰৰ কাহিলিপাৰা, পাৱাৰ হাউছৰ সমীপত প্ৰায় ৫ বিঘা ভূমিৰে আগুৰা, সুবিশাল শিলাখণ্ডৰে পূৰ্ণ এটা টিলাৰ ওপৰত আটকধুনীয়া শ্ৰীশ্ৰীতেত্ৰিশ কৌটি দেৱ মন্দিৰ। ১৯৭৩ চনত এই মন্দিৰ স্থাপন কৰা হয়। মূল মন্দিৰটো সোঁহাতে প্ৰৱেশদ্বাৰৰ সংলগ্ন কৰি নিৰ্মাণ কৰা হৈছে। মন্দিৰৰ ভিতৰত প্ৰায় ২.৫ ফুট উচ্চতাৰ শিৱলিংগ আৰু ৩৩ কৌটি দেৱতাৰ বিগ্ৰহ আছে। মন্দিৰৰ পৰা টিলাটো ক্ৰমান্বয়ে থিয়। অকোৱা-পকোৱাকৈ শিল বগাই উঠি যাব পৰাকৈ সুবিধা কৰি লোৱা হৈছে। মূল মন্দিৰক কেন্দ্ৰ কৰি গোটেই টিলাটোত সুবিশাল শিলাখণ্ডবোৰত



খোদিত আছে বিভিন্ন দেৱ-দেৱীৰ মূৰ্তি। মূৰ্তিসমূহৰ ভিতৰত গণেশ দেৱতাৰ মূৰ্তি, শিৱ লিংগ, হনুমান, শিৱ মূৰ্তি, ফেঁচা আদিৰ মূৰ্তিয়েই প্ৰধান। মূৰ্তিখিনিক সেই দেৱ-দেৱীৰ স্থান হিচাপে নিৰ্দিষ্ট কৰি নামকৰণ কৰা আছে। ইয়াৰ ভিতৰত মা-মনসাৰ স্থান, শিৱৰ স্থান, কৈলাস ধাম, গণেশৰ স্থান, লক্ষ্মীৰ স্থান ইত্যাদি হিচাপে চিহ্নিত কৰা আছে।


*কৈলাস ধাম*

টিলাটোৰ এডোখৰ প্ৰকাণ্ড শিলাখণ্ডত কৃষ্ণ মূৰ্তি খোদিত কৰি কৃষ্ণ দেৱতাৰ স্থান হিচাপে চিহ্নিত কৰাৰ যো-জা চলাই আছে। টিলাটোৰ নামনিত ওলাই অহা সৰু গেটখনৰ সোঁহাতে এটা শনি মন্দিৰ নিৰ্মাণ কৰা হৈছে। মন্দিৰত শনি দেৱতাৰ শিলেৰে খোদিত মূৰ্তি স্থাপন কৰা আছে।

সুন্দৰ এক প্ৰাকৃতিক পৰিৱেশত স্থাপন কৰা শ্ৰীশ্ৰীতেত্ৰিছ কৌটি দেৱ মন্দিৰত দৈনিক অনেক ভক্তৰ সমাগম হয়। পুৰোহিতৰ দ্বাৰা দৈনিক পূজা-পাতল কৰাৰ উপৰিও প্ৰতি বছৰে শিৱৰাত্ৰি, মনসা পূজা আদি ধৰ্মীয় উৎসৱ পাৰ্বণ পালন কৰা হয়।

## পূৰ্ব তিৰুপতি বালাজী মন্দিৰ

গুৱাহাটীৰ বেতকুছিত প্ৰায় সাত বিঘা ভূ-খণ্ডৰে আগুৰা অত্যাধুনিক স্থাপত্য আৰু ভাস্কৰ্য খোদিত কৰি নিৰ্মাণ কৰা পূৰ্ব তিৰুপতি বালাজী মন্দিৰ বিদ্যমান। সুন্দৰ, স্বচ্ছ এক প্ৰাকৃতিক পৰিৱেশৰ মাজত অনবৰতে বৈ থকা এছাটি মলয়া বতাহে মন্দিৰৰ দৰ্শনাৰ্থীসকলৰ দেহ-মন পুলকিত কৰাৰ লগতে এক ধৰ্মীয় বাতাবৰণ সৃষ্টি কৰি আহিছে। মন্দিৰৰ সন্মুখভাগত থকা কাননত নাৰিকল গছ, অশোক ফুলৰ গছ আদিৰ লগতে বিভিন্ন ফুলৰ গছ-লতাৰ জাকজমকতাই মন্দিৰৰ সৌন্দৰ্য দুগুণে বঢ়াইছে। মন্দিৰৰ প্ৰৱেশদ্বাৰে প্ৰাচীন স্থাপত্য-ভাস্কৰ্যৰ চানেকি বহন কৰিছে। মূল মন্দিৰত ভগৱান বালাজীৰ বিগ্ৰহটো এডোখৰ প্ৰকাণ্ড শিলত খোদিত কৰা আছে। প্ৰৱেশদ্বাৰৰ বাঁওফালে গণেশ আৰু লক্ষ্মীনাৰায়ণ মূৰ্তি সহ আন দুটা মন্দিৰ একাদিক্ৰমে নিৰ্মাণ কৰা হৈছে।



## নন্দনপুৰৰ শিৱ মন্দিৰ

গুৱাহাটী মহানগৰৰ সোঁমাজত অসম ৰাজ্যিক চিৰিয়াখানাৰ পূব দিশত ট্ৰাংক ৰোডৰ সংলগ্নকৈ আধুনিক কাৰুকাৰ্য খোদিত কৰি এটি শিব মন্দিৰ নিৰ্মাণ কৰা হৈছে। মন্দিৰৰ মূল বিগ্ৰহ শিৱলিংগটোৰ উচ্চতা প্ৰায় তিনি ফুট। মন্দিৰত দৈনন্দিন পূজা-অৰ্চনা কৰা হয়। মূল বিগ্ৰহৰ সংলগ্নকৈ সোঁফালে লক্ষ্মী আৰু বাসুদেৱৰ মূৰ্তিসহ দুটা মন্দিৰ আছে। বৰ্তমান মন্দিৰৰ প্ৰৱেশদ্বাৰৰ তোৰণখন অতি বিতোপন ৰূপত নিৰ্মাণ কৰা হৈছে। মন্দিৰত দশসংস্কাৰ ব্যৱস্থা আছে। মন্দিৰৰ ভোগ নিৰামিষ। প্ৰতি বছৰে শিৱৰাত্ৰি উৎসৱ পালন কৰা হয়।

## বেলতলা বনগাঁও লক্ষ্মী মন্দিৰ

গুৱাহাটীৰ বেলতলা অঞ্চলৰ ৰাজহুৱা মন্দিৰ হিচাপে বহু পুৰণি আৰু আটকধুনীয়া মন্দিৰ। বেলতলা বশিষ্ঠ পথৰ দাঁতিতে প্ৰায় ২ বিঘা ভূ-খণ্ডৰ চাৰিওফালে পকী দেৱালেৰে সৰ্বসাধাৰণ ৰাইজৰ আকৰ্ষণীয়কৈ নিৰ্মাণ কৰা হৈছে মন্দিৰটো। বিগত ১৯৫০ চনতে স্থাপিত হোৱা মন্দিৰটো বৰ্তমান এটি সু-উচ্চ দৌল আৰু একেলগে বহু ভক্তই বহি নাম-কীৰ্তন কৰিব পৰা আহল-বহল নামঘৰে সৈতে ধৰ্মীয় ভাবানুভূতি গঢ়ি তুলিছে। মন্দিৰৰ ভিতৰত প্ৰায় ৫ ফুট উচ্চতাৰ লক্ষ্মীদেৱীৰ মূৰ্তি বিগ্ৰহৰ ওপৰত স্থাপন কৰা হৈছে। পূৰ্বতে ঠাইখিনি হাবি-জংঘলেৰে পৰিপূৰ্ণ আছিল। বনগাঁৱৰ ৰাইজে হাবি-জংঘল পৰিষ্কাৰ কৰি তাত এটা সৰুকৈ মন্দিৰ নিৰ্মাণ কৰিছিল। কালক্ৰমত ৰাইজৰ অশেষ কষ্ট আৰু অৱদানেৰে বৰ্তমানৰ এই আটকধুনীয়া মন্দিৰটো গঢ়ি উঠিছে। ১৯৬৭ চনৰে পৰা লক্ষ্মী মন্দিৰ প্ৰাংগণত স্থানীয় ৰাইজে দুৰ্গা পূজাও অনুষ্ঠিত কৰি আহিছে। বৰ্তমান মন্দিৰ পৰিচালনাৰ কাৰণে এখন সমিতি গঠন কৰি লোৱা হৈছে।



মন্দিৰত নিতৌ লক্ষ্মী দেৱীৰ পূজাৰ লগতে প্ৰতি বছৰে লক্ষ্মী পূৰ্ণিমা তিথিত লক্ষ্মী পূজা উদযাপন কৰা হয়। পূজাৰ আকৰ্ষণীয় কাৰ্যসূচী হিচাপে পুৰুষ-মহিলাৰ নাগৰা নাম, যাত্ৰাভিনয়, নাট, সাংস্কৃতিক সন্ধিয়া আদি অনুষ্ঠানো আয়োজন কৰা হয়।

## ছয়মাইলৰ শ্ৰীশ্ৰীলক্ষ্মী মন্দিৰ



গুৱাহাটীৰ ছয়মাইলত ১৯৩৪ চনতে স্থাপন কৰা লক্ষ্মীদেৱীৰ এটি মন্দিৰ আছে। মন্দিৰৰ ভিতৰত লক্ষ্মী প্ৰতিমা বেদিৰ ওপৰত স্থাপন কৰা আছে। মণিকূটৰ মূল চূড়াটোৰ চাৰিও কোণে চাৰিটা সৰু সৰু চূড়াৰে আটকধুনীয়াকৈ নিৰ্মাণ কৰা হৈছে মন্দিৰৰ মণিকূটটো। সন্মুখভাগত স্থায়ীভাৱে নিৰ্মিত নাটঘৰ এটিও আছে। মজিয়াত মাৰ্বল পাথৰ খোদিত কৰি প্ৰায় ১৬০০ বৰ্গফুটৰ নামঘৰটো মণিকূটৰ সংলগ্ন। প্ৰতি বছৰে মন্দিৰত লক্ষ্মী পূজা আৰু দুৰ্গা পূজা পালন কৰা হয়।

## পাণ্ডুনাথ দেৱালয়

গুৱাহাটী মহানগৰৰ পাণ্ডুঘাটৰ সমীপত মহাবলী পাণ্ডুনাথ দেৱালয়। ইয়াত বিষ্ণুৰ উৰু শিলাৰূপে আছে। পাণ্ডুনাথ দেৱালয়ৰ আঁৰত এটা পৌৰাণিক উপাখ্যান আছে। পাণ্ডুনাথত থাকি ভগৱান বিষ্ণুৱে বৰাহ পৃষ্ঠৰ ওপৰত হৈ মধু আৰু কৈতভ নামৰ দুটা অসুৰৰ মূৰ নিজ উৰুৰ ওপৰত ৰাখি মুণ্ডচ্ছেদ কৰিছিল। যিহেতু অসুৰদ্বয়ক জলহীন স্থানত বধ কৰিব লাগে সেই কাৰণে বিষ্ণুৱে ব্ৰহ্মা আৰু শিৱক ব্ৰহ্মাশক্তি শিলা উদ্ধাৰ কৰিবলৈ কৈছিল। যেতিয়া ব্ৰহ্মাশীলা উদ্ধাৰ কৰিলে সেই শিলা দৈত্যদ্বয়ৰ ভৰত বহি গ'ল আৰু বিষ্ণুৱে বৰাহ পৃষ্ঠত থাকি অসুৰদ্বয়ৰ মূৰ উৰুত থৈ ছেদন কৰিছিল। ব্ৰহ্মাশক্তি শিলা আকৌ তুলি মধুকৈতভৰ শৰীৰ দুটা সেই শিলাৰ ওপৰত ৰাখি বৰাহৰূপী বিষ্ণুৱে পৃথিৱী উদ্ধাৰ কৰিছিল। সেই উৰুৰ চিহ্নই শিলাৰূপে পাণ্ডুনাথ নামে খ্যাত।

যোগিনীতন্ত্ৰত আছে— পাণ্ডুনাথৰ পৰা বাৰ ধনু পৰিমাণে বায়ুকোণত ব্ৰহ্মাই কমণ্ডলু জলৰ দ্বাৰা ব্ৰহ্মকুণ্ড নামেৰে কুণ্ড এটা নিৰ্মাণ কৰিছিল। যোগিনীতন্ত্ৰত এই ব্ৰহ্মকুণ্ডৰ মাহাত্ম্য প্ৰকাশ কৰি কোৱা আছে—

'কিং জপৈঃ কিং তপোভিশ্চ কিং দানৈঃ কিং সুতৈৰপি।
ব্ৰহ্মকুণ্ডে নৰঃ স্নাত্বা সিদ্ধ বিন্দতি তৎক্ষণাৎ।।'

(ষষ্ঠ পটল, শ্লোক ৪)

অৰ্থাৎ এই ব্ৰহ্মকুণ্ডত স্নান কৰিলে জপ, তপ, দান বা পুত্ৰ কামনাৰ কোনো আৱশ্যক নাই। তৎক্ষণাত সকলো কামনাই সিদ্ধ হয়। বৰ্তমান এই কুণ্ড নাই। ব্ৰহ্মপুত্ৰত বিলীন হৈ গৈছে।

পাণ্ডুনাথ দেৱালয়ত এডোখৰ প্ৰকাণ্ড শিলত ৫টা গণেশৰ মূৰ্তি খোদিত আছে। বিদিত আছে যে পঞ্চপাণ্ডৱে কামাখ্যা মন্দিৰ দৰ্শন কৰিবলৈ আহোতে পাণ্ডুনাথ দৰ্শন কৰি ভগৱান গণেশ দেৱতাৰ পূজাৰ কাৰণে বিশ্বকৰ্মাৰ দ্বাৰা এই মূৰ্তি নিৰ্মাণ কৰোৱাইছিল। পাণ্ডুনাথ দেৱালয়ৰ শিলত খোদিত এই মূৰ্তি সম্পৰ্কে ৰঘুনাথ দেৱ চৌধুৰী অনূদিত কনকলাল বৰুৱাৰ 'প্ৰাচীন কামৰূপৰ বুৰঞ্জী'ত এইদৰে পোৱা যায়— 'পাণ্ডুনাথ পাহাৰত শিলত কটা মূৰ্তি পাঁচটাৰ চাৰিটা গণেশৰ আৰু এটা সম্ভৱ দুৰ্গাৰ। এইকেইটাৰ তলৰ ফালে ব্ৰহ্মপুত্ৰৰ মুৱাকৈ শিলত কটা মূৰ্তি দুটা দীক্ষিত মহাশয়ৰ মতে সূৰ্য আৰু ইন্দ্ৰৰ।'



পাণ্ডুনাথ দেৱালয়ত কোঁচ ৰজা ৰঘুদেৱৰ এখন শিলালিপি আছে. ' ৭৮৫ খ্ৰীষ্টাব্দৰ আহোম ৰজা গৌৰীনাথ সিংহৰ তামৰ ফলি এখনত পাণ্ডুনাথ দেৱালয়ৰ কাৰণে ভূমি দান কৰা কথা উল্লেখ আছে।

প্ৰাচীন কালৰে পৰা এই পাণ্ডুনাথ দেৱালয়ত পূজা কৰিহে কামাখ্যাৰ দৰ্শনাৰ্থীসকলে নীলাচল পাহাৰত উঠিছিল। কিন্তু ১৯৬২ চনত শৰাইঘাট দলং নিৰ্মাণ কৰাৰ পাছৰে পৰা এই ঐতিহাসিক পাণ্ডুনাথ দেৱালয়খন অৱহেলিত হয়। বৰ্তমান নিমাই দাসৰ উদ্যোগত আৰু ৰাইজৰ সহযোগত পাণ্ডুনাথ দেৱালয়খন আকৌ ঠন ধৰি উঠিছে।

বৰ্তমান মূল মন্দিৰৰ সন্মুখত থকা যজ্ঞকুণ্ডৰ খনন কাৰ্য চলাওঁতে বহুতো কাৰুকাৰ্য খোদিত পাথৰ উদ্ধাৰ হৈছে। পাথৰবোৰত বিষ্ণুৰ দশবতাৰৰ পাঁচটা অৱতাৰ আৰু বিষ্ণুৰূপী বৈভৱ মূৰ্তি উদ্ধাৰ হৈছিল। উল্লেখনীয় যে খনন কাৰ্যত মূৰ্তিৰ লগতে শিলালিপিসমূহত ফাৰ্চী লিপিও ওলাইছে। দেৱালয়ত এই মূৰ্তিসমূহৰ সংৰক্ষণ আছে। বৰ্তমান মন্দিৰ পৰিচালনাৰ বাবে এখন কমিটি গঠন কৰা হৈছে। কমিটিৰ দ্বাৰা নিয়োজিত পুৰোহিতৰ দ্বাৰা দৈনিক পূজা-সেৱাৰ কাম চলে।

## ছত্ৰাকাৰ দেৱালয়

ছত্ৰাকাৰ দেৱালয় গুৱাহাটী চহৰৰ উজান বজাৰৰ চিত্ৰাচল টিলাৰ ওপৰত অৱস্থিত ঐতিহাসিক আৰু বুৰঞ্জী প্ৰসিদ্ধ দেৱালয়। ছত্ৰৰ আকাৰৰ টিলাৰ ওপৰত নিৰ্মিত হেতু দেৱালয়ৰ নাম ছত্ৰাকাৰ। চিত্ৰাচল টিলাটোলৈ উঠা মূল পথৰ শেষত কেইটামান খটখটি বগাই দেৱালয়ৰ মূল প্ৰৱেশদ্বাৰৰ তোৰণ। আটকধুনীয়া দুটা স্তম্ভৰ ওপৰত ভেনুভেৰীয়া মণ্ডপৰ আকাৰত ওপৰৰ অংশ নিৰ্মাণ কৰা হৈছে। তোৰণৰ থিয় স্তম্ভ দুটাৰ গাত্ত খোদিত আছে বিভিন্ন মূৰ্তি।

তোৰণৰ ঠিক সন্মুখত নিৰ্মাণ কৰা হৈছে দেৱালয়ৰ মন্দিৰ তিনিটা। শিৱ বিষ্ণু আৰু মঙ্গলাচণ্ডীৰ মন্দিৰ। তোৰণৰ বাওঁফালে মূল মন্দিৰৰ সন্মুখত ঘূৰণীয়া টিনৰ চালিৰে ধুনীয়াকৈ সজোৱা এটা যজ্ঞকুণ্ড আছে। দেৱালয়ত শিৱ মন্দিৰত ভিতৰত শিলেৰে খোদিত আছে শিৱলিংগ আৰু গণেশৰ মূৰ্তি। দৌল নৃত্যৰত ভংগীৰে শিলেৰে খোদিত ৰাধা-কৃষ্ণ আৰু গোপ-গোপিনীসকলৰ মূৰ্তি আছে বিষ্ণু মন্দিৰৰ ভিতৰত। আকৌ অষ্টধাতুৰে নিৰ্মিত দ্বিভুজা মংগলাচণ্ডীৰ মূৰ্তি আছে চণ্ডী মন্দিৰৰ ভিতৰত। তিনিওটা মন্দিৰৰ ভিতৰত বিষ্ণু আৰু শিৱ মন্দিৰৰ পিছত মঙ্গলাচণ্ডীৰ মূৰ্তিটো নিৰ্মাণ কৰে ১৭২১ শকত আহোম সম্ৰাজ্যৰ শেষ ৰজা কমলেশ্বৰ সিংহৰ ৰাজত্ব কালত।



দেৱালয়ত দৈনন্দিন শিৱ, বিষ্ণু আৰু মঙ্গলাচণ্ডীৰ পূজা-পাঠ কৰা হয়। শিৱ আৰু বিষ্ণুৰ ভোগ নিৰামিষ। মঙ্গলাচণ্ডীৰ ভোগ আমিষ। মন্দিৰত বলি-বিধান ব্যৱস্থা আছে। বহাগ মাহৰ শেষৰ মঙ্গলবাৰে পূৰ্ণাহুতিৰ দিন ধৰি তিনিদিনীয়া চণ্ডীযজ্ঞ পালন কৰা হয়। ইয়াৰ উপৰি প্ৰতি বছৰে দেৱালয়ত দুৰ্গা পূজা দৌলযাত্ৰা, শিৱৰাত্ৰি, লক্ষ্মী পূজা, বাসন্তী পূজা, জন্মাষ্টমী আদি উৎসৱ বৰ আড়ম্বৰপূৰ্ণভাৱে পালন কৰা হয়। দেৱালয়ত দশসংস্কাৰ ব্যৱস্থা আছে।

## লঙ্কেশ্বৰ থান

বৰ্তমান কামৰূপ জিলাৰ পুৰণিকলীয়া থানসমূহৰ ভিতৰত লংকেশ্বৰ শিৱৰ থান অন্যতম। প্ৰকৃতিৰ নৈসৰ্গিক সৌন্দৰ্যই দেহ-মন পুলকিত কৰাৰ লগতে অতীজৰে পৰাই পশ্চিম গুৱাহাটী, পাণ্ডু, পলাশবাৰী, ছয়ানী আদি অঞ্চলৰ মানুহৰ মাজত ধৰ্মীয় ভাবানুভূতিৰ জৰিয়তে পৰম্পাৰিক ভাতৃত্ববোধ আৰু মহানুভৱতাৰ সাক্ষ্য বহন কৰি আহিছে লংকেশ্বৰ শিৱ থানে। গৌহাটী বিশ্ববিদ্যালয়ৰ পশ্চিমে ট্ৰাংকৰোডৰ বাঁওফালে লংকেশ্বৰ পাহাৰৰ একেবাৰে শিখৰত লংকেশ্বৰ শিৱ থান প্ৰকট হৈ আছে। থান সম্পৰ্কে ঐতিহাসিক বিশেষ সমল বিচাৰি পোৱা নাযায় যদিও ইয়াৰ শিলাখণ্ডসমূহ আৰু থানৰ আন্তঃগাঁথনি লক্ষ্য কৰিলে থানৰ প্ৰাচীনতা সহজে অনুমেয় হৈ পৰে।

লংকেশ্বৰ শিৱ থান সম্পৰ্কে এটা জনশ্ৰুতি আছে। জনশ্ৰুতি মতে— পূৰ্বতে ভগৱান শিৱই সোশৰীৰে এই ঠাইত বাস কৰিছিল। নিজ বেশে ৰাতি বিচৰণ কৰি চুৰি, ডকাইতি আদি অপকাৰ্য্যৰ পৰা অঞ্চলটোক ৰক্ষা কৰিছিল। আনকি কেতিয়াবা কাৰোবাৰ কিবাকিবি বস্তু-বাহানি হেৰালেও বাবাই স্বপ্নাদেশক্ৰমে গৰাকীক জনাইছিল। তাতে দুষ্ট লোকৰ ব্যাঘাত জন্মাত শিৱৰ গাত মদ ঢালি দিয়ে আৰু ভগৱান শিৱই শিলাৰূপ ধাৰণ কৰে।



লংকেশ্বৰ থানৰ এই শিলাৰ বেৰ প্ৰায় ৩০ হাতমান আৰু উচ্চতা প্ৰায় ২০ হাত। ইয়াৰ ওচৰতে নাও আকৃতিৰ এক প্ৰকাণ্ড শিলাখণ্ড আছে। ইয়াৰ ওচৰতে আছে শিৱৰ ভাং খুন্দা খুবলি এটা। শিৱৰ এই ভাং খুন্দা খুবলি সপ্ত পাতাল ভেদি আছে বুলি জনশ্ৰুতি আছে। মূল মন্দিৰৰ প্ৰৱেশদ্বাৰৰ কাষতে দুডোখৰ সম আকাৰৰ শিলাখণ্ডক নন্দী আৰু ভৃঙ্গিৰ নামেৰে জনাজাত। পূজা-পাঠ কৰাৰ বাবে শিলাৰূপী শিৱৰ প্ৰকাণ্ড শিলাৰ তলতে নিৰ্মাণ কৰি লোৱা হৈছে প্ৰায় ৪ ফুট উচ্চতাৰ শিৱলিংগ। শিৱলিংগৰ কাষত আছে বৃষভ, গণেশ আদিৰ মূৰ্তি।

বৰ্তমান মন্দিৰত থকা বাবাৰ পৰা পোৱা তথ্যমতে, পূৰ্বতে ঠাইখিনি হাবি-জংগলেৰে পৰিপূৰ্ণ আছিল। পাহাৰত বাঘ, ভালুক প্ৰভৃতি বনৰীয়া হিংস্ৰ জীৱ-জন্তু থকা

বাবে স্থানীয় ৰাইজে ঢোল-তাল বজাই দিনৰ ভাগতে পূজা-পাঠ সমাপ্ত কৰিছিল। কিন্তু আজি প্ৰায় ৪১-৪২ বছৰৰ পৰাই থানত ভকতসকল বসবাস কৰিব পৰাকৈ সুবিধা হৈছে। অতীজৰে পৰা বৰ্তমানলৈকে বৈষ্ণৱী ৰীতি-নীতি আৰু পৰম্পৰাৰে থানৰ পূজা-পাঠ চলি আহিছে। থানত নিৰামিষ ভোগ চলে। পৰমান্ন আৰু খিচিৰি ভোগত দিয়া হয়।

বৰ্তমান ট্ৰাংকৰোডৰ পৰাই মন্দিৰলৈ উঠি যাব পৰাকৈ দুয়োফালে ৰেলিং দি পাহাৰত সুন্দৰ খটখটি সজাই দিয়া হৈছে। এই খটখটিসমূহ ভক্তবৃন্দ আৰু স্থানীয় ৰাইজৰ দান-বৰঙণিৰে নিৰ্মাণ কৰা। প্ৰতিটো খটখটিতেই দাতাৰ নাম ফলক আছে। থানৰ ট্ৰাংকৰোডৰ সংলগ্ন মূল প্ৰৱেশদ্বাৰৰ লগতেই আটকধুনীয়াকৈ নিৰ্মাণ কৰা হৈছে এটা গণেশ মন্দিৰ। মন্দিৰৰ ভিতৰত প্ৰায় ৫ ফুট উচ্চতাৰ গণেশ দেৱতাৰ মূৰ্তি স্থাপন কৰা আছে। মন্দিৰৰ গাত থকা এখন ফলকত মন্দিৰৰ দাতা আজাৰা, গধূলি বজাৰ, কুমাৰপাৰাৰ শ্ৰীহৰিশ্চন্দ্ৰ দাস আৰু শ্ৰীগায়ত্ৰী দাস বুলি জনা যায়।


*লংকেশ্বৰ থানৰ শনি মন্দিৰৰ আটকধুনীয়া প্ৰৱেশদ্বাৰ*

আকৌ মূল মন্দিৰলৈ উঠি যাওঁতে চিৰিৰ সোঁফালে ২০০৫ চনত নিৰ্মাণ কৰা আটকধুনীয়া শনি মন্দিৰ। মন্দিৰত শনি দেৱতাৰ মূৰ্তি স্থাপন কৰা আছে। শনি মন্দিৰৰ ঘূৰণীয়া নীল বৰণীয়া মঠটোৰ দেৱালত চন্দ্ৰ, সূৰ্য, ৰাহু, কেতু আদি দেৱতাৰ প্ৰতিমূৰ্তি চিত্ৰিত কৰা আছে আৰু মঠৰ শিখৰত পদুম ফুল খোদিত আছে। শনি মন্দিৰৰ প্ৰৱেশদ্বাৰ অতি বিতোপন। দুটা থিয় স্তম্ভৰ ওপৰত থকা তোৰণত তিনিটা মণিকূট স্থাপন কৰা আছে আৰু সন্মুখ ভাগত প্ৰায় ৬ ফুট মান উচ্চতাৰ স্তম্ভ এটাৰ ওপৰত শগুণৰ প্ৰতিমূৰ্তি খোদিত আছে। মন্দিৰৰ দেৱালত থকা ফলকৰ পৰা মন্দিৰৰ দাতা গাড়ীগাঁৱৰ আৰতি ঠাকুৰীয়া আৰু অনাদৰ ঠাকুৰীয়া বুলি জনা যায়।

ৰাইজৰ দান-বৰঙণিৰে বৰ্তমান থানৰ উন্নয়ন আৰু পৰিচালনাৰ কাম-কাজ কৰা হয়। থান পৰিচালনাৰ বাবে এখন কমিটি গঠন কৰি লোৱা হৈছে। প্ৰকৃতিৰ নৈসৰ্গিক সৌন্দৰ্যৰ লগতে এক ধৰ্মীয় ভাবানুভূতিয়ে লংকেশ্বৰ থানত দৈনিক অগনন ভক্তক আকৰ্ষণ কৰি আহিছে। প্ৰতি বছৰে থানত শিৱৰাত্ৰি উৎসৱ পালন কৰা হয়।

## অশ্বক্লান্ত মন্দিৰ

উত্তৰ গুৱাহাটীৰ মাজগাঁৱৰ ব্ৰহ্মপুত্ৰ নৈৰ পাৰত তীৰ্থশ্ৰেষ্ঠ অশ্বক্লান্ত দেৱালয়। ইয়াত দুটা মন্দিৰ আছে। প্ৰৱেশদ্বাৰৰ পৰা চিৰিয়েদি বগাই গৈ জনাৰ্দন পাহাৰৰ উপৰিভাগত অনন্তশায়ী বিষ্ণুৰ শিলেৰে খোদিত মূৰ্তি থকা বিষ্ণু মন্দিৰ। মূৰ্তিৰ উচ্চতা প্ৰায় পাঁচ ফুট। মন্দিৰৰ গাত বিষ্ণুৰ দশাৱতাৰৰ মূৰ্তি খোদিত কৰা আছে। আনটো পাহাৰৰ তলভাগত কূৰ্মৰূপী ভগৱান জনাৰ্দন বিষ্ণুৰ মন্দিৰ। আহোম ৰজা স্বৰ্গদেউ শিৱসিংহই এই মন্দিৰ নিৰ্মাণ কৰিছিল। মন্দিৰত ১৭২০ খ্ৰীষ্টাব্দৰ স্বৰ্গদেউ শিৱসিংহৰ এখন শিলালিপিও আছে। মন্দিৰৰ বৰ্তমান ভূমিৰ পৰিমাণ প্ৰায় ৪৪ বিঘা। কথিত আছে যে ভগৱান কৃষ্ণই নৰকাসুৰক বধ কৰিবলৈ আহোতে শ্ৰীকৃষ্ণৰ ৰথৰ ঘোঁৰা ইয়াত ক্লান্ত হৈ জিৰণি লৈছিল। সেয়ে ইয়াৰ নাম অশ্বক্লান্ত বা অশ্বক্ৰান্ত। অশ্বক্লান্ত তীৰ্থ সম্পৰ্কে যোগিনীতন্ত্ৰত এইদৰে কৈছে—



।। এতদেৱ পৰং জ্ঞানমেতদেৱ পৰন্তপঃ।।
এতদেৱ পৰংব্ৰহ্ম এতদেৱ পৰং পদম্।
যথা নাৰায়ণঃ শ্ৰেষ্ঠো দেৱানাং পুৰুষোত্তমঃ।
তথেশ্বৰাণাং গিৰিশঃ স্থানানামেতদুত্তমং।।

অৰ্থাৎ অশ্বক্ৰান্তই পৰমজ্ঞান। পৰম তপস্যা, পৰম ব্ৰহ্ম আৰু পৰম পদ দিব পাৰে। যেনেকৈ দেৱতাৰ ভিতৰত পুৰুষোত্তম নাৰায়ণ শ্ৰেষ্ঠ আৰু ঈশ্বৰৰ ভিতৰত গিৰিশ অৰ্থাৎ মহাদেৱ শ্ৰেষ্ঠ, তেনেকৈ তীৰ্থৰ ভিতৰতো এই অশ্বক্ৰান্তই শ্ৰেষ্ঠ।

ব্ৰহ্মপুত্ৰ নৈৰ পাৰত 'বিষ্ণুপদ' হিচাপে খ্যাত ভগৱান বিষ্ণুৰ পাদপদ্ম আছে। বিষ্ণুপদত পিতৃ পুৰুষৰ আত্মাৰ সদগতি কামনাৰে পিণ্ডদান কৰা হয়।

মন্দিৰত ব্ৰহ্মা, বিষ্ণু আৰু মহেশ্বৰ এই তিনিগৰাকী দেৱতাৰ নিত্য পূজা-অৰ্চনাৰ লগতে ভাগৱত পাঠ নিয়মানুসৰি অতীজৰে পৰা প্ৰচলিত হৈ আহিছে। মন্দিৰৰ ভোগ নিৰামিষ। মন্দিৰত শক্তি পূজা কৰা নহয়। নিত্য পূজাৰ উপৰিও জন্মাষ্টমী, দৌল উৎসৱ, অশোকাষ্টমী আদি ধৰ্মীয় উৎসৱ পাৰ্বন পালন কৰা হয়। মন্দিৰত দশসংস্কাৰৰ ব্যৱস্থা আছে।

## দীপ্তেশ্বৰী পীঠ

অসমৰ শক্তিপীঠসমূহৰ ভিতৰত ৰঙিয়া চহৰৰ সমীপত কছাৰী মহল মৌজাৰ অন্তৰ্গত ঐতিহাসিক দীপ্তেশ্বৰী পীঠ অন্যতম। আহোম স্বৰ্গদেউ ৰুদ্ৰসিংহই ১৫৯৮ খ্ৰীষ্টাব্দত তাম্ৰলিপিসহ ২১০০ বিঘা ভূমি আচাৰ্য চূড়ামণি ভট্টাচাৰ্যকে দান কৰা বুলি জনা যায়। ইয়াৰ পুৰণি মন্দিৰ নাই। ১৯৬২ চনত এই মন্দিৰ পুনঃ নিৰ্মাণ কৰা হয়। মন্দিৰৰ মূল বিগ্ৰহ দেৱী অন্নপূৰ্ণাৰ। বিগ্ৰহটো ভূ-পৃষ্ঠৰ পৰা প্ৰায় ১৯ ফুট তলত এটা গহ্বৰৰ ভিতৰত পানীৰ তলত আছে।

বৰ্তমানৰ আটকধুনীয়া মঠটোৰ গাত বিভিন্ন দেৱ-দেৱীৰ মূৰ্তি খোদিত কৰা আছে। বিপ্ৰ পুৰোহিতৰ দ্বাৰা মন্দিৰত দৈনন্দিন পূজা-পাঠ কৰা হয়। বলি-বিধান আছে। অশোক অষ্টমীৰ দিনাখন মহ বলি দিয়াৰ প্ৰথা পৰম্পৰা হিচাপে চলি আহিছে। দীপ্তেশ্বৰী পীঠত প্ৰতি বছৰে বিভিন্ন ধৰ্মীয় উৎসৱ-পাৰ্বণ পালন কৰাৰ উপৰি ৰাস মহোৎসৱ উদ্‌যাপন কৰা হয়।

## সোণেশ্বৰ বাৰোৱাৰী শিৱ মন্দিৰ

গুৱাহাটীৰ পৰা প্ৰায় ৪০ কিলোমিটাৰ পশ্চিমে কমলপুৰ সমষ্টিত পুঠিমাৰী নৈৰ পাৰত ১৭৭৯ চনত সোণেশ্বৰ গাঁওবাসীৰ প্ৰচেষ্টাত এই মন্দিৰ নিৰ্মাণ কৰা হয়। বিদিত আছে যে পুঠিমাৰী নৈয়ে সৃষ্টি কৰা বানপানীৰ কবলৰ পৰা ৰক্ষা পাবৰ হেতু দেৱাদিদেৱ শিৱই কৰা স্বপ্নাদেশক্ৰমে স্থানীয় ৰাইজে তাত এটি শিৱ মন্দিৰ নিৰ্মাণ কৰে আৰু 'সোণেশ্বৰ বাৰোৱাৰী শিৱ মন্দিৰ' হিচাপে নামকৰণ কৰে। মন্দিৰত দৈনন্দিন চাকি-বন্তি জ্বলাই নৈবেদ্য আগবঢ়াই ভক্তসকলে নাম-প্ৰসংগ কৰে। ইয়াৰ উপৰি শিৱৰাত্ৰি উদ্‌যাপন কৰা হয়।

## দীৰ্ঘেশ্বৰী মন্দিৰ

উত্তৰ গুৱাহাটীৰ ৰংমহল অঞ্চলত ব্যাঘ্ৰবাহনা দেৱী দীৰ্ঘেশ্বৰীৰ মন্দিৰ বিদ্যমান। দীৰ্ঘেশ্বৰী দেৱী সম্পৰ্কত যোগিনীতন্ত্ৰত আছে—

'পশ্চিমে কামনাথস্য সপ্তধন্বন্তৰে স্থিতাং
দৃষ্টা দীৰ্ঘেশ্বৰীং দেৱীং সৰ্ব্বকামফলপ্ৰদাং।
ষষ্ঠিবৰ্ষসহস্ৰাণি দেৱবত্ভুবি মোদতে।।
মায়াবীজেন দেৱেশি অষ্টম্যাং প্ৰতিপূজয়েৎ
সৰ্ব্ববিদ্যামবাপ্নোতি বাসীনামগ্ৰণীৰ্ভবেৎ।।'



অৰ্থাৎ কামনাথৰ পশ্চিমে সাতধনু অন্তৰত থকা সকলো কামনা সিদ্ধিকাৰিণী দীৰ্ঘেশ্বৰী দেৱীক দৰ্শন কৰিলে ষাঠি হাজাৰ বছৰ দেৱতাৰ তুল্য হৈ পৃথিৱীত মহা আনন্দে কাল যাপন কৰে। হে দেৱেশি! মায়াবীজৰ দ্বাৰা অষ্টমী তিথিত দেৱীৰ পূজা কৰিলে সকলো বিদ্যাকে লাভ কৰি দেশবাসীৰ অগ্ৰগণ্য হয়।

কালিকা পুৰাণত কামাখ্যাৰ অষ্টযোগিনীৰ ভিতৰত দীৰ্ঘেশ্বৰীও এক যোগিনী বুলি কোৱা হৈছে।

দীৰ্ঘেশ্বৰী দেৱালয় থকা পৰ্বতখনক দীৰ্ঘেশ্বৰী পৰ্বত বোলা হয়। আকৌ ১৬৩৪ শকত ৰুদ্ৰসিংহই ক্ষেত্ৰ পৰ্বত বিচৰাই লিখা এখন সাঁচিপতীয়া পুথিত দেৱালয় থকা এই পৰ্বতৰ আন নাম সীতা পৰ্বত বুলি কৈছে। কামৰূপৰ বুৰঞ্জীত বৰবংশৰ মৌজাৰ দীৰ্ঘেশ্বৰ পৰ্বতক সীতা পৰ্বত বুলিয়েই উল্লেখ আছে।

মন্দিৰৰ আন্তঃগাঁথনি সাধাৰণ গঢ়ৰ। গেজেটিয়াৰ মতে মন্দিৰটি ৰাজেশ্বৰ সিংহৰ ৰাজত্ব কালত আনুমানিক ১৭৫১ খ্ৰীষ্টাব্দত নিৰ্মাণ কৰা হয়। মন্দিৰৰ ভিতৰত চতুৰ্ভুজা দেৱীৰ মূৰ্তি আছে। দেৱালয়ৰ বীজমন্ত্ৰসমূহ তান্ত্ৰিক। মন্দিৰত বলি-বিধান আছে। প্ৰতি বছৰে দুৰ্গা পূজা, কালী পূজা, নাগপঞ্চমী, মদন উৎসৱ, শিৱৰাত্ৰি আদি উৎসৱ-পাৰ্বণ দেৱালয়ত বৰ আড়ম্বৰপূৰ্ণভাৱে পালন কৰি আহিছে।

## মণিকৰ্ণেশ্বৰ শিৱলিংগ

উত্তৰ গুৱাহাটীৰ ৰাজাদুৱাৰত সেন্দুৰীঘোপা মৌজাৰ অন্তৰ্গত ইতিহাস প্ৰসিদ্ধ মণিকৰ্ণেশ্বৰ শিৱলিংগ বিদ্যমান। মণিকৰ্ণেশ্বৰ পৰ্বতৰ নামেই চাহবুৰুজ বুলি কামৰূপৰ বুৰঞ্জীত উল্লেখ আছে। মণিকৰ্ণেশ্বৰৰ মন্দিৰটো আহোম স্বৰ্গদেউ ৰাজেশ্বৰ সিংহৰ ৰাজত্ব কালত নিৰ্মাণ কৰা হয়। মণিকৰ্ণেশ্বৰ মন্দিৰৰ আন্তঃগাঁথনি সম্পৰ্কে পি.ডি. চৌধুৰীয়ে তেখেতৰ 'Archeology in Assam' পুথিখনত এইদৰে ব্যক্ত কৰিছে— 'A late mediaeval Siva temple built over the ruins of a mediaeval temple. The plinth of the is star shaped while the vimana is twelve sided.'

যোগিনীতন্ত্ৰতো মণিকৰ্ণেশ্বৰ শিৱলিংগ সম্পৰ্কে উল্লেখ আছে।

ইয়াত মণিকৰ্ণ নামেৰে এটা পুখুৰী আছিল। কিন্তু পুখুৰীটো ব্ৰহ্মপুত্ৰৰ বুকুত বিলীন হৈ গৈছে। মন্দিৰৰ গাত ৰাজেশ্বৰ সিংহৰ ১৬৭৭ শকৰ এখন শিলালিপিও আছে।

## ৰুদ্ৰেশ্বৰ দেৱালয়

উত্তৰ গুৱাহাটীৰ শিল সাঁকোৰ পৰা প্ৰায় ডেৰ কিলোমিটাৰ উত্তৰে অতি প্ৰাচীন আৰু ঐতিহাসিক ৰুদ্ৰেশ্বৰ দেৱালয় বিদ্যমান। ১৭১৪ চনত স্বৰ্গদেউ প্ৰমত্ত সিংহই এই মন্দিৰ নিৰ্মাণ কৰে। বৰ্তমান দেৱালয়ত পুৰণি মন্দিৰ নাই। ভাগি গৈছে। মন্দিৰত প্ৰমত্ত সিংহৰ ১৬৭১ শকৰ এখন শিলালিপিও আছে।

ফৌজ সহিতে ভাটিলে যাওঁ বোলা ৰজা ৰুদ্ৰসিংহৰ দুদিনমানৰ পূৰ্বৰে পৰাই শৰীৰ অলপ অসুস্থ হোৱাত বৰ্তমানৰ উত্তৰ গুৱাহাটীৰ ৰজা দুৱাৰতে অৱস্থান কৰে।



পাছত ১৬৩৬ শকৰ ১৩ ভাদৰ কৃষ্ণা দ্বিতীয়াত স্বৰ্গদেউ ৰুদ্ৰসিংহ স্বৰ্গী হোৱাত পুত্ৰ প্ৰমত্ত সিংহই মৃত শৰীৰ য'ত দাহ কৰিলে সেই ঠাইত ৰুদ্ৰ নামে শিৱলিংগ স্থাপন কৰোৱাই দৈনন্দিন পূজা-পাঠ কৰিবলৈ ভূমি সহিতে দেৱলীয়া মানুহ নিয়োজন কৰি দিয়ে। ৰজাৰ নাম অনুসৰি এই শিৱলিংগৰ নাম ৰুদ্ৰেশ্বৰ শিৱলিংগ দিয়া হয় আৰু দেৱালয়খন ৰুদ্ৰেশ্বৰ দেৱালয় হিচাপে খ্যাত হৈ পৰে।

## দৌল-গোবিন্দ মন্দিৰ

প্ৰকৃতিৰ এক অতুলনীয় সৌন্দৰ্যৰ মাজত উত্তৰ গুৱাহাটীত অৱস্থিত দৌল গোবিন্দ মন্দিৰ অসমৰ পুৰণি মঠ-মন্দিৰসমূহৰ ভিতৰত অন্যতম। মন্দিৰৰ মূল বিগ্ৰহত বাসুদেৱ মূৰ্তি বিদ্যমান। দৈনন্দিন মন্দিৰত পূজা-অৰ্চনা কৰা হয়। দূৰণিবটীয়া অনেক ভক্তই নিতৌ বাসুদেৱ বিগ্ৰহত নৈবেদ্য, ভোগ আদি আগবঢ়ায়। ভোগ হিচাপে পৰমান্ন আগবঢ়োৱা হয়। দৈনন্দিন পূজা-অৰ্চনাৰ উপৰি প্ৰতি বছৰে মন্দিৰত পালন কৰা দৌল উৎসৱে ভক্তবৃন্দক আজিও আকৰ্ষণ কৰি আহিছে। মাঘ মাহত মন্দিৰত ভক্তৰ লানি নিছিগা সোঁত বয়।

## মদন কামদেৱ

গুৱাহাটী নগৰৰ পৰা উত্তৰে প্ৰায় ৩৪ কিলোমিটাৰ নিলগত বাইহাটা চাৰিআলিৰ সমীপত দেৱানগিৰি পাহাৰত প্ৰায় ৫ বৰ্গ কিলোমিটাৰ বিশাল বৰ্গক্ষেত্ৰৰ ওপৰত প্ৰতিষ্ঠিত দেৱালয়ৰ ভগ্নাৱশেষ পোৱা যায়। দেৱানগিৰি পাহাৰৰ নৈসৰ্গিক প্ৰাকৃতিক সৌন্দৰ্যৰ লগতে পৌৰাণিক স্থাপত্য-ভাস্কৰ্যৰ অনুসন্ধিৎসাই মদন কামদেৱত আজিও পৰ্যটকক আকৰ্ষণ কৰি আহিছে।



দেৱালয়ৰ ভগ্নাৱশেষসমূহৰ ভিতৰত শিলেৰে খোদিত নটৰাজ শিৱ, গণেশ, বিষ্ণু, উমা মূৰ্তিৰ লগতে আন আন দেৱ-দেৱীৰ মূৰ্তি খোদিত শিলাখণ্ড সিঁচৰতি হৈ পৰি আছে। ইয়াৰ উপৰি বিভিন্ন ঠাইত সিংহমূৰ্তি, ৰতিসূচক নৰ-নাৰীৰ মূৰ্তি, দেৱমূৰ্তি আদিও পৰিলক্ষিত হয়। মদন কামদেৱ থানত কোনো বিশেষ দেৱ-দেৱীৰ মন্দিৰ নাই। মাত্ৰ আলিংগনৰত উমা-মহেশ্বৰৰ মূৰ্তিৰ ওপৰত টিনৰ চালি দি বৰ্তমানত দৈনন্দিন পূজা-পাতল কৰি থকা হৈছে। বৰ্তমান মদন কামদেৱ পুৰাতত্ত্ব বিভাগৰ তত্ত্বাৱধানত আছে। ধ্বংসাৱশেষসমূহৰ পৰা সুন্দৰ আৰু আকৰ্ষণীয় স্থাপত্য ভাস্কৰ্যসমূহ উদ্ধাৰ কৰি সংৰক্ষণ কৰাৰ অভিপ্ৰায়েৰে ইয়াত এটা সংগ্ৰহালয় নিৰ্মাণ কৰা হৈছে।

মদন কামদেৱত দৈনিক অনেক যাত্ৰী আৰু বিদেশী পৰ্যটকৰ আগমন ঘটে। পৰ্যটকৰ সুবিধাৰ বাবে ইয়াত এটা যাত্ৰী নিবাস নিৰ্মাণ কৰা হৈছে। ধৰ্মীয় ভাবানুভূতি আৰু সৌন্দৰ্যৰ ৰম্যভূমি হিচাপে মদন কামদেৱ আজিও খ্যাত।

## পিংগলেশ্বৰ দেৱালয়

বাইহাটা চাৰিআলিৰ সমীপত কৰৰা মৌজাত ঐতিহাসিক পিংগলেশ্বৰ দেৱালয় বিদ্যমান। মন্দিৰৰ ভিতৰত প্ৰায় ডেৰ ফুট উচ্চতাৰ শিৱলিংগ আছে। শিৱলিংগটো ভূ-পৃষ্ঠৰ পৰা প্ৰায় ১০/১২ ফুট তলত এটি গহ্বৰৰ ভিতৰত বিৰাজমান। পূজা-অৰ্চনাৰ বাবে তললৈ নামি যাব পৰাকৈ সুন্দৰ খটখটি নিৰ্মাণ কৰা আছে। দেৱালয়ৰ নামঘৰটো মণিকূটৰ সংলগ্ন আৰু প্ৰায় ৬০০ বৰ্গফুট আহল-বহল। দেৱালয়ৰ লাখেৰাজ ভূমিৰ পৰিমাণ ৩৭৬

বিঘা আৰু নিষ্পিখেৰাজ ভূমিৰ পৰিমাণ ৯৬৫ বিঘা। আহোম স্বৰ্গদেউ শিৱসিংহৰ ১৬৬৯ শকৰ এখন ফলিও আছে। পিংগলেশ্বৰ দেৱালয়ৰ অন্তৰ্ভাগৰ পৰা সম্প্ৰতি কিছুমান শৈলমূৰ্তিও উদ্ধাৰ কৰা হৈছে।

দেৱালয়ত দৈনন্দিন বিপ্ৰ পুৰোহিতৰ দ্বাৰা পূজা-পাঠ কৰা হয়। মন্দিৰৰ ভোগ আমিষ। অতীজৰে পৰাই পিংগলেশ্বৰ দেৱালয়ে এক ধৰ্মীয় ভাবানুভূতি বহন কৰি আহিছে। শিৱৰাত্ৰিকে ধৰি দেৱালয়ত বিভিন্ন ধৰ্মীয় উৎসৱ পাৰ্বণ প্ৰতি বছৰে পালন কৰি অহা হৈছে। মন্দিৰত অনেক ভক্তৰ সমাগম পৰিলক্ষিত হয়।

## দেওবাঁহৰগুৰি শিৱ দেৱালয়

ৰাইহাটা চাৰিআলিৰ সমীপত বেজেৰাৰ উত্তৰে প্ৰায় ৭ কিলোমিটাৰ নিলগত বৰ্তমান ককৰা মৌজাৰ অন্তৰ্গত ঔতলা গাঁৱত অৱস্থিত ঐতিহাসিক দেওবাঁহৰগুৰি শিৱ দেৱালয়। দেৱালয় সম্পৰ্কত লিখিত বিশেষ ঐতিহাসিক সমল বিচাৰি পোৱা নাযায়। জনশ্ৰুতিমতে, দেৱালয়ৰ শিৱলিংগটো স্বপ্নাদেশক্ৰমে এসময়ত এজোপা ভলুকা বাঁহৰ তলৰ পৰা খান্দি উদ্ধাৰ কৰা হোৱা বাবে দেৱালয়খন 'দেওবাঁহৰগুৰি' হিচাপে নামকৰণ কৰা হয়। ১৯৫৭ খ্ৰীষ্টাব্দত দেৱালয়ৰ মন্দিৰটো ৰাইজৰ দান-বৰঙণিৰে স্থানীয় ৰাইজে নিৰ্মাণ কৰে। দেৱালয়ৰ সৰ্বমুঠ ভূমিৰ পৰিমাণ এক বিঘা তিনি কঠা। স্থাপিত হোৱা দিনৰে পৰা বৰ্তমানলৈকে দেৱালয়ত প্ৰতি বছৰে শিৱৰাত্ৰি উৎসৱ পালন কৰি অহা হৈছে।

## গোপেশ্বৰ দেৱালয়

অসমৰ প্ৰাচীন আৰু ঐতিহাসিক দেৱালয়সমূহৰ ভিতৰত চাংসাৰি চহৰৰ সমীপত দেৱদুৱাৰ গাঁৱত ৫২ নম্বৰ ৰাষ্ট্ৰীয় ঘাই পথৰ দাঁতিত অৱস্থিত ঐতিহ্যমণ্ডিত গোপেশ্বৰ দেৱালয় অন্যতম। ৰজা শিৱসিংহৰ ৰাজত্ব কালত আনুমানিক ১৭২৫ খ্ৰীষ্টাব্দত এই মন্দিৰ স্থাপন কৰা হয়। বৰ্তমানে দেৱালয়খন গোপেশ্বৰ দেৱালয় হিচাপে খ্যাত যদিও আচলতে 'গুপ্তেশ্বৰ' দেৱালয়হে।

দেৱদুৱাৰ পাহাৰৰ নামনিত সুন্দৰ এক প্ৰাকৃতিক পৰিবেশত অৱস্থিত গোপেশ্বৰ দেৱালয়ৰ মূল বিগ্ৰহটো শিৱৰ। পাহাৰৰ এক বিশাল শিলাখণ্ডই প্ৰাকৃতিক চালি হৈ থাকি মন্দিৰত থকা শিৱলিংগক ৰ'দ, বতাহ, বৰষুণৰ পৰা ৰক্ষা কৰি আহিছে। ইয়াত এটা আচৰিত ধৰণৰ গুহা আছে। গুহাৰ ভিতৰত অসংখ্য বাদুলি আছে। দেৱালয়ৰ মূল মন্দিৰৰ লগত সংলগ্ন হৈ থকা নামঘৰটো আহল-বহল। বহু ভক্তই একেলগে বহি নাম-

কীৰ্তন কৰিব পৰাকৈ সুবিধা আছে। দেৱালয়ৰ প্ৰৱেশদ্বাৰৰ তোৰণৰ বাওঁফালে এটা ধুনীয়া পুখুৰীও আছে।

গোপেশ্বৰ দেৱালয় সম্পৰ্কত এটা পৌৰাণিক জনশ্ৰুতি আছে। জনশ্ৰুতি মতে— মদন কামদেৱ দেৱালয়ত মদন-ৰতি সম্পৰ্কত দেৱতাসকলে মহাদেৱক বিচাৰপতি হিচাপে লৈ এক বিচাৰ সভাৰ আয়োজন কৰিছিল। দেৱতাসকলৰ এই সিদ্ধান্তত দেৱাদিদেৱ শিৱই ভয় পাই এই মন্দিৰত গুপ্ত হৈ থকা হেতুকে দেৱালয়ৰ নাম 'গুপ্তেশ্বৰ'। সেয়েহে দেৱালয়ৰ মূল বিগ্ৰহটো আজিও পিতলৰ ঢাকনিৰে ঢাকি ৰখা হয়। নাতিদূৰত শিৱই পাৰ্বতীকো লুকুৱাই ৰাখিছিল। পাৰ্বতীক লুকুৱাই ৰখা ঠাইখিনিক দেৱালয়ত 'পাৰ্বতী কোঠ' হিচাপে জনা যায়। মন্দিৰৰ পৰা পাৰ্বতী কোঠলৈ সুৰঙ্গ এটা আজিও পৰিলক্ষিত হয়।

দেৱালয়ত দৈনন্দিন শিৱ দেৱতাৰ পূজা-অৰ্চনা কৰা হয়। মন্দিৰৰ ভোগ আমিষ। পূজাৰ অন্তত ভোগ-ভাত উছৰ্গা দেৱালয়ত অতীজৰে পৰাই প্ৰচলিত হৈ আহিছে।

## লক্ষ্মীশিলা

গুৱাহাটীৰ পৰা প্ৰায় ৭/৮ কিলোমিটাৰ পশ্চিমে ৰাষ্ট্ৰীয় পথৰ সমীপত নিজশিলা গাঁৱত এক অলৌকিক ধৰণৰ শিলাখণ্ড আছে। এই অলৌকিক শিলাখণ্ডকেই লক্ষ্মীশিলা হিচাপে জনাজাত। এই শিলাখণ্ডৰ ওপৰতে আহু বা শালি ধানৰ সময়ত এজোপাকৈ ধান গছ হয়। যি বছৰত এই লক্ষ্মী শিলাৰ ওপৰত ধান কম হয় সেইটো বছৰত ৰাজ্যত ধানৰ উৎপাদনৰ পৰিমাণো কম হয়। স্থানীয় ৰাইজে এই অলৌকিক শিলাখণ্ডক লক্ষ্মীদেৱীৰ প্ৰতীক হিচাপে লৈ তাত সদায় নৈবেদ্য আৰু নাম-প্ৰসংগ কৰে।

## আজ্ঞাঠুৰীৰ গণেশ মন্দিৰ

গুৱাহাটী হাজো পথৰ দাঁতিতে ১৯৬০ চনত স্থাপন কৰা আটকধুনীয়া আজ্ঞাঠুৰীৰ গণেশ মন্দিৰ বিদ্যমান। মন্দিৰত প্ৰায় ১৪০ বৰ্গফুটৰ বিশাল শিলাখণ্ডৰ এক অংশত খোদিত আছে গণেশ দেৱতাৰ মূৰ্তি। মন্দিৰ সম্পৰ্কত লিখিত বিশেষ ঐতিহাসিক সমল বিচাৰি পোৱা নাযায়। স্থানীয় ৰাইজৰ পৰা পোৱা তথ্যমতে পূৰ্বতে ঠাইখিনি হাবি-জংঘলেৰে পৰিপূৰ্ণ আছিল। সেই ঠাইতে ভেবেলা বাবাজী নামেৰে এজন সন্ন্যাসী আছিল। এই ভেবেলা বাবাজীয়ে হাবি-জংঘলেৰে পৰিপূৰ্ণ ঠাইৰ মাজত বৰ্তমান মন্দিৰৰ এই বিশাল শিলাখণ্ডত খোদিত গণেশ দেৱতাৰ মূৰ্তি আৱিস্কাৰ কৰে। পিছত স্থানীয় ৰাইজৰ সহযোগত তাত এটি মন্দিৰ নিৰ্মাণ কৰে।



বৰ্তমান পূজাৰীৰ দ্বাৰাই মন্দিৰত দৈনন্দিন পূজা-অৰ্চনা কৰা হয়। স্থানীয় ৰাইজেও নিতৌ মন্দিৰত নৈবেদ্য আদি আগবঢ়াই পূজা-অৰ্চনা কৰি আহিছে। আনকি গুৱাহাটী-হাজো পথৰ যাত্ৰীসকলে গাড়ী-মটৰ ৰখাই গণেশ দেৱতাৰ মূৰ্তিৰ সন্মুখত প্ৰণিপাত জনাই নিৰ্মালি আদি গ্ৰহণ কৰিহে যাত্ৰা কৰে। মন্দিৰৰ সু-পৰিচলনাৰ বাবে এখন কমিটি গঠন কৰি লোৱা হৈছে। প্ৰতি বছৰে গণেশ চতুৰ্দশী পালন কৰা হয়।

## চণ্ডিকা মন্দিৰ

গুৱাহাটী মহানগৰৰ পৰা প্ৰায় ৪০ কিলোমিটাৰ নিলগত ছয়গাঁৱত ৩৭ নম্বৰ ৰাষ্ট্ৰীয় ঘাইপথৰ দাঁতিত ইটাৰে নিৰ্মিত আটকধুনীয়া আৰু আধুনিক প্ৰযুক্তিৰে নিৰ্মিত প্ৰসিদ্ধ চণ্ডিকা মন্দিৰ অৱস্থিত। মন্দিৰৰ মূল বিগ্ৰহ দেৱী চণ্ডিকাৰ। বিগ্ৰহটো ওখ বেদিৰ ওপৰত স্থাপন কৰা আছে। বিদিত আছে যে চান্দ সদাগৰে মনসা দেৱীৰ পূজা কৰিবলৈ অস্বীকাৰ কৰাত পুত্ৰ লখিন্দাৰক ফুলশয্যাৰ নিশা দংশন কৰে। পাছত সতী বেউলাই মৃত স্বামী লখিন্দাৰৰ মৃত দেহ লৈ দেৱাদিদেৱ মহাদেৱৰ ওচৰত উপস্থিত হয়। বেউলাই নৃত্য-গীতেৰে মহাদেৱক সন্তুষ্ট কৰি লখিন্দাৰক পুনৰ জীৱিত কৰি তোলে আৰু বিনিময়ত চান্দ সদাগৰে চম্পক নগৰত এটি চণ্ডিকা দেৱীৰ মন্দিৰ নিৰ্মাণ কৰি দিয়ে। এই চম্পক নগৰেই বৰ্তমানৰ ছয়গাঁও বুলি অনুমান কৰা হয়। চণ্ডিকা মন্দিৰৰ কাষতে চান্দ সদাগৰৰ শিলৰ মেৰঘৰ বুলি এটি ধ্বংসাৱশেষ আজিও বিদ্যমান।

মন্দিৰত থকা এখন শিলালিপিৰ পৰা জনা যায় যে ১৭২৫-২৬ খ্ৰীষ্টাব্দত তৰুণ দুৱৰা ফুকনে স্বৰ্গদেউ শিৱসিংহৰ ৰাজত্ব কালত এই ঠাইত চণ্ডিকা দেৱীৰ মন্দিৰ নিৰ্মাণ কৰিছিল। বৰ্তমান মন্দিৰত দৈনন্দিন পূজা-পাঠ কৰাৰ উপৰিও প্ৰতি বছৰে দুৰ্গা পূজা আৰু চণ্ডী পূজা পালন কৰা হয়। মন্দিৰত অনেক ভক্তৰ সমাগম পৰিলক্ষিত হয়।

## ছয়গাঁৱৰ চান্দৰ মেৰঘৰ

গুৱাহাটীৰ পৰা প্ৰায় ২৫ কিলোমিটাৰ পশ্চিমে ছয়গাঁৱত চান্দ সদাগৰে নিৰ্মাণ কৰা মেৰঘৰৰ অৱশিষ্ট পৰিদৃশ্যমান হৈ আছে। ইয়াত দুটা বেলেগ বেলেগ সময়ৰ মন্দিৰৰ ভগ্নাৱশেষ দেখা যায়। ইয়াৰ ভিতৰত এটা ১১-১২ শ শতিকাৰ আৰু আনটো সম্ভৱতঃ ১৬ শ শতিকাৰ। পুৰণি মন্দিৰৰ আস্তঃগাঁথনিৰ ওপৰতেই এটা মন্দিৰ নিৰ্মাণ কৰা হৈছে। মন্দিৰৰ ভিতৰত এটি দেৱী মূৰ্তি, এটা শিৱলিংগ আৰু এটা সূৰ্য মূৰ্তি আছে।

ঐতিহাসিক বিৱৰণ অনুসৰি চান্দৰ মেৰঘৰৰ ভগ্নাৱশেষ আৰু লগতে থকা মা মন্দিৰৰ এই ঠাইক চম্পক নগৰ বুলি জনা যায়। প্ৰাচীন এই ইতিহাস প্ৰসিদ্ধ চম্পক ৰাজ্যৰ চাৰিসীমা বুলিলে উত্তৰে গুঞ্জৰী সাগৰ (ব্ৰহ্মপুত্ৰ), দক্ষিণে কুলসী পাহাৰ, পূবে দীপৰ বিল, জালুকবাৰী আৰু পশ্চিমে নগৰবেৰাৰ শান্তিপুৰ পৰ্যন্ত বুলি কোৱা হয়।



ৰজা চন্দ্ৰধৰে তেওঁৰ ছয় পুত্ৰৰ মাজত চম্পক ৰাজ্যক ছয়ভাগ কৰাৰ হেতুকে কালক্ৰমত ঠাইখিনি ছয়গাঁও হিচাপে পৰিগণিত হৈ পৰে। কালৰ সোঁতত চম্পক নগৰ ধ্বংসপ্ৰাপ্ত হয়। চম্পক নগৰৰ কীৰ্তিচিহ্ন হিচাপে মাথোঁ চান্দৰ মেৰঘৰ হিচাপে খ্যাত ধ্বংসাৱশেষ আৰু শিৱ মন্দিৰৰ বেদীখনহে থাকি যায়। পৰৱৰ্তী কালত আহোম স্বৰ্গদেউ শিৱসিংহই তাত এটি ধুনীয়া মন্দিৰ নিৰ্মাণ কৰে যদিও সেই মন্দিৰ ভাঙি যায়। প্ৰাচীন চান্দ সদাগৰৰ মেৰঘৰৰ ভগ্নাৱশেষ আৰু প্ৰাচীন মন্দিৰৰ ভগ্ন শিলাখণ্ডহে অ'ত ত'ত সিঁচৰতি হৈ পৰি আছে।

## দুধকুঁৱৰী

পলাশবাৰী চহৰৰ পৰা প্ৰায় ৩ কিলোমিটাৰ পশ্চিম-দক্ষিণ দিশত ৰঙামাটি পাহাৰৰ অপৰূপ প্ৰাকৃতিক সৌন্দৰ্যৰে পৰিপূৰ্ণ স্থানত অৱস্থিত অসমৰ প্ৰাচীন পীঠসমূহৰ ভিতৰত দুধকুঁৱৰী অন্যতম। বিদিত আছে যে দেৱাদিদেৱ শিৱই সতীৰ দেহ কান্ধত লৈ অনাই বনাই ঘূৰি ফুৰোতে সতীৰ স্তনযুগল হেনো এই পলাশবাৰী ৰঙামাটি পাহাৰতে পৰিছিল।

কালক্ৰমত ইয়াত স্থাপিত হোৱা থানখন দুধকুঁৱৰী হিচাপে খ্যাত হৈ পৰে।

জনশ্ৰুতি মতে, কোনো এক নৈষ্ঠিক ব্ৰাহ্মণৰ গাঁৱতি গাইজনীয়ে প্ৰতিদিনে পুৱতি নিশা গোঁহালীৰ পৰা ওলাই গৈ ৰঙামাটি পাহাৰৰ হাবি-জংঘলেৰে আবৃত এডোখৰ নিৰ্দিষ্ট ঠাইত দামুৰি এটাক গাখীৰ খুৱাইছিল। পাছত গোটেই ঘটনাটো গৃহস্থৰ দৃষ্টিগোচৰ হোৱাত গাঁৱৰ ৰাইজৰ সহযোগত সেই ঠাইত শিলেৰে খোদিত দেৱীৰ স্তনযুগল আৰু এটি সুঁতি আৱিষ্কাৰ কৰে। পাছত ঠাইৰ মাহাত্ম্য বুজি তাত এখন থান পাতি পূজা-পাতল আৰম্ভ কৰে। প্ৰতি বছৰে মনসা পূজা বৰ আড়ম্বৰপূৰ্ণভাৱে উদ্‌যাপন কৰা হয়।

## দখলা পাহাৰৰ শিৱ মন্দিৰ

পলাশবাৰী ৰাজহ চক্ৰৰ অন্তৰ্গত ৩৭ নং ৰাষ্ট্ৰীয় পথৰ উত্তৰে দখলা পাহাৰৰ নামনিত এটি শিৱ মন্দিৰ বিদ্যমান। এই শিৱ মন্দিৰটোৱেই দখলা পাহাৰৰ শিৱ মন্দিৰ হিচাপে জনাজাত। আহোম স্বৰ্গদেউ শিৱসিংহৰ ৰাজত্ব কালত (খ্ৰীঃ ১৭১৪-১৭৪৪) এই মন্দিৰ নিৰ্মাণ কৰা হয়। মন্দিৰৰ সু-পৰিচালনাৰ বাবে ৰজাই ২১ বিঘা ভূমিও দান কৰে।

জনশ্ৰুতিমতে দখলা পাহাৰৰ নামনিত বাস কৰা এক বিপ্ৰই দৈৱবাণী ক্ৰমে আসনসহ মন্দিৰৰ শিৱলিংগটো উদ্ধাৰ কৰি ৰাইজৰ সহযোগত এই ঠাইত প্ৰথমতে সাধাৰণভাৱে এটি মন্দিৰ প্ৰতিষ্ঠা কৰি পূজা-পাঠ আৰম্ভ কৰিছিল।

মন্দিৰত দৈনন্দিন পূজা-সেৱা কৰাৰ লগতে শিৱৰাত্ৰি উৎসৱ পালন কৰা হয়। মন্দিৰ স্থাপিত হোৱা দিনৰে পৰাই বৰ্তমানলৈ একশ এক্ৰৈশ গৰাকী অকুমাৰী ছোৱালীৰ হতুৱাই পানী তুলি শিৱৰাত্ৰিৰ দিনাখন শিৱলিংগত ঢলা পৰম্পৰা আজিও চলি আহিছে।

## সিদ্ধেশ্বৰ দেৱালয়

অসমৰ প্ৰাচীন শিৱস্থানসমূহৰ ভিতৰত উত্তৰ সৰু বংশৰ মৌজাৰ অন্তৰ্গত গুৱালকুছি গাঁৱত অৱস্থিত সিদ্ধেশ্বৰ দেৱালয়। দেৱালয়ৰ মন্দিৰৰ ভিতৰত শিলেৰে খোদিত বিষ্ণু মূৰ্তি আছে। বিষ্ণুৰ সোঁফালে লক্ষ্মী আৰু বাঁওফালে সৰস্বতী বিদ্যমান। সন্মুখত শিলেৰে খোদিত শিৱলিংগই সিদ্ধেশ্বৰ হিচাপে খ্যাত। দেৱালয়ৰ মূল মঠটোৰ বাহিৰ অংশত বিভিন্ন দেৱ-দেৱতাৰ মূৰ্তি অংকণ কৰা আছে। মঠৰ সন্মুখ ভাগত জয় আৰু দুৰ্গা মূৰ্তি আছে। দেৱালয়ত সৰ্বমুঠ আঠটা শিৱলিংগৰ লগতে অন্য এটা গৃহত শিৱলিংগ আৰু দুৰ্গা মূৰ্তি আছে। তাৰ সমীপতে বংশীবাদন গোপাল আৰু পঞ্চভক্ত শিৱ বিদ্যমান।

আহোম স্বৰ্গদেউ শিব সিংহৰ ৰাজত্ব কালত আনুমানিক ১৭২৯ খ্ৰীষ্টাব্দত সিদ্ধেশ্বৰ দেৱালয় নিৰ্মাণ কৰা হয়। বৰ্তমান দেৱালয়ত দৌল উৎসৱ, শিৱৰাত্ৰি, দুৰ্গা পূজা আদি ধৰ্মীয় উৎসৱ পাৰ্বণ পালন কৰা হয়।

## পাখামেলা গোসাঁইৰ থান

হাজোৰ গৰুড়াচল পাহাৰত অৱস্থিত পাখামেলা গোসাঁইৰ থান অতি মহিমামণ্ডিত তীৰ্থ। থানৰ মূল বিগ্ৰহ গৰুড়পক্ষীৰ। গৰুড়ৰ ওপৰত চতুৰ্ভুজ কৃষ্ণই অৱস্থান কৰিছে। থানত দৈনন্দিন পূজা-পাঠ আৰু নাম-প্ৰসংগ কৰা হয়।

## দুমুখীয়া গোসাঁইৰ থান

হাজো অঞ্চলৰ পুৰণি আৰু মহিমাময়ী থানসমূহৰ ভিতৰত দুমুহীয়া গোসাঁইৰ থান অন্যতম। দুমুখীয়া গোসাঁইৰ থানে অঞ্চলৰ ভক্তবৃন্দৰ মাজত ধৰ্মীয় ভাবানুভূতি জাগ্ৰত কৰি আহিছে। এক শিলাখণ্ডত হৰ-পাৰ্বতী ধ্যানৰত অৱস্থাত পিঠিয়া-পিঠিকৈ অৱস্থান কৰিছে। হৰ-পাৰ্বতীৰ মূৰ্তি কটা এই শিলাখণ্ডই থানৰ মূল বিগ্ৰহ। অনেকেই বিগ্ৰহটোক দুমুখীয়া গোসাঁইৰ থান বুলি কয়। বৰ্তমান থানত নকৈ মঠ নিৰ্মাণৰ আঁচনি যুগুতোৱা হৈছে। থানত শিৱৰাত্ৰি মেলা বৰ আড়ম্বৰপূৰ্ণভাৱে পালন কৰা হয়। থানত দৈনন্দিন অনেক ভক্তৰ সমাগম পৰিলক্ষিত হয়।

## অগ্নি বাণেশ্বৰ দেৱালয়

কামৰূপ জিলাৰ প্ৰাচীন শিৱ মন্দিৰৰ ভিতৰত পুব বংশৰ দদৰা দলিবাৰী অঞ্চলত অৱস্থিত অগ্নি বাণেশ্বৰ দেৱালয় অন্যতম। দেৱালয়ৰ মূল বিগ্ৰহ শিৱলিংগ। আহোম ৰজা স্বৰ্গদেউ শিৱলিংহৰ ৰাজত্ব কালত আনুমানিক ১৭৩০ চনত এই মন্দিৰ নিৰ্মাণ কৰা হয়। দেৱালয়ত দৈনন্দিন পূজা-অৰ্চনা কৰা হয়। বৰ্তমান দেৱালয়ৰ পৰিচালনাৰ ভাৰ চৰকাৰে বহন কৰিছে।

## ক্ষেত্ৰিৰ কামাখ্যা মন্দিৰ

গুৱাহাটীৰ নীলাচল পাহাৰত থকা কামাখ্যা দেৱীৰ মন্দিৰ নিৰ্মাণৰ পাছত ডিমৰীয়া ৰজাই ক্ষেত্ৰিত আন এটি কামাখ্যা মন্দিৰ নিৰ্মাণ কৰে। মন্দিৰটো ক্ষেত্ৰিৰ পৰা প্ৰায় ডেৰ কিলোমিটাৰ দক্ষিণ প্ৰান্তত অৱস্থিত। মন্দিৰৰ বিগ্ৰহত কালী মূৰ্তি আছে। দেৱালয়ত দৈনন্দিন পূজা-পাঠ কৰা হয়। বলি-বিধান আছে। হাঁহ, পাৰ, পঠা, ম'হ আদি বলি হিচাপে

দেৱীৰ নামত উচৰ্গা কৰা হয়। ইয়াৰোপৰি প্ৰতি বছৰে কালী পূজাও উদযাপিত কৰা হয়। মন্দিৰত দৈনন্দিন অনেক ভক্তৰ সমাগম পৰিলক্ষিত হয়।

## হয়গ্ৰীৱ মাধৱ মন্দিৰ

পুণ্যতীৰ্থ হাজো। গুৱাহাটীৰ পৰা ৩২ কিলোমিটাৰ নিলগত ব্ৰহ্মপুত্ৰৰ উত্তৰে এখন ঐতিহাসিক ঠাই। ধৰ্ম, দৰ্শন আৰু সাংস্কৃতিক পৰম্পৰাই অতীজৰে পৰাই হাজোক পুণ্যভূমি হিচাপে পৰিগণিত কৰি আহিছে। পঞ্চতীৰ্থ ৰূপেও হাজো খ্যাত। সমগ্ৰ অঞ্চলটোতে বিভিন্ন মঠ-মন্দিৰ, সত্ৰ-সচং, মছজিদ আৰু ইতিহাস বিদ্যমান। ইয়াতেই হিন্দু, মুছলমান আৰু বৌদ্ধ ধৰ্মাবলম্বীসকলৰ মিলনভূমি হেতু হাজোক ধৰ্মৰ ত্ৰিবেণী সংগম বুলিও অভিহিত কৰা হৈছে। কালিকা পুৰাণত হাজোক 'অপুনৰ্ভৱ' আৰু 'মণিকূট' আনহাতে যোগিনীতন্ত্ৰত 'বিষ্ণুপুৰৰ' আৰু 'অপুনৰ্ভৱ' হিচাপে নামকৰণ কৰিছে। 'দৰঙ্গ ৰাজবংশাৱলী' পুথিত হাজোক 'মণিকূটগ্ৰাম' হিচাপে জনা যায়। মোগলসকলৰ সময়ত হাজোক 'চুজাবাদ' বা 'চুজানগৰ' হিচাপে জনা যায়।

কামৰূপ জিলাৰ অন্তৰ্গত এই মহান তীৰ্থভূমি হাজো অঞ্চলে অতীজৰে পৰাই এক ধৰ্মীয় ভাবানুভূতি আৰু সমন্বয়ৰ সাঁকো গঢ়ি তুলিছে। কোঁচ ৰজাসকলে হাজোক এক সুকীয়া ৰাজ্যৰ মৰ্যাদা দিছিল। এই অঞ্চলৰ পাহাৰে-ভৈয়ামে সিঁচৰিত শিলেৰে খোদিত স্থাপত্য-ভাস্কৰ্যই হাজো ইতিহাসৰ সাক্ষ্য বহন কৰি আহিছে। ইয়াতেই আছে হয়গ্ৰীৱ মাধৱ, কেদাৰ, কমলেশ্বৰ আৰু গণেশ দেৱতাৰ পঞ্চতীৰ্থ। গোকৰ্ণ, বিকৰ্ণ, সৰগ দুৱাৰ, অপৰ্ণভৱ, বৰাহগোসাইৰ থান, কপিলা মুনিৰ আশ্ৰম, চৈতন্যঘোলা, শালবৃক্ষ, ভীমৰ



চৰিয়া আদি অনেক তীৰ্থই বিভিন্ন অঞ্চলৰ ভক্তসকলক আজিও আকৰ্ষিত কৰি ৰাখিছে। প্ৰতি বছৰে ভূটিয়া ভক্তসকলেও হাজোত পদাৰ্পণ কৰে। তেওঁলোকৰ মতে এই তীৰ্থভূমিতেই বুদ্ধদেৱৰ মহাপৰিনিৰ্বাণ ঘটিছিল। ইয়াৰোপৰি পীৰ গিয়াছুদ্দিন আউলিয়াই নিৰ্মাণ কৰা পোৱামক্কাই মুছলমান ধৰ্মাবলম্বীসকলক আকৰ্ষিত কৰি আহিছে। হাজো অঞ্চলৰ

তীৰ্থভূমিসমূহে জাতি, বৰ্ণ, ভাষা, ধৰ্ম নিৰ্বিশেষে মানৱ সমাজক একতাৰ দোলেৰে বান্ধি ধৰ্মীয় পৰম্পৰাৰ লগতে মহানুভৱতাৰ স্বাক্ষৰ বহন কৰিছে।

হাজোৰ পঞ্চতীৰ্থৰ ভিতৰত মণিকূট পাহাৰত অৱস্থিত ঐতিহাসিক হয়গ্ৰীৱ মাধৱ মন্দিৰ অন্যতম। পাহাৰৰ নামনিৰ দীঘল শিলৰ খটখটি বগাই ওপৰত থকা মন্দিৰলৈ উঠি যাব লাগে। মন্দিৰৰ শিল্প-ভাস্কৰ্য্যও অতি মনোৰম। হয়গ্ৰীৱ মাধৱ মন্দিৰৰ শিল্প-ভাস্কৰ্য্যসমূহক কোনো কোনোৱে উত্তৰ-ভাৰতীয় ভাস্কৰ্য্যৰ স'তে তুলনা কৰে। মন্দিৰৰ ভিতৰত হয়গ্ৰীৱ মাধৱৰ লগতে বাঁওফালে দ্বিতীয় মাধৱ, গৰুড়পক্ষী আৰু দক্ষিণে গোবিন্দ মাধৱ আৰু বাসুদেৱ মূৰ্তি বিদ্যমান। মন্দিৰৰ গাত বহুতো দেৱ-দেৱীৰ মূৰ্তি খোদিত আছে। মূল মঠটোৰ তলৰ অংশত থকা হস্তীযুক্ত ভাস্কৰ্য্য অতি বিতোপন।



হয়গ্ৰীৱ মাধৱ মন্দিৰ সম্পৰ্কত বহুতো জনশ্ৰুতি আছে। কালিকা পুৰাণৰ মতে কলি আৰু দ্বাপৰ যুগৰ সন্ধিক্ষণত উৰ্ব ঋষিয়ে এই তীৰ্থ প্ৰতিষ্ঠা কৰে। ঋষিয়ে জ্বৰাসুৰ, হয়াসুৰ আদি ৰাক্ষসৰ অত্যাচাৰত তিষ্ঠিব নোৱাৰি বিষ্ণু আৰাধনা কৰে। মুনিৰ তপস্যাত সন্তুষ্ট হৈ বিষ্ণুৱে জৰাসুৰ, হয়াসুৰক বধ কৰি হাজোৰ এই মণিকূট পাহাৰতে অৱস্থান কৰে। এই মণিকূট পাহাৰতে জ্বৰাসুৰক বধ কৰাৰ পাছত জ্বৰ পীড়িত বিষ্ণুৱে অগদ স্নান কৰিছিল। সেই স্নান জলৰ দ্বাৰা তাত এটা কুণ্ড হ'ল আৰু কুণ্ডৰ নাম 'অপনৰ্ভৱ' ৰাখি বিষ্ণুৱে এই মণিকূট পাহাৰতে বাস কৰি থাকিল।

আন এক জনশ্ৰুতি মতে পুৰণি কালত ইন্দ্ৰদ্যুম্ন ৰজাই স্বপ্নাদিষ্ট হৈ অজ্ঞাত বৃক্ষনীল যত্ন বৰণৰ বৃক্ষৰ সাতখণ্ড কৰি তাৰেই এটা ভাগৰ দ্বাৰা হয়গ্ৰীৱ মাধৱৰ মূৰ্তি স্থাপন কৰে। বুদ্ধধৰ্মীসকলে হয়গ্ৰীৱ মাধৱ তেওঁলোকৰ পীঠ বুলিহে বিশ্বাস কৰে। বৌদ্ধধৰ্মীসকলৰ মতে হাজোৰ কেদাৰ মন্দিৰৰ পূব-দক্ষিণ কোণত থকা প্ৰকাণ্ড শালগছ জোপাৰ তলতেই বুদ্ধদেৱৰ মহাপৰিনিৰ্বাণ ঘটিছিল।

কালাপাহাৰে এই ঠাইত থকা প্ৰাচীন মন্দিৰটো ধ্বংস কৰাৰ পাছত ১৫৪৩ খ্ৰীষ্টাব্দত কোচ ৰজা ৰঘুদেৱে এই মন্দিৰ পুনৰ নিৰ্মান কৰে। মন্দিৰৰ ভিতৰত কোচ

ৰজা ৰঘুদেৱ আৰু আহোম ৰজা প্ৰমত্ত সিংহ আৰু কমলেশ্বৰ সিংহৰ শিলালিপিও আছে। মন্দিৰৰ পশ্চিমফালে ১৭৫০ খ্ৰীষ্টাব্দত প্ৰমত্ত সিংহৰ দ্বাৰা নিৰ্মিত এটা দৌলগৃহ আছে। যোগিনীতন্ত্ৰত 'বিষ্ণুপুষ্কৰ' হিচাপে উল্লিখিত প্ৰায় ১৪ বিঘা ভূমিক আগুৰি আছে মন্দিৰৰ আকৰ্ষণীয় মাধব পুখুৰীটো। মাঘ বিহুৰ সংক্ৰান্তিত মন্দিৰত সাতদিনীয়া উৎসব পালন কৰা হয়। ইয়াৰ উপৰি কৃষ্ণৰ জন্মাষ্টমী, দৌল উৎসব আদিও পালন কৰা হয়। মাঘ বিহুৰ প্ৰথম দিনাখন পতা বুলবুলি চৰাইৰ যুঁজ মন্দিৰৰ আন এক আকৰ্ষণীয় উৎসব।

## কামেশ্বৰ মন্দিৰ

পুণ্যভূমি হাজোৰ পঞ্চতীৰ্থৰ ভিতৰত কামেশ্বৰ মন্দিৰ অন্যতম। হাজো শুৱালকুছি পথৰ দাঁতিত কামেশ্বৰ পাহাৰত কামেশ্বৰ মন্দিৰ বিদ্যমান। যোগিনীতন্ত্ৰ আৰু কালিকা পুৰাণত উল্লিখিত অনুসৰি পূৰ্বতে এইখন কামপীঠ আছিল। এসময়ত কামপীঠ ধ্বংস হোৱাত ১৮ শতিকাৰ মাজভাগত প্ৰমত্ত সিংহই এই মন্দিৰ পুনৰ নিৰ্মাণ কৰে। ১৮৯৭ চনৰ বৰভূঁইকঁপত মন্দিৰটো ক্ষতিগ্ৰস্ত হোৱাত এই মন্দিৰ পুনৰ নিৰ্মাণ কৰা হয়।



মন্দিৰত শিৱলিংগ আৰু পঞ্চানন দশভুজা মূৰ্তি আছে। মন্দিৰৰ ভোগ আমিষ। প্ৰতি বছৰে শিৱৰাত্ৰি আৰু মদন ত্ৰয়োদশী উৎসৱ পালন কৰা হয়।

কামেশ্বৰ মন্দিৰৰ মাহাত্ম্য সম্পৰ্কত যোগিনীতন্ত্ৰত আছে—

'চৈত্ৰে মাসি ত্ৰয়োদশ্যাং শুক্লায়াং কামমীশ্বৰং।
যে পশ্যন্তি সুৰশ্ৰেষ্ঠ তে যান্তি পৰমং পদ।।।'

(৭ম পটল, শ্লোক ২৩৬)

অৰ্থাৎ চ'ত মাহৰ শুক্লা পক্ষৰ ত্ৰয়োদশী তিথিত সুৰশ্ৰেষ্ঠ কামেশ্বৰ মহাদেৱক যি লোকে দৰ্শন কৰে তেওঁ দেৱতাসকলৰ পৰম পদ লাভ কৰে।

## কমলেশ্বৰ মন্দিৰ

হাজোৰ পঞ্চতীৰ্থৰ অন্যতম কমলেশ্বৰ মন্দিৰ। মদনাচল পাহাৰত কেদাৰ মন্দিৰৰ পূবে কমলেশ্বৰ মন্দিৰ অৱস্থিত। কমলেশ্বৰ এটা শিৱ পীঠ। প্ৰায় এক ফুট উচ্চতাৰ শিৱ পীঠটো। কোনো কোনোৰ মতে ই স্বয়ম্ভু। 'যোগিনীতন্ত্ৰ'ত কমলেশ্বৰ মন্দিৰৰ অৱস্থান সম্পৰ্কে এইদৰে পোৱা যায়—

'কেদাৰস্য চ কৌবেৰে ইষুক্ষেপত্ৰয়ান্তৰে।

পৌষ্পকে নগৰে ক্ষেত্ৰে কমলাক্ষহৰং ভজেৎ'

অৰ্থাৎ কেদাৰৰ উত্তৰে তিনিপাট কাঁড় নিক্ষেপ যোগ্য অন্তৰত পৌষ্পক নগৰ ক্ষেত্ৰত কমলাক্ষ হৰক প্ৰমাণ কৰিব।

বৰ্তমান ইয়াত কোনো ঐতিহাসিক মঠ নাই। এটা সাধাৰণ গৃহত এই মন্দিৰ বিদ্যমান। কমলেশ্বৰ মন্দিৰো কেদাৰ মন্দিৰৰ সমসাময়িকভাৱে নিৰ্মিত বুলি অনুমান কৰা হয়। বৰ্তমান মন্দিৰত দৈনন্দিন পূজা-অৰ্চনা কেদাৰ মন্দিৰৰ পুৰোহিতৰ দ্বাৰাই কৰা হয়। মন্দিৰৰ ভোগ আমিষ। প্ৰতি বছৰে শিৱৰাত্ৰি উৎসৱ পালন কৰা হয়।

## কেদাৰ মন্দিৰ

কেদাৰ মন্দিৰ হাজোৰ মদনাচল পাহাৰৰ শিখৰত অৱস্থিত শিলেৰে নিৰ্মিত প্ৰাচীন শিৱ মন্দিৰ। মন্দিৰ নিৰ্মাণ সম্পৰ্কত নানা মতভেদ আছে। কোনো কোনোৰ মতে শৈৱধৰ্মী শালস্তম্ভ আৰু পালবংশী নৃপতিসকলৰ ৰাজত্ব কালত এই মন্দিৰ নিৰ্মাণ কৰা হয়। কালৰ সোঁতত ইয়াৰ প্ৰাচীন মন্দিৰ ধ্বংস হয় আৰু ১৭৫১—১৭৬৯ খ্ৰীষ্টাব্দত ৰাজেশ্বৰ সিংহৰ ৰাজত্বকালত কেদাৰ মন্দিৰ পুনৰ নিৰ্মাণ কৰা হয়।



মন্দিৰৰ মূল বিগ্ৰহটো এটা শিৱলিংগ। বিদিত আছে যে কেদাৰ মন্দিৰৰ শিৱলিংগটো স্বয়ম্ভু। বিগ্ৰহৰ চাৰিওফালে শিলেৰে নিৰ্মিত ঘূৰণীয়া বেষ্টনীটো যোনিপীঠ বা গৌৰীপীঠ হিচাপে খ্যাত। শিৱলিংগৰ

কাষত পঞ্চমুখী, দশভুজা শিৱৰ চলন্তা মূৰ্তি আন এখন বেদিত স্থাপন কৰা আছে। মন্দিৰৰ আটকধুনীয়া মঠটোৰ দক্ষিণফালে গণেশ দেৱতাৰ মূৰ্তি খোদিত আছে। মঠটো আমলক আৰু চক্ৰশোভিত। চক্ৰৰ উপবিভাগত ত্ৰিশূল আছে। মন্দিৰত শিল পোতা তলীৰে 'মদনপুষ্কৰ' হিচাপে খ্যাত এটা পুখুৰী আছে। মন্দিৰৰ পশ্চিমফালে থকা খটখটিৰে শিল এটাত গদা অংকিত আছে। ইয়াক ভীমৰ গদা বুলি জনাজাত।

প্ৰাচীন কালত কেদাৰ মন্দিৰত নটীনাচ বা দেৱদাসী নৃত্যৰ প্ৰচলন আছিল। 'প্ৰাচীন কামৰূপৰ বুৰঞ্জী'তো বিভিন্ন ঠাইত সেই সময়ত দেৱদাসী নৃত্যৰ প্ৰচলন সম্পৰ্কে পোৱা যায়। প্ৰতি বছৰে শিৱৰাত্ৰিৰ দিনাখন মন্দিৰত উৎসৱ পালন কৰা হয়। শিৱৰাত্ৰি মেলাত মন্দিৰত অনেক ভক্তৰ সমাগম হয়।

## গণেশ মন্দিৰ

হাজো-শুৱালকুছি পথৰ সংলগ্ন গণেশ মন্দিৰ, হাজোৰ পঞ্চতীৰ্থৰ ভিতৰৰ আন এখন তীৰ্থ। ইয়াত এক বিশাল শিলাখণ্ডত গণেশ দেৱতাৰ মূৰ্তি খোদিত কৰা আছে। শুই থকা হস্তী আকৃতিৰ এই বিশাল শিলাখণ্ড দীঘলে প্ৰায় ৩০ ফুট, বহলে প্ৰায় ১৮ ফুট আৰু উচ্চতা প্ৰায় ১৫ ফুট। মন্দিৰত থকা শিলালিপিৰ পৰা এইটো স্পষ্ট যে স্বৰ্গদেউ প্ৰমত্ত সিংহই ১৭৪৪ খ্ৰীষ্টাব্দত এই মন্দিৰ নিৰ্মাণ কৰিছিল।

বিদিত আছে যে কেকোৰা সাগৰেৰে বেউলাই মৃত স্বামী লখিন্দাৰক লৈ আহি হাজোত নেতাই ধুবুনীক লগ পায়। নেতাই ধুবুনীৰ জৰিয়তেই বেউলাই মহাদেৱৰ সহায়ত



লখিন্দাৰৰ মৃত শৰীৰ পুনৰ জীবিত কৰি তুলিছিল। এই গণেশ মন্দিৰৰ চ'ৰাঘৰতে বহি লখিন্দাৰৰ জীৱন দানৰ সময়ত মাধৱ, কেদাৰ আৰু কামেশ্বৰ (ব্ৰহ্মাৰূপে) আদি দেৱতাসকল বহি বিচাৰ কৰিছিল। সেই কাৰণে হাজোৰ গণেশ মন্দিৰক 'দেৱভৱন' বুলিও জনা যায়।

বৰ্তমান দেৱালয়ত বিশেষ কাৰুকাৰ্য খোদিত মঠ নাই। মন্দিৰৰ মণিকূটটো হস্তী আকৃতিৰ শিলাখণ্ডৰ এক অংশ আগুৰি শিলাখণ্ডৰ ওপৰতেই নিৰ্মাণ কৰা আছে। মন্দিৰৰ নামঘৰটো আহল-বহল আৰু

বহু ভক্তই একেলগে বহি নাম-প্ৰসংগ আদি কৰাৰ সুবিধা আছে। মন্দিৰৰ চৌহদটো ইটাৰ বেৰ দি প্ৰৱেশদ্বাৰসহ সুন্দৰভাৱে নিৰ্মাণ কৰা আছে। মন্দিৰৰ আশে-পাশে থকা কাৰুকাৰ্য খোদিত ভগ্ন শিলাখণ্ডসমূহৰ পৰা এইটো সহজে অনুমেয় যে পূৰ্বতে ইয়াত ডাঙৰ মঠ আছিল। ভূ-কম্পন নাইবা আন প্ৰাকৃতিক দুৰ্যোগত এই মঠ ভাঙি পৰে। মন্দিৰৰ জগমোহন ঘৰ, চ'ৰাঘৰ, ভোগঘৰ অসংৰক্ষিত ৰূপতহে আছে। মন্দিৰৰ ভোগ নিৰামিষ। একাদশী আৰু সংক্ৰান্তিত মন্দিৰত যাত্ৰা মহোৎসৱ পালন কৰা হয়।

## পোৱামক্কা

হাজোৰ গৰুড়াচল পাহাৰৰ শিখৰত অৱস্থিত পোৱামক্কা হিন্দু-মুছলমান উভয় সম্প্ৰদায়ৰে মহা মিলনৰ তীৰ্থ। বিদিত আছে যে শ্ৰীকৃষ্ণই ভীষ্মক ৰজাৰ জীয়াৰী ৰুক্মিণীক হৰণ কৰি দ্বাৰকালৈ উভতি যোৱাৰ পথত এই পাহাৰত ক্ষন্তেক জিৰণি লৈছিল বুলি কোৱা হয়। যাত্ৰা পথত গৰুড়পক্ষী ভাগৰত অচল হোৱাত, এই পাহাৰৰ শৃঙ্গত পৰি জিৰণি লৈছিল। গৰুড়পক্ষী অচল হৈ এই পাহাৰত পৰাৰ পৰাই পাহাৰখনৰ নাম গৰুড়াচল পাহাৰ হ'ল বুলি জনশ্ৰুতিয়ে কয়। সেয়ে হিন্দুসকলে জেঠ মাহৰ শুক্লা পূৰ্ণিমাত এই তীৰ্থ দৰ্শন কৰা দেখা যায়।



পোৱামক্কা নামটোৰ উৎপত্তি সম্পৰ্কে কেইবাটাও জনশ্ৰুতি আছে। প্ৰবাদমতে, পীৰ গিয়াচুদ্দিন তীৰ্থ স্থাপনৰ সময়ত মক্কাৰ পৰা এপোৱা মাটি আনি ইয়াত ৰাখিছিল কাৰণে হেনো ইয়াৰ নাম পোৱামক্কা হয়। ড° প্ৰবীণ চন্দ্ৰ দাসে এই সম্পৰ্কত তেওঁৰ 'পুণ্য ভূমি হাজো' গ্ৰন্থত লিখিছে— 'পোৱামক্কা তীৰ্থ স্থাপনৰ সময়ত গিয়াচুদ্দিন আউলিয়াই ইয়াত ৯০ টা মূৰ্তি উদ্ধাৰ কৰিছিল বুলি কোৱা হয়। এই সংখ্যা মক্কাৰ ৩৬০ টা মূৰ্তিৰ এক চতুৰ্থাংশ কাৰণে তীৰ্থখন পোৱামক্কা অৰ্থাৎ মক্কাৰ চাৰিভাগৰ এভাগ বুলি খ্যাত হ'ল।' পোৱামক্কাৰ প্ৰাক্তন খাদিম চৈয়দ দিল মহম্মদ আলীয়ে তেওঁৰ 'পোৱামক্কা দৰ্গাহ শ্বৰীফ' গ্ৰন্থত লিখিছে— 'হজৰত গিয়াচুদ্দিন আউলিয়া গৌৰাচল পৰ্বতৰ ওপৰত এটি

মছজিদ নিৰ্মাণ কৰিছিল। যি ঠাইত মছজিদ নিৰ্মাণ কৰিছিল, সেই ঠাইত 'কাবা' শ্বৰীফ নিৰ্মাণৰ ঠাইত থকা ৩৬০ টা মূৰ্তিৰ এক-চতুৰ্থাংশ অৰ্থাৎ ৯০টা মূৰ্তি আছিল। আউলিয়া চাহাবে এই ঠাইক পোৱামক্কা বুলিছিল আৰু চোৱাৰৰ বাবে মছজিদৰ ভেটিত মক্কা শ্বৰীফৰ পৰা এপোৱা মাটি আনি দিছিল, সেয়েহে লোকমুখে ই আজিও 'পোৱামক্কা' বুলি জনাজাত।' মক্কা দৰ্শনৰ চাৰিভাগৰ এভাগ পুণ্য অৰ্জন হয় পোৱামক্কা দৰ্শনত। সেয়ে ইয়াক পোৱামক্কা বোলা হ'ল বুলি জনশ্ৰুতি আছে।

পোৱামক্কাৰ কাহিনী গিয়াচুদ্দিন আউলিয়া নামৰ এগৰাকী ধৰ্মপ্ৰাণ লোকৰ স্মৃতিৰ লগত জড়িত। ইয়াত থকা এই সমাধিবিলাকৰ ভিতৰত গিয়াচুদ্দিন আউলিয়াৰ সমাধিটোক মুখ্য বুলি ধৰা হয়।

গিয়াচুদ্দিন আউলিয়াৰ জন্ম হয় ১১৯৩ খ্ৰীষ্টাব্দত ইৰাণৰ তাব্ৰিজ নগৰত। সন্তৰজন আউলিয়াৰ ভিতৰত তেৰোঁ এজন। অসমলৈ আহোতে তেওঁৰ লগত হজৰত জামাল, হজৰত ছাহ গুডুৰ, হজৰত ছাহ বুজৰুগ আদি তিনিজন সংগীও আহিছিল। পোৱামক্কাৰ সৌধটো তেওঁৰ কবৰৰ ওপৰত নিৰ্মাণ কৰা বুলি জনা যায়। কোনো কোনোৱে আকৌ এই সমাধিটো আৰব দেশীয় এজন সন্তৰ বুলি ক'ব খোজে। কিছুমানে কয় যে ১৩০২-০৩ খ্ৰীষ্টাব্দত অসম আক্ৰমণ কৰা চুলতান গিয়াচুদ্দিনৰ সৈন্য বাহিনীৰ লগত অহা এগৰাকী পীৰৰ সমাধি। এই পীৰগৰাকীয়ে কিছুদিন গুৱাহাটীত বাস কৰি, পাছত হাজোত বাস কৰিছিল। কোনোৱে ক'ব খোজে যে সম্ৰাট জাহাংগীৰৰ ৰাজত্ব কালত আহোম আৰু মোগলৰ মাজত এখন ৰণ হৈছিল। সেই ৰণত মোগলসকল পৰাজিত হয় আৰু তাতে আজোককাক আৰু তেওঁৰ পুতেক গিয়াচুদ্দিনৰ মৃত্যু হয়। গিয়াচুদ্দিন ৰৰ ধৰ্মপৰায়ণ মুছলমান আছিল আৰু তেওঁৰ বাবে সমাধি হাজোৰ গৰুড়াচল পাহাৰত কৰা হয়। পোৱামক্কাৰ সমাধিটো এইজন গিয়াচুদ্দিনৰ বুলি কোৱা হৈছে। এনেবোৰ কাৰণৰ পৰা বুজা যায় যে পোৱামক্কাৰ মূল সমাধিটো কোনো ধৰ্মপ্ৰাণ মুছলমান লোকৰ লগত জড়িত আৰু তেওঁৰ নাম গিয়াচুদ্দিন।



*গিয়াচুদ্দিন আউলিয়াৰ সমাধি*

১৬৫৭ খ্রীষ্টাব্দত সম্রাট চাহজাহানৰ পুত্র আবুল গাজী চুজাউদ্দিনে গিয়াচুদ্দিনৰ সমাধিৰ ওচৰত এটি মছজিদ সজায়। ১৬৫৭ খ্রীষ্টাব্দত ঔৰংজেৱে এই মছজিদ পৰিচালনাৰ বাবে ভূ-সম্পত্তি দান কৰে। ৰুদ্র সিংহ, লক্ষ্মী সিংহ, কমলেশ্বৰ সিংহ আদিয়েও মছজিদৰ তত্ত্বাৱধান লৈছিল আৰু ভূ-সম্পত্তি দান কৰিছিল। ১৮৯৭ খ্রীষ্টাব্দৰ ভূমিকম্পই মছজিদৰ ক্ষতি কৰাত সেই স্থানতে আন এটা মছজিদ সজোৱা হয়। মছজিদৰ এখন বেৰ নবাব চুজাউদ্দিনৰ নাম শিলৰ ফলিত খোদিত হৈছে। মছজিদটো পুনৰ নির্মাণ হৈছে।

খাদেম পালাই দৰ্গাহৰ গিয়াচুদ্দিন আউলিয়াৰ ৰোজা শৰীফত গিলাপ দিয়ে। কোৰাণী পালাই দৰগাহত দৈনন্দিন কোৰাণ পাঠ কৰে। মোল্লা পালাই দৰগাহলৈ নিয়া কুকুৰা চৰাই আদি জবেহ কৰে আৰু ৰান্ধনি পাল্লাই দৰগাহলৈ নিয়া চিন্নী চালাত ৰান্ধে। নিশা হ'লে সমাধিৰ সন্মুখত দীপ জ্বলোৱা হয়। নিশা ভাগত সমাধিটো কাপোৰেৰে ঢাকি ৰখা হয়।

***হাজোৰ অন্যান্য পবিত্র ভূমি....***

**অপুনৰ্ভৱ কুণ্ড ঃ** কামেশ্বৰ মন্দিৰৰ তলত দক্ষিণ পূব দিশত অপুনৰ্ভব কুণ্ড আজিও বিদ্যমান। যোগিনীতন্ত্ৰত অপনৰ্ভব কুণ্ড সম্পৰ্কে এইদৰে পোৱা যায়—

'ধনুৰষ্ট প্রমানঞ্চ কুণ্ডমানং প্রকীর্তিতং।
ৰৰাহকাময়োৰ্ম্মধ্যে তত্তীৰ্থং সৰ্বকামদাং।।
পুন ৰ্ন ভবনং যস্মাদ পুনৰ্ভবন্তৎ সৰঃ।।
তত্র স্নাত্বা নৰো যাতি ভাস্কৰস্যা লয়ং প্রতি।'

অৰ্থাৎ বৰাহক্ষেত্ৰ আৰু কামৰূপৰ মাজত থকা আঠধনু পৰিমাণৰ যি কুণ্ড আছে, সেইটোৱেই সকলোৰে অভীষ্টদায়ক অপুনৰ্ভৱ কুণ্ড। তাত স্নান কৰিলে পুনৰ্জন্ম গ্ৰহণ কৰিবলগীয়া নহয় কাৰণে তাৰ নাম অপুনৰ্ভৱ ক্ষেত্র। তাত স্নান কৰিলে মানুহ সূৰ্যলোকলৈ গমন কৰে।

কালিকা পুৰাণৰ মতে, জ্বৰাসুৰক বধ কৰি জ্বৰ পীড়িত ভগবান বিষ্ণুৱে অপুনৰ্ভৱ কুণ্ডত অগাদ স্নান কৰিছিল। হাজোৰ পঞ্চতীৰ্থ দৰ্শন কৰিবলৈ প্ৰথমে গোকৰ্ণ পৰ্বতৰ নামনিত থকা অপুনৰ্ভব কুণ্ডত স্নান কৰি গণেশ, কেদাৰ, কমলেশ্বৰক দৰ্শন কৰিব লাগে।

**গোকৰ্ণ ঃ** মদনাচল পাহাৰৰ পশ্চিমে অপনৰ্ভৱ কুণ্ডৰ পাৰত শুই থকা শিলেৰে খোদিত এক বৃষভ মূৰ্তি বিদ্যমান। ইয়াক গোকৰ্ণ বুলি জনা যায়। কালিকা পুৰাণৰ মতে, ই শিৱমূৰ্তি আৰু ব্ৰহ্মস্বৰূপিণী শিলাখণ্ডত এইদৰে অৱস্থান কৰিছে।

যোগিনীতন্ত্ৰত আছে— 'অপুনৰ্ভৱ কুণ্ডৰ পূৱভাগে নওধনু অন্তৰত সাতধনু পৰ্যন্ত বিস্তৃতি বাৰাণসীয়ক কুণ্ড আছে আৰু বাৰাণসীয়ক কুণ্ড নাইবা মাৰ্কণ্ডেয় হ্ৰদত স্নান কৰি শিৱক দৰ্শন কৰিলে সৰ্বপাপ নাশ হয়। তাৰ পাছত গোকৰ্ণ আৰু বিকৰ্ণ দৰ্শন কৰিব লাগে।'

**বিকৰ্ণ :** মদনাচল পাহাৰৰ দক্ষিণ পশ্চিম দিশত এডোখৰ প্ৰকাণ্ড শিলাখণ্ডত এটি চতুৰ্ভুজ মূৰ্তি আছে। এই চতুৰ্ভুজ বিষ্ণু মূৰ্তিটোৱেই বিকৰ্ণ হিচাপে খ্যাত। যোগিনীতন্ত্ৰত গোকৰ্ণ আৰু বিকৰ্ণৰ বিষয়ে এনেদৰে কোৱা আছে—

'গোকৰ্ণৰ আকৃতি বৃষভৰ (ডমৰা গৰু) নিচিনা, বিকৰ্ণৰ আকৃতি পুৰুষৰ নিচিনা।'

**ভীমৰ চৰিয়া :** কেদাৰ মন্দিৰলৈ যোৱা পথৰ সোঁফালে চৰিয়াৰ আকৃতিৰ এক শিলাখণ্ড সুন্দৰভাৱে সংৰক্ষণ কৰা আছে। জনশ্ৰুতিমতে ভীমে শিৱৰ গৃহত থকা সময়ত এই চৰিযাটোতেই পঁইতা ভাত খাইছিল। কালক্ৰমত এই শিলৰ চৰিয়াটো ভীমে পঁইতাখোৱা চৰিয়া হিচাপে খ্যাত হৈ পৰে। কোনো কোনোৰ মতে এইটো শিৱৰ ভাং খুন্দা খুব্‌লিহে।



**নেতাই ধুবুনীৰ ঘাট :** মদনাচল পাহাৰৰ নামনিৰ এক অংশ ঠাইক নেতাই ধুবুনীৰ ঘাট হিচাপে চিহ্নিত কৰা আছে। বিদিত আছে যে বেউলাই কেকোৰা সাগৰেৰে লখিন্দাৰৰ মৃত শৰীৰ লৈ আহোতে এই ঘাটতেই নেতাই ধুবুনীক লগ পাইছিল। ঘাটত এডোখৰ শিলাখণ্ডক নেতাই ধুবুনীয়ে কাপোৰ ধোৱা শিল বুলি চিহ্নিত আছে। ইয়াৰ উপৰিও বেউলাই ভেল ৰখা শিলৰ চিহ্ন, সৰ্প ভেললৈ অহা পথ, গোধাই ৰৰুণী বোৱা শিল আদি চিহ্নিত কৰা আছে। আন এডোখৰ শিলাখণ্ডত নেতাই ধুবুনীৰ প্ৰতিমূৰ্তিও খোদিত কৰা আছে।



## জয়দুৰ্গা দেৱালয়

কেদাৰ মন্দিৰৰ দক্ষিণে ১৭৪৪ খ্ৰীষ্টাব্দত স্বৰ্গদেউ লক্ষ্মী সিংহই পুনৰ নিৰ্মাণ কৰা জয়দুৰ্গা দেৱালয় হাজোৰ প্ৰাচীন দেৱালয়সমূহৰ ভিতৰত ঐতিহাসিক শক্তিপীঠ। দেৱালয়ৰ মূল বিগ্ৰহ হিচাপে দশভূজা জয়দুৰ্গাৰ শিলেৰে খোদিত মূৰ্তি আৰু শিৱলিংগ আছে। দেৱালয়ত মন্দিৰৰ প্ৰৱেশদ্বাৰত লক্ষ্মী আৰু সৰস্বতীৰ মূৰ্তি খোদিত আছে। দৈনন্দিন পূজা-অৰ্চনাৰ লগতে শিৱৰাত্ৰি আৰু দুৰ্গা পূজা পালন কৰা হয়। মন্দিৰত বলি-বিধান আছে। স্থানীয়ভাৱে জয়দুৰ্গা দেৱালয়ক বাঘেশ্বৰী আৰু ন-গোসাঁনী নামেৰেও জনাজাত।

## ভৃঙ্গেশ্বৰ দেৱালয়

হাজো ৰাজহ চক্ৰৰ অন্তৰ্গত হাজো-শুৱালকুছি পথৰ সমীপত, মণিকূট পাহাৰৰ দক্ষিণে উত্তৰ-সৰুবংশৰ মৌজাৰ অন্তৰ্গত প্ৰাচীন তীৰ্থস্থানসমূহৰ ভিতৰত ভৃঙ্গেশ্বৰ দেৱালয় অন্যতম। প্ৰকৃতিৰ বিতোপন কাৰুকাৰ্যৰে নিৰ্মিত ভৃঙ্গেশ্বৰ দেৱালয়। স্থানীয়ভাৱে ভৃঙ্গেশ্বৰ দেৱালয়ক 'ভাঙাৰা থান' বুলিও জনা যায়।

আহোম ৰজা শিৱসিংহৰ ৰাজত্ব কালত আনুমানিক ১৭৩০ খ্ৰীষ্টাব্দত ভৃঙ্গেশ্বৰ দেৱালয় স্থাপন কৰা হয়। মন্দিৰৰ মূল বিগ্ৰহটো এটা প্ৰকাণ্ড শিলে ঢাকি ৰাখিছে। ইয়াত শিৱে পাৰ্বতীৰে স'তে সংগমৰত অৱস্থাত অৱস্থান কৰিছে বুলি বিশ্বাস কৰা হয়। বিগ্ৰহটো বছৰৰ প্ৰায় ন মাহেই পানীত ঢাক খাই থাকে। ইয়াৰ ওচৰৰ গৃহত পঞ্চানন, শিৱ, ব্ৰহ্মা, কুবেৰ, লক্ষ্মী-নাৰায়ণ, বিষ্ণু, শালগ্ৰাম, দশভূজা, দুৰ্গা, গণেশ, ষাড়গৰু, শিৱলিংগ আৰু গোপালৰ প্ৰতিমূৰ্তি আছে। মন্দিৰত বলি-বিধান আছে।

দেৱালয়ত দৈনন্দিন পূজাৰ উপৰিও অশোকাষ্টমী, শিৱৰাত্ৰি, দুৰ্গা পূজা, মদন চৈত্ৰালি আদি উৎসৱ-পাৰ্বণ বৰ ধুমধামেৰে পালন কৰা হয়।

## ধাৰেশ্বৰ দেৱালয়

গুৱাহাটীৰ পৰা প্ৰায় ২০ কিলোমিটাৰ নিলগত বামুন্দী গাঁৱৰ হাতীমূৰা পাহাৰৰ ধাৰেশ্বৰ শিৱ দেৱালয় অসমৰ প্ৰাচীন আৰু ঐতিহাসিক দেৱালয়সমূহৰ ভিতৰত



অন্যতম। ইয়াত আকাশীগংগা আছে। আনুমানিক ১৭৩০ চনত স্বৰ্গদেউ শিৱসিংহৰ ৰাজত্ব কালত এই মন্দিৰ নিৰ্মাণ কৰা হয়।

বিদিত আছে যে কোনো এক কছাৰীৰ এজনী খীৰতি গায়ে পাহাৰৰ এঠাইত এক শিলাখণ্ডত গাখীৰ দান কৰা স্থানীয় ৰাইজে পৰিলক্ষিত কৰে আৰু কালক্ৰমত উক্ত শিলাখণ্ডক ধাৰেশ্বৰ শিৱৰূপে পূজা-অৰ্চনা কৰা হয়। ১৮৯৭ চনৰ বৰভূঁইকঁপত ধাৰেশ্বৰ মন্দিৰৰ বিস্তৰ ক্ষতি হোৱাত মন্দিৰৰ বৰদেউৰীসকলে পুনৰ এই মন্দিৰ নিৰ্মাণ কৰে। মন্দিৰত দৈনন্দিন পূজা-পাঠ কৰা হয়। দূৰ-দূৰণিৰ অনেক ভক্তয়ো ধাৰেশ্বৰ শিৱ দেৱালয়ত আহি প্ৰণিপাত জনায়।

## হৰ-গৌৰী মন্দিৰ

হয়গ্ৰীৱ মাধৱৰ পূব-উত্তৰ কোণত, মাধৱৰ পৰা প্ৰায় ন-দহ কিলোমিটাৰ দূৰত্বৰ তেতেলীয়া গাঁৱত বিখ্যাত তীৰ্থস্থান হৰ-গৌৰী মন্দিৰ অৱস্থিত। এইখন এখন বৰ মহিমাযুক্ত তীৰ্থস্থান। অসমৰ প্ৰায়বোৰ ঠাইৰ পৰা এই থানলৈ গোটেই বছৰে ধৰ্মপ্ৰাণ লোকৰ সমাগম হয়। এই থানত সেৱা পূজা আগবঢ়ালে অপুত্ৰকে পুত্ৰ লাভ কৰাৰ উপৰিও হৰ-গৌৰীৰ ওচৰত যি ভাবি সেৱা জনোৱা হয় তেওঁৰ মনোবাঞ্ছা পূৰ হয় বুলি সকলো ভক্তই কোৱা শুনা যায়।

এই তীৰ্থস্থান অসমৰ অতি প্ৰাচীন যেন লাগে। যি ঠাইত মন্দিৰটো আছে আৰু হৰ-গৌৰীয়ে অৱস্থান কৰিছে, এই স্থানত এনেকুৱা এটি শিল আছে— সেই শিল প্ৰায় খান্দিলেই শিল ওলায়। কিন্তু এই থান পাহাৰৰ ওপৰত নহয়, এখন খেতি পথাৰৰ মাজত অৱস্থিত। এই মন্দিৰৰ হৰ-গৌৰী বা অন্য দেৱতাৰো কোনো বিগ্ৰহ দেখিবলৈ পোৱা নাযায়। শিল এটাক হৰ, তেওঁৰ বাঁওফালৰ সৰু শিল ছটাক পাৰ্বতীৰূপে সেৱা পূজা কৰা হয়। হৰৰ সোঁফালৰ শিল এটাক কাৰ্তিক, হৰ- পাৰ্বতীৰ মাজৰ শিল এটাক গণেশ আৰু তেওঁলোকৰ সন্মুখত থকা শিল এটাক বীৰভদ্ৰৰূপে সেৱা পূজা আগবঢ়োৱা হয়। বাহিৰত

থকা এটা শিল মহাদেৱৰ বলধৰূপে পূজিত হৈছে। অঞ্চলটোৰ অপায়-অমংগলত মহাদেৱে হেনো নিশাভাগত বলধটোত উঠি তেতেলীয়া অঞ্চলৰ গাঁৱে গাঁৱে ঘূৰি ৰাইজৰ সাৰথিৰূপে চিনাকি দিয়ে। যুগ যুগ ধৰি স্থানত ৰাইজে হৰ-গৌৰীৰ সেৱা পূজা আগবঢ়াইছে, অথচ শিলত খোদিত হৰ-গৌৰীৰ কোনো মূৰ্তিও এই স্থানত নাই।

নৱম শতিকাৰ কামৰূপৰ এগৰাকী ৰজা বনমালদেৱে হাটকশূলী শিৱৰ মন্দিৰ পুনৰ নিৰ্মাণ কৰাৰ কথা জনা যায়। এইজনা ৰজাই দান কৰা ফলিতে শ্ৰীকামেশ্বৰ আৰু মহাগৌৰ থানৰ কথা উল্লেখ আছে। বনমালদেৱৰ মহাগৌৰ দেৱালয়ে হয়তো তেতেলীয়াৰ হৰ-গৌৰী হ'ব পাৰে। কোনোবা শতিকাত ভূমিকম্পই হয়তো ইয়াক লুটি-বাগৰ খুৱালে আৰু ইয়াৰ সমুদায় মঠ-মন্দিৰ, শিলামূৰ্তি মাটিৰ তলত পোত খালে। কিন্তু তাৰ গৌৰৱোজ্জ্বল কাহিনী ঠাইখণ্ডৰ অতীত মহিমা লোকমুখে সাক্ষী হৈ ৰ'ল। অতীতৰ মঠ-মন্দিৰ, হৰ-গৌৰীৰ মূৰ্তি খোদিত শিলাখণ্ড নাথাকিলেও ঠাইখণ্ডক ৰাইজে হৰ-গৌৰীৰূপে সেৱা ভাগ দি আহিল আৰু আজিও ই বৰ্তমান। বনমালদেৱৰ আনখন তীৰ্থস্থান হাজোৰ শ্ৰীকামেশ্বৰ হ'ব পাৰে। বৰ্তমান স্থলত তেতেলীয়া নিজবাউসী গাঁও উন্নয়ন কমিটিৰ তৰফৰ পৰা স্থায়ী মঠ, নামঘৰ, ভোগঘৰ সন্ন্যাসী ঘৰ আদি নিৰ্মাণ কৰি দিয়া হৈছে। থানখনত প্ৰায় এক পুৰাৰ অধিক মাটিকালি থকা দেখা যায়। শিৱৰাত্ৰি ইয়াৰ প্ৰধান উৎসৱ। এই দেৱালয়ত সন্ন্যাসী বা বৈষ্ণৱৰ দ্বাৰা সেৱা-পূজা আগবঢ়োৱা হয়। ইয়াৰ নিত্য ভোগ নাই। ভক্তসকলে ব্ৰাহ্মণৰ দ্বাৰা পায়স আৰু খিচিৰি ভোগ লগায়।*

## অগ্নিবাণেশ্বৰ দেৱালয়

কামৰূপ জিলাৰ পূব বংশৰ মৌজাৰ দদৰা-দলিবাৰী অঞ্চলৰ অগ্নিবাণেশ্বৰ দেৱালয় এখন পৱিত্ৰ ক্ষেত্ৰ। আজ্ঞাঠুৰীৰ গণেশ মন্দিৰৰ উত্তৰ-পূব দিশত এই মন্দিৰ দেখা যায়।

ইয়াৰ বিগ্ৰহ শিৱ লিংগ। কিংবদন্তিয়ে কয় যে গৰখীয়াসকলে আজ্ঞাঠুৰীৰ পাহাৰৰ দাঁতিত গৰু ৰখি থাকোতে এজনী ক'লা গাই গৰু দলৰ মাজৰ পৰা সদায় কিছুসময়ৰ কাৰণে নোহোৱা হয়। সেইখিনি সময় গাইজনী ক'লৈ যায় গৰখীয়াসকলে তাকে মন কৰিবলৈ ধৰিলে। তেওঁলোকে এদিন দেখে, অৰণ্যৰ মাজত এঠাইত গাইজনী থিয় হয় আৰু তাত আপোনা-আপুনি গাইজনীৰ ওহাৰৰ পৰা গাখীৰ নিৰ্গত হয়। গৰখীয়াসকলে ঠাই ডোখৰ চাফচিকুণ কৰি দেখে, তাত এটা শিৱলিংগ। সিদিনাৰ পৰা ৰাইজে তাত আনুষ্ঠানিক পূজা-পাৰ্বণ আগবঢ়াবলৈ ধৰিলে। এই শিৱলিংগ শোণিতপুৰৰ বাণ ৰজাই প্ৰতিষ্ঠা কৰা বুলিও অনেকে ক'ব খোজে। ৰজা বনমালদেৱে এই মন্দিৰত আৰাধনা

কৰাৰ পৰা অনুমান কৰিব পাৰি যে এই মন্দিৰৰ অতীত কাহিনী কিমান পুৰণি। কোঁচ ৰজাই এই দেৱালয়ৰ উন্নতিৰ হকে ভালেমান কাৰ্য ব্যৱস্থা হাতত লৈছিল। বুৰঞ্জীবিদে কয় যে আহোম স্বৰ্গদেউ শিৱ সিংহইহে ১৭৩০ খ্ৰীষ্টাব্দত এই দেৱালয় স্থাপন কৰে। ইয়াৰ নামত তেওঁ মাটি-বাৰী দান দি ধৰ্মোত্তৰ, দেৱোত্তৰ, ব্ৰহ্মোত্তৰ, ভোগধন, পাইকন আদিৰ ব্যৱস্থা কৰি দিয়ে। এই দেৱালয়ৰ নামত প্ৰায় তেৰশ একানব্বৈ বিঘা মাটি-বাৰী থকাৰ প্ৰমাণ পোৱা যায়। দেৱালয়ত নিত্য পূজা-পাতল চলে। বৰ্তমান এই দেৱালয়ৰ পৰিচালনাৰ ভাৰ চৰকাৰে বহন কৰিছে।*

## কপিল মুনিৰ আশ্ৰম

এসময়ত হাজোলৈ বিভিন্ন ঋষি-মুনিৰ আগমন হৈছিল আৰু এই ঠাইখণ্ড ঋষি-মুনিৰ বাসভূমি হৈছিল। প্ৰায় সত্তৰৰ দশকলৈ হাজোৰ বিভিন্ন স্থানত সন্ন্যাসীসকলক তপ-জপ কৰা অৱস্থাত দেখা গৈছিল। কপিল মুনিয়ে কেদাৰ মন্দিৰৰ দক্ষিণ-পশ্চিম দিশত থকা মদনাচল পাহাৰত অৰণ্যৰ মাজত আশ্ৰম প্ৰতিষ্ঠা কৰিছিল বুলি জনা যায়। তাত তেওঁ শিলৰ গুহাৰ এই আশ্ৰম প্ৰতিষ্ঠা কৰিছিল। 'যোগিনীতন্ত্ৰ'ত কপিল মুনিৰ আশ্ৰমৰ কথা উল্লেখ আছে।*

## চৈতন্যঘোপা

মণিকূট পাহাৰৰ দক্ষিণ-পশ্চিম দিশত নামনি ভাগত বৰাহকুণ্ডৰ পাৰত চৈতন্যঘোপা আজিও দেখা যায়। এই গুহাটো ঘাঁহ-বনে আগুৰি অপৰিষ্কাৰ হৈ আছে। প্ৰবাদ মতে বংগদেশৰ বৈষ্ণৱ গুৰু চৈতন্যদেৱে (১৪০৭) কামৰূপলৈ আহোঁতে মাধৱ মন্দিৰলৈও আহিছিল আৰু এই গুহাতে কিছুকাল কটাই গৈছিল। ৰামৰায়দ্বিজৰ মতে এই বৰাহকুণ্ডতে চৈতন্যদেৱ আৰু দামোদৰদেৱৰ মিলন হৈছিল।

'বৰাহ কুণ্ডত পূৰ্বে চৈতন্য আছিলা।
মণিকূট দুয়োজনে সম্ভাষণ ভৈলা।।
পৰম আনন্দে দুয়ো দুইকো আশ্বাসিলা।
তথা হন্তে শ্ৰীচৈতন্য জগন্নাথ গৈলা।'

কোনো কোনো চৰিতকাৰৰ মতে, মাধৱ মন্দিৰতে চৈতন্যদেৱে দামোদৰদেৱক শৰণ-ভজন দিছিল।*

## বুঢ়া গোসাঁইৰ থান

তীৰ্থভূমি হাজোত অৱস্থিত হৰপাৰ্বতী থানৰ দক্ষিণত সোণাৰীটোলাত আৰু গণেশটোলাত থকা বিগ্ৰহ দুটাকে বুঢ়া গোসাঁইৰূপে জনমানসত খ্যাতি লাভ কৰি আহিছে। যিডোখৰ শিলত বিগ্ৰহটো খোদিত আছে সেই শিল ডোখৰৰ দুয়ো পিঠিত সাদৃশ্য থকা চিহ্ন পৰিদৃশ্যমান। থাপনাত অন্যান্য মূৰ্তিও আছে। হৰ-পাৰ্বতী, বুঢ়া গোসাঁইৰ নিৰ্মাণকাল হয়গ্ৰীৱ মাধৱৰ সমসাময়িক হ'ব পাৰে বুলি পণ্ডিতসকলে মত পোষণ কৰিছে। মূৰ্তিকেইটাৰ খোদিত কাৰুকাৰ্যই সু-নিপুণ কলা-শিল্পৰ নিদৰ্শন দাঙি ধৰিছে। ইয়াত স্থানীয় ভক্তপ্ৰাণ ৰাইজে দৈনন্দিন চাকি, বন্তি আৰু সেৱা পূজা আগবঢ়াই আহিছে।

## অভয়পুৰৰ গণেশ মন্দিৰ

হাজোৰ সমীপত অভয়পুৰৰ শিলাদ্বাৰ পাহাৰৰ পশ্চিমত 'পতনীবাৰী'ত প্ৰাচীন আৰু ঐতিহ্যমণ্ডিত গণেশ মন্দিৰ অৱস্থিত। মন্দিৰৰ বিগ্ৰহত শিলত খোদিত গণেশ দেৱতাৰ মূৰ্তি বিদ্যমান। ইয়াত দৈনন্দিন পূজা-অৰ্চনা আৰু উৎসৱ-পাৰ্বণ আদি কৰা হয়।

## চক্ৰশিলা হৰি মন্দিৰ

চেঁচামুখৰ চক্ৰশিলা হৰি মন্দিৰ এখন পুৰণি তীৰ্থ। কিংবদন্তি মতে শ্ৰীকৃষ্ণই কুণ্ডিল কুঁৱৰী ৰুক্মিণীক হৰণ কৰিবলৈ আহোঁতে এই স্থানত ৰথ ৰাখি খন্তেক জিৰণি লৈছিল। তেওঁৰ হাতৰ সুদৰ্শন চক্ৰ শিল এটাত থোৱাত, শিলত চক্ৰৰ চিহ্ন বৈ যায়। ইয়াৰ পৰাই ঠাইখণ্ড চক্ৰশিলা জনাজাত হয়। সেই সময়ৰ পৰাই ইয়াত মন্দিৰ প্ৰতিষ্ঠা হোৱা বুলি জনা যায়। ঠাইখণ্ডত পুৰণি মন্দিৰ নাই যদিও এতিয়াও পুৰণি ভগ্ন চিহ্ন পোৱা যায়। আন এটা কাহিনীমতে মধ্যম পাণ্ডৱ অৰ্জুনে বনবাসলৈ আহি এই ঠাইত এনিশা জিৰণি লৈছিল। সেই সময়তে তেওঁ ইয়াৰ এটা শিলত শ্ৰীকৃষ্ণৰ সুদৰ্শন চক্ৰৰ চিহ্ন অংকন কৰি তাত পূজা কৰিছিল। তেতিয়াৰ পৰাই ইয়াত মন্দিৰ প্ৰতিষ্ঠা হৈ পূজা-পাতল চলে। কালৰ গতিত পুৰণি মন্দিৰ ধ্বংসপ্ৰাপ্ত হয়।

পঞ্চাশৰ দশকত বিদ্যাৎ চন্দ্ৰ বৈষ্ণৱে এই পবিত্ৰ ভূমি পুনৰ উদ্ধাৰ কৰে। ইয়াত থকা এজোপা বৰগছৰ খোৰোঙত বহুতো সাধু-সন্ন্যাসীয়ে আশ্ৰম পাতিছিল। সেই সময়ত ঠাইখণ্ড 'চক্ৰশিলা আশ্ৰম' ৰূপে জনাজাত হৈছিল। ১৯৮৮ চনৰ বিশ জানুৱাৰীৰ পৰা হৰেশ্বৰ দাসৰ যত্নত এই স্থানত সদানন্দ ব্ৰহ্মচাৰীয়ে 'হৰি মন্দিৰ'ৰ ভেটি স্থাপন কৰে। ১৯৯০ চনৰ ২ ফেব্ৰুৱাৰীত মন্দিৰৰ ভিতৰত চতুৰ্ভুজ হৰিমূৰ্তি

প্ৰতিষ্ঠা কৰা হয়। বৰ্তমান স্থানত মঠ আৰু ভোগ গৃহ নিৰ্মাণ হৈছে। মন্দিৰত নিয়মিত পূজা-পাতল, নাম-কীৰ্তন চলে। প্ৰতি বছৰে উনৈশ মাঘৰ দিনটো প্ৰতিষ্ঠা দিৱসৰূপে পালন কৰা হয়। তদুপৰি জন্মাষ্টমী, শংকৰদেৱ, মাধৱদেৱ আৰু দামোদৰদেৱৰ তিথিও পালন কৰা হয়।*

## শ্ৰীবাসুদেৱ মন্দিৰ

কামৰূপ জিলাৰ অন্তৰ্গত কুলহাটীৰ ধনেশ্বৰী পাহাৰৰ পশ্চিম দিশত ঐতিহাসিক শ্ৰীশ্ৰীবাসুদেৱ মন্দিৰ বিদ্যমান। মন্দিৰত শ্ৰীকৃষ্ণৰ মূৰ্তি স্থাপিত কৰা আছে। মন্দিৰ প্ৰাংগণত মঠ, ভোগঘৰ আৰু চ'ৰাঘৰ আদি আছে। দৈনন্দিন পূজা-অৰ্চনা আৰু ভোগ আগবঢ়োৱা হয়। মাঘ মাহত মাঘী পূৰ্ণিমা তিথি উৎসৱ পালন কৰাৰ লগতে হোম যজ্ঞ আদি পালন কৰা হয়। ইয়াৰ উপৰি মন্দিৰ প্ৰাংগণত দৌলোৎসৱ আৰু অন্যান্য ধৰ্মীয় উৎসৱ-পাৰ্বণ পালন কৰা হয়।

## ফালা-মূৰাৰ থান

মিৰ্জাৰ সমীপৱৰ্তী সৰপাৰা গাঁৱত অৱস্থিত ফালা-মূৰাৰ থান অতি প্ৰাচীন থান। অলৌকিক শক্তিসম্পন্ন, সংসাৰৰ প্ৰতি উদাসীন বাতিখোৱা সম্প্ৰদায়ৰ ভকত এজনে এই ঠাইত এখন থান পাতি পূজা-পাঠ, নাম-প্ৰসংগ আৰম্ভ কৰে। জন্মৰে পৰা ভকতৰ মূৰৰ সোঁমাজত ফালা চিহ্ন থকা বাবে মানুহে ফালা-মূৰা বুলিছিল আৰু সেই অনুসাৰে তেওঁ স্থাপন কৰা থানখন ফালা-মূৰাৰ থান হিচাপে পৰিগণিত হৈ পৰে। অতীজৰে পৰাই ফালা মূৰা থানে ভক্তসকলৰ মাজত ধৰ্মীয় ভাবানুভূতি বহন কৰি আহিছে।

## সতীৰ থান বা বলদেৱ গোসাঁইৰ থান

শ্ৰীহাটী সত্ৰৰ গোস্বামী বংশৰ পূৰ্বপুৰুষ বলদেৱ গোসাঁই শিষ্য ফুৰিবলৈ আহি ভাগ্যক্ৰমে ৰজাপুখুৰী পাৰত স্বৰ্গী হোৱাত অলৌকিক শক্তিসম্পন্ন সহধৰ্মিণী বিষ্ণুপ্ৰিয়াই শিষ্যসকলক নানা অলৌকিক কাৰ্য দেখুৱাই সকলোকে স্তম্ভিত কৰি সন্তপুৰুষ স্বামী বলদেৱ গোসাঁইৰ চিতাতে সতী যায়। সতীৰ অলৌকিকতা আৰু গুৰুৰ স্মৃতি সুঁৱৰি শিষ্যগণে সেই ঠাইত সতীৰ থান পাতি পূজা-পাতল আৰম্ভ কৰে। বিদিত আছে যে সন্তানহীন নৰ-নাৰীয়ে সন্তান কামনা কৰি থানত পূজা-পাতল কৰিলে সন্তান লাভ হয়। দূৰ-দূৰণিৰ অনেক সন্তানকামী ভক্ত আহি থানত

পূজা-পাতল কৰে। বলদেৱ গোসাঁইৰ নামানুসৰি থানখন বলদেৱ গোসাঁইৰ থান বা সতীৰ স্মৃতি সুঁৱৰি থানখন সতীৰ থান হিচাপে জনা যায়।

## হাতীশিলা গণেশ মন্দিৰ

সুন্দৰ এক প্ৰাকৃতিক পৰিৱেশৰ মাজত গুৱাহাটী-চন্দ্ৰপুৰ পথৰ দাঁতিত প্ৰায় আঢ়ৈ বিঘা ভূ-খণ্ডেৰে হাতীশিলা পাহাৰৰ নামনিত ব্ৰহ্মপুত্ৰ নৈৰ পাৰত অৱস্থিত হাতীশিলা গণেশ মন্দিৰ বৰ্তমান কামৰূপ জিলাৰ অৰ্ন্তগত পুৰণি মন্দিৰসমূহৰ ভিতৰত অন্যতম। গুৱাহাটী-চন্দ্ৰপুৰ গড়কাপ্তানি পথৰ সংলগ্ন কৰি নিৰ্মাণ কৰা মন্দিৰৰ আটকধুনীয়া প্ৰৱেশদ্বাৰৰ তোৰণখন দুটা স্তম্ভৰ ওপৰত ধেনুভেৰীয়াকৈ নিৰ্মিত। স্তম্ভ দুটাৰ গাত গণেশ দেৱতাৰ মূৰ্তি কটা আছে। তোৰণৰ পৰা প্ৰায় ১৫০ মিটাৰ নিলগত ক্ৰমান্বয়ে নামি গৈ পাহাৰৰ নামনিত মন্দিৰটো বিদ্যমান। মন্দিৰৰ মূল বিগ্ৰহ গণেশ দেৱতাৰ। বিগ্ৰহটো স্বয়ম্ভু। প্ৰাকৃতিকভাৱে সৃষ্ট প্ৰায় ২০ ফুট উচ্চতাৰ দুটা সমআকাৰৰ প্ৰকাণ্ড শিলৰ মাজত হাতীৰ শুৰৰ আকৃতিৰ এডোখৰ শিল আছে। হাতীৰ শুৰৰ আকৃতিৰ শিলটো ভূ-পৃষ্ঠৰ পৰা প্ৰায় ২০ ফুটমান ওখ আৰু তলপিনে ক্ৰমে সৰু হৈ আগটো অৰ্ধবৃত্ত হৈ আছে। এই প্ৰকাণ্ড স্বয়ম্ভু বিগ্ৰহৰ চাৰিওফালে বৰ্তমান পকী ভেটিসহ আকৰ্ষণীয় ৰূপত স্থাপন কৰা হৈছে। প্ৰাকৃতিকভাৱে সৃষ্ট হাতীৰ শুৰাকৃতিৰ এই প্ৰকাণ্ড শিলাকে গণেশ দেৱতাৰ বিগ্ৰহ হিচাপে পূজা-পাঠ কৰা হয়। বিগ্ৰহটোৰ ওপৰত কোনো চালি আদি দিয়াৰ ব্যৱস্থা নাই। যি ঠাইত পূজা-পাঠ কৰা হয় তাৰ লগতেই লাগি থকা প্ৰকাণ্ড শিল দুডোখৰেই প্ৰাকৃতিক চালি হৈ বিগ্ৰহৰ পূজা-পাঠ কৰা ঠাইক ৰ'দ, বতাহ, বৰষুণ আদিৰ পৰা ৰক্ষা কৰি আহিছে।



হাতীশিলা গণেশ মন্দিৰ সম্পৰ্কত অনেক জনশ্ৰুতি আছে। এটা জনশ্ৰুতিমতে, পুৰণি কালত হাতীমূৰা পাহাৰত থকা হাতীয়ে নামনিৰ ব্ৰহ্মপুত্ৰ নৈত পানী খাবলৈ আহোতে

প্ৰকাণ্ড দুডোখৰ শিলে হাতীটো চেপা মাৰি ধৰে আৰু পাছত হাতীটো শিলাৰূপ লয়।

হাতীমূৰা পাহাৰৰ গণেশ দেৱতাৰ প্ৰাকৃতিক বিগ্ৰহটোৰ শুৰডাল তলফালে যি ঠাইত শেষ হৈছে তাৰ কাষেৰে এটি সুন্দৰ আহল-বহল সুৰঙ্গ আছে। এই সুৰঙ্গৰ আনটো মূৰত ২০০৮ চনত এটি শিৱ মন্দিৰ নিৰ্মাণ কৰা হৈছে। গণেশ মন্দিৰৰ পৰা শিৱ মন্দিৰলৈ এই সুৰঙ্গৰে অহা-যোৱা কৰিব পাৰি। শিৱ মন্দিৰৰ শিৱলিংগটোৰ উচ্চতা প্ৰায় ৪ ফুট। গণেশ মন্দিৰৰ পশ্চিমে থকা শিৱমন্দিৰৰ ওপৰতো হাতীমূৰা পাহাৰৰ প্ৰকাণ্ড শিলাই প্ৰাকৃতিক চালি হৈ শিৱলিঙ্গটোক ৰ'দ, বতাহ, বৰষুণ আদিৰ পৰা ৰক্ষা কৰি আহিছে। শিৱ মন্দিৰত থকা শিৱলিঙ্গটো কিন্তু স্বয়ম্ভু নহয়, স্থানীয় ৰাইজে স্থাপন কৰাহে।



শিৱ মন্দিৰৰ ওপৰত এটা বিষ্ণু মন্দিৰো আছে। বিষ্ণু মন্দিৰৰ বিগ্ৰহটো খননকাৰ্য চলাওতে ব্ৰহ্মপুত্ৰৰ বুকুৰ পৰা উদ্ধাৰ হয় বুলি জনা গৈছে। পাছত মূৰ্তিটো বৰ্তমানৰ ঠাইত স্থাপন কৰি পূজা-পাতল কৰা হয়।

মন্দিৰৰ পশ্চিম প্ৰান্তত আন এটি প্ৰকাণ্ড শিলত গোলাকাৰ এখন দুৱাৰৰ চিহ্ন দেখা যায়। শিলাটোৰ তলত থকা আন এটি শিলত এখন শিলালিপি আছে। শিলালিপিখনৰ আখৰবোৰ পঢ়িব নোৱাৰি, অস্পষ্ট। স্থানীয় লোকে কয় যে এই শিলালিপিখনতেই শিলটোৰ গোলাকাৰ দুৱাৰখন খোলাৰ কৌশল লিখা আছে।

গোলাকাৰ দুৱাৰৰ চিহ্ন থকা প্ৰকাণ্ড শিলটোৰ ওপৰত বহুতো ডাঙৰ গছ-গছনি আছে। এই গছ-গছনিসমূহৰ ডাল আজিকালি কোনোৱে নাকাটে। বিদিত আছে যে শিলটোৰ ওপৰত থকা গছৰ ডাল কাটিবলৈ চেষ্টা কৰোতে দুবাৰো দুজন গাভৰু গছৰ পৰা পৰিছিল। এই শিলটোৰ পশ্চিমে বৰ্তমান মন্দিৰ কমিটিয়ে যাত্ৰীৰ সুবিধাৰ্থে সমভূমি ঠাইত বনভোজ আদি পতাৰ সুবিধা কৰি ন-কৈ ৰান্ধনিশাল আৰু কাৰ্যালয়ো নিৰ্মাণ কৰিছে।

হাতীমূৰা পাহাৰত অৱস্থিত এই গণেশ দেৱতাৰ মন্দিৰটোৱে ধৰ্মীয় ভাবানুভূতিৰ সাক্ষৰ বহন কৰাৰ উপৰিও মন্দিৰৰ চৌপাশৰ প্ৰকৃতিৰ অপৰূপ সৌন্দৰ্যই হাজাৰ হাজাৰ

পৰ্যটকক আজিও আকৰ্ষণ কৰি আহিছে। প্ৰতি বছৰে অসমৰ বিভিন্ন ঠাইৰ যাত্ৰী আৰু ভক্তসকলে হাতীশিলা মন্দিৰৰ কাষেৰে বৈ যোৱা ব্ৰহ্মপুত্ৰৰ বালিত বালিভাত খাই প্ৰাকৃতিৰ নৈসৰ্গিক সৌন্দৰ্য উপভোগ কৰাৰ লগতে গণেশ দেৱতাৰ মন্দিৰতো প্ৰণিপাত কৰে। মন্দিৰত দৈনন্দিন পূজা-পাঠ, ভোগ আদি আগবঢ়োৱা হয়। গণেশ চতুৰ্থীত মন্দিৰত বৰ আড়ম্বৰপূৰ্ণভাৱে পূজা-পাঠ কৰাৰ লগতে প্ৰতি মাহৰ পূৰ্ণিমা তিথিও পালন কৰা হয়।

## গীতা মন্দিৰ

গুৱাহাটী গীতা নগৰত বিগত ১৯০৩ শকত (১৯৮১ খ্ৰীষ্টাব্দত) সুন্দৰ এক প্ৰাকৃতিক পৰিবেশত স্থাপন কৰা আটকধুনীয়া গীতা মন্দিৰ। মন্দিৰটো জু-নাৰেংগী পথৰ দাঁতিত সংলগ্ন এটি ওখ টিলাৰ ওপৰত অৱস্থিত। প্ৰায় ২৫ বিঘা ভূ-খণ্ডৰে আগুৰা গীতা মন্দিৰটো ভগৱান শ্ৰীকৃষ্ণৰ নামত উৎসৰ্গিত। মন্দিৰৰ মূল বিগ্ৰহত ভগৱান কৃষ্ণৰ শিলেৰে খোদিত প্ৰায় পাঁচ ফুট উচ্চতাৰ মূৰ্তি আছে। মূৰ্তিটো পদুম ফুলৰ ওপৰত স্থাপন কৰা। মূল বিগ্ৰহৰ কাষতে নাৰায়ণ, গোপাল, ৰাধাকৃষ্ণ, শালগ্ৰাম আদি মূৰ্তি আছে। মন্দিৰৰ গাত ৰাসলীলা, কালিয় দমন, ননীচোৰ, পুতনা



বধ, শ্ৰীকৃষ্ণৰ জন্ম, ভীষ্মৰ শৰশয্যা আদি চিত্ৰ অংকণ কৰি পৌৰাণিক ঘটনাৰাজিক জীৱন্ত ৰূপ দিয়াৰ প্ৰয়াস কৰা হৈছে। মন্দিৰৰ মূল প্ৰৱেশদ্বাৰত বিতোপন স্থাপত্য-ভাস্কৰ্য খোদিত কৰি নিৰ্মাণ কৰা। প্ৰৱেশদ্বাৰৰ তোৰণৰ ওপৰত চাৰিটা ঘোঁৰাই টনা ৰথত কৃষ্ণ আৰু সখা অৰ্জুনৰ মূৰ্তি স্থাপন কৰাৰ লগতে থিয় স্তম্ভ চাৰিটাত অন্যান্য দেৱ-দেৱতাৰ মূৰ্তি কটা আছে। চৰকাৰী অনুদান আৰু ৰাইজৰ দান-বৰঙণিৰে মন্দিৰ উন্নয়নৰ কাম-কাজ কৰা হয়। মন্দিৰত দৈনন্দিন পূজা-পাঠ কৰা হয়। পুৱা ভোগ হয় আৰু সন্ধিয়া আৰতি কৰা হয়। মন্দিৰৰ ভোগ নিৰামিষ। মন্দিৰ প্ৰাংগণত প্ৰতি বছৰে শ্ৰীকৃষ্ণৰ জন্মাষ্টমী, দৌল উৎসৱ, ৰাস উৎসৱ আৰু গীতা জয়ন্তী পালন কৰা হয়।

## শ্ৰীশ্ৰীৰাধাকৃষ্ণ নেপালী মন্দিৰ

গুৱাহাটী মহানগৰীৰ মাজমজিয়াত পল্টন বজাৰত ১৯৩২ খ্ৰীষ্টাব্দত স্থাপিত আধুনিক স্থাপত্য-ভাস্কৰ্য খোদিত শ্ৰীশ্ৰীৰাধাকৃষ্ণ নেপালী মন্দিৰ নেপালী সম্প্ৰদায়ৰ লোকসকলৰ



ধৰ্মীয় সমন্বয়ৰ ক্ষেত্ৰ। মন্দিৰৰ মূল বিগ্ৰহ ৰাধা-কৃষ্ণৰ। বিগ্ৰহত ৰাধা-কৃষ্ণৰ পিতলৰ মূৰ্তিৰ লগতে মাৰ্বল পাথৰ খোদিত আন এটা ৰাধা-কৃষ্ণৰ মূৰ্তি আছে। মূল বিগ্ৰহৰ সোঁহাতে হনুমান বিগ্ৰহ আৰু বাওঁহাতে শিলত খোদিত শিৱলিংগ আছে। শিৱলিংগৰ কাষত পাৰ্বতী, গণেশ আৰু কাৰ্তিকৰ মূৰ্তি স্থাপন কৰা আছে। মন্দিৰত এজন মূল পূজাৰীসহ ৪/৫ জনমান পূজাৰী আছে। ইয়াত নিতৌ পূজা-অৰ্চনা কৰা হয়। নেপালী সম্প্ৰদায়ৰ ভক্তপ্ৰাণ ৰাইজে বিগ্ৰহৰ সন্মুখত ভোগ আদি আগবঢ়ায়। মন্দিৰত প্ৰত্যেক জন্মাষ্টমী, শিৱৰাত্ৰি, হনুমান জয়ন্তী আদি উৎসৱ উলহ-মালহেৰে উদ্‌যাপন কৰা হয়। প্ৰৱেশদ্বাৰত বৃহৎকায় তোৰণসহ আটকধুনীয়া ডাঙৰ মন্দিৰটোৱে সেই অঞ্চলৰ শোভা বৰ্ধন কৰিছে।

## বাপুজী সনাতন আশ্ৰম

হাজোৰ সমীপত বৰম্বে পাহাৰৰ এটি সৰু টিলাৰ ওপৰত অৱস্থিত বাপুজী সনাতন আশ্ৰম। তেতেলীয়া নিবাসী ১০৮ ৰামেশ্বৰ বৈষ্ণৱে প্ৰতিষ্ঠা কৰা বাপুজী সনাতন আশ্ৰমৰ ধৰ্মীয় ৰীতি আৰু পৰম্পৰাই স্থানীয় ভক্তবৃন্দৰ মাজত ধৰ্মীয় ভাবানুভূতিৰ ঐতিহ্য বহন কৰি আহিছে। প্ৰতি বছৰে আহিন মাহৰ শুক্লা অষ্টমীৰ দিনা আশ্ৰম প্ৰাংগণত গীতা সমাৰোহ উদ্‌যাপন কৰা হয়। ইয়াৰ উপৰি আশ্ৰমত সদৌ অসম সাধু-সেৱক সন্মিলন আৰু অবিভক্ত কামৰূপ সাধু-সেৱক সন্মিলন পতা হয়।

## শ্ৰীচৈতন্য গৌড়ীয় মঠ

গুৱাহাটী মহানগৰীৰ পল্টন বজাৰত ১৯৫৩ খ্ৰীষ্টাব্দত স্থাপিত আটকধুনীয়া শ্ৰীচৈতন্য গৌড়ীয় মঠ বিদ্যমান। মহানগৰীৰ বৰ্তমানৰ এই আকৰ্ষণীয় আৰু বিতোপন শ্ৰীচৈতন্য

গৌড়ীয় মঠ প্ৰতিষ্ঠা কৰে নিত্যলীলা প্ৰবিষ্ট ওঁ ১০৮শ্ৰী শ্ৰীমদ্ভক্তিদয়িত মাধৱ গোস্বামী বিষ্ণুপাদে। মঠত ৰাধা-কৃষ্ণৰ পিতলৰ বিগ্ৰহৰ লগতে আঠটা শালগ্ৰাম আছে। ৰাইজৰ দান-বৰঙণিৰে পৰিচালিত হোৱা এই গৌড়ীয় মঠৰ সৰ্বমুঠ ভূমিৰ পৰিমাণ প্ৰায় ডেৰ বিঘা। মঠৰ বিগ্ৰহত দৈনন্দিন কীৰ্তন পাঠৰ লগতে প্ৰাতঃকালীন আৰু সন্ধ্যাকালীন আৰতি কৰা হয়। মঠৰ চৌহদত ভক্ত আৰু দৰ্শনাৰ্থী আকৰ্ষণৰ হেতু বামণ অৱতাৰ বলীক ছলনা, শ্ৰীকৃষ্ণৰ জন্ম, মহাপ্ৰভুৰ গৃহত্যাগ, জাম্বৱতীৰ পৰিণয়,



হনুমান সীতাৰ শিৰমণি দান, সীতা বধে মণ্ডোদৰীৰ বাধা দান, দ্ৰৌপদীৰ বস্ত্ৰ হৰণ, জৰাসন্ধ বধ আদি মৃন্ময় মূৰ্তিৰে পৌৰাণিক ঘটনাৱলীক পুনৰ্জাৰিত কৰাৰ মানসেৰে সুসজ্জিতভাৱে স্থাপন কৰা আছে। মূৰ্তিসমূহ প্ৰতি এক-দুই বছৰৰ মূৰে মূৰে সলনি কৰি থকা হয়। দূৰ-দূৰণিৰ যাত্ৰীসকলৰ সুবিধাৰ্থে মঠৰ চৌহদত অতিথিশালাৰ ব্যৱস্থাও কৰা আছে।

## গাড়ীগাঁৱৰ দৰগাহ

গুৱাহাটীৰ জালুকবাৰীৰ সমীপত গাড়ীগাঁৱত হজৰত জালালুদ্দিন তব্ৰেজিৰ সমাধি হিচাপে খ্যাত এটি প্ৰাচীন দৰগাহ আছে।

## গুৰুদ্বাৰ

গুৱাহাটীৰ ফাঁচী বজাৰত শিখ ধৰ্মাৱলম্বী লোকসকলৰ আটকধুনীয়াকৈ নিৰ্মিত এটি গুৰুদ্বাৰ আছে।

## গিৰ্জা

গুৱাহাটীৰ পাণবজাৰত অতি প্ৰাচীন এমেৰিকান বেপ্টিষ্ট মিছন গিৰ্জা অৱস্থিত। গিৰ্জাটো বৰ্তমান আটকধুনীয়া ৰূপত নিৰ্মাণ কৰা হৈছে।

# সত্ৰ / সচং

## ধোপৰগুৰি সত্ৰ

ধোপৰগুৰি সত্ৰ অসমৰ প্ৰাচীন সত্ৰসমূহৰ ভিতৰত অন্যতম। হাজো চহৰৰ সমীপত অৱস্থিত ধোপৰগুৰি সত্ৰ মাধৱ গুৰুৰ নিৰ্দেশক্ৰমে লক্ষ্মীকান্ত আতে ১৫৮৭ খ্ৰীষ্টাব্দত স্থাপন কৰে। সত্ৰত মাধৱ গুৰুৰ পদশিলা সংৰক্ষণ আছে। এই পদশিলা কেতিয়াবা কেতিয়াবা ভক্তসকলৰ দৰ্শনাৰ্থে মুকলি কৰাৰ ব্যৱস্থা আছে।

মহাপুৰুষ মাধৱদেৱ বৰপেটা তাঁতীকুছিত থাকোতে হাজোৰ কেইজনমান ভকতে মাধৱ গুৰুৰ সান্নিধ্য লভিবলৈ আৰু ধৰ্মৰ অমৃতবাণী শুনিবলৈ বুলি হাজোৰ পৰা বৰপেটালৈ দুৰ্গম পথ অতিক্ৰম কৰি অতি কষ্টেৰে মাধৱ গুৰুৰ ওচৰলৈ গৈছিল। দুৰ্গম পথ আৰু ভক্তৰ কষ্ট দেখি মাধৱ গুৰুৱে হাজোত এখন সত্ৰ স্থাপন কৰাৰ উদ্দেশ্যে তেৰাৰ প্ৰিয় শিষ্য লক্ষ্মীকান্ত আতৈক হাজোলৈ পঠিয়াই দিয়ে। আতৈয়ে হাজোলৈ আহি হাজোৰ উত্তৰ দিশে আৰু লখাইতাৰা নৈৰ দক্ষিণে এজোপা প্ৰকাণ্ড ধোপ গছৰ তলত প্ৰথম সত্ৰ স্থাপন কৰে। এই সত্ৰখনেই বৰ্তমানৰ ধোপৰগুৰি সত্ৰ। সত্ৰখনে পুবে বৰনদী, পশ্চিমে বৌ-বৌৱাৰ থান, উত্তৰে লখাইতাৰা আৰু দক্ষিণে ব্ৰহ্মপুত্ৰৰ সীমা সামৰি ল'লে। সত্ৰত তিনিটা কোঠালিযুক্ত এটা ঘৰো নিৰ্মাণ কৰা হৈছে। পাছত ১৫৮৮ খ্ৰীষ্টাব্দত লক্ষ্মীকান্ত আতৈৰ অনুৰোধক্ৰমে মাধৱ গুৰুৱে গায়ন-বায়ন, নটুৱা, সেৱকসহ হাজোলৈ আহি তিনিমাহ কাল থাকি 'ৰুক্মিণী হৰণ' ভাওনা প্ৰদৰ্শন কৰে আৰু লক্ষ্মীকান্ত আতৈক সত্ৰাধিকাৰ পাতে।

তিনিমাহ কাল ধোপৰগুৰি সত্ৰত অতিবাহিত কৰি মাধৱ গুৰুৱে তাঁতীকুছিলৈ যাবলৈ ওলোৱাত লক্ষ্মীকান্ত আতৈ শোক বিহ্বল হৈ পৰাত গুৰুৱে লক্ষ্মীকান্ত আতৈক নানা প্ৰচেষ্টা দি তাঁতীকুছিলৈ গুচি যায়। বাসগৃহৰ সন্মুখত থিয়োৰ শিলৰ ওপৰত থিয় হৈ গুৰুৱে আতৈক প্ৰবোধ দিছিল সেই শিলছটাত গুৰুজনাৰ পদযুগলৰ ছাপ স্পষ্টকৈ পৰি ৰৈছিল। লক্ষ্মীকান্ত আতৈয়ে পদশিলা কীৰ্তন ঘৰত স্থাপন কৰিছিল। পাছত দ্বিতীয়বাৰ লক্ষ্মীকান্ত আতৈয়ে গুৰুজনাক সাক্ষাৎ কৰোতে আতৈয়ে গুৰুজনাৰ পৰা এটা আঙুঠি লাভ কৰাৰ উপৰিও আতৈয়ে লিখা বুঢ়া দশম পুথিৰ আঢৈ শাৰী পদো মাধৱদেৱে লিখি দিয়ে। লক্ষ্মীকান্ত আতৈয়ে আঙুঠিটো গুৰু আসনত থাপনা কৰে।

ইয়াৰ পাছত মাধৱ গুৰুৱে কোঁচ ৰজাৰ অন্তৰীণ আদেশ মতে হাজোলৈ আহি প্ৰায় ছমাহ কাল কটাই হাজো অঞ্চলৰ চাৰিওফালে একশৰণ ভাগৱতী ধৰ্মৰ সোঁত বোৱাই দিয়াৰ লগতে সত্ৰ আৰু নামঘৰ প্ৰতিষ্ঠা কৰাত অৰিহণা যোগায়।

## বৰদধি সত্ৰ

হাজো ধোপগুৰি সত্ৰ স্থাপন হোৱাৰ পাছত, এই সত্ৰলৈ বৰদধিৰ অভিচিন্তামণি, নাৰদ, ওলোমা আৰু হৰিভকত, শুৱালকুছিৰ পৰা দুখীয়া, জনাৰ্দন, গুটি মৌ আৰু খবৰদাহ, শিংৰাৰ পৰা বিশ্বেশ্বৰ, সিদ্ধেশ্বৰ, বগা কাজি আৰু কলা কাজিৰ উপৰিও মৈহাটীৰ পৰাও চাৰিজন বুঢ়া ভকতে লক্ষ্মীকান্ত আতৈৰ ওচৰত এক শৰণীয়া নাম ধৰ্ম গ্ৰহণ কৰে। কিন্তু ৰাস্তা-ঘাট দুৰ্গম আৰু জয়াল থকা কাৰণে এই ভকতসকলে হাজোলৈ অহা কষ্টৰ কথা উপলব্ধি কৰি লক্ষ্মীকান্ত আতৈয়ে তেওঁৰ দ্বিতীয় পুত্ৰ সনাতনক মধ্য ঠাইত নতুন সত্ৰ এখন প্ৰতিষ্ঠাৰ আদেশ দিলে। তেওঁলোকে মিলি নাৰদ বুঢ়াৰ বৰদধিতে সত্ৰ প্ৰতিষ্ঠা কৰিলে। এই সত্ৰ 'বৰদধি সনাতন বুঢ়া কীৰ্তন ঘৰ সত্ৰ' ৰূপে জনাজাত হ'ল। সত্ৰখন ১৬৭৫ চনত প্ৰতিষ্ঠা হয়। মাধৱদেৱে লক্ষ্মীকান্ত আতৈক প্ৰদান কৰা আঙুঠিটো বৰদধি সত্ৰলৈ অনা হয়। দধি সত্ৰত এই আঙুঠিটো 'গুৰু সৰ্বহ' ৰূপে সেৱা দৰ্শন হৈছিল। বৰ্তমান এই আঙুঠিটো সত্ৰত নাই বুলি জনা যায়। কোঁচ ৰজা দুৰ্লভ নাৰায়ণে এই সত্ৰৰ নামত ষাঠি বিঘা মাটি দান কৰে।

লক্ষ্মীকান্ত আতৈৰ প্ৰথম পুত্ৰ পুৰুষোত্তম আতৈ। পুৰুষোত্তম আতৈয়ে বৰদধিৰ ওচৰৰ অভয়পুৰত এখন সত্ৰ নিৰ্মাণ কৰে। এওঁৰ পুত্ৰ পদ্ম আতা। পদ্ম আতাৰ পুত্ৰ সৰ্বানন্দ। এওঁ নিঃসন্তান আছিল। সেইবাবে সনাতন আতাৰ বংশৰ বিষ্ণুপদে এই সত্ৰখন চলাই আছিল। এই সত্ৰত চন্দন কাঠৰ হেঙুল হাইতাল লগোৱা এখন পীৰা আছিল। জনা যায় যে, এই পীৰাখনতে বহি মাধৱদেৱে বুঢ়ী দশমৰ পদ ৰচিছিল। ১৮৯৭ চনত সত্ৰৰ অনিষ্ট সাধন হোৱাত বৰদধিলৈ উঠাই অনা হয়। বিষ্ণুপদৰ বংশৰ লোকসকলে এই সত্ৰ চলাই আছে। বৰদধিত এতিয়া গঞ্জা কীৰ্তন ঘৰ সত্ৰ বনাম বৰদধি শ্ৰীশ্ৰীশংকৰদেৱ সনাতন কীৰ্তন ঘৰ সত্ৰ, শংকৰদেৱ কীৰ্তন ঘৰ, এক নং পটেনিৰ সত্ৰ, দুই নং পটেনিৰ সত্ৰ, তিনি নং পটেনিৰ সত্ৰ, অভয়পুৰ সত্ৰ, ঠাকুৰ আতাৰ সত্ৰ আদি কীৰ্তন ঘৰ আছে। লক্ষ্মীকান্ত আতৈৰ তৃতীয় পুত্ৰ নৰোত্তম আতৈৰ বংশধৰসকলেও দধিতে সত্ৰ পাতিলে। চতুৰ্থ পুত্ৰ অনন্ত আতৈয়ে সত্ৰ পাতিলে শুৱালকুছিত। *

## ৰামদিয়া সত্ৰ

ৰামদিয়া এখন ঐতিহ্যমণ্ডিত গাঁও। এই গাঁও হাজোৰ পশ্চিম দিশত অৱস্থিত। দহখন ৰাজহ গাঁৱৰ সমষ্টিয়ে ৰামদিয়া। এই গাঁৱক ধৰ্মীয় পৰম্পৰাৰ সমন্বয়ৰ প্ৰতীকৰূপে গ্ৰহণ কৰা হয়। ইয়াত আছে মহাপুৰুষীয়া, দামোদৰীয়া, হৰিদেৱী আৰু চৈতন্যপন্থী একুৰিৰো

অধিক সত্ৰ। মাধৱদেৱে ৰামদিয়াৰ বালিত হুমাহ কটাইছিল, সেই হুমাহে ভাত নানা শাস্ত্ৰ চৰ্চা হোৱাৰ উপৰিও নাট-ভাওনা, গীত-বাদ্যৰে গোটেই ঠাইডোখৰ মুখৰিত হৈ আছিল। ৰামদিয়াত সেই সময়ত মহাপুৰুষীয়া ধৰ্মৰ এনে এটা পৰিৱেশ গঢ়ি উঠাৰ পাছতো মহাপুৰুষসকলে ৰামদিয়াত সত্ৰ প্ৰতিষ্ঠা কৰাৰ কথা কিয় ভবা নাছিল জনা নাযায়। কিন্তু সেই সময়ত মহাপুৰুষসকলে বৰদধি, অভয়পুৰ, বোৰ্কা আৰু গুৱালকুছিত সত্ৰ প্ৰতিষ্ঠা কৰিছিল। পৰৱৰ্তীকালত ৰামদিয়াত প্ৰতিষ্ঠা হোৱা মহাপুৰুষীয়া সত্ৰকেইখনৰ শলাবন্তি মূল সত্ৰৰ পৰাহে অনা আৰু ধৰ্মপ্ৰাণ সন্ন্যাসীৰ দ্বাৰা বন্তি প্ৰজ্বলন কৰা হৈছিল। ৰামদিয়াত থকা সত্ৰকেইখনৰ ভিতৰত হ'ল— (১) বগৰীবাৰী সত্ৰ (২) শিশুৱ সত্ৰ (৩) ধূলাৰ সত্ৰ (৪) মেঘ নাৰায়ণ সত্ৰ (৫) বাসুদেৱ বালী সত্ৰ (৬) লাডুগোপাল সত্ৰ (৭) বংশীগোপাল সত্ৰ (৮) ৰাম-লক্ষ্মণ সত্ৰ (৯) লেংটা সত্ৰ (১০) হাত ভাঙ্গা সত্ৰ (১১) বাসুদেৱ সত্ৰ (১২) চৈতন্য সত্ৰ (১৩) নৰনাৰায়ণ সত্ৰ (১৪) নতুন ধৰ্মপুৰ সত্ৰ (১৫) দেৱাৰ বা বিষ্ণুপুৰ সত্ৰ (১৬) হংসদ্বীপ গোপাল সত্ৰ (১৭) ঔতলি সত্ৰ (১৮) গোপীবল্লভ সত্ৰ আদি। ইয়াৰ ভিতৰত দামোদৰীয়া সত্ৰসমূহ হ'ল— পোৰাভিঠা, লেংটা গোপীনাথ, হাঁহদিয়া শ্যামৰায়, ৰাম-লক্ষ্মণ, বাসুদেৱ আৰু হাতভঙা সত্ৰ। ৰামদিয়াত হৰিদেৱী পন্থাৰ সত্ৰখন হ'ল 'শ্ৰীশ্ৰীহৰিদেৱ সত্ৰ' আৰু চৈতন্যপন্থী সত্ৰখন হ'ল 'চৈতন্য সত্ৰ'।*

## ক্ষুদ্ৰদধিৰ কেৱলীয়া সচং

ক্ষুদ্ৰদধি গাঁৱৰ কেৱলীয়া সচং বৰ পুৰণি। হাজো-গুৱাহাটী গড়কাপ্তানি পথৰ উত্তৰ দিশত পাটোবাৰী চুবুৰিত এই সচং অৱস্থিত। সচং খনৰ উপাস্য দেৱতা ক'লীয়া ঠাকুৰ। থাপনাত কোনো মূৰ্তি নাই। কেৱল 'ভক্তি ৰত্নাৱলী' আৰু 'ভক্তি প্ৰেমাৱলী' নামৰ দুখন সাঁচিপতীয়া পুথি আছে। ইয়াকে ভক্তিভাৱে পূজা-অৰ্চনা কৰা হয়। সত্ৰত পুৰণি সাঁচিপতীয়া কীৰ্তনকে ধৰি আন কেইবাখনো সাঁচিপতীয়া পুথি সংৰক্ষিত হৈছে।

সচংখনৰ প্ৰধান 'কেৱলীয়া ভকত'। কেৱলীয়া ভকতসকলৰ ভিতৰত ব'ৰাগী ভকত, শুকুনা ভকত, জালিৰাম ভকত আৰু বৰ্তমানৰ ভদ্ৰেশ্বৰ ভকতকে সচংখনৰ 'ভকত'ৰূপে পোৱা যায়। তাৰ আগৰ ভকতসকলৰ নাম পোৱা নাযায়। সচংখন কোনে কেতিয়া স্থাপন কৰিছিল তাৰ সবিশেষ বিৱৰণ পাবলৈ নাই।

সচঙত নিয়মিত পূজা-অৰ্চনা চলে। পুৱা বন্তি প্ৰজ্বলন, নাম-প্ৰসংগ আদি কৰা হয়। ভক্তসকলে উপাস্য দেৱতাৰ উদ্দেশ্য আগবঢ়োৱা উপাচাৰক 'ভকত সেৱা' বোলা হয়। ব্যক্তিগতভাৱে নিমন্ত্ৰণ দিও এই 'ভকত সেৱা' প্ৰথা আছে। সচঙত 'মাহেকীয়া ভকত

সেৱা'ও থাকে। বাৰজন ভকতৰ উদ্দেশ্যে এই সেৱা আগবঢ়োৱা হয়। ক্ষুদ্ৰদধি কেৱলীয়া সচণ্ডৰ শিষ্য গুৱাহাটীৰ মালিগাঁও আৰু গাৰিগাঁও, নলবাৰীৰ পাইকাৰকুছি আৰু আহিনপুৰ, আমিনগাঁও, পছৰীয়া, কুলহাটী আদি ঠাইতো আছে।

সচণ্ডত চ'ত মাহৰ কৃষ্ণ ষষ্ঠী তিথিত শুকুনা ভকত আৰু মাঘ মাহৰ শুক্ল ত্ৰয়োদশী তিথিত জালিৰাম ভকতৰ তিথি পালন কৰা হয়। তদুপৰি সচণ্ডত শংকৰদেৱ, মাধৱদেৱ আৰু দামোদৰদেৱৰ তিথিও কৰা হয়। সচণ্ডত ভোগ নিৰামিষ। সচণ্ডখনত আছে গোসাঁই গৃহ, চ'ৰাঘৰ, ভোগঘৰ আৰু মাজৰ ঘৰ। সচণ্ডত থাল প্ৰহৰী, বন্তি জ্বলোৱা আৰু অন্যান্য সেৱাইক আছে। সচণ্ডৰ নামত ২৫ বিঘাৰো অধিক মাটি আছে। *

## গোপাল থান

গুৱালকুছি চহৰৰ সমীপৱৰ্তী পূব বংশৰ মৌজাৰ অন্তৰ্গত আমবাৰী গাঁৱত অৱস্থিত অসমৰ পুৰণিকলীয়া থানসমূহৰ ভিতৰত গোপাল থান অন্যতম। থানৰ মূল বিগ্ৰহত বাসুদেৱৰ শিলেৰে খোদিত মূৰ্তি আছে। থানখনৰ স্থাপন সম্পৰ্কত লিখিত কোনো ঐতিহাসিক সমল বিচাৰি পোৱা নাযায়। জনশ্ৰুতি মতে বৰ্তমান থানখন অৱস্থিত স্থানৰ পূব দিশে অলপ আঁতৰত হাবি-জংঘলেৰে আবৃত ঠাইৰ পৰা স্বপ্নাদেশক্ৰমে থানৰ বিগ্ৰহটো উদ্ধাৰ কৰা হয়।



বৰ্তমান মণিকূট সংলগ্নকৈ প্ৰায় ৬০০ বৰ্গফুট নামঘৰসহ থানত আটকধুনীয়া মন্দিৰ নিৰ্মাণ কৰা হৈছে। নামঘৰৰ প্ৰৱেশদ্বাৰত গোপ-গোপিনীৰ পাথৰৰ মূৰ্তি আৰু কালিয় দমনৰ ভাস্কৰ্য অংকিত আছে। থানৰ বৰ্তমান ভূমিৰ পৰিমাণ প্ৰায় ডেৰ বিঘা। থানত থকা বৃহৎ বট গছজোপাৰ এক অংশত গণেশ দেৱতাৰ সয়ম্ভু প্ৰতিমূৰ্তিয়ে ভক্তবৃন্দক আকৰ্ষিত কৰি আহিছে। থানত দৈনন্দিন ভোগ আৰু নাম-প্ৰসংগ কৰা হয়। আমবাৰী স্থানীয় কমিটিৰ দ্বাৰা বৰ্তমান থানৰ পৰিচালনাৰ কাম-কাজ কৰা হয়। মন্দিৰত মহিলাৰ প্ৰৱেশত বাধা আৰোপ কৰা নাই। প্ৰতি বছৰে ব'হাগ মাহত সুঁৱৰী উৎসৱ আৰু শাওণ মাহত গণেশ দেৱতাৰ উৎসৱ পালন কৰা হয়।

## শ্ৰীশ্ৰীহাটী সত্ৰ

শুৱালকুছিত অৱস্থিত সমূহ নামঘৰ বা কীৰ্তন ঘৰকেই সত্ৰ বুলি সৰ্বসাধাৰণ লোকে কয়। কিন্তু সত্ৰৰ সংজ্ঞামতে আটাইবোৰেই সত্ৰ নহ'বও পাৰে। কিন্তু সত্ৰৰ কিছুমান অপৰিহাৰ্য অংগ লৈ শ্ৰীশ্ৰীহাটী সত্ৰক সত্ৰ বুলি ক'ব পৰা যায়। সেইবোৰ অৱশ্যে বিদ্যুত সত্ৰৰ বাবেহে। নলনাৰ কানু ঠাকুৰে ইয়াক প্ৰতিষ্ঠা কৰা বুলি কিছু সূত্ৰে কয়। নলনাৰ কানু ঠাকুৰ সম্ভৱ নাৰায়ণ দাস ঠাকুৰ আতাৰ বংশ। যদি সেয়া হয় তেনেহ'লে ইয়াত নতুন ভাবৰ অৱতাৰণা হয়। আনফালে মন্মথ নামৰ শুৱালকুছিৰ এজন সাধাৰণ ধৰ্মপ্ৰাণ লোকে হৰি ভক্তিৰ চৰ্চা বাল্যকালৰ পৰাই কৰি আছিল বুলি কানু ঠাকুৰৰ ভক্তিৰ পৰা বুজা যায়। এইলোকজন শুৱালকুছিৰ সৰু সত্ৰৰ বুলি ধাৰণা হয়। বালিত কৰা সেয়া ঘৰটি কানু ঠাকুৰৰ নিৰ্দেশত হাপাই খাইতীৰ মাটিলৈ লৈ অহা হয়।

'হাপাই খাইতীৰ এক হাত মাটি, তাতে বান্ধে কেওলীয়া হাট।'— বৰ্তমান শুৱালকুছিৰ লোক সমাজত প্ৰচলিত। কানু ঠাকুৰে তেওঁকেই সত্ৰৰ দায়িত্ব দি উদাসীন কেওলীয়া থকা প্ৰথমজনা অধিকাৰ পাতি দায়িত্ব দিয়ে। সেইমতে কানু ঠাকুৰৰ মনোনীত অধিকাৰ মন্মথ প্ৰথমজনাহে। তাৰ পাছত নকুল, গকুল। ইয়াৰ পাছতহে পঢ়িয়া বংশৰ সাধু ৰামনিধি মহন্ত, হৰিজয় মহন্ত, বুদৰাম মহন্ত যথাক্ৰমে বৰ্তমানলৈকে সেইসকল লোকেই হাটী সত্ৰৰ অধিকাৰ।

অসমীয়া সত্ৰ সংস্কৃতি বিষয়ক সৰ্বস্তৰৰ নিদৰ্শন এই বিস্তৃত অঞ্চলত কেৱল হাটী সত্ৰতেই বিদ্যমান। যেনে— কীৰ্তন ঘৰ, ভাঁজ ঘৰ, বাহাঘৰ, গুৰু আসন, বিভিন্ন চাৰু-কাৰু চিত্ৰ-ভাস্কৰ্যৰে শোভিত বেৰ, দুৱাৰ, নামঘৰৰ ভিতৰত বৈষ্ণৱ, ভকতৰ কাঠৰ মূৰ্তি, দবা, কাঁহ, বৰগছা ইত্যাদি। নামঘৰৰ দক্ষিণ বাৰাণ্ডাৰ ফালে যমপুৰীৰ নৰকৰ বৰ্ণনাৰে চিত্ৰ- বিচিত্ৰ ৰং-বিৰঙেৰে পাপ আৰু প্ৰায়শ্চিত্তৰ মনোগ্ৰাহী চিত্ৰ। ভকতে পা-পখলা পুখুৰী, গৃহস্থী ভকতে চুব নোৱাৰাকৈ বাহাৰ ভিতৰত উদাসীন ভকতৰ বাবে পাটকুৱা। পুৱা, আবেলি, সন্ধিয়া তিনিটি প্ৰসংগত চৈধ্য প্ৰসংগৰ প্ৰণালীবদ্ধ বিধি সদা বিৰাজিত। দৌল, মন্দিৰ এই সত্ৰৰ আটকধুনীয়া। বৰ্তমানৰ শিল্পীৰ দ্বাৰা পৌৰাণিক ভাস্কৰ্যৰ নিদৰ্শন। এই সত্ৰত পুৰণি সাঁচিপাতৰ শাস্ত্ৰ প্ৰায় দুশতকৈ ওপৰত আছে। চৰকাৰে অধিগ্ৰহণ কৰা ভূমিৰ উপৰি এই সত্ৰৰ ভূমিদানৰ বিনিময়তে অঞ্চলটিৰ উচ্চ শিক্ষাৰ অনুষ্ঠান দুজনা সত্ৰীয়াৰ সৌৰৱণত গঢ়ি উঠিছে। বুদৰাম মাধৱ সত্ৰাধিকাৰ মহাবিদ্যালয়। এই সত্ৰই দান দিয়া ভূমি ভাগতে গঢ় লৈছে চৰকাৰৰ এটি সুন্দৰ প্ৰেক্ষাগৃহ, শিশু উদ্যান আৰু সাঁতোৰ প্ৰশিক্ষণ পুখুৰী ইত্যাদি। সংগীত, নাট-ভাওনাৰ অনুশীলনৰ বাবে আখৰা ঘৰ, আলহী গৃহ আদিৰে ভৰপূৰ শ্ৰীশ্ৰীহাটী সত্ৰৰ প্ৰতিভা অশেষ।

## শ্ৰীশ্ৰীভাটি সত্ৰ বা বুঢ়াবন্তী সত্ৰ

লক্ষ্মীকান্ত আতৈৰ পুত্ৰৰ সনাতন আতৈৰ দ্বাৰা নিৰ্মাণ কৰা সত্ৰখনক বুঢ়াবন্তী বোলাৰ পৰা অনুমান হয় যেন গুৱালকুছিত লক্ষ্মীকান্ত আতৈৰ তৰফৰ পৰা প্ৰতিষ্ঠা হোৱা সত্ৰ এই অঞ্চলত প্ৰথম হ'ব পাৰে (লক্ষ্মীকান্ত আতৈৰ চৰিত দ্ৰঃ)। এই সত্ৰৰ মূল দায়িত্ব আতৈ পুৰুষজনে মাগুৰীৰ মেধিৰ হাতত অৰ্পণ কৰি গুৰুজনাৰ জাতি-ধৰ্ম-বৰ্ণ নিৰ্বিশেষে যে ধৰ্মৰ গৰাকী হ'ব পাৰে তাকেই প্ৰচলন কৰি গ'ল।

## শ্ৰীশ্ৰীডেকা বাপু সত্ৰ

এইখন সত্ৰও লক্ষ্মীকান্ত আতৈৰ সৰু পুত্ৰই প্ৰতিষ্ঠা কৰাৰ কথা চৰিত পুথিত পোৱা যায়। এই সত্ৰ আতা পুৰুষৰ বংশৰ দ্বাৰা পৰিচালিত।

## শ্ৰীশ্ৰী ন-ভাটি সত্ৰ

বুঢ়াবন্তী সত্ৰৰ পৰা শাখা হিচাপে গঢ় লৈ উঠিছে এই সত্ৰ। এই সত্ৰও মাগুৰীৰ মেধিৰ বংশৰ দ্বাৰা পৰিচালিত।

## শ্ৰীশ্ৰীখোপগুৰি সত্ৰ

ডেকা বাপু সত্ৰৰ পৰা শাখা হিচাপে গঢ় লোৱা সত্ৰ। আতা পুৰুষৰ বংশ পৰম্পৰাভাৱে পৰিচালিত।

## শ্ৰীশ্ৰীবৰ সত্ৰ

পঢ়িয়া আতৈৰ পুত্ৰ মুৰাৰীৰ বৰপুত্ৰই স্থাপন কৰাৰ বাবে সত্ৰখন শ্ৰীশ্ৰীবৰ সত্ৰ নামেৰে জনাজাত। এই সত্ৰও আতৈ পুৰুষৰ বংশানুক্ৰমে পৰিচালিত। গুৱালকুছিত অৱস্থিত পুৰণি সত্ৰসমূহৰ অন্যতম শ্ৰীশ্ৰীবৰ সত্ৰ।

## শ্ৰীশ্ৰীসৰু সৰু সত্ৰ

গুৱালকুছি স্থিত শ্ৰীশ্ৰীসৰু সৰু সত্ৰ পঢ়িয়া আতৈৰ পুত্ৰ মুৰাৰীৰ সৰু পুত্ৰই স্থাপন কৰা সত্ৰখন সৰু সত্ৰ বুলি খ্যাত। বংশ পৰম্পৰা মতে সাধু-মহন্তসকলৰ নেতৃত্বত পৰিচালিত হয়।

## বাৰী সত্ৰ/পোৱা ভেটি সত্ৰ

গুৱালকুছিত অৱস্থিত প্ৰাচিন বাৰী সত্ৰ, পোৱা ভেটি সত্ৰ আদিও সাধু মহন্তৰ দ্বাৰা পৰিচালিত সত্ৰ।

## শ্ৰীশ্ৰীন-সত্ৰ

গুৱালকুছিৰ বাৰী সত্ৰ (বালী সত্ৰ)ৰ কিছু সংখ্যকে স্থাপন কৰা সত্ৰখন ন-সত্ৰ বুলি খ্যাত। বৰ্তমান সত্ৰৰ বিগ্ৰহত জাগ্ৰত হনুমান মূৰ্তি থকা বুলি জনবৰ হোৱাৰ পিছৰ পৰা সাধাৰণ লোকৰ মাজত হনুমান নামঘৰ বুলিহে জনা যায়।

## শ্ৰীশ্ৰীভাণ্ডানগৰ সত্ৰ

ভাণ্ডানগৰ সত্ৰৰ ইতিহাস ধূসৰ। ঠাইখনৰ লগত ইয়াৰ সম্বন্ধ বিচাৰিলে এটা সূত্ৰ পোৱা যায়। সিদ্ধেশ্বৰ দেৱালয়ৰ পাইক সম্বন্ধে বিচাৰিলে অন্য এটা উত্তৰ পোৱা যায়। আনহাতে বৈষ্ণৱ ধৰ্মৰ গুৱালকুছিত প্ৰচাৰৰ বেলিকা ভিন্ন উত্তৰ পোৱা যায়। সি যিয়েই নহওক এইখন পূৰ্বতে নাথ সম্প্ৰদায়ৰ সত্ৰ বুলি খ্যাত।

## শ্ৰীশ্ৰীখোৱা গোপাল সত্ৰ

ব্যক্তিগত উদ্যোগত গঢ়ি উঠা মহাপুৰুষীয়া সত্ৰ।

## শ্ৰীশ্ৰীমাটিখোলা বা ঘণ্টুৰ মেধি সত্ৰ

ব্যক্তিগত উদ্যোগত গঢ় লোৱা মহাপুৰুষীয়া সত্ৰ।

## শ্ৰীশ্ৰীকৃষ্ণ মন্দিৰ

গাঁওখনৰ পূব প্ৰান্তত অৱস্থিত এখন মহাপুৰুষীয়া সত্ৰ। তাৰোপৰি সাম্প্ৰতিক কালত গঢ় লোৱা শ্ৰীশ্ৰীবৰদীঘি সত্ৰ, শ্ৰীশ্ৰী শংকৰ-মাধৱ সত্ৰ, হৰিহৰ সত্ৰ, ৰামকৃষ্ণ সত্ৰ, শংকৰ-মাধৱ সত্ৰ, শংকৰদেৱ সত্ৰ, নাথচুপাৰ সত্ৰ আদি বিভিন্ন নামঘৰ প্ৰতিষ্ঠা হৈ মহাপুৰুষীয়া ধৰ্মৰ জয়জয়-ময়ময় প্ৰচাৰ আৰু প্ৰসাৰৰ বহল গণ্ডী ৰচনা কৰি চিৰগম্ভীৰভাৱে শোভা বৰ্দ্ধন কৰিছে গাঁওখনত।

শ্ৰীশ্ৰীগোপাল সত্ৰ, শ্ৰীশ্ৰী শ্যামৰায় সত্ৰ, শ্ৰীশ্ৰীগোপাল কৃষ্ণ সত্ৰ, শ্ৰীগোপাল সত্ৰ (চাৰি যুগ), বংশী গোপাল সত্ৰ আদি মহাপুৰুষ দামোদৰ দেৱ সম্প্ৰদায়ৰ গোসাঁইসকলৰ দ্বাৰা পৰিচালিত সত্ৰ যদিও মেধিসকলে ইয়াৰ মুখ্য ভূমিকা লোৱা দেখা যায়।

## গুৱালকুছিৰ গণেশ বিগ্ৰহ

গুৱালকুছি গাঁৱৰ পশ্চিম প্ৰান্তত শৈৱ শক্তিৰ চিৰবিদ্যমান সিদ্ধেশ্বৰ দেৱালয়ৰ দবে

গাঁওখনৰ প্ৰায় পুব দিশে তিনিখন গনেশ বিগ্ৰহ পোৱা যায়। বিগ্ৰহসমূহৰ ভিতৰত— বৰ গনেশ, বুঢ়া গনেশ, ঝাৰবেড়িয়া গনেশ। তিনিওখন গৌণপত্য ব্ৰাহ্মণ সম্প্ৰদায়ৰ মাজত প্ৰতিষ্ঠিত। শৈৱ ধৰ্মৰ সিদ্ধেশ্বৰ দেৱালয়ৰ মহাপ্ৰভু সিদ্ধেশ্বৰৰ বিগ্ৰহ দৌলৰ উৎসৱৰ শেষৰ দিনা ঝাৰবেড়িয়া গনেশ মন্দিৰলৈ লৈ যোৱা হয় আৰু উৎসৱ সমাপ্তিৰ পাছত আকৌ দেৱালয়লৈ প্ৰত্যাৱৰ্তন কৰা হয়। এইবোৰৰ তাৎপৰ্য গধুৰ।

## বনবেৰীয়া সত্ৰ

গুৱালকুছিৰ সমীপত কুলহাটী, মিলনপুৰত ক'লাজল নৈৰ পাৰত ১৯৫৯ চনতে স্বৰ্গীয় গুদাৰাম দাসে স্থাপন কৰা বনবেৰীয়া সত্ৰখন দামোদৰ পন্থাৰ। সত্ৰত বাসুদেৱ মূৰ্তি আছে। মণিকুট সংলগ্নকৈ নিৰ্মাণ কৰা পকী নামঘৰটো প্ৰায় ৭০০ বৰ্গফুটৰ। মিলনপুৰ গাঁৱৰ বয়োজ্যেষ্ঠ ভক্তপ্ৰাণ ব্যক্তি শম্ভুৰাম দাসৰ পৰা পোৱা তথ্যমতে ১৯৭০ চনত স্থানীয় ৰাইজে সত্ৰৰ নামঘৰটো পুনৰ নিৰ্মাণ কৰে। গুদাৰাম দাসৰ পাছত ধ্ৰুৱ ৰাজবংশীৰ তত্বাৱধানত সত্ৰৰ বৰ্তমান কাম-কাজ চলাই থকা হৈছে। সত্ৰ পৰিচালনা তথা উন্নয়নৰ বাবে এখন সমিতি গঠন কৰি লোৱা হৈছে। সত্ৰত নাম-প্ৰসংগ, ভাগৱত পাঠ আদি ধৰ্মীয় উৎসৱ-পাৰ্বণ পালন কৰা হয়।



## কুলহাটী

কুলহাটী গাঁৱতো কেইবাখনো সচং আছে। কুলহাটী গাঁৱৰ সেই সচংসমূহৰ ভিতৰত হ'ল— ধুমপৰা সচং, কামদত্ত সচং, দুখু মহন্তৰ সচং, সংৰাম মহন্তৰ সচং আৰু ছায়াৰাম মহন্তৰ সচং আদি।

## অভয়পুৰ

অভয়পুৰত 'বাৰ নগৰীয়া' নামেৰে চাৰিখন সচং আছিল। তাৰ ভিতৰত ল'ঠাবাৰী আৰু বাহ্না ভকতৰ সচং দুখন বৰ্তমান নাই। এতিয়া হংস ভকত আৰু জালিয়া ভকত সচঙত বন্তি প্ৰজ্বলন হৈ আছে।

## গেৰুৰা

গেৰুৰা গাঁৱত শান্তিৰাম ভকত প্ৰতিষ্ঠিত এখন সচং আছে। ই এখন দামোদৰীয়া সচং।

## বৰগাঁও

বৰগাঁৱত এখন সচং আছে।

## বাহনা

বাহনাত তিনিখন দামোদৰীয়া সচং আছে।

## তেতেলীয়া

ইয়াত তিনিখন দামোদৰীয়া সচং আছে।

## মনাহকুছি

মনাহকুছিত দুখন দামোদৰীয়া সচং আছে।

## দিহিনা দামোদৰীয়া বৰ্ণ সত্ৰ

কোঁচ ৰজা নৰনাৰায়ণৰ সময়ত মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ আৰু দামোদৰদেৱে অসমৰ বিভিন্ন ঠাইত বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰিছিল। কিন্তু সেই সময়ত হীৰা, নমঃশূদ্ৰ, কৈৱৰ্ত আৰু টোকাৰ জাতিৰ লোকক অস্পৃশ্য বুলি শৰণ-ভজন দিয়া হোৱা নাছিল। ধৰ্ম গ্ৰহণৰ পৰা বঞ্চিত এই লোকসকলে ৰজাৰ ওচৰত তেওঁলোকৰ মনোকষ্ট ব্যাখ্যা কৰিলে। তেতিক্ষণে ৰজাই শংকৰদেৱক এই কথা জনালে। শংকৰদেৱে শৰণ-ভজনৰ ক্ষেত্ৰত দামোদৰদেৱকহে অধিকাৰী বুলি কোৱাত, ৰজাই এই বিষয়ে দামোদৰদেৱক আদেশ দিলে। তেতিয়া দামোদৰদেৱে বাৰজন বৈষ্ণৱ আৰু তেৰজন মহন্তৰ সহযোগত শ্ৰীশ্ৰীভট্টদেৱক পাটবাউসী সত্ৰৰ সত্ৰাধিকাৰৰ দায়িত্ব দিয়ে। বৰা বৈষ্ণৱৰ শ্ৰেষ্ঠ বৈষ্ণৱ শ্ৰীশ্ৰীকৃষ্ণদেৱক কঁঠালগুৰি নামে ঠাইত সত্ৰ পাতি অস্পৃশ্য জাতিৰ লোকক শৰণ-ভজনৰ দায়িত্ব দিয়ে।

মহাৰাজ নৰনাৰায়ণে ২৮ বিঘা লাখেৰাজ মাটি দান কৰি শ্ৰীশ্ৰীকৃষ্ণদেৱক দিহিনালৈ আনি অস্পৃশ্য জাতিৰ লোকক শৰণ-ভজন দিবলৈ তাত এখন সত্ৰ পাতে। এই দামোদৰীয়া সত্ৰখন 'বৰ্ণ সত্ৰ' নামে জনাজাত হয়। শ্ৰীশ্ৰীকৃষ্ণদেৱৰ পাছত তেওঁলোকৰ বংশধৰসকলে সত্ৰাধিকাৰূপে সত্ৰ পৰিচালনা কৰে।

এই সত্ৰক অসমৰ অনুসূচিত জাতিৰ লোকে পুণ্যধামৰূপে জ্ঞান কৰি আহিছে।

প্রতি বছৰৰ মাঘ মাহৰ পূৰ্ণিমা তিথিটো সত্ৰৰ প্ৰতিষ্ঠাতা শ্ৰীশ্ৰীকৃষ্ণদেৱৰ তিৰোভাৱ তিথি আৰু 'গুৰু দিৱস' হিচাপে পালন কৰা হয়।

## বালিসত্ৰ সৎসংগী সত্ৰ

বালিসত্ৰ সৎসংগী সত্ৰ এখন ঐতিহাসিক হৰিদেৱী সত্ৰ। সত্ৰখন হৰিদেৱ মিশ্ৰই পোন্ধৰ শ শতিকা প্ৰতিষ্ঠা কৰে বুলি জনা যায়। হৰিদেৱ মিশ্ৰৰ পাছত এই সত্ৰ পৰিচালনা কৰে পুৰুষোত্তম ওৰফে আচাৰ্য্যদেৱে। পুৰুষোত্তমক এই সত্ৰ পৰিচালনাৰ বাবে স্বৰ্গদেউ শিৱসিংহ আৰু ৰাজেশ্বৰ সিংহই বালিসত্ৰ, বিছেন্নালা আৰু চোৰাবীবাহা এই গাঁও তিনিখনৰ ভূ-সম্পত্তি ধৰ্মোত্তৰ হিচাপে আগবঢ়ায়। লগতে ৫৮ জন ভকত, চোৰা চৈধ্য গোট পাইক যাৱতীয় বস্তু প্ৰদান কৰে। সত্ৰত প্ৰায় দহ বিঘা মাটিৰ পুখুৰী এটাও খান্দি দিয়ে। সত্ৰৰ ওচৰে-পাজৰে থকা গোসাঁই, কলিতা, কুমাৰ, মালী, বৈশ্য, কেওঁট, নাপিত, নমঃশূদ্ৰ, কোঁচ-ৰাজবংশী আদি সম্প্ৰদায়ৰ লোকসকলক সত্ৰৰ সেৱাইৰ দায়িত্ব অৰ্পণ কৰা হয়।

সত্ৰৰ মূল বিগ্ৰহ— শ্ৰীশ্ৰীবংশীগোপাল। লগত আন দুটা বিগ্ৰহৰ লগতে ওঠৰটা শালগ্ৰাম আছে।

মাঘ মাহৰ শুক্লা ভীম একাদশীত আচাৰ্যদেৱৰ মৃত্যু তিথি। এই মৃত্যু তিথি উপলক্ষে ভক্তপ্ৰাণ ৰাইজে পাঁচদিনীয়াকৈ বিভিন্ন কাৰ্যসূচীৰে সভা পাতে। সভা উপলক্ষে আৰিয়া প্ৰজ্বলন, বংশী গোপালৰ বিগ্ৰহ লৈ শোভাযাত্ৰা, সিধা বিতৰণ, নাম প্ৰসংগ, ওজাপালি, ঢুলীয়া ভাওনা, যাত্ৰাভিনয় আৰু ধৰ্মালোচনী সভাৰ আয়োজন কৰা হয়।

অনুষ্ঠানৰ 'আৰিয়া জ্বলোৱা' প্ৰথাৰ বিশেষ মাহাত্ম্য আছে বুলি জনসমাজত বিশ্বাস। ভক্তই নিজৰ মনোবাঞ্ছা পূৰণৰ বাবে 'আৰিয়া জ্বলায়।' সন্ধিয়া সময়ত ভক্তসকলে এগছি মিঠাতেলৰ মাটিৰ চাকি (আৰিয়া) জ্বলাই, পোনতে মূল মন্দিৰত আৰিয়াগছি উছৰ্গা কৰে। তাৰ পাছত আৰিয়াগছি পুখুৰীৰ পাৰৰ ৰাজহুৱা স্থানলৈ নি কলগছৰ চাণ্ডত স্থাপন কৰে। ভক্তসকলে চাকি গছি নুমাই নাযাবলৈ গোটেই নিশা উজাগৰে থাকি বত্তিত তেল ঢালি থাকে। এইদৰে আৰিয়া জ্বলোৱা লোক কেইবা হাজাৰো হয়।

এইদৰে চাকি জ্বলোৱাৰ পাছত ভক্তসকলে 'সিধা' লয়। সিধাত চাউল, দাইল, আলু, খৰি, হালধি, মাটিৰ বাচন-বৰ্তন, নিমখ আদি প্ৰয়োজনীয় বস্তু বিনামূলীয়াকৈ যোগান ধৰা হয়। ইয়াকে 'সিধা দিয়া' বোলে।

সিধা বিতৰণ হোৱাৰ পাছত, চলন্তা গোসাঁইক ঢোল, খোল, বাদ্য-বাজনা বজাই শোভাযাত্ৰা কৰি আৰিয়া জ্বলোৱা স্থানলৈ নি— তাত স্থাপন কৰা হয়। সেই স্থলত

গোসাঁইক উৎসৱ শেষ হোৱাৰ দিনালৈ ৰাখি, পুনৰ মূল মন্দিৰলৈ অনা হয়।

সিধাৰ লগত মাছ দিয়া নিয়মো আছে। জনা মতে ব্ৰিটিছ চৰকাৰে এই সভাৰ বাবে প্ৰয়োজনীয় মাছ পালন কৰিব পৰাকৈ প্ৰায় যোল্ল বিঘা মাটিৰ এটি পুখুৰী খন্দাই দিছিল।*

## খটিয়ামাৰী সত্ৰ

পলাশবাৰী ৰাজহ চক্ৰৰ অন্তৰ্গত ছয়ানী মৌজাৰ খটিয়াবাৰী গাঁৱত অৱস্থিত খটিয়ামাৰী সত্ৰ অসমৰ প্ৰাচীন দমোদৰীয়া সত্ৰসমূহৰ ভিতৰত অন্যতম। দক্ষিণ ট্ৰাংক ৰোডৰ বাটৰহাট আৰু আমৰাঙ্গা সত্ৰৰ মাজত অৱস্থিত। সত্ৰখন কোনে, কেতিয়া স্থাপন কৰিছিল তাৰ লিখিত ঐতিহাসিক সমল বিচাৰি পোৱা নাযায়। গেজেটিয়াৰ মতে ছয়ানী মৌজাৰ গৃহী গোসাঁইৰ সত্ৰৰ নিষ্পিখেৰাজ আছে।

সত্ৰত দৈনন্দিন নাম-প্ৰসংগৰ লগতে মহাপুৰুষসকলৰ আৱিৰ্ভাব আৰু তিৰোভাৱ তিথি, শ্ৰীকৃষ্ণৰ জন্মাষ্টমী, দৌল উৎসৱ আদি পালন কৰা হয়।

## চমৰীয়া সত্ৰ

কামৰূপ জিলাৰ বকোৰ কুলশী নৈৰ পাৰত অৱস্থিত চমৰীয়া সত্ৰ অসমৰ প্ৰাচীন আৰু ঐতিহাসিক সত্ৰসমূহৰ ভিতৰত অন্যতম। মাধৱ গুৰুৰ আজ্ঞানুসৰি বৰবিষ্ণু আতাই পুৰ্বতে নগৰবেৰাৰ পৰা প্ৰায় ৯/১০ কিলোমিটাৰ পশ্চিমে বৰলুইতৰ পাৰত মালচা সত্ৰ স্থাপন কৰে। পাছত মালচা সত্ৰখন বৰলুইতৰ গৰাখহনীয়াত ক্ষতিগ্ৰস্ত হোৱাত বৰবিষ্ণু আতাই কলশীৰ পাৰত চমৰীয়া সত্ৰ স্থাপন কৰে। অতীজতে চমৰীয়া



গোবিন্দপুৰ হিচাপে খ্যাত আছিল। ১৬৯৩ শকত আহোম স্বৰ্গদেউ লক্ষ্মীকান্ত সিংহই সত্ৰৰ মঠ নিৰ্মাণ কৰাই দিয়ে। সত্ৰত মাধৱ গুৰুৰ দিনৰে পৰাই অক্ষয় বন্তি

প্রজ্বলিত হৈ থকাৰ উপৰিও মহাপুৰুষৰ স্ব-নিৰ্মিত কাঠৰ আসন সংৰক্ষিত আছে। চমৰীয়া সত্ৰৰ শাখাসসমূহৰ ভিতৰত কৈমাৰী, দামালচোঁচ, দীঘলকুছি, মালীবাৰী, হৰিপুৰ, শ্যামৰায়, ত্ৰিলোচন, খুটাবাৰী আদি উল্লেখনীয়। সত্ৰৰ নিষ্পিখেৰাজ ভূমিৰ পৰিমাণ প্ৰায় ৮০০ বিঘা।

সত্ৰ প্ৰাংগণত প্ৰতি বছৰে ফাগুন মাহৰ শুক্লা দ্বিতীয় তিথি বৰবিষ্ণু আতাৰ তিৰোভাৱ তিথি উৎসৱ পালন কৰা হয়। কৈমাৰী, দামালচোঁচ, দীঘলকুছি, মালীবাৰী, হৰিপুৰ, শ্যামৰায়, ত্ৰিলোচন, খুটাবাৰী আদি ছমৰীয়া সত্ৰৰ শাখা সত্ৰ।

## গৰৈমাৰী সত্ৰ

অসমৰ দামোদৰী সত্ৰসমূহৰ ভিতৰত চমৰীয়া মৌজাৰ অন্তৰ্গত গৰৈমাৰী সত্ৰ অন্যতম। আনুমানিক ১৫৮০ খ্ৰীষ্টাব্দত দামোদৰ গুৰুৰ আজ্ঞানুসৰি সন্তভূষণ প্ৰভুৱে গৰৈমাৰী সত্ৰ স্থাপন কৰে। উপেন্দ্ৰ লেখাৰু সম্পাদিত 'কথা গুৰু চৰিত' গ্ৰন্থত গৰৈমাৰী সত্ৰ সম্পৰ্কে এইদৰে পোৱা যায়— 'আৰু হৰিচৰণ ঠাকুৰ (শ্ৰীমন্ত শংকৰদেৱৰ পুত্ৰ) দখিনলৈ ভূষণ গুৰু ঠাইলৈ গ'ল, গৰৈমাৰিও বোলে, তাতে ৰ'লগৈ। তাতে সৰু গুৰুৱে (ভূষণ গুৰুৰ পুত্ৰ) নি তিনিখন নাও ভৰাই দিলে, ধান, চাউল, কোৰ, কপাহ, মাহ, সৰিহ্ (সৰিয়হ), কচু, কোমোৰা, আদা এয়েৰে। বৰ আদৰ সাদৰ কৈলে। ঠাকুৰদেউ সন্তোষে আছিল। আহিবৰ দিনা নাৱতে বহি বোলে জানিছা ঠাকুৰ, শ্ৰীশংকৰদেৱৰ শৰণে আমাৰ শৰণে বৰ বিলক্ষণ। তেহে ঠাকুৰদেউ বোলে ই বামুণি পুতেকে কৰ সুলক্ষণ শৰণ পালে? গুৰু ধৰ্ম নিন্দকৰ দ্ৰব্যত কি কাম এই বুলি নাও বাৰত পাও দি বুলাই উবুৰিয়াই পেলাই ধুই গুছি আহিল। বৰপেটাত সোমাই গুৰুজনত (শ্ৰীমন্ত মাধৱদেৱ) কলেহি সেৱাকৈ। গুৰুজনে পৰম সন্তোষ হৈ বোলে মোৰ শ্ৰীশংকৰদেৱৰ পুত্ৰহে হোৱা...। ভকতসকলে পূজো ফুলে জলে তুষ্ট হয় তাতে খাই। অভকতে যদি নানা দ্ৰব্য দেয়, তাতে মোৰ স্পৃহা নাই।' (পৃষ্ঠা ৫০২-৫০৩)।

আকৌ ৰামৰায় কৃত গুৰুলীলাত কোৱা হৈছে যে— 'দামোদৰ পূৰ্বদিশে বংশীক স্থাপিলা/শ্ৰৱণ কীৰ্ত্তন ধৰ্ম তথা প্ৰবৰ্ত্তালা / ভগবান দেৱ বোলে লোক নিৰন্তৰ / দক্ষিণত স্থাপি লৈলা সন্ত ভূষণক / পশ্চিমত থৈৰ পাছে বলয়ে দেৱক। ক'ত দিন মধ্যে থাকি দেৱ দামোদৰ। শ্ৰৱণ কীৰ্ত্তন ধৰ্ম বঢ়াইলা বিস্তৰ (পদ ২৭২-২৭৩)।' একেখন পুথিৰে আন এঠাইত কোৱা হৈছে—

'আৰু এক কথা কহো শুনিয়ে বচন / চাৰিদিশে চাৰিজন কৈলো নিয়োজন।।/

যাৰ নাম ভগবান পৰম মহন্ত।... উত্তৰ দিশত তাহ্ন কৈলে নিয়োজন। /
দক্ষিণক কৈলো সন্তয়ে ভূষণ।।/ (পদ ৭৯৬-৭৯৭)।

সত্ৰ স্থাপনৰ প্ৰায় ডেৰশ বছৰ পাছত ১৭২৪ খ্ৰীষ্টাব্দত আহোম স্বৰ্গদেউ শিৱসিংহৰ ৰাজত্ব কালত গঁৰৈমাৰী সত্ৰৰ সু-পৰিচালনাৰ বাবে ৪৪০ পুৰা মাটি ধৰ্মোত্তৰ হিচাপে দিয়া বুলি জনা যায়। কথা গুৰু চৰিত মতে গঁৰৈমাৰী সত্ৰৰ ঠাই ডোখৰক পলাশগুৰি বুলিও জনা যায়।

## আউনীআটী সত্ৰ

উত্তৰ গুৱাহাটীত অৱস্থিত। মাজুলীৰ ঐতিহাসিক আউনীআটী সত্ৰৰ শাখা সত্ৰ। ব্ৰহ্ম সংহতিৰ আউনীআটী সত্ৰৰ এই শাখা সত্ৰ কমলদেৱ অধিকাৰৰ দিনত ১৯১৪ খ্ৰীষ্টাব্দত স্থাপন কৰা হয়। পূৰ্বতে সত্ৰখন গুৱাহাটীৰ ভৰলুমুখত স্থাপন কৰা হৈছিল। স্থাপন হোৱা কালৰে পৰাই আউনীআটী সত্ৰই বৈষ্ণৱ ধৰ্মীয় পৰম্পৰাৰ ঐতিহ্য বহন কৰি আহিছে।

## উৰপোত সত্ৰ

কামৰূপ জিলাৰ অন্তৰ্গত পলাশবাৰীৰ পৰা প্ৰায় ১০ কিলোমিটাৰ নিলগত অৱস্থিত অসমৰ প্ৰাচীন ঐতিহ্যমণ্ডিত মহাপুৰুষীয়া সত্ৰসমূহৰ অন্যতম উৰপোত সত্ৰ। সত্ৰত মহাপুৰুষ মাধৱদেৱৰ পদশিলা আছে। মাধৱ গুৰুৰ আজ্ঞানুসৰি চতুৰ্ভুজ ঠাকুৰে ঠাইখণ্ড সত্ৰৰ উপযোগী বুলি বিবেচনা কৰি পাছত সত্ৰ প্ৰতিষ্ঠা কৰা হয়।

## খিদিৰ পুখুৰী সত্ৰ

কামৰূপ জিলাৰ ছয়ানী মৌজাত অৱস্থিত প্ৰাচীন গৃহস্থী গোসাঁইৰ সত্ৰ। সত্ৰখন দামোদৰী পন্থাৰ।

## হেৰেমদ সত্ৰ

পলাশবাৰীৰ পৰা প্ৰায় ১২ কিলোমিটাৰ নিলগত বৈষ্ণৱ সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ হেৰেমদ সত্ৰ অৱস্থিত। ঐতিহাসিক হেৰেমদ সত্ৰ স্থাপন কৰে পঢ়িয়া মাধৱ আতাই। সত্ৰত মাধৱগুৰুৰ পদশিলা আছে। হেৰেমদ সত্ৰ মাধৱ গুৰুৱেই কিছুদিন আছিল বুলি জনা যায়।

## শিকাৰহাটী সত্ৰ

ঐতিহ্যমণ্ডিত দক্ষিণপাৰৰ শিকাৰহাটী সত্ৰ চতুৰ্ভুজ ঠাকুৰৰ আজ্ঞানুসৰি শিকাৰহাটী সত্ৰ

স্থাপন কৰা হয়। কেৱলীয়া ব্ৰাহ্মণ গোসাঁইৰ ঐতিহ্যমণ্ডিত শিকাৰহাটী সত্ৰত অক্ষয় বন্তি প্ৰজ্বলিত হৈ আছে।

## বটাকুছি সত্ৰ

কামৰূপ জিলাৰ অন্তৰ্গত ঘগ্ৰাপাৰৰ পৰা প্ৰায় ১০ কিলোমিটাৰ দক্ষিণে কলাগৰৰ সমীপত প্ৰাচীন আৰু ঐতিহাসিক বটাকুছি সত্ৰ। সত্ৰখন দামোদৰীয়া সত্ৰ। ধৰ্মাচাৰ্য ভগবানদেৱৰ দ্বাৰা বটাকুছি সত্ৰ স্থাপন কৰা হয়।

## বুনা সত্ৰ

কামৰূপ জিলাৰ অন্তৰ্গত বৰপেটা চহৰৰ পৰা প্ৰায় ন কিলোমিটাৰ পশ্চিমে প্ৰাচীন আৰু ঐতিহ্যমণ্ডিত বুনা সত্ৰ অৱস্থিত। লেচাকোণীয়া গোবিন্দ আতাৰ বংশধৰ বনমালীদেৱে ঐতিহাসিক বুনা সত্ৰ প্ৰতিষ্ঠা কৰে।

## ভালুকঘাটা সত্ৰ

কামৰূপ জিলাৰ বকোৰ সমীপত ভালুকঘাটাত অৱস্থিত প্ৰাচীন সত্ৰ। ১৮৯৭ খ্ৰীষ্টাব্দৰ বৰভূঁইকঁপৰ পাছত ছমৰীয়াৰ কিছু ভকতে বৰপেটা সত্ৰৰ পৰা বন্তি আনি ভালকুঘাটা সত্ৰ প্ৰতিষ্ঠা কৰে। স্থাপন হোৱা কালৰে পৰাই ভালকুঘাটা সত্ৰই বৈষ্ণৱ ধৰ্মীয় সংস্কৃতিৰ পৰম্পৰা বহন কৰি আহিছে।

## বৰপেটা সত্ৰ

কামৰূপ জিলাৰ অন্তৰ্গত বৰপেটাত বিগত ১৯৫৪ খ্ৰীষ্টাব্দত এই সত্ৰ স্থাপন কৰা হয়। কমলাকান্ত মহন্ত বৰপেটা সত্ৰৰ প্ৰতিষ্ঠাপক।

## বালি সত্ৰ

বৰপেটাৰ দক্ষিণে অৱস্থিত বালি সত্ৰ অসমৰ মহাপুৰুষীয়া সত্ৰসমূহৰ অন্যতম। সত্ৰখন গৃহী ব্ৰাহ্মণ মহন্তৰ। প্ৰতি বছৰে সত্ৰ প্ৰাংগণত মহাপুৰুষসকলৰ তিথি উৎসৱ পালন কৰা হয়।



---

* 'হাজোৰ ইতিহাস'— সমীন কলিতা

ভিতৰ পৃষ্ঠাত

- ☐ দৰং জিলা ঃ এটি পৰিচয়মূলক টোকা
- ☐ মঠ-মন্দিৰ/দেৱালয়

  ○ৰুদ্ৰেশ্বৰ দেৱালয় ○তাম্ৰেশ্বৰ দেৱালয় ○উমানন্দ থান ○মঠাঝাৰৰ মঠ ○মঙলদৈ শিৱ মন্দিৰ ○বুঢ়া গোসাঁইৰ থান ○ভৈৰৱকুণ্ড ○মুক্তেশ্বৰী মন্দিৰ ○নাৰিকলীৰ মন্দিৰ ○শানপাৰা দেৱালয় ○দেউৰাজ দেৱালয় ○ৰঘুনাথ মন্দিৰ ○কামাখ্যা থান ○শিঙিমাৰী মঠ ○মুৰাদেওৰ মন্দিৰ ○দেৱালখণ্ডা মাধৱ গোসাঁই থান

- ☐ সত্ৰ/সচং

  ○খটৰা সত্ৰ ○শলগুৰি সত্ৰ ○বিশ্ব সত্ৰ ○ডালা সত্ৰ ○বৈনাৰাস সত্ৰ ○দেবানন্দ সত্ৰ ○কায়কুৰা নামঘৰ ○কমড়াজুলি সত্ৰ ○ৰত্নাৱলী সত্ৰ ○পাথৰিঘাট সত্ৰ ○কনমাজা সত্ৰ ○পালাভিটা ○খৈৰাবাৰী সত্ৰ ○বামুণী সত্ৰ ○হৰিপুৰ সত্ৰ ○দিহিং সত্ৰ ○মাজবাট সত্ৰ ○ভৱদেৱ সত্ৰ ○খাটিকুছি সত্ৰ ○গির্জা

## দৰং জিলা (অবিভক্ত) ঃ এটি পৰিচয়মূলক টোকা

বিগত ১৯৮৩ খ্ৰীষ্টাব্দৰ ১ জুলাইত জিলাৰ মৰ্যাদা লাভ কৰা অসমৰ শাসনাধিষ্ঠিত জিলাসমূহৰ ভিতৰত দৰং জিলা অন্যতম। মঙলদৈ আৰু ওদালগুৰি দুটা মহকুমাক সাঙুৰি লোৱা দৰং জিলাৰ চাৰিসীমা বুলিলে উত্তৰে ভূটান আৰু অৰুণাচল প্ৰদেশ, দক্ষিণে কামৰূপ আৰু নগাঁও জিলা, পূবে শোণিতপুৰ জিলা আৰু পশ্চিমে কামৰূপ জিলা। অলপতে জিলাখন বিভক্ত হৈ ওদালগুৰি আৰু ভেৰগাঁও দুটা মহকুমাসহ ওদালগুৰি জিলা (বিটিএডিৰ অধীনত) গঠিত হয়।

দৰং জিলাৰ মুঠ মাটিকালি ৩,৪৮১ বৰ্গ কিলোমিটাৰ আৰু মুঠ জনসংখ্যা ১৫,০৩,৯৪৩ (২০০১




চনৰ লোকপিয়ল অনুসৰি)। জিলাখনৰ দক্ষিণ সীমাৰে ব্ৰহ্মপুত্ৰ প্ৰবাহিত হৈ আছে। জিলাখনৰ মাজেদি প্ৰবাহিত নৈ-উপনৈসমূহৰ ভিতৰত বৰনদী, নলৈ, নোবানৈ, জীয়াধনশিৰি, মঙলদৈ আদিয়েই প্ৰধান। বঠা আৰু বৌমাৰি দুখন ঐতিহাসিক বিল।

দৰং নামৰ উৎপত্তি সম্পৰ্কে বিভিন্ন মত পোৱা যায়। কোনো কোনোৰ মতে সংস্কৃত শব্দ 'দ্বাৰম'ৰ পৰা দৰং শব্দৰ উৎপত্তি হয়, যাৰ অৰ্থ 'দুৱাৰ'। আকৌ কোনো কোনোৰ মতে 'দেৱৰংগ' শব্দৰ পৰা দৰং শব্দৰ উৎপত্তি হয়, যাৰ অৰ্থ 'ভগবানৰ লীলাভূমি'। পণ্ডিত স্বৰ্গীয় দিনেশ্বৰ শৰ্মাৰ মতে দৰং শব্দৰ উৎপত্তি হয় 'দৰঙ্গ' শব্দৰ পৰা। প্ৰাচীন কালত দৰং অঞ্চলৰ শাসনভাৰ বিভিন্ন সময়ত চুতীয়া, বড়ো-কছাৰী আৰু ভূঞাসকলৰ অধীনত আছিল। দৰং অঞ্চলৰ ঐতিহাসিক নিকা ছবি এখন প্ৰতিফলিত হয় ১৬শ শতিকাত। ১৫৮১ শকত কোচ ৰজা নৰনাৰায়ণৰ ভতিজা ৰঘুদেৱে ৰাজত্ব কৰিছিল। কোচ ৰজা বলিনাৰায়ণৰ মৃত্যুৰ পাছত ১৯৭২ খ্ৰীষ্টাব্দত আহোমসকলে দৰং অঞ্চলত সাম্ৰাজ্য স্থাপন কৰিছিল।

ওদালগুৰি মহকুমাৰ কিছু পাহাৰীয়া অঞ্চলক বাদ দি সাধাৰণভাৱে জিলাখনক সমতল ভূমি হিচাপে ধৰিব পাৰি। অৰ্থনৈতিক দিশত জিলাখন কৃষিৰ ওপৰতে নিৰ্ভৰশীল। জিলাখনৰ প্ৰধান কৃষিজাত সামগ্ৰীসমূহৰ ভিতৰত ধান, সৰিয়হ, কুঁহিয়াৰ, মৰাপাট আদিয়েই প্ৰধান। ইয়াৰ উপৰি জিলাখন প্ৰায় ৩০খনৰো অধিক চাহ বাগিচাই অৰ্থনৈতিক দিশটোক প্ৰভাৱান্বিত কৰি আহিছে। বনাঞ্চলসমূহৰ পৰা উৎপাদিত বনজ সম্পদৰাজিয়ে জিলাখনত আৰ্থ-সামাজিক দিশত বিশেষ অৰিহণা আগবঢ়াই আহিছে।

শৈক্ষিক দিশতো জিলাখন পিছপৰা নহয়। জিলাৰ মুঠ জনসংখ্যাৰ ৫৫.৯২ শতাংশই সাক্ষৰ। ইয়াৰ উপৰি জিলাখনত পৰিদৃশ্যমান হোৱা প্ৰাচীন পুৰাতাত্ত্বিক সম্পদ আৰু

ঐতিহাসিক বৈষ্ণৱ সত্ৰসমূহে জিলাখনৰ কলা-সংস্কৃতিৰ লগতে প্ৰাচীন কালৰে পৰাই এক ধৰ্মীয় পৰম্পৰা আৰু সম্প্ৰীতিৰ সাক্ষৰ বহন কৰিছে।

## ৰুদ্ৰেশ্বৰ দেৱালয়

প্ৰাচীন তথা ঐতিহ্যমণ্ডিত ৰুদ্ৰেশ্বৰ দেৱালয় বৰ্তমান দৰং জিলাৰ দিপিলা মৌজাৰ অন্তৰ্গত মাহৰিপাৰা গাঁৱত অৱস্থিত। দেৱালয়ৰ নিৰ্মাণ সম্পৰ্কত বিশেষ ঐতিহাসিক সমল বিচাৰি পোৱা নাযায়। ৰুদ্ৰেশ্বৰ দেৱালয় সম্পৰ্কত পি. ডি. চৌধুৰীৰ 'Archaeology in Assam' পুথিখনত এইদৰে পোৱা যায়— 'A temple enshrining a Siva Linga. Not known when erected.'। জনশ্ৰুতি মতে পূৰ্বতে ঠাইখন হাবি-জংগলেৰে পৰিপূৰ্ণ আছিল। এজনী গাই গৰুৱে নিতৌ হাবি-জংগলেৰে পৰিপূৰ্ণ ঠাইত দুগ্ধ দান কৰে। পাছত সন্ন্যাসী এজনে স্বপ্নাদেশক্ৰমে গাঁৱৰ ৰাইজক লগোৱাত হাবি-জংগল পৰিষ্কাৰ কৰি সেই ঠাইত শিৱলিংগটো আৱিষ্কাৰ কৰে আৰু তাত এটি মন্দিৰ সাজে। দেৱালয়ৰ সু-পৰিচালনাৰ বাবে আহোম স্বৰ্গদেউ গৌৰীনাথ সিংহৰ অনুমোদনক্ৰমে ১৭৮৬ খ্ৰীষ্টাব্দত তাম্ৰফলিসহ ১৬০ পুৰা ভূমিদান কৰাৰ কথা জনা যায়। দেৱালয় প্ৰাংগণত দৈনন্দিন পূজা-পাঠ কৰাৰ উপৰি শিৱৰাত্ৰি, দৌল উৎসৱ, মনসা পূজা, দুৰ্গা পূজা আদি ধৰ্মীয় উৎসৱ পালন কৰা হয়।

## তাম্ৰেশ্বৰ দেৱালয়

খৈৰাবাৰীৰ পৰা প্ৰায় তিনি কিলোমিটাৰ উত্তৰে ঐতিহাসিক তাম্ৰেশ্বৰ দেৱালয়। তাম্ৰেশ্বৰ দেৱালয় আৰু ৰুদ্ৰেশ্বৰ দেৱালয় দুয়োখনেই সমসাময়িক। দেৱালয়ৰ নিৰ্মাণ সম্পৰ্কত ঐতিহাসিক সমল বিচাৰি পোৱা নাযায়। ৰাজপৃষ্ঠপোষকতা লাভ কৰা তাম্ৰেশ্বৰ দেৱালয়ত দৈনন্দিন পূজা-অৰ্চনা কৰা হয়।

## উমানন্দ থান

দৰং জিলাৰ চিনকোনা মৌজাত এটি ভগ্ন মন্দিৰৰ অৱশিষ্ট পোৱা যায়। ইয়াৰ প্ৰাচীন মন্দিৰ কোনে, কেতিয়া নিৰ্মাণ কৰিছিল তাৰ সবিশেষ পোৱা নাযায়। ১৮৯৭ খ্ৰীষ্টাব্দত বৰ ভুঁইকঁপত ইয়াৰ প্ৰাচীন মন্দিৰ ধ্বংসপ্ৰাপ্ত হয়। প্ৰাচীন মন্দিৰৰ ভগ্নাৱশেষসমূহৰ ভিতৰত বৰ্তমান থানত এটি প্ৰায় বিশ কিলোগ্ৰাম ওজনৰ পুৰণি ঘণ্টা আছে। জনশ্ৰুতি মতে দেৱাদিদেৱ শিৱই উমাৰ স'তে কিছুদিন এই ঠাইত আনন্দেৰে বাস কৰিছিল। সেই

হেতুকেই থানখন উমানন্দ থান হিচাপে পৰিগণিত হৈ পৰে।

## মঠাঝাৰৰ মঠ

বৰ্তমান দৰং জিলাৰ ছিপাঝাৰ মৌজাৰ অন্তৰ্গত মঠাঝাৰ গাঁৱত এটি প্ৰাচীন মন্দিৰৰ ভগ্নাৱশেষ পোৱা গৈছে। এই প্ৰাচীন মন্দিৰ কোনে, কেতিয়া নিৰ্মাণ কৰিছিল তাৰ ইতিহাস সম্বলিত লিখিত বিবৰণ পাবলৈ নাই। প্ৰাচীন মন্দিৰৰ ভগ্নাৱশেষ থকা ঠাইত প্ৰতি বছৰে বিষ্ণু পূজা পতা হয়।

## মঙলদৈ শিৱ মন্দিৰ

মঙলদৈ চহৰৰ সোঁমাজত ঐতিহ্যমণ্ডিত মঙলদৈ শিৱ মন্দিৰ অৱস্থিত। এই মন্দিৰ কোনে, কেতিয়া নিৰ্মাণ কৰিছিল জনা নাযায়। বিগত ১৯৫০ খ্ৰীষ্টাব্দ মানত এটি শিৱলিংগৰ ওপৰত বৰ্তমানৰ পকী মন্দিৰটো নিৰ্মাণ কৰা হয়। মন্দিৰত দৈনন্দিন পুৰোহিতৰ দ্বাৰা শিৱ দেৱতাৰ পূজা-অৰ্চনা কৰা হয়। ইয়াৰ উপৰি শিৱৰাত্ৰি, দৌলোৎসৱ আদি ধৰ্মীয় উৎসৱ-পাৰ্বণ পালন কৰা হয়।

## বুঢ়া গোসাঁইৰ থান

দৰং জিলাৰ চুতীয়াপাৰা গাঁৱৰ উত্তৰ-পূৱ কোণত অৱস্থিত প্ৰাচীন আৰু মহিমামণ্ডিত বুঢ়া গোসাঁই থান। বহু বছৰ ধৰি থানখন পৰিত্যক্ত অৱস্থাত আছিল যদিও বিগত ১৯৭৮ খ্ৰীষ্টাব্দত মন্দিৰ নিৰ্মাণ কৰি পূজা-পাতল কৰি অহা হৈছে। বিদিত আছে যে ৰজা আৰিমত্তই এই থানৰ মন্দিৰ নিৰ্মাণত পৃষ্ঠপোষকতা কৰি দুটা পুখুৰী খন্দায়। পুখুৰী দুটা বামুণ পুখুৰী আৰু হাড়ি পুখুৰী নামেৰে নামকৰণ কৰা হয়। পূৰ্বতে হেনো থানৰ পুখুৰীত বিয়া-সবাহৰ কাৰণে কাঁহৰ বাচন-বৰ্তন আদিও পোৱা গৈছিল। আগদিনাখন নৈবেদ্য দি মাগিলে ৰাতি নাও এখনত বাচন-বৰ্তন পোৱা যায়। বিয়া বা সবাহৰ শেষত আকৌ যথাস্থানত বস্তুখিনি ঘূৰাই দিব লাগে। কোনোবা এজনে এনেকৈ বাচন-বৰ্তন লৈ এপদ ঘূৰাই নিদিয়াত আৰু বাচন-বৰ্তন নোপোৱা হ'ল। থানত দৈনন্দিন অনেক ভক্তৰ আগমন হয়। প্ৰতি বছৰে থানত শিৱৰাত্ৰি মেলা পতা হয়।

## ভৈৰৱকুণ্ড

ওদালগুৰিৰ পৰা প্ৰায় ১৪ কিলোমিটাৰ নিলগত এটি প্ৰাচীন কুণ্ড বিদ্যমান। এই প্ৰাচীন

কুণ্ডটোকেই ভৈৰৱকুণ্ড বুলি কোৱা হয়। প্ৰাচীন এই ভৈৰৱকুণ্ডৰ সমীপতে কোচ ৰজা নৰনাৰায়ণ আৰু চিলাৰায়ে ত্ৰিশূল দেৱীৰ মন্দিৰ নিৰ্মাণ কৰে। প্ৰকৃতিৰ নৈসৰ্গিক সৌন্দৰ্য আৰু ধৰ্মীয় ভাবানুভূতিয়ে ভৈৰৱকুণ্ডলৈ অনেক ভক্ত আৰু পৰ্যটকক আকৰ্ষণ কৰি আহিছে।

## মুক্তেশ্বৰী মন্দিৰ

দৰং জিলাৰ মঙলদৈৰ আম্বাগাঁও মৌজাত মুক্তেশ্বৰী মন্দিৰ অৱস্থিত। এই মন্দিৰ কোনে, কেতিয়া নিৰ্মাণ কৰিছিল তাৰ ঐতিহাসিক সমল বিচাৰি পোৱা নাযায়। মন্দিৰ প্ৰাংগণত স্থানীয় লোকে সাতদিনীয়া কাৰ্যসূচীৰে 'পদ্মাৱতী' দেৱীৰ পূজা পালন কৰে।

## নাৰিকলীৰ মন্দিৰ

দৰং জিলাৰ ছিপাঝাৰৰ পশ্চিমে গুৱাহাটীলৈ অহা পথৰ বাঁওফালে এটি প্ৰাচীন মন্দিৰৰ ভগ্নাৱশেষ আছিল। এই ঠাইৰ প্ৰাচীন মন্দিৰৰ নিৰ্মাণ সম্পৰ্কত ঐতিহাসিক সমল বিচাৰি পোৱা নাযায়। বৰ্তমান প্ৰাচীন মন্দিৰৰ ঠাইতে স্থানীয় লোকে আকৰ্ষণীয় ৰূপত এটি মন্দিৰ নিৰ্মাণ কৰিছে। বৰ্তমান মন্দিৰৰ মণিকূট আৰু নামঘৰসহ প্ৰৱেশদ্বাৰৰ তোৰণ আটকধুনীয়া ৰূপত নিৰ্মিত। মন্দিৰ প্ৰাংগণত বুলনিঘৰ আৰু এটি ধুনীয়া পুখুৰীও আছে। মন্দিৰত দৈনন্দিন অনেক ভক্তৰ সমাগম পৰিলক্ষিত হয়।

## শানপাৰা দেৱালয়

ছিপাঝাৰৰ পৰা প্ৰায় পাঁচ কিলোমিটাৰ নিলগত ঐতিহাসিক শানপাৰা দেৱালয় অৱস্থিত। দেৱালয়ৰ বিগ্ৰহত শিৱ আৰু দুৰ্গা মূৰ্তি আছে। এই মন্দিৰ কোনে, কেতিয়া নিৰ্মাণ কৰিছিল তাৰ ঐতিহাসিক সমল বিচাৰি পোৱা নাযায়। কোৱা হয় যে পালবংশী ৰজাসকলৰ ৰাজত্ব কালত এই মন্দিৰ নিৰ্মাণ কৰা হয়। দেৱালয়ৰ বাৰ্ষিক উৎসৱৰ ভিতৰত জেঠ মাহত উদ্‌যাপিত পানীতোলা উৎসৱেই প্ৰধান। দেৱালয়ৰ সমীপত থকা পুখুৰীৰ পৰা পানী তুলি ভক্তসকলে বসন্ত পূজা কৰে।

## দেউৰাজ দেৱালয়

ছিপাঝাৰৰ পশ্চিমে লোক্ৰাই অঞ্চলত অতি প্ৰাচীন দেউৰাজ দেৱালয় অৱস্থিত। ইয়াত এটি প্ৰাচীন মন্দিৰৰ ভগ্নাৱশেষ পোৱা যায়। প্ৰাচীন মন্দিৰৰ ভগ্নাৱশেষসমূহৰ ভিতৰত

এডোখৰ সুবিশাল শিলেই প্ৰধান। প্ৰাচীন ভগ্ন মন্দিৰৰ স্থানতে ভক্তবৃন্দই পূজা-পাতল কৰি আহিছে।

## ৰঘুনাথ মন্দিৰ

দৰং জিলাৰ দিপিলা মৌজাত ঐতিহাসিক ৰঘুনাথ মন্দিৰ অৱস্থিত। খটৱা সত্ৰৰ প্ৰাচীন ৰঘুনাথ মন্দিৰ নিৰ্মাণ কৰা হয় সম্ভৱতঃ ১৫-১৬শ শতিকাত। মন্দিৰত ৰাম, সীতা, লক্ষ্মণ, হনুমানৰ চাৰিটা মূৰ্তি বিদ্যমান। মূৰ্তি চাৰিটা মহাপুৰুষ মাধৱদেৱৰ সময়ৰ।

## কামাখ্যা থান

কামাখ্যা থান দৰং জিলাৰ অন্তৰ্গত কলাইগাঁও মৌজাৰ লখিমপুৰ গাঁৱত অৱস্থিত। ইয়াত এটি প্ৰাচীন মন্দিৰৰ ভগ্নাৱশেষ পোৱা যায়। এই প্ৰাচীন মন্দিৰৰ নিৰ্মাণ সন্দৰ্ভত ঐতিহাসিক সমল পোৱা নাযায়। থানত কোনো বিগ্ৰহ নাই। মাত্ৰ তান্ত্ৰিক পূজা মণ্ডপ সদৃশ শিলত খোদিত মূৰ্তিহে আছে। বৰ্তমানো স্থানীয় বাসিন্দাসকলে থানত পূজা-পাঠ কৰি আহিছে।

## শিঙিমাৰী মঠ

ছিপাঝাৰৰ সমীপত এটি প্ৰাচীন কালী মন্দিৰৰ ভগ্নাৱশেষ পোৱা গৈছে। এই প্ৰাচীন মন্দিৰ কোনে, কেতিয়া নিৰ্মাণ কৰিছিল তাৰ সবিশেষ জনা নাযায়। ভূমিকম্প বা আন প্ৰাকৃতিক দুৰ্যোগত ইয়াৰ প্ৰাচীন মন্দিৰ ধ্বংসপ্ৰাপ্ত হয়। প্ৰাচীন মন্দিৰৰ আন্তঃগাঁথনিৰ ওপৰতে স্থানীয় ৰাইজে ন-কৈ এটি মন্দিৰ নিৰ্মাণ কৰি পূজা-পাতল চলাই আহিছে।

## মুৰাদেওৰ মন্দিৰ

বৰ্তমান দৰং জিলাৰ অন্তৰ্গত কলাইগাঁও মৌজাত ঐতিহ্যমণ্ডিত আৰু প্ৰাচীন মুৰাদেওৰ মন্দিৰ অৱস্থিত। আনুমানিক ১৬শ শতিকাত নিৰ্মাণ কৰা মুৰাদেওৰ মন্দিৰ সম্পৰ্কত পি. ডি. চৌধুৰীৰ 'Archaeology in Assam' পুথিখনত এইদৰে পোৱা যায়— 'It is in Kalaigaon. It is said Goddess Kamakhya knocked off the head of Kendukalai, the priest of Naranarayan. The Koch king built this temple to perpetuate the memory of his priest'। মন্দিৰৰ আন্তঃগাঁথনি আৰু স্থাপত্য-ভাস্কৰ্যসমূহৰ পৰা কোনো কোনো প্ৰত্নতাত্ত্বিকে মুৰাদেওৰ মন্দিৰ বৌদ্ধ যুগত নিৰ্মিত বুলি অনুমান কৰে।

## দেৱালখণ্ডা

মাজবাট ৰে'ল ষ্টেচনৰ সমীপত দেৱালখণ্ডাত শিলত খোদিত দেৱ-দেৱীৰ মূৰ্তি খনন কাৰ্য চলাওতে আৱিষ্কাৰ হয়। শিলত খোদিত স্থাপত্য-ভাস্কৰ্যসমূহৰ ইতিহাস পাৱলৈ নাই। বৰ্তমানো দেৱালখণ্ডাত আৱিষ্কৃত মূৰ্তিত পূজা-পাতল চলি আহিছে।

## মাধৱ গোসাঁই থান

বৌতা ৰে'ল ষ্টেচনৰ পৰা প্ৰায় দহ কিলোমিটাৰ দক্ষিণে পূব দ'লগাঁও মৌজাত ঐতিহাসিক মাধৱ গোসাঁই থান। থানৰ মূল বিগ্ৰহত শিৱলিংগ বিদ্যমান। থানৰ শিৱলিংগক মাধৱ গোসাঁই বুলি জনা যায়। থানৰ প্ৰাচীন ইটাৰে নিৰ্মিত মন্দিৰ ১৮৯৭ খ্ৰীষ্টাব্দৰ বৰভূঁইকঁপত ধ্বংসপ্ৰাপ্ত হয়। ভগ্নাৱশেষ আৰু স্থাপত্য-ভাস্কৰ্যসমূহৰ পৰা থানৰ প্ৰাচীন মন্দিৰ দশম শতিকা আৰু ১৫শ শতিকাৰ বুলি প্ৰত্নতাত্ত্বিকসকলে অনুমান কৰিছে। থানত দৈনন্দিন পূজা-অৰ্চনাৰ উপৰি প্ৰতি বছৰে শিৱৰাত্ৰি পালন কৰা হয়।

## গিৰ্জা

দৰং জিলাৰ অন্তৰ্গত মঙলদৈত এংগলিকান সম্প্ৰদায়ৰ ছেইন্ট অল গিৰ্জা আৰু বেপ্টিষ্টসকলৰ হৰিশিঙা গিৰ্জা আছে।

## সত্ৰ/সচং

### খটৰা সত্ৰ

দৰং জিলাৰ মঙলদৈ চহৰৰ পৰা প্ৰায় বিশ কিলোমিটাৰ উত্তৰ-পশ্চিম প্ৰান্তত অৱস্থিত অসমৰ প্ৰাচীন তথা বৈষ্ণৱ সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ খটৰা সত্ৰ অৱস্থিত। মাধৱ গুৰুৰ আজ্ঞানুসৰি লেচাকোণীয়া গোবিন্দ আতাই ১৫৬৮ খ্ৰীষ্টাব্দত খটৰা সত্ৰ প্ৰতিষ্ঠা কৰে। বৰ্তমান খটৰা সত্ৰৰ ঠাইখণ্ড পূৰ্বতে হাবি-জংগলেৰে পৰিপূৰ্ণ আছিল। এই ঠাইত 'খট' নামৰ এটি জাতিয়ে বসবাস কৰি আছিল। 'খট'সকলে বলি-বিধানসহ দেৱ-দেৱীৰ পূজা-পাতল কৰিছিল। গোবিন্দ আতায়ে এই ঠাইতেই কীৰ্তনঘৰ সহ সত্ৰ স্থাপন কৰাত ধৰ্ম প্ৰচাৰৰ ক্ষেত্ৰত খটসকলৰ পৰা বাধাৰ সন্মুখীন হৈছিল। পাছত মাধৱ গুৰুৱে অযোধ্যাৰ পৰা অনা ৰাম, লক্ষ্মণ, সীতা আৰু হনুমানৰ মূৰ্তি চাৰিটা আনি সত্ৰত স্থাপন কৰে। মূৰ্তি চাৰিটা স্থাপন কৰি খটসকলৰ দৰ্প হৰণ কৰা হেতুকে সত্ৰখন খট-হৰা আৰু কালক্ৰমত খটৰা সত্ৰ হিচাপে পৰিগণিত হৈ পৰে।

সত্ৰৰ ঐতিহাসিক সম্পদসমূহৰ ভিতৰত এখন 'বৰফলি' আৰু এখন 'বৰকাকত' আছে। ১৮৯৭ খ্ৰীষ্টাব্দৰ বৰভূঁইকঁপত খটৰা সত্ৰৰ কীৰ্তনঘৰ আৰু নামঘৰৰ বিস্তৰ ক্ষতিসাধন হয়। পাছত পুনৰ নিৰ্মাণ কৰা হয়। সত্ৰত সত্ৰাধিকাৰৰ ব্যৱস্থা নাই। সম্পূৰ্ণ গণতান্ত্ৰিক পদ্ধতিৰে সমিতিৰ দ্বাৰা সত্ৰৰ পৰিচালনাৰ কাম-কাজ কৰা হয়।



জন্ম লগ্নৰে পৰা খটৰ সত্ৰই কলা-সংস্কৃতিৰ লগতে ধৰ্মীয় ঐতিহ্য বহন কৰি আহিছে। ৰাজপৃষ্ঠপোষকতা লাভ কৰা খটৰা সত্ৰই দধি মথন নৃত্য, গায়ন-বায়ন, জোৰা খোলৰ গাৰি বাগৰ নৃত্য আদি কলা-সংস্কৃতি পৰম্পৰাগতভাৱে চৰ্চা কৰি আহিছে। সত্ৰৰ প্ৰাংগণত দৈনন্দিন চৈধ্য প্ৰসংগৰ উপৰি থিয় নাম, ঝুমুৰা নৃত্য, অংকীয়া ভাওনা, বৰগীত, খুলীয়া ভাওনা আদিও প্ৰচলিত পৰম্পৰাগত সংস্কৃতি। সত্ৰত প্ৰতি বছৰে পচতি, দৌলোৎসৱ, ব'হাগ মাহৰ পূৰ্ণিমা তিথিত বৰগোপিনী সভা, বৰসভা, গোবিন্দ আতাৰ তিৰোভাব তিথি, শ্ৰীকৃষ্ণৰ জন্মাষ্টমী, নন্দোৎসৱ আদি বৰ আড়ম্বৰপূৰ্ণভাৱে উদ্‌যাপন কৰা হয়। ভাদ আৰু আহিন মাহৰ সংক্ৰান্তিৰ দিনা উদ্‌যাপন কৰা পচতি উৎসৱত সত্ৰৰ প্ৰাংগণত অনেক ভক্তৰ সমাগম পৰিলক্ষিত হয়।

## শলগুৰি সত্ৰ

খটৰা সত্ৰৰ পৰা প্ৰায় ২ কিলোমিটাৰ উত্তৰে প্ৰাচীন শলগুৰি সত্ৰ অৱস্থিত। ঐতিহাসিক শলগুৰি সত্ৰ প্ৰতিষ্ঠা কৰে ৰঘুনাথদেৱে। বৰ্তমান স্থানীয় ৰাইজৰ তত্ত্বাৱধানত শলগুৰি সত্ৰ সমিতিৰ দ্বাৰা কাম-কাজ সু-পৰিচালনা হৈ আছে। অতীতৰে পৰাই শলগুৰি সত্ৰই বৈষ্ণৱ ধৰ্মীয় ঐতিহ্য বহন কৰি আহিছে।

## বিশ্ব সত্ৰ

অসমৰ প্ৰাচীন আৰু ঐতিহাসিক শাক্ত সত্ৰসমূহৰ ভিতৰত দৰং জিলাৰ হিন্দুঘোপা মৌজাত অৱস্থিত বিশ্ব সত্ৰ অন্যতম। কোচ ৰজাৰ ৰাজপুৰোহিত বেদবিসৰ্গ ভট্টাচাৰ্যৰ বংশধৰ

দেৱী সাধক বিশ্বৰূপ ভট্টাচাৰ্যৰ যোগ ঐশ্বৰ্যত প্ৰভাৱান্বিত হৈ অষ্টম দৰঙী ৰজা বিষ্ণুনাৰায়ণে ধৰ্মোত্তৰ ভূমি সহ দাস-দাসী, পূজাৰ সামগ্ৰী আদিৰে বৰ্তমানৰ হিন্দুযোগা মৌজাত বিশ্বৰূপ ভট্টাচাৰ্যক সত্ৰ প্ৰতিষ্ঠা কৰাই দিয়ে। বিশ্বৰূপ ভট্টাচাৰ্যৰ নামানুসৰি সত্ৰখন বিশ্ব সত্ৰ হয়। বিশ্ব সত্ৰৰ নাম অনুসৰি গাঁওখন বিশ্ব সত্ৰ হিচাপে পৰিগণিত হৈ পৰে। আহোম স্বৰ্গদেউ ৰাজেশ্বৰ সিংহই বিশ্বৰূপৰ নাতি দৈত্যাৰিক ধৰ্মোত্তৰ ভূমি দান কৰে। সত্ৰ প্ৰাঙ্গণত দৈনন্দিন পূজা-পাঠ কৰাৰ উপৰি দুৰ্গাপূজা, লক্ষ্মীপূজা, সৰস্বতী পূজা আদি দেৱ-দেৱীৰ পূজা-অৰ্চনা কৰা হয়।

## ডালা সত্ৰ

হৰিদেৱী সত্ৰ। ঐতিহ্যমণ্ডিত ডালা সত্ৰ টংলাৰ সমীপত ডালাত অৱস্থিত। ধৰ্মাচাৰ্য শ্ৰীশ্ৰীহৰিচৰণদেৱৰ নাতি হৰি মিশ্ৰই নলবাৰীৰ জাগাৰা সত্ৰত সত্ৰাধিকাৰ হৈ থকা সময়তে গোবিন্দ মিশ্ৰই এই সত্ৰ প্ৰতিষ্ঠা কৰে। জন্মলগ্নৰে পৰাই ডালা সত্ৰই বৈষ্ণৱ ধৰ্মীয় ঐতিহ্য বহন কৰি আহিছে।

## বৈনাৰাস সত্ৰ

ধৰ্মাচাৰ্য হৰিচৰণদেৱৰ বংশজ মথুৰা মোহনদেৱে বৈনাৰাস সত্ৰ স্থাপন কৰে। বৰ্তমান মূল সত্ৰৰ লগত বৈনাৰাস সত্ৰৰ যোগাযোগ বিচ্ছিন্ন হৈছে। সত্ৰখন হৰিদেৱী সত্ৰ।

## দেৱানন্দ সত্ৰ

দৰং জিলাৰ মঙলদৈ চহৰৰ পৰা প্ৰায় পোন্ধৰ কিলোমিটাৰ নিলগত প্ৰাচীন আৰু ঐতিহ্যমণ্ডিত দেবানন্দ সত্ৰ বিদ্যমান। দামোদৰীয়া এই সত্ৰখন কোনে, কেতিয়া প্ৰতিষ্ঠা কৰিছিল জনা নাযায়। দেবানন্দ সত্ৰৰ বংশাৱলীৰ উদ্ধৃতি দি ড° মহেশ্বৰ নেওগ সম্পাদিত 'পবিত্ৰ অসম' পুথিত এইদৰে লিখিছে— 'সত্ৰৰ বংশাৱলী মতে জনা যায় কান্যকুব্জৰ ফালৰ পৰা অহা ৰামানন্দ ব্ৰহ্মচাৰীয়ে পোন প্ৰথমে সত্ৰ আৰম্ভ কৰে। উক্ত ৰামানন্দ ব্ৰহ্মচাৰীয়ে ভৱিষ্যত সত্ৰৰ পৰিচালনাৰ ভাৰ ল'ব পৰা উপযুক্ত সদ ব্ৰাহ্মণৰ ল'ৰা বিচাৰি বৰ্তমান সৰাবাৰী পাটিদৰং গাঁৱৰ পৰা কমলাকান্ত শৰ্মাক আনি সত্ৰৰ অধিকাৰ পাতে। কমলাকান্ত শৰ্মাই ৰজাঘৰৰ পৰা মাটি-বাৰী আৰু শিষ্য আদিক শৰণ-ভজন দিবলৈ অধিকাৰ পাই গোস্বামী উপাধি লিখি সত্ৰাধিকাৰ হয়। কমলাকান্তৰ পাছত তেওঁৰ জ্যেষ্ঠ পুত্ৰ সতানন্দ অধিকাৰ হয়। সতানন্দৰ পুত্ৰ দেৱানন্দৰ দিনতে আহোম ৰজা শিৱ সিংহই সত্ৰৰ নামত তাম্ৰফলি দি বহুত ধৰ্মোত্তৰ-দেৱোত্তৰ ভূমি দান কৰে। তেওঁৰ দিনৰ পৰাই

তেওঁৰ নামানুসাৰে এই সত্ৰৰ নাম দেৱানন্দ সত্ৰ নামে জনাজাত হয়।'

সত্ৰৰ মণিকূট বিগ্ৰহত এটা কচ্ছপৰ ওপৰত অনন্ত বাসুকী নাগ আৰু কোলাত চতুৰ্ভুজ কৃষ্ণৰ মূৰ্তি স্থাপন কৰা আছে। ৰাজপৃষ্ঠপোষকতা লাভ কৰা দেৱানন্দ সত্ৰত পূৰ্বতে বংশানুক্ৰমিক সত্ৰাধিকাৰ পদ্ধতি প্ৰচলিত আছিল যদিও বৰ্তমান সম্পূৰ্ণ গণতান্ত্ৰিক পদ্ধতিৰে সত্ৰ পৰিচালনাৰ কাম-কাজ কৰা হয়। বৰ্তমান সত্ৰ সু-পৰিচালনাৰ বাবে এখন সমিতি গঠন কৰি লোৱা হৈছে।



সত্ৰৰ প্ৰধান আৰু উল্লেখনীয় উৎসৱ-পাৰ্বণসমূহৰ ভিতৰত অন্যতম 'মথেনি' উৎসৱ। আহিন আৰু কাতি মাহৰ সংক্ৰান্তিৰ দিনাখন সত্ৰ প্ৰাংগণত মথেনি উৎসৱ উদ্‌যাপন কৰা হয়। মথেনি উৎসৱ উপলক্ষে সত্ৰ প্ৰাংগণত হোম যজ্ঞ, নাম-প্ৰসংগ আদি কৰা হয়। সত্ৰৰ প্ৰাংগণত উদ্‌যাপন কৰা মথেনি উৎসৱত জাতি, ধৰ্ম, বৰ্ণ নিৰ্বিশেষে সকলো লোকেই উৎসৱত অংশগ্ৰহণ কৰে। মথেনি উৎসৱৰ জৰিয়তে দেৱানন্দ সত্ৰই সমন্বয় আৰু সম্প্ৰীতিৰ স্বাক্ষৰ বহন কৰি আহিছে। ইয়াৰ উপৰি সত্ৰ প্ৰাংগণত জন্মাষ্টমী, পচতি, ৰাস উৎসৱ, বিহু আদি ধৰ্মীয় উৎসৱ পালন কৰা হয়।

## কায়কুৰা নামঘৰ

মাধৱদেৱ প্ৰিয় শিষ্য লেচাকোণীয়া গোবিন্দ আতা। আতা পুৰুষজনা বৈকুণ্ঠগামী হোৱাত এই ঠাইতেই কাঠ সংস্কাৰ কৰা হয়। পাছত ঠাইখণ্ডত এটি কীৰ্তনঘৰ নিৰ্মাণ কৰা হয়। আতা পুৰুষজনাৰ তিথিত নামঘৰত নাম-প্ৰসংগ, কীৰ্তন আদি কৰা হয়।

## কৰঙাজুলি সত্ৰ

দৰং জিলাৰ অন্তৰ্গত খৈৰাবাৰীত মহাপুৰুষীয়া সত্ৰ। খৈৰাবাৰী সত্ৰ স্থাপনৰ পাছত মণিকূটসহ কৰঙাজুলি সত্ৰ স্থাপন কৰা হয়।

## বত্ৰাৱলী সত্ৰ

খটৰা সত্ৰৰ পাছত স্থাপন কৰা প্ৰাচীন মহাপুৰুষীয়া সত্ৰ। সত্ৰৰ গুৰু আসনত বত্ৰাৱলী পুথি আছে। সত্ৰৰ প্ৰাংগণত মণিকূটসহ নামঘৰ আছে। প্ৰতি বছৰে মহাপুৰুষসকলৰ আৱিৰ্ভাব আৰু তিৰোভাৱ তিথি উৎসৱ পালন কৰা হয়। আঘোণ মাহত নাগাৰা নাম আৰু জেঠ মাহত বৰসভা পতা হয়। সম্পূৰ্ণ গণতান্ত্ৰিক পদ্ধতিৰে সমিতিৰ দ্বাৰা সত্ৰ পৰিচালনা কৰা হয়।

## পাথৰিঘাট সত্ৰ

বৈষ্ণৱ গুৰু মুজাৰাম মহন্ত আৰু ভকতসকলে বিগত ১৯৫৫ খ্ৰীষ্টাব্দত পাথৰিঘাট সত্ৰ স্থাপন কৰে। পূৰ্বতে হিন্দুঘোপাত সদৌ মঙলদৈ বৰনাটৰ সভা পতা হৈছিল। পাছৰ পৰ্যায়ত সত্ৰ স্থাপন কৰা হয়। সত্ৰ প্ৰাংগণত সাত ব'হাগৰ দিনা বৰসভা পতা হয়। ইয়াৰ উপৰি শংকৰদেৱ আৰু মাধৱদেৱৰ তিথি উৎসৱ পালন কৰা হয়।

## বনমাজা সত্ৰ

মঙলদৈ মহকুমাৰ অন্তৰ্গত হেঙালপাৰা গাঁৱত বনমাজা সত্ৰ অৱস্থিত। বিগত ১৯৪৩ খ্ৰীষ্টাব্দত বৰনাটৰ বৈষ্ণৱ গুৰু মুজাৰাম মহন্ত, কৃষ্ণকান্ত মহন্ত আদিয়ে বনমাজা সত্ৰ প্ৰতিষ্ঠা কৰে। সত্ৰ প্ৰাংগণত মহাপুৰুষ শ্ৰীমন্ত শংকৰগুৰু জনাৰ জন্মোৎসৱ পালন কৰা হয়। জন্মলগ্নৰে পৰাই বনমাজা সত্ৰই বৈষ্ণৱ ধৰ্মীয় সংস্কৃতি আৰু সম্প্ৰীতি বহন কৰি আহিছে।

## পালাভিটা

লেচাকোণীয়া গোবিন্দ আতাৰ প্ৰিয় শিষ্য কৃষ্ণদেৱে গুৰুৰ আজ্ঞানুসৰি পূব দৰঙত ধৰ্ম প্ৰচাৰ কৰি চাৰিদুৱাৰত সত্ৰ প্ৰতিষ্ঠা কৰে। চাৰিদুৱাৰত সত্ৰ প্ৰতিষ্ঠা কৰি জয়দেৱে উভতি আহি সৰাবাৰী মৌজাৰ বৰেৰী গাঁৱত অৱস্থান কৰে। সেই সময়তে গোবিন্দ আতাই জয়দেৱৰ খবৰ ল'বলৈ বুলি এজন ভকতক পঠিয়ায়। ভকতজনে গৈ বৰেৰী গাঁৱত জয়দেৱক লগ পায়। জয়দেৱে ভকতজনৰ স'তে এটি ভিঠাৰ ওপৰত বহি কথা-বতৰা পাতি ৰাতিটো কটায়। পাছদিনা গাঁৱৰ বহুতো লোক আহি জয়দেৱৰ পৰা ধৰ্ম কথা শুনি জয়দেৱত শৰণ-ভজন লয় আৰু কালক্ৰমত সেই ঠাইতেই সত্ৰ এখন গঢ়ি উঠে। এই সত্ৰখনেই পালভিটা সত্ৰ হিচাপে পৰিগণিত হৈ পৰে।

## খেৰাবাৰী সত্ৰ

দৰং জিলাৰ খেৰাবাৰীত মহাপুৰুষীয়া সত্ৰসমূহৰ অন্যতম খেৰাবাৰী সত্ৰ। বৰপেটা সত্ৰৰ দ্বাৰা পৰিচালিত খেৰাবাৰী সত্ৰই সেই অঞ্চলৰ জনজাতীয় লোকসকলৰ মাজত বৈষ্ণৱ ধৰ্মীয় সংস্কৃতিৰ ধাৰা প্ৰবাহিত কৰি আহিছে।

## বামুণী সত্ৰ

দৰং জিলাৰ মঙলদৈ মহকুমাৰ অন্তৰ্গত দুৱৰীপাৰা গাঁৱত ঐতিহাসিক বামুণী সত্ৰ। ঐতিহ্যমণ্ডিত বামুণী সত্ৰ প্ৰতিষ্ঠা কৰে হৰিবৰ আতাই। গৃহস্থী বামুণী সত্ৰখনৰ দুখন শাখা সত্ৰ আছে। ইয়াৰে এখন কামৰূপ জিলাৰ শালমাৰাত আৰু আনখন ডাঁহী মৌজাত।

## হৰিপুৰ সত্ৰ

অসমৰ প্ৰাচীন দামোদৰীয়া সত্ৰৰ অন্যতম দৰং জিলাৰ দিপিলা মৌজাৰ অন্তৰ্গত ঐতিহাসিক হৰিপুৰ সত্ৰ। দৰঙী ৰজাৰ ৰাজপৃষ্ঠপোষকতা লাভ কৰা হৰিপুৰ সত্ৰখনৰ সত্ৰাধিকাৰ প্ৰথা বংশানুক্ৰমিক।

## দিহিং সত্ৰ

ঐতিহ্যমণ্ডিত আৰু প্ৰাচীন দিহিং সত্ৰ মঙলদৈ চহৰৰ দক্ষিণ-পশ্চিম কোণত কুৰুৱাত অৱস্থিত। বিগত ১৭৭২-১৮৩৯ খ্ৰীষ্টাব্দত সত্ৰখন প্ৰতিষ্ঠা কৰে বৃন্দাবন চন্দ্ৰদেৱে।

## মাজবাট সত্ৰ

লেচাকোণীয়া গোবিন্দ আতাৰ পৰিনাতি ৰামদেৱ ঠাকুৰে দৰং জিলাৰ মাজবাটত এই সত্ৰ স্থাপন কৰে।

## ভৱদেৱ সত্ৰ

দৰং জিলাৰ লোক্ৰাই মৌজাত অৱস্থিত দামোদৰীয়া সত্ৰসমূহৰ অন্যতম ভৱদেৱ সত্ৰ। সত্ৰৰ বিগ্ৰহৰ মঠ আদি ন-কৈ নিৰ্মাণ কৰা হৈছে।

## খাটিকুছি সত্ৰ

অনন্তৰাম আতাৰ দ্বিতীয় পুত্ৰই খটৰাত এই সত্ৰ স্থাপন কৰে।

ভিতৰ পৃষ্ঠাত

- নগাঁও জিলা ঃ এটি পৰিচয়মূলক টোকা
- মঠ-মন্দিৰ/দেৱালয়

  ○ভড়ালী নামঘৰ ○নগাঁও শ্মশানঘাট শিৱ মন্দিৰ ○কাৰৈমাৰী ○আমতল ○জগন্নাথ মন্দিৰ ○ডবকা ○মহামায়া মন্দিৰ ○কৃষ্ণাশ্ৰম শিৱ মন্দিৰ ○বুঢ়াগোসাঁই থান ○হোজাই মন্দিৰ ○গোসাঁইজুৰি ○আকাশী গংগা ○গছতল ○মৌদণ্ডা মন্দিৰ ○শান্তিবন ○ন-ভঙাৰ চামুণ্ডা ○মহিষ-মৰ্দিনী দুৰ্গা ○যোগীজানৰ মন্দিৰ ○উৰ্দ্ধ গংগা ○বামুণ গোসাঁই থান ○গণেশ পৰ্বতৰ গণেশ মূৰ্তি ○তেতেলী পুখুৰীৰ মন্দিৰ ○তৰাবছা ○মোলাপট্টি শিৱ থান ○মায়ঙৰ গণেশ ○আমোলাপট্টি সাৰ্বজনীন পূজা মন্দিৰ ○মিকিৰআটি ○মহাদেওশাল ○বসুন্ধৰী পাহাৰ ○মঠৰবৰী ○চাংচকি ○গৰখীয়া থান ○চাপানালাৰ মন্দিৰ ○জীয়াজুৰি মন্দিৰ ○শ্ৰীশ্ৰীমাধৱ থান ○কামাখ্যা দেৱালয় ○বাসুদেৱবাৰী দেৱালয় ○হাতীমুৰা মন্দিৰ ○গোপাল মাধৱ দেৱালয় ○সৌভাগ্য মাধৱ দেৱালয় ○কঁহিয়াবৰৰ শিৱ দেৱালয় ○মাতাজী গুৰুদ্বাৰ ○গিৰ্জা ○মছজিদ

- সত্ৰ/সচং

  ○বৰদোৱা (বটদ্ৰৱা) থান ○ভোলাগুৰি সত্ৰ ○কালাকাটা সত্ৰ ○দিচিয়াল সত্ৰ ○কাথপাৰ সত্ৰ ○চিপহা সত্ৰ ○আধাৰ সত্ৰ ○বালি সত্ৰ ○কুঁজী সত্ৰ ○আইভেটি সত্ৰ ○চামুগুৰি সত্ৰ ○বৰজহা সত্ৰ ○বৰগুৰুদল সত্ৰ ○দিঘেলী সত্ৰ ○ডৌকাচাপৰি সত্ৰ ○জখলাবন্ধা সত্ৰ ○ডোখৰামুখ সত্ৰ ○কুড়িমাৰী সত্ৰ ○কালশিলা সত্ৰ ○লেটুগ্ৰাম সত্ৰ ○নিকামুল সত্ৰ ○মদাৰগুৰি সত্ৰ ○লাইআটি সত্ৰ ○মঠৰবৰি সত্ৰ ○নাচনীপাৰ সত্ৰ ○হেমাৰবৰি সত্ৰ ○ব্ৰহ্মচাৰী সত্ৰ ○কবচুং সত্ৰ ○বালিসত্ৰ ○চাৰিপোতা সত্ৰ ○কুৰুৱাবাহী সত্ৰ ○শ্ৰৱণী সত্ৰ ○গোবিন্দ মিশ্ৰ ○গজলা সত্ৰ ○বাঁহবাৰী সত্ৰ ○হালধিবাৰী সত্ৰ ○শিলডুবি সত্ৰ ○গোণামাৰা সত্ৰ ○খৌৰামোচৰ সত্ৰ ○আঁহতগুৰি সত্ৰ ○মাহৰা সত্ৰ ○মাধতাৰি সত্ৰ ○চৰাইখোৰোং সত্ৰ ○টেঁচা সত্ৰ

## নগাঁও জিলা ঃ এটি পৰিচয়মূলক টোকা

অসমৰ শাসনাধিষ্ঠিত জিলাসমূহৰ ভিতৰত নগাঁও জিলাও এখন। ৩,৮৩১ বৰ্গ কিলোমিটাৰ ভূ-খণ্ড আগুৰি থকা জিলাখনৰ মুঠ জনসংখ্যা ২৩,১৫,৩৮৭ (২০০১ চনৰ লোকপিয়ল অনুসৰি)। নগাঁও, হোজাই আৰু কলিয়াবৰ তিনিটা মহকুমাক সাঙুৰি লৈ গঠিত হোৱা জিলাখনৰ চাৰিসীমা উত্তৰে ব্ৰহ্মপুত্ৰ নদী, দক্ষিণে উত্তৰ কাছাৰ আৰু কাৰ্বি আংলং জিলা, পূবে গোলাঘাট আৰু আৰু কাৰ্বি আংলং জিলা, পশ্চিমে মৰিগাঁও জিলা আৰু কাৰ্বি আংলং জিলা। জিলাখনৰ কিছু পাহাৰীয়া অংশক বাদ দি জিলাখনক সমতল ভূখণ্ড ভিতৰতেই অন্তৰ্ভুক্ত কৰিব পৰা যায়। জিলাৰ অন্তৰ্গত চাপানালাই উল্লেখযোগ্য

জলপ্ৰপাত। ব্ৰহ্মপুত্ৰই হ'ল জিলাখনৰ প্ৰধান নদী আৰু জিলাৰ উত্তৰ ফালেদি প্ৰৱাহিত হৈ আছে। ৰৌমাৰী, মেৰ, মৰিকলং, কাছধৰা, উৰি, ভোগডোবা, সোণডোবা আদি জিলাখনৰ ঐতিহাসিক বিল।




কৃষি, ক্ষুদ্ৰ উদ্যোগ, মীন পালন, পশুপালন আদিয়ে জিলাখনৰ অৰ্থনৈতিক দিশটোক যথেষ্ট প্ৰভাৱান্বিত কৰি আহিছে। শৈক্ষিক দিশতো জিলাখন পিছপৰা নহয়। মুঠ জনসংখ্যাৰ ৬২.২৮ শতাংশই স্বাক্ষৰ। ইয়াৰ ভিতৰত ৬৮.৫২ শতাংশ পুৰুষ আৰু ৫৫.৫৭ শতাংশ মহিলা। জিলাখনত পৰিদৃশ্যমান হোৱা নৱনিৰ্মিত মঠ-মন্দিৰ, প্ৰাচীন ভগ্নাৱশেষ, স্থাপত্য-ভাস্কৰ্য আদিয়েই অতীত কালৰে পৰাই জিলাখনৰ ধৰ্মীয় পৰম্পৰাৰ সাক্ষ্য বহন কৰি আহিছে। জিলাৰ অন্তৰ্গত মহাপুৰুষ শ্ৰীমন্ত শংকৰ গুৰুজনাৰ জন্মস্থান বৰদোৱা। বৰদোৱা থানকে ধৰি পৰৱৰ্তী আতা পুৰুষসকলে স্থাপন কৰা সত্ৰ/সচং আদিয়েই জিলাখনৰ বৈষ্ণৱ ধৰ্মীয় সংস্কৃতিৰ পৰম্পৰা বহন কৰি আহিছে। ইয়াৰোপৰি জিলাখনত আশ্ৰম, মছজিদ, গিৰ্জা আদিও পৰিদৃশ্যমান।

## ভড়ালী নামঘৰ

প্ৰাচীন আৰু ঐতিহ্যমণ্ডিত ভড়ালী নামঘৰ বৰ্তমান নগাঁও জিলাৰ কলিয়াবৰ মহকুমাৰ অন্তৰ্গত ভড়ালী গাঁৱত অৱস্থিত। বাপুৰাম আতাই প্ৰতিষ্ঠা কৰা ঐতিহাসিক ভড়ালী নামঘৰৰ মণিকূটৰ সিংহাসনত ভাগৱত স্থাপন কৰা আছে। নামঘৰৰ সিংহাসনৰ কাষতে এটি পুৰণি তুলসীৰ খুঁটা সংৰক্ষণ কৰি ৰখা আছে। বৰ্তমান আটকধুনীয়া আৰু আকৰ্ষণীয় ৰূপত নিৰ্মিত ভড়ালী নামঘৰ প্ৰাংগণত ভোগঘৰ, অতিথিশালা, নামঘৰৰ বাটচ'ৰা, পুথিভঁৰাল, প্ৰেক্ষাগৃহ, নাটঘৰ, সংস্কৃত বিদ্যালয় আদি বিদ্যমান। দৈনন্দিন ধৰ্মীয় কাৰ্যসূচীৰে নামঘৰ জাগ্ৰত হৈ আছে। ইতিহাস বিজড়িত ভড়ালী নামঘৰ পূৰ্বতে বৰ্তমানৰ দৌলপুখুৰী

অঞ্চলত স্থাপন কৰা হৈছিল। বিগত ১৮২১ খ্ৰীষ্টাব্দ মানৰ আক্ৰমণৰ সময়ত দৌলপুখুৰী অঞ্চলৰ বাসিন্দাসকলে নিৰাপত্তাজনিত কাৰণত চটাই আলিৰ কাষত গাঁও পাতি বাস কৰে। পূৰ্বৰ নামঘৰটি অগ্নিদগ্ধ হোৱাত গাঁৱৰ সৌমাজতে সেই সময়ৰ ৰাজবিষয়া ভড়ালী হাজৰিকাৰ পৃষ্ঠপোষকতাত পূৰ্বৰ নামঘৰৰ থাপনাৰ মাটি আনি বৰ্তমানৰ নামঘৰৰ ভেটি নিৰ্মাণ কৰে। গাঁৱৰ নামানুসৰি নামঘৰটো ভড়ালী নামঘৰ হিচাপে জনমানসত খ্যাতি লাভ কৰে।



বৰ্তমান নামঘৰ সু-পৰিচালনাৰ বাবে এখন সমিতি গঠন কৰি লোৱা হৈছে। স্থাপন হোৱা কালৰে পৰাই ভড়ালী নামঘৰে এক ধৰ্মীয় ভাবানুভূতিৰ সাক্ষ্য বহন কৰি আহিছে। নামঘৰত দৈনন্দিন অনেক দূৰণিবটীয়া ভক্তৰ সমাগম পৰিলক্ষিত হয়। প্ৰতি বছৰে ভড়ালী নামঘৰ প্ৰাংগণত মাঘী পূৰ্ণিমাত দুদিনীয়া কাৰ্যসূচীৰে মাঘী উৎসৱ বৰ আড়ম্বৰপূৰ্ণভাৱে উদ্‌যাপন কৰা হয়।

## নগাঁও শ্মশানঘাট শিৱ মন্দিৰ

নগাঁও চহৰৰ আমোলাপট্টিত অৱস্থিত নগাঁও সাৰ্বজনীন শ্মশানঘাট শিৱ মন্দিৰ অসমৰ প্ৰাচীন আৰু ঐতিহ্যমণ্ডিত শিৱস্থানসমূহৰ অন্যতম। বিদিত আছে যে পূৰ্বতে এই স্থানত কেইজনমান ভক্তপ্ৰাণ লোকে অতি সাধাৰণভাৱেই পূজা-পাঠ কৰি আহিছিল। কিন্তু বিগত ১৮৯০ খ্ৰীষ্টাব্দ মানত ভক্তপ্ৰাণ লোকসকলে এটি শিৱলিংগ আৱিষ্কাৰ কৰে। শিৱলিংগটো প্ৰতিষ্ঠা কৰে ৰাজেন্দ্ৰ লাল মালিয়ে। মালিবাবা হিচাপে জনমানসত খ্যাতি লাভ কৰা মালিবাবাই শিৱলিংগ প্ৰতিষ্ঠা কৰি পূজা-পাতল আৰম্ভ কৰে। মালিবাবাই প্ৰথমে নগাঁৱলৈ আহি কলং নৈৰ পাৰৰ শ্মশানঘাটত অৱস্থান কৰে। পাছত বৰ্তমানৰ শিৱ মন্দিৰৰ ঠাইতেই ৰাইজে মালিবাবাক এটি বাঁহ-খেৰেৰে কুটিৰ নিৰ্মাণ কৰি দিয়ে। মালিবাবাই স্থাপন কৰা ক্ৰমবৰ্ধমান শিৱলিংগৰ মাহাত্ম্য আৰু ব্ৰহ্মচাৰী মালিবাবাৰ আধ্যাত্মিক জ্ঞান



তথা অচলা ভক্তিয়ে মালিবাবাৰ কুটিৰৰ সৈতে ঠাইখণ্ড আশ্ৰমত পৰিণত হৈ পৰে। লাহে লাহে ভক্তপ্ৰাণ লোকসকলৰ সমাগম বৃদ্ধি হ'বলৈ ধৰে।

বিগত ১৯৭১ খ্ৰীষ্টাব্দ মানত এখন সমিতি গঠন কৰি মন্দিৰৰ পৰিচালনাৰ কাম-কাজ কৰি অহা হৈছে। আকৰ্ষণীয় স্থাপত্য-ভাস্কৰ্যসহ বৰ্তমান আটকধুনীয়া ৰূপত নিৰ্মাণ কৰা হৈছে নগাঁও শ্মশানঘাট শিৱ মন্দিৰ। মন্দিৰ প্ৰাংগণত মাৰ্বল পাথৰ খটোৱা কীৰ্তনঘৰ, ভোগঘৰ, নটৰাজ কলাক্ষেত্ৰ, ধুনিঘৰ, বাটচ'ৰা আদি সুন্দৰ আৰু আকৰ্ষণীয় ৰূপত নিৰ্মাণ কৰা হৈছে। মন্দিৰৰ পূজা-পাতলৰ বাবে স্থায়ী পুৰোহিত নাই। মালিবাবাই লিংগ স্থাপন কৰা কালৰে পৰাই ভক্তসকলক লিংগ দৰ্শনৰ বাবে মন্দিৰৰ দ্বাৰ খোলা ৰাখিছিল। সেই একেই পৰম্পৰাকে বৰ্তমানো প্ৰচলন কৰি অহা হৈছে। ভক্তসকলৰ বিশেষ পূজাৰ বাবে নিজাববীয়াকৈ পুৰোহিত লৈ অনাত বাধা আৰোপ নাই। শিৱৰাত্ৰি উৎসৱৰ বাবে সমিতিৰ তৰফৰ পৰা পুৰোহিত নিয়োগ কৰা হয়।




মন্দিৰ প্ৰাংগণত পাঁচদিনীয়া কাৰ্যসূচীৰে শিৱৰাত্ৰি উৎসৱ আৰু শাওণৰ অঘোৰ চতুৰ্দশীও শিৱযজ্ঞ পালন কৰা হয়। প্ৰতি তিনি বছৰৰ মূৰে মূৰে মহাৰুদ্ৰ যজ্ঞ উদ্‌যাপন কৰা হয়।

## কাৰৈমাৰী

নগাঁও জিলাৰ কামপুৰৰ পৰা প্ৰায় ৮ কিলোমিটাৰ নিলগত কাৰৈমাৰী গাঁৱত এটি প্ৰাচীন মন্দিৰৰ ভগ্নাৱশেষ পৰিদৃশ্যমান। ইয়াৰ প্ৰাচীন মন্দিৰৰ নিৰ্মাণ সম্পৰ্কত ঐতিহাসিক সমল বিচাৰি পোৱা নাযায়। আনুমানিক ১২শ শতিকাৰ প্ৰাচীন মন্দিৰৰ ভগ্নাৱশেষ। বৰ্তমান অসম পুৰাতাত্ত্বিক বিভাগৰ তত্ত্বাৱধানত সংৰক্ষিত।

## আমতল

নগাঁও জিলাৰ হোজাই চহৰৰ পৰা প্ৰায় ৯ কিলোমিটাৰ দক্ষিণে আমতল গাঁৱত এটি প্ৰাচীন শিৱ মন্দিৰৰ ভগ্নাৱশেষ পোৱা গৈছে। ইয়াৰ প্ৰাচীন মন্দিৰ কোনে, কেতিয়া নিৰ্মাণ কৰিছিল তাৰ সবিশেষ ঐতিহাসিক সমল বিচাৰি পোৱা নাযায়। প্ৰাচীন মন্দিৰৰ ভগ্নাৱশেষসমূহৰ ভিতৰত দ্বাৰপাল, পূজাৰিণীৰ মূৰ্তি খোদিত থকা শিলৰ চৌকাঠ এডালেই প্ৰধান।

## জগন্নাথ মন্দিৰ

নগাঁৱৰ পুৰণিকলীয়া মন্দিৰসমূহৰ ভিতৰত নগাঁৱৰ মাৰোৱাৰী পট্টিত অৱস্থিত জগন্নাথ মন্দিৰ অন্যতম। বৰ্তমান মন্দিৰৰ পূজাৰীৰ পোৱা তথ্যানুসৰি মন্দিৰৰ বিগ্ৰহত থকা দেবদাৰু কাঠেৰে নিৰ্মিত প্ৰায় চাৰি ফুট উচ্চতাৰ মূৰ্তিটো ঘনশ্যাম বেজবৰুৱা নামৰ ভক্ত এজনে পুৰীৰ পৰা আনি বিগত ১৮৮৭ খ্ৰীষ্টাব্দতে স্থাপন কৰি ব্যক্তিগতভাৱে পূজা-পাতল চলাই আহিছিল। পাছত ঘনশ্যাম বেজবৰুৱাই মন্দিৰৰ পূজা-পাতল নিয়মিতভাৱে কৰিব নোৱাৰাত ভূমিসহ মন্দিৰটো স্থানীয় ৰাইজক দান হিচাপে দিয়ে। ইয়াৰ পাছৰ পৰাই ৰাইজে জগন্নাথ মন্দিৰৰ পূজা-পাতল



আৰু পৰিচালনাৰ দায়িত্ব লৈ আছে। বৰ্তমান প্ৰৱেশদ্বাৰৰ তোৰণসহ আটকধুনীয়া ৰূপত মন্দিৰটো নিৰ্মাণ কৰা হৈছে। মন্দিৰ পৰিচালনাৰ বাবে এখন সমিতি গঠন কৰি লোৱা

হৈছে। বিপ্ৰ পুৰোহিতৰ দ্বাৰা দৈনন্দিন মন্দিৰত পূজা-পাতল কৰা হয়। মন্দিৰত দৈনন্দিন তিনি প্ৰহৰ পূজা হয়। ৰাতিপুৱা বাল্যভোগ, মধ্যাহ্নত অন্নভোগ, সন্ধ্যা আৰতি আৰু ৰাতি ভোগ হয়। প্ৰতি বছৰে জুলাই মাহত মন্দিৰত ৰথযাত্ৰা পালন কৰা হয়।

## ডবকা

নগাঁও জিলাৰ যমুনা নৈৰ পাৰত ঐতিহাসিক ডবকা অঞ্চল। ঐতিহাসিক এই ডবকাত আটকধুনীয়া লক্ষ্মী আৰু সৰস্বতী দেৱীৰ মূৰ্তিৰ লগতে এটি বিষ্ণু মূৰ্তি উদ্ধাৰ হয়। ডবকাৰ এই ভগ্নাৱশেষৰ কাষতে দেৱস্থান হিচাপে খ্যাত আন এখন পৱিত্ৰ ভূমিও আছে। ডবকাত উদ্ধাৰ হোৱা ভগ্নাৱশেষসমূহ দশম শতিকামানৰ বুলি প্ৰত্নতাত্ত্বিকসকলে অনুমান কৰিছে।

## মহামায়া মন্দিৰ

নগাঁও জিলাৰ ডবকাৰ উত্তৰে প্ৰায় তিনি কিলোমিটাৰ নিলগত শিলত কটা জীৰ্ণপ্ৰায় অৱস্থাত এটি প্ৰাচীন মন্দিৰ আছে। মন্দিৰৰ কাষতে এটি পুখুৰীও আছে। এই প্ৰাচীন মন্দিৰ কোনে, কেতিয়া নিৰ্মাণ কৰিছিল তাৰ সবিশেষ পোৱা নাযায়।

## কৃষ্ণাশ্ৰম শিৱ মন্দিৰ

অত্যাধুনিক স্থাপত্য-ভাস্কৰ্য খোদিত ঐতিহ্যমণ্ডিত কৃষ্ণাশ্ৰম শিৱ মন্দিৰ নগাঁও চহৰৰ নেহেৰুবালীত কলং নৈৰ পাৰত অৱস্থিত। বিগত ১৯৭৫ খ্ৰীষ্টাব্দতে স্থাপন কৰা কৃষ্ণাশ্ৰম শিৱ মন্দিৰৰ মূল বিগ্ৰহত শিলেৰে খোদিত প্ৰায় এক ফুট উচ্চতাৰ শিৱলিংগ আছে। মন্দিৰৰ সৰ্বমুঠ ভূমিৰ পৰিমাণ প্ৰায় ডেৰ বিঘা। মূল শিৱ মন্দিৰৰ বাওঁফালে ক্ৰমান্বয়ে যজ্ঞকুণ্ড, হনুমান মন্দিৰ আৰু এটি দুৰ্গা মন্দিৰ নিৰ্মাণ কৰা আছে। হনুমান মন্দিৰত



প্ৰায় চাৰি ফুট উচ্চতাৰ হনুমান মূৰ্তি আৰু দুৰ্গা মন্দিৰত প্ৰায় পাঁচ ফুট উচ্চতাৰ দুৰ্গা মূৰ্তি আছে। বিপ্ৰ পুৰোহিতৰ দ্বাৰা মন্দিৰৰ দৈনন্দিন পূজা-পাঠ কৰা হয়। মন্দিৰৰ সুপৰিচালনাৰ বাবে এখন সমিতি গঠন কৰি লোৱা হৈছে। মন্দিৰৰ ভোগ নিৰামিষ। দৈনন্দিন পূজা-পাঠ কৰাৰ উপৰি কৃষ্ণাশ্ৰম শিৱ মন্দিৰ প্ৰাংগণত শিৱৰাত্ৰি মেলা, বোলবোম, হনুমান জয়ন্তী, মকৰ সংক্ৰান্তিত অষ্টপ্ৰহৰ নাম-প্ৰসংগ, দুৰ্গা পূজা, বাসন্তী পূজা, চট পূজা আদি ধৰ্মীয় উৎসৱ-পাৰ্বণ পালন কৰা হয়।

## বুঢ়াগোসাঁই থান

নগাঁও জিলাৰ তুলসীমুখ অঞ্চলৰ সমীপত অৱস্থিত প্ৰাচীন আৰু ঐতিহ্যমণ্ডিত বুঢ়াগোসাঁই থান। আনুমানিক ১৭৯০ খ্ৰীষ্টাব্দত বুঢ়াগোসাঁই থান প্ৰতিষ্ঠা কৰা হয়। ৰুচিনাথ বুঢ়াগোসাঁইৰ দিনত স্থাপিত হোৱা আৰু বুঢ়াগোহাঁই জড়িত থকা হেতুকেই থানখন বুঢ়াগোহাঁই থান হিচাপে পৰিগণিত হৈ পৰে। বিগত ১৯৫৭ চনত মন্দিৰৰ আন্তঃগাঁথনি ন-কৈ নিৰ্মাণ কৰা হৈছে। বিপ্ৰ পুৰোহিতৰ দ্বাৰা মন্দিৰত দৈনন্দিন পূজা-অৰ্চনা কৰা হয়।

## হোজাই মন্দিৰ

নগাঁও জিলাৰ হোজাই অঞ্চলত এটি প্ৰাচীন মন্দিৰৰ ভগ্নাৱশেষ পোৱা গৈছে। প্ৰাচীন মন্দিৰৰ ভগ্নাৱশেষসমূহৰ ভিতৰত বহুতো শিৱলিংগ আৰু দেৱীমূৰ্তি উদ্ধাৰ হৈছে।

## গোসাঁইজুৰি

নগাঁও জিলাৰ ডবকাৰ সমীপত এটি প্ৰাচীন বিষ্ণু মন্দিৰৰ ভগ্নাৱশেষ পোৱা যায়। প্ৰাচীন মন্দিৰৰ ভগ্নাৱশেষৰ ভিতৰত প্ৰায় চাৰি ফুট উচ্চতাৰ এটি বিষ্ণু মূৰ্তি, লক্ষ্মী, সৰস্বতীৰ মূৰ্তি আৰু বিদ্যাধৰ মূৰ্তি আদিয়েই উল্লেখনীয়। ভগ্নাৱশেষসমূহৰ পৰা গোসাঁইজুৰিৰ এই প্ৰাচীন মন্দিৰ আনুমানিক দশম শতিকামানত নিৰ্মাণ কৰা হৈছিল বুলি পণ্ডিতসকলে অনুমান কৰিছে।

## আকাশী গংগা

নগাঁও জিলাৰ ডবকাৰ পৰা প্ৰায় দহ কিলোমিটাৰ নিলগত দুটি প্ৰাচীন শিলৰ শিৱ মন্দিৰৰ ভগ্নাৱশেষ পোৱা গৈছে। মন্দিৰৰ ভগ্নাৱশেষসমূহৰ ভিতৰত প্ৰাচীন মন্দিৰৰ দুৱাৰ-খিৰিকীৰ অংশ, নৃত্যৰত গণেশ মূৰ্তি, নৰ্তকী মূৰ্তি, ধ্যানৰত মূৰ্তি, শিলত কটা চিত্ৰ বিচিত্ৰ

*ফুল, গাইগৰু আৰু বলধৰ মূৰ্তি, শিৱলিংগ আদি সিঁচৰতি হৈ পৰি আছে।* *শিলাময় এই* ঠাই খণ্ডত এটি জলপ্ৰপাত আছে। জলপ্ৰপাতটো আকাশীগংগা বুলি কোৱা হয়। প্ৰাচীন মন্দিৰৰ এই ভগ্নাৱশেষসমূহ পৰ্যবেক্ষণ কৰি প্ৰত্নতাত্ত্বিকসকলে এই ঠাইৰ প্ৰাচীন মন্দিৰ আৰু স্থাপত্য-ভাস্কৰ্যসমূহ দশম শতিকামানৰ বুলি ঠাৱৰ কৰিছে।

## গছতল

নগাঁও জিলাৰ ডবকাৰ পৰা প্ৰায় তিনি কিলোমিটাৰ নিলগত গছতলত এটি শিৱ মন্দিৰৰ ভগ্নাৱশেষ পোৱা গৈছে। প্ৰাচীন মন্দিৰৰ এই ভগ্নাৱশেষসমূহৰ পৰা এই প্ৰাচীন মন্দিৰ দশম শতিকাত নিৰ্মিত হৈছিল বুলি প্ৰত্নতাত্ত্বিকসকলে অনুমান কৰিছে।

## মৌদণ্ডা মন্দিৰ

নগাঁও জিলাৰ ডবকাৰ পৰা প্ৰায় ১৫ কিলোমিটাৰ নিলগত মৌদণ্ডা গাঁৱত যমুনা নৈৰ দক্ষিণপাৰত কেইবাটাও প্ৰাচীন মন্দিৰৰ ভগ্নাৱশেষ আৰু শিলত খোদিত শিৱ, বিষ্ণু, শিৱলিংগ আদি পোৱা গৈছে। প্ৰাচীন এই মন্দিৰৰ নিৰ্মাণ সম্পৰ্কত বিশেষ ঐতিহাসিক সমল বিচাৰি পোৱা নাযায়।

## শান্তিবন

নগাঁও জিলাৰ হোজাই চহৰৰ সোঁমাজত প্ৰায় ৮ বিঘা ভূখণ্ডৰে আগুৰা অতি মনোৰম আৰু সৌন্দৰ্যৰ ৰম্যভূমি শান্তিবন। ইয়াত ইটাৰে সজোৱা কালী আৰু শিৱৰ এটা পুৰণি মন্দিৰ আছিল। বৰ্তমানৰ মন্দিৰটো ১৯৯৫ চনত ৰাজহুৱা দান-বৰঙণিৰে আটকধুনীয়াকৈ নিৰ্মাণ কৰা হৈছে। মন্দিৰলৈ সোমোৱা মূল প্ৰৱেশদ্বাৰৰ লোহাৰ গেটখনৰ সোঁমাজত দীঘলীয়া



শাৰীৰে ভিন্নৰঙী গোলাপ ফুলৰ উদ্যান। মন্দিৰৰ সোঁফালে প্ৰৱেশদ্বাৰৰ সমীপত



নির্মাণ কৰা হৈছে প্ৰায় ১২ ফুট উচ্চতাৰ শিলৰ টিপ এটাৰ ওপৰত এটা শিবমূৰ্তি। শিৱৰ মূৰৰ পৰা গংগাৰ প্ৰতীক হিচাপে কৃত্ৰিম জলৰাশি বোৱাই ৰখা হৈছে। শান্তিবনৰ সোঁমাজত প্ৰায় ১৬০০ বৰ্গফুট বহল আৰু প্ৰায় ২৫ ফুট গভীৰ এটা পুখুৰী আছে। পুখুৰীৰ চাৰিওফালৰ পৰা চিৰিৰে তললৈ নামি যাব পৰাকৈ সুন্দৰ খটখটি নিৰ্মাণ কৰা আছে। মন্দিৰৰ বাঁওফালে আটকধুনীয়া উদ্যান। উদ্যানৰ ভিতৰত শিশুৰ খেল-ধেমালিৰ সা-সুবিধাও আছে। মন্দিৰৰ পিছফালে 'শান্তিমঞ্চ' নামেৰে এখন প্ৰকাণ্ড মুকলি মঞ্চ। সম্পূৰ্ণ ধৰ্মীয় ভাবানুভূতিৰ লগতে দৰ্শনাৰ্থীৰ মনোৰঞ্জনৰ বাবে দিহা কৰা আছে শান্তিবনত। মন্দিৰত কালী পূজা, শিৱৰাত্ৰি আৰু দৌলোৎসৱ বৰ আড়ম্বৰপূৰ্ণভাৱে উদ্‌যাপন কৰা হয়। শান্তিবনত দৈনিক অগনন ভক্ত আৰু পৰ্য্যটকৰ আগমন পৰিলক্ষিত হয়।

## ন-ভঙাৰ চামুণ্ডা

নগাঁৱৰ যোগীজানৰ সমীপত ন-ভঙা গাঁৱত প্ৰায় ৪.৫ ফুট উচ্চতাৰ এটি চামুণ্ডা মূৰ্তি উদ্ধাৰ হৈছে। ন-ভঙাৰ শিলত খোদিত এই চামুণ্ডা মূৰ্তি সম্ভৱতঃ দশম শতিকাৰ বুলি প্ৰত্নতাত্ত্বিকসকলে অনুমান কৰিছে। চামুণ্ডা মূৰ্তিৰ পৰা প্ৰায় ১.৫ কিলোমিটাৰ নিলগত কেন্দুগুৰি গাঁৱত এটি গংগা দেৱীৰ মূৰ্তিও উদ্ধাৰ হয়।

## মহিষ-মৰ্দিনী দুৰ্গা

নগাঁৱৰ ভই পাহাৰৰ শিলত খোদিত মহিষ-মৰ্দিনী দুৰ্গাৰ এটি মূৰ্তি উদ্ধাৰ হৈছে। দুই ফুট তিনি ইঞ্চি উচ্চতাৰ ভই পাহাৰত উদ্ধাৰ হোৱা দশভুজা মহিষ-মৰ্দিনী দুৰ্গা মূৰ্তিটো সম্ভৱতঃ দশম শতিকাৰ বুলি পণ্ডিতসকলে অনুমান কৰিছে।

## যোগীজানৰ মন্দিৰ

যোগীজান নৈৰ পাৰত প্ৰাচীন শিলেৰে নিৰ্মিত মন্দিৰৰ ভগ্নাৱশেষ বিদ্যমান। ইয়াত

তিনিটা মন্দিৰ আৰু এটি দুৰ্গৰ ভগ্নাৱশেষ পৰিদৃশ্যমান। যোগীজানৰ মন্দিৰ সম্পৰ্কত পি. ডি. চৌধুৰীৰ 'Archaeology in Assam' পুথিখনত এইদৰে পোৱা যায়— 'Remains of stone temples discovered here. A good number of Siva Lingas neatly carved have been found at the side'. চৌধুৰীৰ পুথিৰ মতে এই মন্দিৰৰ ভগ্নাৱশেষসমূহ সম্ভৱতঃ দশম শতিকাত নিৰ্মাণ কৰা প্ৰাচীন মন্দিৰৰ ভগ্নাৱশেষ। প্ৰাচীন মন্দিৰ ভগ্নাৱশেষসমূহত পৌৰাণিক স্থাপত্য-ভাস্কৰ্যৰ নিৰ্দশন পৰিস্ফুট।

## উৰ্দ্ধ গংগা

আকাশীগংগাৰ সমীপত কেতবোৰ ভগ্নাৱশেষ পোৱা গৈছে। এই ভগ্নাৱশেষসমূহৰ পৰা এই ঠাইত এটি প্ৰাচীন দেৱী মন্দিৰ আছিল বুলি অনুমান কৰা হয়।

## বামুণ গোসাঁই থান

নগাঁও চহৰৰ পৰা প্ৰায় চাৰি কিলোমিটাৰ নিলগত বামুণ গোসাঁই থান অৱস্থিত। থানৰ মূল বিগ্ৰহ ভগৱান বিষ্ণুৰ। থানৰ নিৰ্মাণ সন্দৰ্ভত বিশেষ ঐতিহাসিক সমল বিচাৰি পোৱা নাযায়। বৈদিক ৰীতি অনুসৰি বিপ্ৰ পুৰোহিতৰ দ্বাৰা থানত প্ৰতি বছৰে জেঠ মাহৰ পূৰ্ণিমা তিথিত নাম-কীৰ্তন আৰু বিষ্ণুহোম আদি কৰা হয়। অতি মহিমামণ্ডিত থান হিচাপে পৰিগণিত বামুণ গোসাঁই থানৰ দেৱোত্তৰ ভূমিৰ পৰিমাণ ৫ বিঘা।

## গণেশ পৰ্বতৰ গণেশ মূৰ্তি

ভুই পাহাৰৰ পৰা প্ৰায় ডেৰ কিলোমিটাৰ নিলগত গণেশ পাহাৰত শিলত কটা প্ৰায় ৬.৫ ফুট উচ্চতাৰ এটি গণেশ দেৱতাৰ মূৰ্তি আছে। মূৰ্তিটো আনুমানিক দশম শতিকাৰ বুলি প্ৰত্নতাত্ত্বিকসকলে অনুমান কৰিছে।

## ভেভেলী পুখুৰীৰ মন্দিৰ

মহামায়া পাহাৰৰ দক্ষিণ-পূৰত প্ৰায় দহ কিলোমিটাৰ নিলগত এটি প্ৰাচীন মন্দিৰৰ ভগ্নাৱশেষ পোৱা গৈছে। প্ৰাচীন এই শিলৰ মন্দিৰৰ নিৰ্মাণ সম্পৰ্কত ঐতিহাসিক সমল বিচাৰি পোৱা নাযায়।

## তৰাবছা

তেতেলী পুখুৰীৰ পৰা প্ৰায় চাৰি কিলোমিটাৰ পশ্চিমে তৰাবছা। ইতিহাস বিজড়িত এই তৰাবছাত কেইবাটাও প্ৰাচীন মন্দিৰৰ ভগ্নাৱশেষ আৰু মূৰ্তি পোৱা গৈছে। ইয়াৰ প্ৰাচীন মন্দিৰ কোনে, কেতিয়া নিৰ্মাণ কৰিছিল তাৰ ঐতিহাসিক সমল পোৱা নাযায়। ইয়াত উদ্ধাৰ হোৱা মূৰ্তিসমূহৰ ভিতৰত বাসুদেৱ, বিদ্যাধৰ আদিৰ মূৰ্তিয়েই প্ৰধান।

## মোলাপাট্টি শিৱ থান

নগাঁৱৰ খুটিকটীয়া গাঁৱত এখন শিৱস্থান আছে। থানত শিৱ-পাৰ্বতী, ত্ৰিশূল আৰু গণেশৰ মূৰ্তি বিদ্যমান। বিদিত আছে যে খুটিকুটীয়া ভাটিখগুৰ শ্ৰীটংকে ৰাজখোৱা শিৱভক্ত আছিল। এদিনাখন স্বপ্নাদেশক্ৰমে তেওঁ গাত আচ থকা প্ৰকাণ্ড এডোখৰ শিল প্ৰত্যক্ষ কৰে। পাছত সভক্তিৰে এজন বিপ্ৰ ল'বাৰ সৈতে খান্দি শিলটো উদ্ধাৰ কৰি কিছুদিন তুলসীৰ তলত ৰাখি পাছত মন্দিৰ সাজি স্থাপন কৰে। থানত বৰ্তমান দৈনন্দিন পূজা-পাঠ চলি আছে।

## মায়ঙৰ গণেশ

নগাঁও জিলাৰ মায়ঙত এটি সুবিশাল গণেশ দেৱতাৰ শিলত খোদিত মূৰ্তি আৱিষ্কাৰ হৈছে।

## মিকিৰআটি

নগাঁও জিলাৰ ডবকাৰ সমীপত সম্ভৱতঃ ১০-১২শ শতিকাত নিৰ্মিত প্ৰাচীন কেবাটাও মন্দিৰৰ ভগ্নাৱশেষ পোৱা গৈছে। বৰ্তমান মিকিৰআটিৰ প্ৰাচীন মন্দিৰৰ স্থাপত্য-ভাস্কৰ্য সমূহ অসম পুৰাতাত্বিক বিভাগৰ দ্বাৰা সংৰক্ষণৰ দিহা কৰা হৈছে।

## আমোলাপট্টি সাৰ্বজনীন পূজা মন্দিৰ

নগাঁও চহৰৰ আমোলাপট্টিত অৱস্থিত প্ৰাচীন মন্দিৰ। মন্দিৰৰ মূল বিগ্ৰহত বিষ্ণু আৰু শালগ্ৰাম মূৰ্তি আছে। বিগ্ৰহত থকা বিষ্ণু মূৰ্তিটো ৰূপৰ। প্ৰায় দুই কিলোগ্ৰাম ৰূপেৰে বিষ্ণু মূৰ্তিটো নিৰ্মাণ কৰা হৈছে। বৰ্তমান মন্দিৰৰ লগত ওতঃপ্ৰোতভাৱে জড়িত দীপ শৰ্মাৰ পৰা জনা মতে প্ৰায় তিনিশ বছৰ আগতে আহোম সম্প্ৰদায়ৰ লোকসকলে মন্দিৰত বলি-বিধানসহ দেৱী পূজা কৰিছিল। কালক্ৰমত প্ৰায় ১২০ বছৰমান আগৰে



পৰাই ইয়াত বিষ্ণু মূৰ্ত্তি স্থাপন কৰি পূজা-পাতল কৰি অহা হৈছে। বিষ্ণু মন্দিৰৰ লগতে এটি শিব মন্দিৰ ন-কৈ নিৰ্মাণ কৰা হৈছে। বৰ্তমান মন্দিৰৰ সৰ্বমুঠ ভূমিৰ পৰিমাণ প্ৰায় ডেৰ বিঘা।

মন্দিৰত দৈনন্দিন পূজাৰ উপৰি দুৰ্গা পূজা, কালী পূজা, শিৱৰাত্ৰি, শ্ৰীকৃষ্ণৰ জন্মাষ্টমী, দৌলোৎসৱ, জগদ্ধাত্ৰী পূজা আদি ধৰ্মীয় উৎসৱ-পাৰ্বণ পালন কৰা হয়।

## মহাদেওশাল

নগাঁও চহৰৰ পৰা প্ৰায় ত্ৰিশ কিলোমিটাৰ নিলগত ধৰমতুল অঞ্চলত এটি প্ৰাচীন শিৱ মন্দিৰ ভগ্নাৱশেষ পোৱা গৈছে। এই ঠাইৰ প্ৰাচীন মন্দিৰ কোনে, কেতিয়া নিৰ্মাণ কৰিছিল তাৰ ঐতিহাসিক লিখিত বিৱৰণ পাবলৈ নাই। প্ৰাচীন মন্দিৰৰ ভগ্নাৱশেষসমূহৰ ভিতৰত হাতত ধনুকাড় লৈ থকা দ্বাৰপাল, নৰ্ত্তকী আৰু মূৰ্তি কটা দুৱাৰৰ চৌকাঠ আদিয়েই উল্লেখনীয়।

## বসুন্ধৰী পাহাৰ

নগাঁও জিলাৰ চাপৰমুখৰ পৰা প্ৰায় ৪/৫ কিলোমিটাৰ নিলগত ইতিহাস প্ৰসিদ্ধ বসুন্ধৰী পাহাৰ বিদ্যমান। ইয়াত দুটা সুবিশাল শিলত দুটি গণেশ দেৱতাৰ মূৰ্তি আৰু আন এটা শিলত জগদ্ধাত্ৰী দেৱীৰ মূৰ্টি কটা আছে। আটকধুনীয়া এই স্থাপত্য-ভাস্কৰ্যসমূহ নিৰ্মাণ কাল সম্পৰ্কে ঐতিহাসিক সমল বিচাৰি পোৱা নাযায়।

## মঠবৰী

নগাঁও জিলাৰ ৰহাৰ পৰা প্ৰায় ৮ কিলোমিটাৰ নিলগত মঠবৰী গাঁৱত এটি বিষ্ণু মন্দিৰৰ ভগ্নাৱশেষ পৰিদৃশ্যমান। আনুমানিক দশম শতিকাত নিৰ্মিত প্ৰাচীন মন্দিৰৰ ভগ্নাৱশেষৰ লগতে এটি ধুনীয়া পুৰণি পুখুৰীৰ চিহ্ন আছে।

## চাংচেকি গৰখীয়া থান

নগাঁও জিলাৰ কামপুৰৰ সমীপত বাৰপূজীয়া মৌজাৰ অন্তৰ্গত চাংচেকি গাঁৱত প্ৰাচীন আৰু ঐতিহ্যমণ্ডিত চাংচেকি গৰখীয়া থান বিদ্যমান। থানৰ নিৰ্মাণ সম্পৰ্কত লিখিত ঐতিহাসিক সমল বিচাৰি পোৱা নাযায়। থানত কেতবোৰ প্ৰাচীন ভগ্নাৱশেষ পৰিদৃশ্যমান। ভগ্নাৱশেষসমূহৰ ভিতৰত শিলত খোদিত বিষ্ণু মূৰ্তি, শিলত খোদিত পদুম ফুল, দ্বাৰপাল ইত্যাদি উল্লেখনীয়।

## চাপানালাৰ মন্দিৰ

নগাঁও জিলাৰ অন্তৰ্গত চলচলি মৌজাৰ চাপানালা পাহাৰত এটি প্ৰাচীন শিলৰ মন্দিৰ আৰু এটি দূৰ্গৰ ভগ্নাৱশেষ পোৱা গৈছে। পাহাৰৰ এই প্ৰাচীন মন্দিৰ আৰু দূৰ্গ কোনে, কেতিয়া নিৰ্মাণ কৰিছিল তাৰ সবিশেষ ঐতিহাসিক লিখিত সমল বিচাৰি পোৱা নাযায়।

## জীয়াজুৰি মন্দিৰ

নগাঁও জিলাৰ জীয়াজুৰি চাহ বাগিছাৰ সমীপত এটি প্ৰাচীন মন্দিৰৰ ভগ্নাৱশেষ পোৱা গৈছে। এই প্ৰাচীন মন্দিৰ কোনে, কেতিয়া নিৰ্মাণ কৰিছিল তাৰ সবিশেষ লিখিত ঐতিহাসিক সমল বিচাৰি পোৱা নাযায়। ইটাৰে পাৰ বন্ধা এটি আটকধুনীয়া পুখুৰীৰ পাৰত এই মন্দিৰ আছিল বুলি অনুমান কৰা হয়। প্ৰাচীন ভগ্ন মন্দিৰৰ দুৱাৰৰ অংশ আৰু গণেশ দেৱতাৰ মূৰ্তিহে বৰ্তমান বিদ্যমান।

## শ্ৰীশ্ৰীমাধৱ থান

অতি প্ৰাচীন তথা ঐতিহ্যমণ্ডিত শ্ৰীশ্ৰীমাধৱ থান বৰ্তমান নগাঁও জিলাৰ অন্তৰ্গত কামপুৰৰ পৰা প্ৰায় ছয় কিলোমিটাৰ নিলগত মাধৱপাৰা পাহাৰৰ দাঁতিত অৱস্থিত। থানৰ মূল বিগ্ৰহত বিষ্ণু মূৰ্তি বিদ্যমান। বিদিত আছে যে থানৰ বিগ্ৰহটো স্বপ্নাদেশক্ৰমে উদ্ধাৰ কৰা হয়। প্ৰায় ১৫০ বিঘা ভূ-খণ্ডৰে আগুৰা শ্ৰীশ্ৰীমাধৱ থান প্ৰাংগণত প্ৰতি বছৰে অশোকাষ্টমী, শংকৰ জয়ন্তী, ৰাস মহোৎসৱ আদিৰ লগতে বিভিন্ন ধৰ্মীয় উৎসৱ পালন কৰা হয়। থানৰ সমীপত থকা বৰপানী নৈত অশোকাষ্টমীৰ দিনাখন হেজাৰ হেজাৰ ভক্তই গংগাস্নান কৰে। মাধৱপাৰা পাহাৰৰ আনটো মূৰত জুৰিপাৰাত প্ৰাচীন তথা ঐতিহাসিক গণেশ থান আৰু ইয়াৰ সমীপতে বিষ্ণু থান বিদ্যমান। গণেশ থানত গণেশ দেৱতাৰ শিলত খোদিত মূৰ্তি আছে। শ্ৰীশ্ৰীমাধৱ থান সম্পৰ্কত অনেক কিংবদন্তী আছে। কিংবদন্তী মতে, ভগৱান

শ্রীকৃষ্ণই সখী অৰ্জুনৰ স'তে প্ৰমীলাত অঞ্চলৰ এটুকুৰা ঠাইত বিশ্ৰাম লৈছিল আৰু কালক্ৰমত সেই ঠাইতেই মাধৱ থান গঢ়ি উঠিছিল। আন এক কিংবদন্তী মতে মহাপুৰুষ মাধৱ গুৰুজনাই বৰপানী নৈত স্নান কৰি যি ঠাইত জিৰণি লৈছিল পৰৱৰ্তী কালত তাত মাধৱ থান গঢ় লৈ উঠিছিল। জন্মলগ্নৰে পৰাই মাধৱ থানে ধৰ্মীয় ভাবানুভূতিৰ মাজেৰে ঐক্যতাৰ সাক্ষৰ বহন কৰি আহিছে।

## কামাখ্যা দেৱালয়



নগাঁও জিলাৰ অন্তৰ্গত কলিয়াবৰত প্ৰাচীন আৰু ইতিহাস বিজড়িত কামাখ্যা দেৱালয় অৱস্থিত। ঐতিহাসিক কামাখ্যা দেৱালয় সম্পৰ্কত পি. ডি. চৌধুৰীৰ 'Archaeology in Assam' পুথিখনত এইদৰে পোৱা যায়— 'At Kaliabor. Built during Pramatta Singha's rule. A stone inscription lies in the temple yard'। চৌধুৰীৰ পুথিৰ মতে সম্ভৱতঃ ১৮শ শতিকাত এই মন্দিৰ নিৰ্মাণ কৰা হয়। দেৱালয়ৰ নিষ্পিখেৰাজ ভূমিৰ পৰিমাণ ৬৩১ বিঘা। দেৱালয়ৰ বিগ্ৰহত দুৰ্গা-কালীৰ পাষাণ মূৰ্তি বিদ্যমান। দৈনন্দিন পূজা-অৰ্চনাৰ উপৰি দেৱালয়ত অশোকাষ্টমী মেলা আদি ধৰ্মীয় উৎসৱ-পাৰ্বণ পালন কৰা হয়।

## বাসুদেৱবাৰী দেৱালয়

নগাঁও জিলাৰ কলিয়াবৰত ঐতিহাসিক বাসুদেৱবাৰী দেৱালয় বিদ্যমান। দেৱালয়ৰ প্ৰাচীন মন্দিৰ কোনে, কোন সময়ত নিৰ্মাণ কৰিছিল তাৰ সবিশেষ ঐতিহাসিক সমল পোৱা নাযায়। দেৱালয়ৰ মূল বিগ্ৰহত শিলেৰে খোদিত বাসুদেৱৰ মূৰ্তিত পূজা-অৰ্চনা কৰা হয়।

## হাতীমূৰা মন্দিৰ

বৰ্তমান নগাঁও জিলাৰ জখলাবন্ধাত ঐতিহাসিক হাতীমূৰা মন্দিৰ অৱস্থিত। আহোম স্বৰ্গদেউ প্ৰমত্ত সিংহৰ ৰাজত্ব কালত নিৰ্মাণ কৰা হাতীমূৰা মন্দিৰৰ মূল বিগ্ৰহত মহিষী

মৰ্দিনী দুৰ্গাৰ মূৰ্তি বিদ্যমান। মন্দিৰৰ মহিষী মৰ্দিনী মূৰ্তিটো সম্ভৱতঃ দশম শতিকাৰ স্থাপত্য-ভাস্কৰ্যৰ নিদৰ্শন। মন্দিৰ সম্পৰ্কত পি. ডি. চৌধুৰীৰ 'Archaeology in Assam' পুথিখনত এইদৰে পোৱা যায়— 'A Devi temple belongs to the Ahom age, constructed during the reign of Swargadeo Pramatta Sinha. (A.D. 1744-1751)'। আনুমানিক নৱম-দশম শতিকাৰ প্ৰাচীন শিলৰ মন্দিৰৰ ধ্বংসাৱশেষৰ ওপৰত বৰ্তমানৰ ইটাৰে নিৰ্মিত মন্দিৰ নিৰ্মাণ কৰা হয়।

## গোপাল মাধৱ দেৱালয়

ঐতিহাসিক গোপাল মাধৱ দেৱালয় নগাঁৱৰ কলিয়াবৰত পদ্মসৰোবৰ বিলৰ সমীপত অৱস্থিত। আনুমাণিক ১৮শ শতিকাত নিৰ্মিত গোপাল মাধৱ দেৱালয়ৰ নামত আহোম স্বৰ্গদেউ শিৱসিংহই ভূমিদান কৰাৰ কথা ইতিহাসেও সোঁৱৰে।

## সৌভাগ্য মাধৱ দেৱালয়

নগাঁও জিলাৰ কলিয়াবৰত ইতিহাস প্ৰসিদ্ধ সৌভাগ্য মাধৱ দেৱালয় অৱস্থিত। কলং নৈৰ পাৰত অৱস্থিত সৌভাগ্য মাধৱ দেৱালয় আনুমাণিক ১৮শ শতিকাত নিৰ্মাণ কৰা হয়। আহোম স্বৰ্গদেউ শিৱসিংহই দেৱালয়লৈ ভূমিদান কৰা বুলি জনা যায়।

## কলিয়াবৰৰ শিৱ দেৱালয়

নগাঁও জিলাৰ কলিয়াবৰত ইতিহাস প্ৰসিদ্ধ প্ৰাচীন আঠখন শিৱ দেৱালয় আছে। এই প্ৰাচীন শিৱ দেৱালয়সমূহৰ নিৰ্মাণ সম্পৰ্কত বিশেষ ঐতিহাসিক সমল বিচাৰি পোৱা নাযায়। ঐতিহাসিক এই শিৱ দেৱালয়সমূহ হ'ল— (১) বানেশ্বৰ শিৱ দেৱালয়, (২) চিত্ৰ শংকৰ দেৱালয়, (৩) বুঢ়া-বুঢ়ী গড়ৰ সমীপৰ শিৱ দেৱালয়, (৪) নন্দকেশ্বৰ শিৱ দেৱালয়, (৫) বুঢ়া গোসাঁই থান, (৬) নাগশংকৰ শিৱ দেৱালয়, (৭) দেৱাদিদেৱ শিৱৰ পদচিহ্ন থকা ৰুদ্ৰপদ দেৱালয় আৰু (৮) এডোখৰ প্ৰকাণ্ড শিলাখণ্ডত শিৱলিংগ, ত্ৰিশূল আদি খোদিত থকা তুলসীবাৰী শিৱ দেৱালয়।

## মাতাজী গুৰুদ্বাৰ

প্ৰাচীন মাতাজী গুৰুদ্বাৰ নগাঁও জিলাৰ চাপৰমুখত। ১৮২০ খ্ৰীষ্টাব্দত মানৰ আক্ৰমণৰ সময়ত শিখ সম্প্ৰদায়ৰ বীৰ সেনাপতি চৈতন্য সিংহই মান সৈন্যৰ বিৰুদ্ধে মহা পৰাক্ৰমেৰে

যুঁজি মৃত্যুবৰণ কৰে। চৈতন্য সিংহৰ মৃত্যুৰ পাছত তেওঁৰ পত্নীয়ে পাঞ্জাবলৈ উভতি নগৈ চাৰিজন সৈন্যৰে সৈতে বৰচৈপ, তৰোৱাল, হস্তলিখিত পুথি আৰু অন্যান্য সামগ্ৰীলৈ ব্ৰহ্মাপুত্ৰ নদীয়েদি আহি কলং আৰু কপিলী নৈৰ পাৰত চাপৰমুখত এজোপা তেতেলি গছৰ তলত অৱস্থান কৰে। বীৰ শিখ সেনাপতিজনৰ সহজ-সৰল, ধৰ্মপ্ৰাণা পত্নীয়ে তেতেলি গছৰ তলতেই নিত্য-নৈমিত্তিক প্ৰাৰ্থনা কৰা দেখি স্থানীয় ৰাইজে সাধাৰণভাৱে বাঁহ-খেৰেৰে এটি সৰুকৈ মন্দিৰ নিৰ্মাণ কৰাই দিয়ে। ১৮২০ খ্ৰীষ্টাব্দত স্থাপন কৰা এই মন্দিৰটিয়েই কালক্ৰমত মাতাজী গুৰুদ্বাৰ হিচাপে পৰিগণিত হৈ পৰে।

## গিৰ্জা

নগাঁও চহৰৰ সোঁমাজত নগাঁও কলেজৰ সমীপত প্ৰাচীন এটি বেপিষ্ট মিছন গিৰ্জা বিদ্যমান।

## মছজিদ

নগাঁও জিলাৰ প্ৰাচীন মছজিদৰ ভিতৰত কলিয়াবৰত এটি প্ৰাচীন মছজিদ আছে।

## সত্ৰ/সচং

### বৰদোৱা (বটদ্ৰৱা) থান

অসমৰ পবিত্ৰ তীৰ্থস্থানসমূহৰ ভিতৰত নগাঁও জিলাস্থিত মহাপুৰুষ শংকৰ গুৰুজনাৰ আদ্য লীলাভূমি বৰদোৱা থান অন্যতম। নগাঁও চহৰৰ পৰা উত্তৰ-পশ্চিমে প্ৰায় ১৮ কিলোমিটাৰ নিলগত অৱস্থিত ঐতিহাসিক পুণ্যতীৰ্থ বৰদোৱা থান। এই বৰদোৱাতে বিগত ১৪৪৯ খ্ৰীষ্টাব্দৰ (৫ আহিন) শুক্লা নৱমী তিথিত মহাপুৰুষ



শংকৰদেৱে জন্মলাভ কৰিছিল। বৰদোৱাত থকা কালতেই গুৰুজনাই ভক্তিমাৰ্গৰ আৰম্ভণি আৰু প্ৰতিষ্ঠা লাভ কৰিছিল বুলি পণ্ডিতসকলে মত পোষণ কৰিছে। বৰদোৱা থানৰ বৰ্ণনা মহাপুৰুষ শংকৰ গুৰুৰ নাতি পুৰুষোত্তম ঠাকুৰৰ গীতত এইদৰে প্ৰকট কৰিছে—

"জয় জয় বটদ্ৰৱা বৈকুণ্ঠ দুতয়।
সেহি স্থানে নিজ গুৰু ভৈলন্ত উদয়।।
সেহিস্থানে নিজগুৰু পাতিলন্ত পাট।
ৰাম নাম মহাৰত্ন বেশাইলন্ত হাট ।।
মধ্যে পদশিলা স্থিত দক্ষিণে নামঘৰ।
মণিকূট গৃহ বান্ধি ৰহিলা শংকৰ।।
টেম্বুৱানী জান পূৱে শস্যক মাৰিলা।
যোগমায়া শান্তী আনি ধৰক বান্ধিলা।।
দক্ষিণে যাত্ৰাৰ দৌল শংকৰে নিৰ্ম্মিলা।
সাতো বৈকুণ্ঠৰ চিহ্ন আঁকিয়া দেখাইলা।।
পশ্চিমে শিলিখা বৃক্ষ হালিয়া আছয়।
তাহাতে আউজিয়া গুৰু পুস্তক লিখয়।।
উত্তৰে আকাশী গংগা ভক্তি সৰোবৰ।
মধ্য ৰাতি নমাইলন্ত শ্ৰীমন্ত শংকৰ।।
চাৰিফালে চাৰি হাটী মহাভক্তগণ।
চৈধ্যয় প্ৰসংগ কৰে নামৰ কীৰ্তন।।
সেহিস্থানে নিজ গুৰু কৰিলন্ত ৰাস।
কহয় পুৰুষোত্তম দাসৰো দাস।।"

পাছৰ কালত কছাৰী শাসনৰ লগত বাৰভূঞা শাসনৰ সংঘাতত ভূঞাসকল তিষ্ঠিব নোৱাৰি গুৰুজনাই ১৫১৯ খ্ৰীষ্টাব্দত বটদ্ৰৱা ত্যাগ কৰে। পাছত জাতি-কুটুম্ব, ভকত-বৈষ্ণৱ সমন্বিতে ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে বৰ্তমানৰ মাজুলীত ধোঁৱাহাট-বেলগুৰিত বাহৰ পাতি ১৫১৯ খ্ৰীষ্টাব্দৰ পৰা ১৯৪৩ খ্ৰীষ্টাব্দলৈ মাজুলীতে অৱস্থান কৰে। ধোঁৱাহাট-বেলগুৰিত থকা কালতেই গুৰুজনাই পত্নীপ্ৰসাদ নাট, কীৰ্তনৰ পাষণ্ড মৰ্দন, নাম অপৰাধ,


বৰদোৱা থানৰ প্ৰা[illegible] থকা শিলিখা বৃক্ষ

শিশুলীলা, কালীয় দমন, ৰাসক্ৰীড়া, কংসবধ, কুঁজীৰ বাঞ্ছা পূৰণ আদি পুথি ৰচনা কৰে বুলি পণ্ডিতসকলে মত পোষণ কৰে। ধোঁৱাহাটত থকা সময়ছোৱাতে ১৫২২ খ্ৰীষ্টাব্দত শংকৰ গুৰু আৰু মাধৱদেৱৰ মিলন হয়। পাছৰ কালত বিভিন্ন ঠাইত ঘূৰি-ফুৰি বৈষ্ণৱ ধৰ্মীয়-সংস্কৃতি সম্প্ৰসাৰণ কৰি গুৰুজনাই ১৫৬৯ খ্ৰীষ্টাব্দৰ ভাদ মাহৰ শুক্লা দ্বিতীয়াত কোচবিহাৰৰ তোৰোচা নদীৰ পাৰত কাকতকুটা নামে ঠাইত বৈকুণ্ঠগামী হয়।

গুৰুজনাই ১৫১৯ খ্ৰীষ্টাব্দতে এৰি থৈ যোৱা বৰদোৱা থান প্ৰায় ডেৰশ বছৰ পৰিত্যক্ত অৱস্থাত হাবি-জংঘলেৰে আবৃত্ত হৈ পৰে। পাছত মহাপুৰুষ শংকৰ গুৰুৰ নাতি-বোৱাৰী চতুৰ্ভুজ ঠাকুৰৰ প্ৰথমা পত্নী কনকলতা আইয়ে আহোম স্বৰ্গদেউ জয়ধ্বজ সিংহৰ ৰাজত্ব কালত (১৬৬৩ খ্ৰীষ্টাব্দত) চতুৰ্ভুজ ঠাকুৰৰ মৃত্যুৰ পাছত তেৰাৰ ভাগিন দামোদৰ আতাক লগত লৈ ৰাজ সাহায্য লৈ কালিন্দী আয়ে দিয়া বিৱৰণ অনুসৰি পৰিত্যক্ত অৱস্থাত হাবি-জংঘলেৰে আবৃত্ত বৰদোৱা থান পুনৰ উদ্ধাৰ কৰে।


থানৰ নাতিদূৰত থকা দৌল মন্দিৰ

আহোম স্বৰ্গদেউ চক্ৰধ্বজ সিংহৰ ৰাজত্ব কালত (১৬৬৩-১৬৭০ খ্ৰীষ্টাব্দত) দামোদৰ আতাৰ পুত্ৰ ৰমাকান্ত, চতুৰ্ভুজ ঠাকুৰৰ নাতি অনন্ত ৰায় আৰু পুৰুষোত্তম ঠাকুৰৰ নাতি চক্ৰপাণি প্ৰমুখ্যে আতা পুৰুষসকলে ৰাজ অনুগ্ৰহ লাভ কৰিছিল।

ৰাজভাতৃয়ে দামোদৰ আতাত শৰণ লৈ নৰোৱাত সত্ৰ স্থাপনৰ বাবে ৰাজসাহায্য আগবঢ়ায়।

বিগত ১৬৬৩ খ্ৰীষ্টাব্দৰ পৰা বটদ্ৰৱা থানে দ্বিতীয় বৈকুণ্ঠৰূপে বৈষ্ণৱ ধৰ্মীয়-সংস্কৃতিৰ পৰম্পৰা আৰু ঐতিহ্য বহন কৰি আহিছে। প্ৰায় তিনিশ পঞ্চাশ বছৰ পৰ্যন্ত বটদ্ৰৱা থানৰ অক্ষয় বন্তি আজিও প্ৰজ্বলিত হৈ আছে।

বৰ্তমান থানত আটকধুনীয়া কীৰ্তনঘৰ, আকাশীগংগা, অতিথিশালা, যাদুঘৰ, শংকৰী কলা-কৃষ্টি কেন্দ্ৰ, সভাঘৰ আদি বিদ্যমান। থানৰ নাতিদূৰত দৌল মন্দিৰ। এই ঠাইতেই মহাপুৰুষ শংকৰ গুৰুজনাই সাত বৈকুণ্ঠৰ চিহ্ন অংকণ কৰি সাতদিন সাত ৰাতি সকলোকে কৃষ্ণলীলাত মোহাচ্ছন্ন কৰি ৰাখিছিল। বৰ্তমান পৰিচালনা সমিতিৰ দ্বাৰা থানৰ উন্নয়নৰ কাম-কাজ কৰা হয়। বটদ্ৰৱা থান প্ৰাংগণত দৌলোৎসৱকে ধৰি বৈষ্ণৱ মহাপুৰুষসকলৰ আবিৰ্ভাৱ আৰু তিৰোভাৱ তিথি উৎসৱ আড়ম্বৰপূৰ্ণভাৱে উদ্‌যাপন কৰি অহা হৈছে।

## ভোলাগুৰি সত্ৰ

নগাঁও জিলাৰ কলিয়াবৰত প্ৰাচীন তথা ঐতিহাসিক ভোলাগুৰি সত্ৰ অৱস্থিত। কাল সংহতিৰ প্ৰবৰ্তক ভবানীপুৰীয়া গোপাল আতাৰ শিষ্য শ্ৰীৰাম আতাৰ কনিষ্ঠ পুত্ৰ ৰামানন্দদেৱে আনুমানিক ১৬৭৫-১৭০০ খ্ৰীষ্টাব্দত ভোলাগুৰি সত্ৰ প্ৰতিষ্ঠা কৰে। পিতৃৰ মৃত্যুৰ পাছত তেৰাই কালঝাৰ সত্ৰৰ অধিকাৰ হয়। পাছত উজনিৰ ভক্তসকলৰ অনুৰোধত উজনিলৈ আহে। লাচিত বৰফুকন প্ৰমুখ্যে আন আন বৰুৱা, শইকীয়া আদিও তেৰাত শৰণ দীক্ষা গ্ৰহণ কৰে। লাচিত বৰফুকনে শৰণ লৈ ভেদেলি ভাগুৰত সত্ৰ নিৰ্মাণ কৰাই দিছিল। পূৰ্বতে সত্ৰখন ভেদেলি ভাগুৰ নামেৰে নামকৰণ কৰা হৈছিল যদিও পৰৱৰ্তী কালত ভোলাগুৰি হিচাপে নামকৰণ কৰা হয়।

কাল সংহতিৰ ভোলাগুৰি সত্ৰ পৰৱৰ্তী কালত ৰামনন্দদেৱে তেৰাৰ মাজু পুত্ৰ শ্ৰীৰাম গোবিন্দদেৱক সত্ৰৰ অধিকাৰ দি অন্য ঠাইলৈ গৈ ধৰ্মপ্ৰচাৰৰ কাম আৰম্ভ কৰে। ৰামানন্দদেৱে সত্ৰ প্ৰতিষ্ঠা কৰে যদিও শ্ৰীৰাম গোবিন্দদেৱক ভোলাগুৰি সত্ৰৰ প্ৰথম অধিকাৰ বুলি ধৰা হয়। শ্ৰীৰাম গোবিন্দদেৱ বৈকুণ্ঠগামী হোৱাত তেৰাৰ তিনি পুত্ৰই সত্ৰৰ দায়িত্ব গ্ৰহণ কৰে। তিনি পুত্ৰৰ নাতি-পৰিনাতিসকলে জ্যেষ্ঠানুক্ৰমিকভাৱে তিনিভাগি মিলাপ্ৰীতিৰে সত্ৰ পৰিচালনাৰ কাম-কাজ কৰি আহিছে।

প্ৰতি বছৰে আহিন মাহৰ কৃষ্ণ চতুৰ্দশীত দুদিনীয়া কাৰ্য্যসূচীৰে সত্ৰ প্ৰাংগণত শ্ৰীৰাম গোবিন্দদেৱৰ তিথি উৎসৱ পালন কৰা হয়।

## কালাকাটা সত্ৰ

কাল সংহতিৰ প্ৰাচীন কালাকাটা সত্ৰ নগাঁও চহৰৰ পৰা প্ৰায় তিনি কিলোমিটাৰ পশ্চিমত কলং নৈৰ পাৰত অৱস্থিত। ভৱানীপুৰীয়া গোপাল আতাৰ পৰিনাতি দৈৱকীনন্দনদেৱে আনুমানিক ১৬৫০-১৭০০ খ্ৰীষ্টাব্দত কালাকাটা সত্ৰ প্ৰতিষ্ঠা কৰে। সত্ৰখন পূৰ্বতে বৰ্তমান যোৰহাট জিলাৰ অন্তৰ্গত মাজুলীৰ কালাকাটা নৈৰ পাৰত স্থাপন কৰে। পৰৱৰ্তী কালত দৈৱকীনন্দনদেৱৰ অধোস্তন বংশধৰৰ এজনে বৰ্তমান স্থানত সত্ৰখন স্থাপন কৰে।

## দিচিয়াল সত্ৰ

দিচিয়াল সত্ৰ প্ৰতিষ্ঠা কৰে মাধৱ গুৰুৰ আজ্ঞানুসৰি গোপালদেৱে। গোপালদেৱে পূৰ্বতে দিচিয়াল সত্ৰ শিৱসাগৰৰ দিচাং নৈৰ পাৰত প্ৰতিষ্ঠা কৰিছিল। পৰৱৰ্তী কালত সত্ৰখন নগাঁও চহৰৰ সমীপত ৰাইডঙীয়াত স্থাপন কৰে। গোপালদেৱৰ অধোস্তন বংশধৰসকলৰ সময়ত দিচিয়াল সত্ৰ নগাঁৱৰ বিভিন্ন স্থানলৈ সম্প্ৰসাৰিত হয়। গোপালদেৱৰ পৰিনাতি পৰশুৱে খোনাইপাৰত দিচিয়াল সত্ৰ স্থাপন কৰে। দিচিয়াল সত্ৰ নগাঁৱৰ বাৰপূজীয়াত সম্প্ৰসাৰণ কৰে গোপালদেৱৰ পৰিনাতি মহানন্দই আৰু বেবেজিয়াত সম্প্ৰসাৰণ কৰে আন এজন পৰিনাতি কৃষ্ণচৰণদেৱে। প্ৰতিষ্ঠিত হোৱা দিনৰে পৰাই দিচিয়াল সত্ৰই বৈষ্ণৱ ধৰ্মীয় আদৰ্শ আৰু পৰম্পৰাৰ ঐতিহ্য বহন কৰি আহিছে।

## কাথপাৰ সত্ৰ

ঐতিহাসিক কাথপাৰ সত্ৰ প্ৰতিষ্ঠা কৰে ভৱানীপুৰীয়া গোপাল আতাৰ আজ্ঞানুসৰি পুৰুষোত্তম আতাই। কাল সংহতিৰ কাথপাৰ সত্ৰ পুৰুষোত্তম আতাই পূৰ্বতে বৰ্তমান লখিমপুৰ জিলাৰ নাৰায়ণপুৰত স্থাপন কৰিছিল। কালক্ৰমত পুৰুষোত্তম আতাৰ অধোস্তন পুৰুষসকলৰ দিনত সত্ৰখন নগাঁও জিলাৰ কলিয়াবৰত স্থাপন কৰা হয়। কলিয়াবৰত দুখন কাথপাৰ সত্ৰ আছে। ইয়াৰে এখন বৰভাগ কাথপাৰ সত্ৰ আৰু আনখন সৰুভাগ কাথপাৰ সত্ৰ হিচাপে জনমানসত খ্যাতি লাভ কৰে। স্থাপন হোৱা কালৰে পৰাই কাথপাৰ সত্ৰই বৈষ্ণৱ ধৰ্মীয় পৰম্পৰাৰ ঐতিহ্য বহন কৰি আহিছে।

## চিপহা সত্ৰ

চিপহা সত্ৰৰ প্ৰতিষ্ঠাতা কৃষ্ণচৰণদেৱ। পূৰ্বতে কৃষ্ণচৰণদেৱে সত্ৰখন বৰ্তমান শোণিতপুৰ

জিলাৰ অন্তৰ্গত তেজপুৰ কলাবাৰীত স্থাপন কৰিছিল। পৰৱৰ্তী কালত কৃষ্ণচৰণদেৱৰ অধোস্তন বংশধৰসকলৰ সময়ত সত্ৰখন নগাঁৱৰ বিভিন্ন ঠাইলৈ সম্প্ৰসাৰিত হয়। কৃষ্ণচৰণদেৱৰ পুত্ৰ ৰামধনদেৱৰ পৰিনাতি অম্বৰীশদেৱে নগাঁৱৰ নৰনৈ কুমাৰগাঁৱত চিপহা সত্ৰ স্থাপন কৰে। অম্বৰীশদেৱৰ ভাতৃ অনন্তৰামদেৱে নগাঁও কলিয়াবৰত আন এখন চিপহা সত্ৰ সম্প্ৰসাৰণ কৰে। কৃষ্ণচৰণদেৱৰ পুত্ৰ কমলাকান্তদেৱে নগাঁও কলিয়াবৰত আৰু কমলাকান্তদেৱৰ পৰিনাতি ৰঙাচৰণদেৱে নগাঁৱৰ বৰভগীয়াত এখন চিপহা সত্ৰ পাতে।

## আধাৰ সত্ৰ

নগাঁও জিলাৰ অন্তৰ্গত ডিমৌত দেউ যদুমণিদেৱৰ দ্বিতীয় পুত্ৰ কমলাকান্তদেৱে বৰ্তমান যোৰহাট জিলাৰ অন্তৰ্গত মাজুলীৰ টুনি নৈৰ পাৰত স্থাপন কৰা আধাৰ সত্ৰৰ এখন শাখা সত্ৰ আছে। বানপানীৰ উপদ্ৰৱত সত্ৰখন ৰংদৈ ককিলাত স্থানান্তৰিত কৰা হয়। ৰংদৈতো অসুবিধাৰ সন্মুখীন হৈ মূল সত্ৰখন গোলাঘাট চহৰৰ সমীপত স্থাপন কৰা হয়। মূল সত্ৰখন স্থানান্তৰিত কৰা হয় যদিও সত্ৰখনৰ একোটা শাখা মাজুলী আৰু ৰংদৈতো আছে। আধাৰ সত্ৰৰ আন এটি শাখা যোৰহাট জিলাৰ দেৰগাঁৱতো বিদ্যমান।

## বালি সত্ৰ

দামোদৰ আতাই প্ৰতিষ্ঠা কৰা প্ৰাচীন আৰু ঐতিহাসিক সত্ৰ। দামোদৰ আতাৰ পৰিনাতিসকলে বৰদোৱা থানৰ পৰাই সত্ৰখন পৰিচালনা কৰি আছিল যদিও পৰৱৰ্তী কালত লক্ষ্মীকান্তদেৱৰ পুত্ৰ ধনেশ্বৰদেৱে বালি সত্ৰৰ অধিকাৰ হয়। সত্ৰৰ প্ৰাচীন আৰু আপুৰুগীয়া সম্পদসমূহৰ ভিতৰত টঙচু ফুকনে দান কৰা এটি ডাঙৰ ঘণ্টা আৰু এখন কাঁহ আছে। সত্ৰখন পুৰুষ সংহতিৰ।

## আইভেটি সত্ৰ

শংকৰ গুৰুজনাৰ নাতি বোৱাৰী কনকলতা আইয়ে গুৰুজনাই এৰি থৈ যোৱাৰ পাছত পৰিত্যক্ত হৈ পৰা বৰদোৱা থান উদ্ধাৰৰ বাবে আহি যি ঠাইত থিতাপি লৈছিল সেই স্থানক আইভেটি বুলি জনমানসত খ্যাত হৈ পৰে। এই আইভেটিতে অনন্ত আতাৰ পৰিনাতি হৰিচৰণদেৱৰ পুত্ৰ শশধৰ ঠাকুৰে আনুমানিক ১৬৫০-১৭০০ খ্ৰীষ্টাব্দত এখন সত্ৰ প্ৰতিষ্ঠা কৰে। শশধৰ ঠাকুৰে আইভেটিত প্ৰতিষ্ঠা কৰা এই সত্ৰখনকে আইভেটি ন-সত্ৰ বুলি কোৱা হয়। পুৰুষ সংহতিৰ আইভেটি ন-সত্ৰই আহোম স্বৰ্গদেউ গৌৰীনাথ সিংহৰ পৰা প্ৰায় ১৪শ বিঘা নিষ্কৰ ভূমি লাভ কৰিছিল।

## কুঁজী সত্ৰ

মহাপুৰুষ শ্ৰীমন্ত শংকৰ গুৰুৰ নাতি চতুৰ্ভুজ ঠাকুৰৰ ভগ্নী পুত্ৰ দামোদৰ আতাই স্থাপন কৰা সত্ৰ। সত্ৰৰ বিগ্ৰহত গোবিন্দ মূৰ্তি বিদ্যমান। কুঁজী বিলৰ কাষত দামোদৰ আতাই প্ৰতিষ্ঠা কৰা কুঁজী সত্ৰ পাছৰ কালত দামোদৰ আতাৰ পৰিনাতি ৰামদেৱৰ দ্বিতীয় পুত্ৰ বিষ্ণুদেৱ সত্ৰৰ অধিকাৰ হয়। পূৰ্বতে সত্ৰখন বিষ্ণুপুৰ সত্ৰ হিচাপে জনাজাত আছিল যদিও পাছৰ কালত কুঁজী সত্ৰ হিচাপে খ্যাত হৈ পৰে।

## চামুগুৰি সত্ৰ

শংকৰদেৱৰ নাতি চতুৰ্ভুজ ঠাকুৰৰ জোৱাই নিৰঞ্জন গাভৰুগিৰীৰ প্ৰথম পুত্ৰ চক্ৰপাণি। চক্ৰপাণিদেৱৰ নাতি বিষ্ণু দাসে নগাঁৱৰ কলিয়াবৰত সত্ৰ পাতে। মূল সত্ৰৰ নামানুসৰি সত্ৰখন চামুগুৰি সত্ৰ হিচাপে পৰিগণিত হৈ পৰে। সত্ৰৰ সত্ৰাধিকাৰ পদ্ধতি বংশানুক্ৰমিক। জ্যেষ্ঠানুক্ৰমে সত্ৰৰ সত্ৰাধিকাৰ হোৱাৰ পৰম্পৰা প্ৰচলিত।

## বৰজহা সত্ৰ

নগাঁও চহৰৰ পৰা প্ৰায় ১০ কিলোমিটাৰ নিলগত কলং নৈৰ দক্ষিণ পাৰত আনুমানিক ১৬০০-১৬২৫ খ্ৰীষ্টাব্দত কেশৱ চৰণ আতাই সত্ৰ প্ৰতিষ্ঠা কৰে। মহাপুৰুষ মাধৱদেৱৰ শিষ্য কেশৱ চৰণ আতাই লখিমপুৰ জিলাৰ কাচিকটা নৈৰ পাৰৰ ভাটৌকুছি গাঁৱত জন্ম লাভ কৰিছিল। সেয়ে এই আতা পুৰুষজনাক 'ভাটৌকুছিয়া আতা' হিচাপেও জনাজাত। মাধৱ গুৰুৰ তিৰোভাৱ পৰ্যন্ত তেৰাই কোচবিহাৰৰ মধুপুৰ সত্ৰত মাধৱ গুৰুৰ লগত থাকেহি। পৰৱৰ্তী কালত ঠাকুৰ আতাৰ আজ্ঞানুসৰি বদুলা পদ্ম আতাৰ স'তে অসমলৈ আহি বৰজহা সত্ৰ স্থাপন কৰে। পূৰ্বতে সত্ৰৰ অৱস্থা ভালেই আছিল যদিও পাছৰ কালত সত্ৰৰ উদাসীন ভকতসকলৰ বহুতেই বৰপেটা সত্ৰ আৰু অন্যান্য ঠাইলৈ গুচি যায়। কেইবা পুৰুষো সত্ৰৰ সত্ৰাধিকাৰ উদাসীন আছিল। পাছৰ কালত সত্ৰৰ গৃহস্থী অধিকাৰ হয়। নিকা সংহতিৰ এই বৰজহা সত্ৰত মহাপুৰুষ মাধৱ গুৰুৰ স্ব-হস্ত লিখিত 'নাম ঘোষা' পুথিখন আছে বুলি কোৱা হয়।

## বৰশুকদল সত্ৰ

নগাঁও জিলাৰ বৰঙোৱাৰ সমীপত অৱস্থিত পুৰুষ সংহতিৰ সত্ৰ। ঐতিহাসিক বৰশুকদল সত্ৰ আনুমানিক ১৭৫০-১৮০০ খ্ৰীষ্টাব্দত অনন্তৰামৰ পুত্ৰ হৰিৰায়দেৱে

প্রতিষ্ঠা কৰে। হৰিৰায়দেৱে সুললিত কণ্ঠেৰে ভাগৱত পাঠ কৰি ভক্তবৃন্দক মোহিত কৰিছিল হেতু তেৰাই ভাগৱতী আতা হিচাপে জনমানসত সুখ্যাতি লাভ কৰিছিল। আহোম স্বৰ্গদেউ ৰাজেশ্বৰ সিংহৰ ৰাজত্ব কালত বৰশুকদল সত্ৰই ৰাজপৃষ্ঠপোষকতা লাভ কৰিছিল।

## দিঘেলী সত্ৰ

পুৰুষ সংহতিৰ দিঘেলী সত্ৰ নগাঁৱৰ বৰদোৱাৰ পৰা প্ৰায় সাত কিলোমিটাৰ নিলগত ভোগবাৰীত অৱস্থিত। প্ৰাচীন তথা ঐতিহাসিক দিঘেলী সত্ৰ আনুমানিক ১৬৫০-১৬৭৫ খ্ৰীষ্টাব্দত পুৰুষোত্তম ঠাকুৰৰ পৰিনাতি শাৰঙ্গপাণিৰ দ্বিতীয় পুত্ৰ বজ্ৰপাণিয়ে প্ৰতিষ্ঠা কৰে। সত্ৰখন দিঘেলী সত্ৰ হিচাপে নামকৰণ হয় যদিও স্থানীয়ভাৱে ভোগবাৰী সত্ৰ হিচাপেহে জনাজাত।

## ডৌকাচাপৰি সত্ৰ

নগাঁও চহৰৰ পৰা প্ৰায় তিনি কিলোমিটাৰ নিলগত কাল সংহতিৰ প্ৰাচীন ডৌকাচাপৰি সত্ৰ অৱস্থিত। ভৱানীপুৰীয়া গোপাল আতাৰ নাতি ৰামকৃষ্ণদেৱৰ পুত্ৰ যাদৱানন্দই পূৰ্বতে সত্ৰখন মাজুলীত স্থাপন কৰিছিল। ব্ৰহ্মপুত্ৰৰ গৰাখহনীয়াত সত্ৰখন ধ্বংসপ্ৰাপ্ত হয়। পৰৱৰ্তী কালত যাদৱানন্দৰ পৰিনাতি দয়াময়দেৱে নগাঁৱৰ কলং নৈৰ পাৰত এই সত্ৰ প্ৰতিষ্ঠা কৰে। যাদৱানন্দৰ পৰিনাতি চক্ৰপাণিয়ে নগাঁও চহৰৰ পৰা প্ৰায় দুই কিলোমিটাৰ নিলগত ডৌকাচাপৰি নামকৰণেৰে কঁহুৱাতলি হুজগাঁৱত আন এখনি সত্ৰ প্ৰতিষ্ঠা কৰে।

যাদৱানন্দদেৱৰ দ্বিতীয় পৰিনাতি কঞ্জয়দেৱৰ চতুৰ্থ বংশধৰ মহীধৰদেৱৰ ভাতৃ চক্ৰপাণিৰ নাতিৰ বংশধৰ ত্ৰিবিক্ৰমচন্দ্ৰই নগাঁৱৰ ধুৰিয়াগাঁৱত ডৌকাচাপৰি নামকৰণেৰে আন এখন সত্ৰ প্ৰতিষ্ঠা কৰে।

## জখলাবন্ধা সত্ৰ

ব্ৰহ্ম সংহতিৰ জখলাবন্ধা সত্ৰ আনুমানিক ১৬৫০-১৬৭৫ খ্ৰীষ্টাব্দত দামোদৰ বাপুই প্ৰতিষ্ঠা কৰে। সত্ৰৰ মূল বিগ্ৰহ জয়গোবিন্দ আৰু দৌলগোবিন্দ। দামোদৰ বাপুৰ পৰিনাতি কৃষ্ণানন্দৰ সময়ত ৰজাৰ পৰা নিস্কৰ ভূমিও লাভ কৰিছিল। পৰৱৰ্তী কালত জখলাবন্ধা সত্ৰৰ জয়গোবিন্দ মূৰ্তি আনি নগাঁও চহৰৰ আমোলাপট্টিত জখলাবন্ধা সত্ৰ স্থাপন কৰে। কলিয়াবৰত থকা দৌলগোবিন্দ আৰু আমোলাপট্টিত থকা জয়গোবিন্দ দুয়োটা মূৰ্তিতে পূজা-অৰ্চনা কৰা হয়।

## ডোখৰামুখ সত্ৰ

পুৰুষ সংহতিৰ ডোখৰামুখ সত্ৰ আনুমানিক ১৬৫০-১৬৭৫ খ্ৰীষ্টাব্দত যদুমণিদেৱৰ পুত্ৰ জগতানন্দদেৱে প্ৰতিষ্ঠা কৰে। জগতানন্দদেৱে পূৰ্বতে সত্ৰখন বৰ্তমান শিৱসাগৰ জিলাৰ দিখৌমুখত স্থাপন কৰিছিল আৰু কালক্ৰমত দিখৌমুখৰ পৰাই সত্ৰখন ডোখৰামুখ হিচাপে পৰিগণিত হৈ পৰে। জগতানন্দদেৱৰ অধোস্তন বংশধৰসকলৰ সময়ত নগাঁৱৰ লেতেৰীৰ পাৰত আৰু পাছত জাজৰি ফুকনৰ খাতত সত্ৰখন সম্প্ৰসাৰিত হয়।

## কুড়িমাৰী সত্ৰ

নগাঁও জিলাৰ জাজৰিৰ গায়ন গাঁৱত অৱস্থিত। মহাপুৰুষ শংকৰদেৱৰ নাতি পুৰুষোত্তম ঠাকুৰৰ কন্যা অনন্তপ্ৰিয়াৰ অধোস্তন বংশধৰ প্ৰদ্যুম্নদেৱে কুড়িমাৰী সত্ৰ স্থাপন কৰে। সত্ৰত পুৰুষোত্তম ঠাকুৰৰ পদশিলা, পাদুকা আদি আপুৰুগীয়া আৰু পুৰণিকলীয়া সম্পদসমূহৰ সংৰক্ষণ কৰা আছে। স্থাপন হোৱা কালৰে পৰাই কুড়িমাৰী সত্ৰই বৈষ্ণৱ ধৰ্মীয় ভাবাদৰ্শ আৰু ঐতিহ্য বহন কৰি আহিছে।

## কালশিলা সত্ৰ

পুৰুষ সংহতিৰ কালশিলা সত্ৰ মহাপুৰুষ শংকৰদেৱৰ নাতি বোৱাৰী কনকলতা আইৰ আজ্ঞানুসৰি যদুদেৱৰ পুত্ৰ অনন্ত আতাই ১৬৪২ খ্ৰীষ্টাব্দত প্ৰতিষ্ঠা কৰে। অনন্ত আতাই উজনিলৈ আহি মায়ংগুৰ কালশিলা বিলৰ পাৰতে অৱস্থান কৰে আৰু পৰৱৰ্তী কালত কনকলতা আইৰ আজ্ঞানুসৰি কালশিলা সত্ৰ প্ৰতিষ্ঠা কৰে।

## লেটুগ্ৰাম সত্ৰ

পুৰুষ সংহতিৰ লেটুগ্ৰাম সত্ৰ আনুমানিক ১৭০০-১৭২৫ খ্ৰীষ্টাব্দত বাপুৰামদেৱৰ পুত্ৰ কৃষ্ণচৰণদেৱে প্ৰতিষ্ঠা কৰে। লেটুগ্ৰাম সত্ৰ নগাঁও জিলাৰ কলিয়াবৰত কলং নৈৰ পাৰত অৱস্থিত। সত্ৰৰ মূল বিগ্ৰহত বংশীবাদন মূৰ্তি আছে। জ্যেষ্ঠানুক্ৰমিকভাৱে সত্ৰৰ অধিকাৰ হোৱাৰ প্ৰথা প্ৰচলিত। সত্ৰখনক ন-সত্ৰ বুলিও কোৱা হয়। পৰৱৰ্তী কালত কৃষ্ণচৰণদেৱৰ নাতি সৰ্বানন্দই নগাঁও পুৰণিগুদামত আন এখন লেটুগ্ৰাম সত্ৰ স্থাপন কৰে।

## নিকামুল সত্ৰ

পুৰুষ সংহতিৰ নিকামুল সত্ৰ প্ৰতিষ্ঠা কৰে কৃষ্ণচৰণদেৱৰ নাতি মাধৱানন্দদেৱে। আনুমানিক

১৭০০-১৭২৫ খ্রীষ্টাব্দত স্থাপন কৰা নিকামুল সত্ৰৰ অধিকাৰ মাধৱানন্দৰ পাছত লক্ষ্মণদেৱ। মূল সত্ৰখন বৰ্তমান শোণিতপুৰ জিলাৰ তেজপুৰত। মূল সত্ৰৰ দুখন শাখা সত্ৰৰ এখন নগাঁৱৰ কলিয়াবৰত আৰু আনখন নিকামুলত অৱস্থিত। স্থাপন হোৱা কালৰে পৰাই বৈষ্ণৱ ধৰ্মীয় ৰীতি আৰু পৰম্পৰা বহন কৰি আহিছে নিকামুল সত্ৰই।

## মদাৰগুৰি সত্ৰ

ৰাপুৰামদেৱৰ পুত্ৰ ৰামানন্দ আৰু মহানন্দই আনুমানিক ১৭০০-১৭২৫ খ্রীষ্টাব্দত মদাৰগুৰি সত্ৰ প্ৰতিষ্ঠা কৰে। পুৰুষ সংহতিৰ মদাৰগুৰি সত্ৰ পূৰ্বতে মাজুলীত স্থাপন কৰা হৈছিল। ৰামানন্দ আৰু মহানন্দৰ অধোস্তন বংশধৰসকলৰ সময়ত সত্ৰখন নগাঁৱলৈ সম্প্ৰসাৰণ হয়। সত্ৰখন নগাঁৱৰ জাজৰিত অৱস্থিত।

## লাইআটি সত্ৰ

পুৰুষ সংহতিৰ লাইআটি সত্ৰ আনুমানিক ১৬০০-১৬২৫ খ্রীষ্টাব্দত মাধৱ গুৰুৰ আজ্ঞাপৰ ধৰ্মাচাৰ্য্য হৰি আতায়ে প্ৰতিষ্ঠা কৰে। সত্ৰৰ মূল বিগ্ৰহ মাধৱৰায়ৰ। ইয়াৰোপৰি বংশীবাদন, চতুৰ্ভুজনাৰায়ণ, গোপাল আদিৰ বিগ্ৰহো আছে। হৰি আতায়ে পূৰ্বতে সত্ৰখন মাজুলীত প্ৰতিষ্ঠা কৰিছিল। পৰৱৰ্তী কালত সত্ৰখন নগাঁৱলৈ স্থানান্তৰিত কৰা হয়। লাইআটি সত্ৰ তিনিভাগত বিভক্ত। বৰভাগ, মাজুভাগ আৰু সৰুভাগ। বৰ্তমান নগাঁও জিলাৰ পুৰণিগুদামৰ সমীপত কলং নৈৰ উত্তৰপাৰত এখন লাইআটি সত্ৰ আৰু পুৰণিগুদামৰ উত্তৰ-পূবে তেলীয়াগাঁৱত আন এখন লাইআটি সত্ৰ আছে। অতীজৰে পৰাই লাইআটি সত্ৰই ধৰ্মীয় ঐতিহ্য আৰু পৰম্পৰা ৰক্ষা কৰি আহিছে।

## মঠৰবৰি সত্ৰ

নগাঁৱৰ বৰদোৱাৰ সমীপত মঠৰবৰি গাঁৱত পুৰুষোত্তম ঠাকুৰৰ পৰিনাতি শাৰঙ্গপাণিৰ তৃতীয় পুত্ৰ মনোৰথৰ কোনোবা বংশধৰে পূৰ্বতে ইয়াতে নামঘৰ সাজি নাম-প্ৰসংগ আৰম্ভ কৰে। কালক্ৰমত সত্ৰ হিচাপে পৰিগণিত হৈ পৰে আৰু ইটাখুলি সত্ৰ হিচাপে জনমানসত জনপ্ৰিয়তা লাভ কৰে।

## নাচনীপাৰ সত্ৰ

কাল সংহতিৰ সত্ৰ। আনুমানিক ১৬৫০-১৬৭৫ খ্রীষ্টাব্দত ঐতিহাসিক নাচনিপাৰ সত্ৰ

প্ৰতিষ্ঠা কৰে ৰামানন্দদেৱে। ৰামানন্দদেৱৰ পুত্ৰ পদ্মনাভদেৱে নগাঁৱৰ পুৰণিগুদামৰ সমীপত কলং নৈৰ পাৰত নাচনীপাৰ সত্ৰ স্থাপন কৰে।

## হেমাৰবৰি সত্ৰ

আনুমানিক ১৬৫০-১৭০৯ খ্ৰীষ্টাব্দত ভবানীপুৰীয়া গোপাল আতাৰ নাতি কৃষ্ণদেৱে মাজুলীত হেমাৰবৰি সত্ৰ প্ৰতিষ্ঠা কৰে। পৰৱৰ্তী কালত তেৰাৰ অধোস্তন বংশধৰসকলে বিভিন্ন ঠাইত সত্ৰখন সম্প্ৰসাৰণ কৰে। ৰামানন্দৰ পুত্ৰ চতুৰ্ভুজদেৱে কাৰীগুৰি, জাজৰিত হেমাৰবৰি সত্ৰ স্থাপন কৰে। ৰামানন্দদেৱৰ কনিষ্ঠ পুত্ৰ ভগবানদেৱৰ পৰিনাতি বাসুদেৱে নগাঁৱৰ ভেলেউগুৰি হাঁহচৰাত আন এখন হেমাৰবৰি সত্ৰ প্ৰতিষ্ঠা কৰে। সত্ৰৰ মূল বিগ্ৰহত বংশীবাদন আৰু চতুৰ্ভুজ মূৰ্তি আছে। বাসুদেৱ আতাৰ পুত্ৰ ভৱদেৱে কলং নৈৰ উত্তৰ পাৰত খটোৱাল মৌজাত হেমাৰবৰি সত্ৰৰ শাখা সত্ৰ এখন স্থাপন কৰে। এইখন সত্ৰক ৰৰভেটি হেমাৰবৰি সত্ৰ বুলিও কোৱা হয়। হেমাৰবৰি সত্ৰ কাল সংহতিৰ সত্ৰ।

## কৰচুং সত্ৰ

অসমৰ প্ৰাচীন মহাপুৰুষীয়া সত্ৰসমূহৰ ভিতৰত কৰচুং সত্ৰ অন্যতম। আনুমানিক ১৬২৫-১৬৫০ খ্ৰীষ্টাব্দত সত্ৰখন প্ৰতিষ্ঠা কৰে শংকৰদেৱৰ নাতি চতুৰ্ভুজ ঠাকুৰে পতা বাৰজন আচাৰ্য্যৰ ভিতৰৰ আচাৰ্য্য কেশৱ আতাই। পুৰুষ সংহতিৰ কাইচুং সত্ৰ নগাঁৱৰ ৰাইডঙীয়া অঞ্চলত অৱস্থিত। কেশৱ আতাই প্ৰতিষ্ঠা কৰা কৰচুং সত্ৰৰ আন এখন শাখা সত্ৰ নগাঁৱৰ পৰা প্ৰায় ছয় কিলোমিটাৰ নিলগত কলং নৈৰ উত্তৰ পাৰে পহুকটা গাঁৱত বিদ্যমান।

## বালিসত্ৰ

ৰাপুৰামদেৱৰ পুত্ৰ মাধৱানন্দই স্থাপন কৰা পুৰুষ সংহতিৰ সত্ৰ। মাধৱানন্দই কলিয়াবৰৰ কলং নৈৰ দাঁতিৰ বালিচাপৰিত কিছু কাল বসতি স্থাপন কৰিছিল আৰু পাছত মাধৱানন্দই বসতি স্থাপন কৰা ঠাইতে বালিসত্ৰ গঢ় লৈ উঠে। মাধৱানন্দই স্থাপন কৰা বালিসত্ৰৰ শাখা সত্ৰ নগাঁৱৰ বিভিন্ন স্থানত সম্প্ৰসাৰিত হৈ আছে। মাধৱানন্দৰ পোষ্যপুত্ৰ লক্ষ্মণদেৱৰ পুত্ৰ ৰামচৰণদেৱে কলং নৈৰ উত্তৰ পাৰে গধৰীয়াত বালিসত্ৰ স্থাপন কৰে। নগাঁও যমুনামুখত কপিলী নৈৰ দক্ষিণপাৰে লক্ষ্মণদেৱৰ চতুৰ্থ পুত্ৰ উত্তমচৰণে আন এখনি বালিসত্ৰ স্থাপন কৰে আৰু পঞ্চম পুত্ৰ বৈষ্ণৱচৰণদেৱে নগাঁও চহৰৰ সমীপত আন এখনি বালিসত্ৰ সম্প্ৰসাৰণ কৰে। বালিসত্ৰৰ আন এখন সত্ৰ কলিয়াবৰৰ সমীপত কলং

নৈৰ উত্তৰ পাৰে অৱস্থিত। কলিয়াবৰত অৱস্থিত এইখন সত্ৰ সম্প্ৰসাৰণ কৰে লক্ষ্মণদেৱৰ তৃতীয় পুত্ৰ বিষ্ণুচৰণদেৱে। স্থাপন হোৱা কালৰে পৰাই বালিসত্ৰই বৈষ্ণৱ ধৰ্মীয় ৰীতি-নীতি আৰু পৰম্পৰা বহন কৰি আহিছে।

## চাৰিপোতা সত্ৰ

কাল সংহতিৰ চাৰিপোতা সত্ৰ আনুমানিক ১৬৫০-১৭০০ খ্ৰীষ্টাব্দত গোপাল আতাৰ পুত্ৰ কেহো আতাই স্থাপন কৰিছিল। পৰৱৰ্তী কালত কেহো আতাৰ অধোস্তন বংশধৰসকলৰ পৰা সত্ৰখন নগাঁৱৰ বিভিন্ন অঞ্চলত সম্প্ৰসাৰিত হয়। চাৰিপোতা সত্ৰৰ নগাঁৱৰ জাজৰিত, এখন এফলীয়াবৰীত আৰু আনখন বেবেজিয়াত আছে।

## কুৰুৱাবাহী সত্ৰ

নগাঁও জিলাৰ কুৰুৱাবাহীত প্ৰাচীন তথা ঐতিহাসিক কুৰুৱাবাহী সত্ৰ অৱস্থিত। ব্ৰহ্ম সংহতিৰ কুৰুৱাবাহী সত্ৰ আনুমানিক ১৬০০-১৬২৫ খ্ৰীষ্টাব্দত বংশীগোপালদেৱে প্ৰতিষ্ঠা কৰে। বংশীগোপালদেৱে দামোদৰ গুৰুৰ পৰা ধৰ্মবস্তু লৈ ধনশিৰি নৈৰ সমীপত কুৰুৱাবাহী নামে ঠাইত সত্ৰ প্ৰতিষ্ঠা কৰে। বংশীগোপালদেৱ বৈকুণ্ঠগামী হোৱাত তেওঁৰ পোষ্যপুত্ৰ জয়হৰিদেৱ কুৰুৱাবাহী সত্ৰৰ অধিকাৰ হয়। আহোম স্বৰ্গদেউ প্ৰতাপ সিংহৰ ৰাজত্ব কালত কুৰুৱাবাহী সত্ৰই ৰাজপৃষ্ঠপোষকতা লাভ কৰিছিল।

## শ্ৰৱণী সত্ৰ

প্ৰাচীন তথা ঐতিহ্যমণ্ডিত শ্ৰৱণী সত্ৰ আনুমানিক ১৬৫০-১৬৭৫ খ্ৰীষ্টাব্দত কৃষ্ণচৰণদেৱে প্ৰতিষ্ঠা কৰে। ব্ৰহ্ম সংহতিৰ শ্ৰৱণী সত্ৰ বৰ্তমান নগাঁও জিলাৰ কলিয়াবৰ, দগাঁও, কামপুৰ আদি বিভিন্ন ঠাইত সম্প্ৰসাৰিত হৈ আছে। সত্ৰৰ আদি ধৰ্মাচাৰ্য্য কৃষ্ণচৰণদেৱৰ শ্ৰীপতি শ্ৰৱণী নামৰ পৰাই সত্ৰখন শ্ৰৱণী সত্ৰ হিচাপে পৰিগণিত হৈ পৰে। আহোম স্বৰ্গদেউ ৰুদ্ৰসিংহই কৃষ্ণচৰণদেৱক ব্ৰহ্মোত্তৰ আৰু মহত্তক ধৰ্মোত্তৰসহ সত্ৰ প্ৰতিষ্ঠা কৰাই দিয়ে।

ধৰ্মাচাৰ্য্য কৃষ্ণচৰণদেৱৰ নাতি জগন্নাথদেৱ। তেওঁৰ চৈধ্যজন পুত্ৰৰ প্ৰথম, দ্বিতীয় আৰু সপ্তম পুত্ৰই কলিয়াবৰত থাকে আৰু দশম পুত্ৰ ভগৱন্তই জুৰিয়া দগাঁৱলৈ শ্ৰৱণী সত্ৰ সম্প্ৰসাৰণ কৰে। আন এজন পুত্ৰই কামপুৰত সত্ৰ পাতে। সত্ৰখন ব্ৰহ্ম সংহতিৰ অন্তৰ্গত যদিও বৰদোৱা সত্ৰৰ আৰ্হিতহে ধৰ্মীয় কৰ্মাদি কৰা হয়।

## গোবিন্দ মিশ্ৰ

নগাঁও জিলাৰ ব্ৰহ্মা সংহতিৰ এই সত্ৰখন কলিয়াবৰ বৰগীয়া মৌজাৰ অন্তৰ্গত পানীগাঁৱত অৱস্থিত। সত্ৰখন কেতিয়া প্ৰতিষ্ঠা কৰা হয় সেই বিষয়ে জনা নাযায়। সত্ৰখন হোৰোসা সত্ৰ হিচাপেহে সৰ্বজন বিদিত।

## গজলা সত্ৰ

কাল সংহতিৰ গজলা সত্ৰ প্ৰতিষ্ঠা কৰে ভবানীপুৰীয়া গোপাল আতাৰ শিষ্য সৰু যদুমণিয়ে আনুমানিক ১৬২৫-১৬৫০ খ্ৰীষ্টাব্দত। তেঁৱাই পূৰ্বতে মাজুলীৰ গজলা সুঁতিৰ পাৰত সত্ৰ প্ৰতিষ্ঠা কৰা হেতুকেই সত্ৰখন গজলা সত্ৰ হিচাপে পৰিগণিত হৈ পৰে। যদুমণিদেৱে প্ৰতিষ্ঠা কৰা গজলা সত্ৰৰ শাখা সত্ৰ নগাঁৱৰ বিভিন্ন ঠাইত সম্প্ৰসাৰিত হৈ আছে। নগাঁৱৰ মৰিকলং, জাজৰিৰ ভোটাইগাঁও, কলিয়াবৰ আদি ঠাইত গজলা সত্ৰ সম্প্ৰসাৰিত হৈছে।

## বাঁহবাৰী সত্ৰ

কাল সংহতিৰ বাঁহবাৰী সত্ৰ নগাঁও চহৰৰ পৰা প্ৰায় তিনি কিলোমিটাৰ পশ্চিমে কলং নৈৰ পাৰত অৱস্থিত। ভবানীপুৰীয়া গোপাল আতাৰ শিষ্য বৰ যদুমণিয়ে আনুমানিক ১৬০০-১৬২৫ খ্ৰীষ্টাব্দত বাঁহবাৰী সত্ৰ প্ৰতিষ্ঠা কৰে। বৰ যদুমণিয়ে পুত্ৰ-পৰিবাৰ এৰি উদাসীন হৈ কিছুকাল বংশী গোপালদেৱৰ ডেৰেৰাপাৰ সত্ৰত আছিল। পাছত বৰপেটালৈ আহি মাধৱ গুৰুৰ সংগ লাভ কৰে। শ্ৰীৰামদেৱৰ সৈতে ভবানীপুৰীয়া গোপাল আতাত শৰণ লয়। পাছত গুৰুৰ আজ্ঞানুসৰি উজনিলৈ ধৰ্ম প্ৰচাৰ কৰিবলৈ আহি সলাৰঘাট, হিদুলা আদি ঠাইত সত্ৰ স্থাপন কৰে। পাছত গাংমৌৰেদি উত্তৰলৈ গৈ বাঁহবাৰীত সত্ৰ স্থাপন কৰে।

## হালধিবাৰী সত্ৰ

কাল সংহতিৰ হালধিবাৰী সত্ৰ আনুমানিক ১৬২৫-১৬৫০ খ্ৰীষ্টাব্দত ভবানীপুৰীয়া গোপাল আতাই পতা ধৰ্মাচাৰ্য্য নাৰায়ণ আতাই প্ৰতিষ্ঠা কৰে। সত্ৰখন দহঘৰ নামেৰেও জনা যায়।

## শিলডুবি সত্ৰ

ব্ৰহ্মা সংহতিৰ শিলডুবি সত্ৰ প্ৰতিষ্ঠা কৰে দামোদৰদেৱৰ আজ্ঞানুসৰি শিৰোমণিদেৱে। পূৰ্বতে মায়ঙৰ শিলডুবি বিলৰ পাৰত প্ৰতিষ্ঠা কৰা হেতুকেই সত্ৰখন শিলডুবি সত্ৰ

হিচাপে জনমানসত খ্যাতি লাভ কৰে। পৰৱৰ্তী কালত সত্ৰখন চভাবৰীলৈ স্থানান্তৰিত কৰা হয়। সত্ৰৰ প্ৰাংগণত মহাপুৰুষ শংকৰদেৱ, মাধৱদেৱ, দামোদৰদেৱ, ভট্টদেৱ আদি বৈষ্ণৱ গুৰুসকলৰ তিথি উৎসৱ পালন কৰাৰ উপৰি দৌলযাত্ৰা, ৰাস মহোৎসৱ আদি ধৰ্মীয় উৎসৱ-পাৰ্বণ পালন কৰা হয়।

## গোণামাৰা সত্ৰ

পুৰুষ সংহতিৰ গোণামাৰা সত্ৰ প্ৰতিষ্ঠা কৰে চক্ৰপাণিদেৱৰ পুত্ৰ বিক্ৰমদেৱে। আনুমানিক ১৮২৫-১৮৪০ খ্ৰীষ্টাব্দত স্থাপন কৰা গোণামাৰা সত্ৰ বিক্ৰমদেৱৰ অধোস্তন বংশধৰসকলৰ সময়ত নগাঁৱৰ বিভিন্ন ঠাইত সম্প্ৰসাৰিত হয়। বিক্ৰমদেৱৰ প্ৰথম পুত্ৰ শ্ৰীৰামদেৱে মূল সত্ৰৰ নাতিদূৰত কলং নৈৰ উত্তৰ পাৰত গোণামাৰা সত্ৰ সম্প্ৰসাৰিত কৰে। দ্বিতীয় পুত্ৰ হৰিদেৱেও চামগুৰিৰ সমীপত গোণামাৰা সত্ৰৰ শাখা সত্ৰ স্থাপন কৰিছিল।

## খৌবামোচৰ সত্ৰ

খৌবামোচৰ সত্ৰ প্ৰতিষ্ঠা কৰে ৰামচন্দ্ৰদেৱে। পূৰ্বতে ৰামচন্দ্ৰদেৱে সত্ৰখন ডিক্ৰং নৈৰ পাৰত স্থাপন কৰিছিল। পৰৱৰ্তী কালত ৰামচন্দ্ৰদেৱৰ অধোস্তন বংশধৰ যশোধৰদেৱে নগাঁৱৰ লেতেৰীৰ পাৰত খৌবামোচৰ সত্ৰ স্থাপন কৰে।

## মাহৰা সত্ৰ

ঐতিহাসিক মাহৰা সত্ৰ প্ৰতিষ্ঠা কৰে শংকৰ গুৰুৰ আজ্ঞানুসৰি মাধৱদেৱে পতা ধৰ্মাচাৰ্য্য যদুমণিদেৱে। যদুমণিদেৱে মাধৱ গুৰুৰ পৰা প্ৰথম স্কন্ধ ভাগৱত আৰু শ্যামৰায় মূৰ্তি লৈ উজনিত ধৰ্ম প্ৰচাৰৰ কামত নিয়োজিত হৈ দিচাংমুখৰ মাথিয়াচিগাত মাহৰা সত্ৰ প্ৰতিষ্ঠা কৰে। পৰৱৰ্তী কালত যদুমণিদেৱৰ পুত্ৰ কমলাকান্তৰ পৰিনাতি ভোলানাথদেৱে নগাঁও লেতেৰীজানৰ পাৰত মাহৰা সত্ৰ সম্প্ৰসাৰণ কৰে। পাছত ভোলানাথদেৱৰ পৰিনাতি সোমেশ্বৰদেৱে সত্ৰখন লেতেৰীজানৰ পৰা ডিমৌলৈ স্থানান্তৰিত কৰে।

## আঁহতগুৰি সত্ৰ

কাল সংহতিৰ আঁহতগুৰি সত্ৰ আনুমানিক ১৬২৫-১৬৫০ খ্ৰীষ্টাব্দত ভবানীপুৰীয়া গোপাল আতাৰ শিষ্য শ্ৰীৰামদেৱৰ পুত্ৰ ৰামানন্দদেৱে প্ৰতিষ্ঠা কৰে। পিতৃ শ্ৰীৰামদেৱ বৈকুণ্ঠগামী হোৱাত তেৰাই কালবাৰ সত্ৰৰ অধিকাৰ হয়। পাছত উজনিলৈ আহি লাচিত বৰফুকনৰ

তত্ত্বাবধানত ভেদেলি ভাগুৰ সত্ৰ নিৰ্মাণ কৰে। ভেদেলি ভাগুৰত কিছুকাল থকাৰ পাছত তেৰাই ডেবেৰা বৰুৱাই নিৰ্মাণ কৰাই দিয়া বংশজেঙনি সত্ৰলৈ যায়। পাছত ঢকুৱা, কলিয়াবৰ আদি ঠাইত থাকি আঁতন বুঢ়াগোহাঁইৰ পৃষ্ঠপোষকতাত মাজুলীৰ আঁহতগুৰিত সত্ৰ প্ৰতিষ্ঠা কৰে।

মানৰ আক্ৰমণৰ সময়ত সত্ৰৰ লোকসকল ভটিয়াই আহি বিভিন্ন ঠাইত সত্ৰ প্ৰতিষ্ঠা কৰে। ৰামানন্দদেৱৰ অধোস্তন বংশধৰসকলে স্থাপন কৰা ঐতিহাসিক আঁহতগুৰি সত্ৰ নগাঁও জিলাৰ বিভিন্ন ঠাইত সম্প্ৰসাৰিত হৈ আছে। ৰামানন্দদেৱৰ পৰিনাতি ৰুৱাগী আতাই কলিয়াবৰত আঁহতগুৰি সত্ৰ স্থাপন কৰে। ইয়াৰ উপৰি নগাঁৱৰ জাজৰি, হজগাঁও, কপাহএৰা আদি ঠাইত মূল আঁহতগুৰি সত্ৰৰ শাখা সত্ৰ আছে।

## মাধতাৰি সত্ৰ

পুৰুষ সংহতিৰ মাধতাৰি সত্ৰ আনুমানিক ১৬৫০-১৭০০ খ্ৰীষ্টাব্দত পুনাই আতাৰ পুত্ৰ মাধৱ নাৰায়ণদেৱে প্ৰতিষ্ঠা কৰে। পুনাই আতাৰ পিতৃ জয়কৃষ্ণদেৱে নগাঁও কলিয়াবৰ সমীপত পুৰণি সত্ৰ স্থাপন কৰে। পাছত মাধৱ নাৰায়ণে পুৰণি সত্ৰৰ অলপ আঁতৰত সত্ৰ প্ৰতিষ্ঠা কৰি নিজ নামেৰে সত্ৰখন নামকৰণ কৰে। পৰৱৰ্তী কালত সত্ৰখন মাধতাৰি সত্ৰ হিচাপে জনমানসত খ্যাতি লাভ কৰে। সত্ৰৰ মূল বিগ্ৰহ বাসুদেৱৰ।

## চৰাইখোৰোং সত্ৰ

নগাঁও ৰাইডঙীয়া অঞ্চলত পুৰুষোত্তম ঠাকুৰৰ নাতি গদাপাণিয়ে প্ৰতিষ্ঠা পুৰুষ সংহতিৰ সত্ৰ।

## চেঁচা সত্ৰ

নগাঁও চহৰৰ পৰা প্ৰায় ছয় কিলোমিটাৰ পূবে কলং নৈৰ উত্তৰ পাৰত অৱস্থিত কাল সংহতিৰ চেঁচা সত্ৰ আনুমানিক ১৬৭৫ খ্ৰীষ্টাব্দত ৰামাই আতাই প্ৰতিষ্ঠা কৰে।

## ব্ৰহ্মচাৰী সত্ৰ

নগাঁৱৰ কলং নৈৰ উত্তৰ পাৰত অৱস্থিত ব্ৰহ্ম সংহতিৰ প্ৰাচীন সত্ৰ। আনুমানিক ১৭৫৯-১৮০০ খ্ৰীষ্টাব্দত চাৰুচন্দ্ৰৰ পুত্ৰ বিশ্বম্ভৰ বাপুই এই সত্ৰ স্থাপন কৰে। ব্ৰহ্মচাৰী সত্ৰৰ এখনি শাখা সত্ৰ পথৰুপাটাত আছে।

## ৰূপনাৰায়ণ (পোৰাভেটি)

সতানন্দৰ পুত্ৰ জয়কৃষ্ণৰ দ্বিতীয় পুত্ৰ পুনাই আতাৰ দ্বিতীয়গৰাকী ভাৰ্যাৰ জ্যেষ্ঠ পুত্ৰ ৰূপনাৰায়ণে নগাঁৱৰ কলিয়াবৰৰ খুটামৰা স্থিত পুৰণিঘৰৰ পৰা উঠি আহি মাধতাৰি সত্ৰৰ পুৱত স্ব-নামানুসৰি ৰূপনাৰায়ণ সত্ৰ প্ৰতিষ্ঠা কৰে। ৰূপনাৰায়ণৰ কনিষ্ঠ পুত্ৰ পদ্মনাৰায়ণে এই সত্ৰৰ সত্ৰাধিকাৰ পদ লাভ কৰাত তেখেতৰ বংশধৰসকলেই পাছলৈ সত্ৰৰ অধিকাৰৰ পদ একাদিক্ৰমে লাভ কৰিবলৈ লয়। পদ্মনাৰায়ণৰ পাছত তেৰাৰ তৃতীয় পুত্ৰ চক্ৰপাণিয়ে অধিকাৰ পদ লাভ কৰে আৰু তাৰ পাছত তেৰাৰ পুত্ৰ বিকাৰাম অধিকাৰ হৈ থকা কালছোৱাত মানে অসম আক্ৰমণ কৰাত সত্ৰৰ কীৰ্তনঘৰ জ্বলাই দিয়াৰ পাছত পুনৰ সত্ৰ প্ৰতিষ্ঠা কৰি সত্ৰখনৰ নাম পোৰাভেটি ৰাখে। এই সত্ৰখনি পুৰুষ সংহতিৰ আৰু আনুমানিক ১৭৫০-১৮০০ খ্ৰীষ্টাব্দত সত্ৰখনি স্থাপন কৰা হৈছিল।

## ফুলবাৰী সত্ৰ

ধৰ্মাচাৰ্য খোৰাগোপালদেৱৰ নাতি পৰশুৰামে স্থাপন কৰা ফুলবাৰী সত্ৰ নগাঁও জিলাৰ নৗৈ অঞ্চলত অবস্থিত। পৰশুৰামদেৱৰ বংশধৰসকলে পৰৱৰ্তী কালত বেবেজিয়া অঞ্চললৈ গৈ ফুলবাৰী সত্ৰ স্থাপন কৰে।

## ম'হখৰা সত্ৰ

নগাঁও জিলাৰ পূবে ট্ৰাংকৰোডৰ দাঁতিত অৱস্থিত ম'হখৰা সত্ৰখন কমলেশ্বৰীৰ দ্বিতীয় পুত্ৰ পৰমানন্দৰ জ্যেষ্ঠ পুত্ৰ মুকুন্দদেৱে প্ৰতিষ্ঠা কৰিছিল। সত্ৰখনিৰ আৰ্থিক অৱস্থা দুৰ্বল হোৱা বাবে বৰ্তমান জৰাজীৰ্ণ অৱস্থাত কোনো ৰকমে চলি আছে।

## খুন্দামৰা সত্ৰ

পুৰুষ সংহতিৰ এই সত্ৰখনি নগাঁৱত অৱস্থিত। খুটামৰা জয়কৃষ্ণৰ তিনি পুত্ৰৰ ভিতৰত জ্যেষ্ঠ পুত্ৰ পদ্ম আতাৰ পুত্ৰ নৰোত্তমে স্থাপন কৰা এই সত্ৰৰ নামেৰে নগাঁও জিলাত চাৰিখন সত্ৰ আছে। এই সত্ৰৰ স্থানীয় নাম চেলেং। কলিয়াবৰ, পোতনি, হাটিয়নি ভেটি, নৗৈ পোতলি আৰু নৗৈ চকবিগাঁৱত বৰ্তমানে চাৰিখন সত্ৰ আছে। আনুমানিক ১৭০০-১৭৫০ খ্ৰীষ্টাব্দত এই সত্ৰ প্ৰতিষ্ঠা হোৱা বুলি ক'ব পাৰি।

## কামপুৰ সত্ৰ

প্ৰাচীন আৰু ঐতিহ্যমণ্ডিত কামপুৰ সত্ৰখনি নগাঁও জিলাৰ কামপুৰত অৱস্থিত। মাজুলীস্থিত গড়মূৰ সত্ৰৰ আজ্ঞানুসৰি স্থাপন কৰা এই সত্ৰখনিৰ অৰ্থনৈতিক দিশৰ পৰা অধিক উন্নত।

## হৰিমিশ্ৰ সত্ৰ

মাজুলীৰ আউনীআটি সত্ৰৰ আজ্ঞাত স্থাপন হোৱা এই সত্ৰখনি ব্ৰহ্ম সংহতিৰ সত্ৰ। নগাঁও জিলাৰ পুৰণিগুদামৰ ভেৰভেৰী অঞ্চলত অৱস্থিত এই সত্ৰখনিৰ এখনি শাখা সত্ৰ নৰৈ অঞ্চলৰ পানী গাঁৱত আছে।

## খামুচিয়া সত্ৰ

পুনাই আতাৰ পুত্ৰ তথা মাধনাৰায়ণৰ মাহীমাকৰ বৰপুত্ৰ ৰূপনাৰায়ণদেৱে প্ৰতিষ্ঠা কৰা খামুচিয়া সত্ৰ নগাঁও জিলাত অৱস্থিত। ৰূপনাৰায়ণৰ কনিষ্ঠ পুত্ৰ পদ্মনাৰায়ণৰ পুত্ৰ ৰামচন্দ্ৰই পাছত মূল সত্ৰৰ পৰা আঁতৰি গৈ বৰভগীয়া অঞ্চলত সত্ৰ প্ৰতিষ্ঠা কৰে আৰু তেখেত ৰূপত সুন্দৰ তথা খামুচিয়া কঁকাল হেতু এই সত্ৰৰ নাম খামুচিয়া হয় বুলি প্ৰবাদ আছে।

## পুৰণিঘৰ সত্ৰ

পুনাই আতাৰ দ্বিতীয়গৰাকী ভাৰ্য্যাৰ পাঁচজন পুত্ৰৰ ভিতৰত জয়নাৰায়ণ আৰু প্ৰাণনাৰায়ণে ককাদেউতাক জয়কৃষ্ণৰ বাসভূমি নগাঁৱৰ খুটামৰাত থকা পুৰণিঘৰৰ ভেটিত পুৰণিঘৰ সত্ৰ প্ৰতিষ্ঠা কৰে।

## এলেঙি সত্ৰ

ৰূপনাৰায়ণৰ চাৰিপুত্ৰৰ ভিতৰত ব্ৰহ্মানন্দই নগাঁও জিলাৰ বেবেজিয়াৰ মায়ামৰা বিলৰ সমীপত প্ৰতিষ্ঠা কৰা এলেঙি সত্ৰখন পুৰুষ সংহতিৰ সত্ৰ। আৰ্থিক অভাৱৰ বলি হোৱা এই সত্ৰখনিৰ অৱস্থা বৰ্তমান অতি শোচনীয়।

## বৰভকতি সত্ৰ

সন্তানন্দৰ বৰপুত্ৰ জয়কৃষ্ণৰ তৃতীয় পুত্ৰ বলাই আতাৰ পুত্ৰ ভূষণে নগাঁও জিলাত আজোককাক বৰভকত সন্তানন্দৰ নামানুসৰি এই সত্ৰ স্থাপন কৰে।

## শ্যামকানু সত্ৰ

ধৰ্মাচাৰ্য সতানন্দৰ দ্বিতীয় পুত্ৰ মহাকৃষ্ণৰ নাতি আৰু ৰামচৰণৰ পুত্ৰ জ্ঞানী পুৰুষ শ্যামকানুৱে নগাঁও জিলাৰ কলিয়াবৰৰ চিলাবন্ধা বিলৰ উত্তৰ পিনে এই সত্ৰ স্থাপন কৰে। মধ্য অসমত মহাপুৰুষীয়া ধৰ্ম প্ৰচাৰ কৰা শ্যামকানুৰ নাম অনুযায়ী এই সত্ৰৰ নামো শ্যামকানু সত্ৰ হয়। বৰ্তমান পাথৰি টাঙোনধৰাত এই নামৰ আন এখন সত্ৰ আছে।

## মাউৰা গোবিন্দ সত্ৰ

নগাঁও জিলাৰ কুঁৱৰীটোলৰ পশ্চিমত কলঙৰ উত্তৰে অৱস্থিত এই সত্ৰখন ধৰ্মাচাৰ্য সতানন্দৰ চাৰিপুত্ৰৰ ভিতৰৰ তৃতীয় পুত্ৰ ব্ৰাহ্মিকৃষ্ণৰ পুত্ৰ হৰিৰ বৰপুত্ৰ গোবিন্দই প্ৰতিষ্ঠা কৰে। শৈশৱ কালতে পিতৃ-মাতৃ বিয়োগ হোৱাত মাউৰা গোবিন্দৰ নামেৰে এই সত্ৰৰ নাম মাউৰা গোবিন্দ হয়।

## বৰএলেঙি সত্ৰ

বাপুৰামদেৱৰ তৃতীয় ভাৰ্যাৰ প্ৰথম পুত্ৰ কৃষ্ণানন্দই নগাঁও জিলাৰ বৰ এলেঙি বিলৰ পাৰত এই সত্ৰ স্থাপন কৰে। কৃষ্ণানন্দ অপুত্ৰক আছিল বাবে ভাগিনীয়েক পদ্মপাণিক পুত্ৰৰূপে মানি লৈ সত্ৰৰ অধিকাৰৰ পদ যাচে। এই পদ্মপাণিদেৱেই নগাঁও জিলাত বৰএলেঙি নামেৰে আন কেইখনমান সত্ৰ প্ৰতিষ্ঠা কৰে। তাৰ ভিতৰত বৰভগীয়া মৌজাৰ কলং নৈৰ কাষত থকা বৰএলেঙি, কোটোহা দ-গাঁও স্থিত বৰএলেঙি, মাজপোতনি স্থিত বৰএলেঙি সত্ৰ ইত্যাদি।

## চেংলাই সত্ৰ

আদিতে এই সত্ৰ মাজুলীত আছিল যদিও বিশেষ কাৰণবশতঃ মাজুলীৰ পৰা উঠি আহি নগাঁও জিলাৰ শিলপুখুৰী নামে ঠাইত বংশীগোপালদেৱে এই সত্ৰখন স্থাপন কৰে। কিন্তু পিছলৈ এই সত্ৰ আদিস্থানৰ পৰা উঠি আহি নগাঁৰৰ শালমৰাত চেং নামৰ এগৰাকী গোসাঁইৰ সহযোগিতাত কৃষ্ণদেৱে স্থাপন কৰে। এই চেং গোসাঁইৰ নামানুসৰিয়েই এই সত্ৰৰ নাম চেংলাই সত্ৰ ৰখা হয়।

## বিহমপুৰ সত্ৰ

নগাঁও জিলাৰ কলিয়াবৰত 'মাধ'দেৱে প্ৰতিষ্ঠা কৰা ওচৰা-ওচৰিকৈ দুখনি বিহমপুৰ সত্ৰ

আছে। আর্থিক দুৰৱস্থাৰ হেতু সত্ৰ দুখনৰ এখনি সত্ৰ বৰ্তমান ধবংসপ্ৰাপ্ত আৰু আনখন প্ৰায় ভগ্নাৱস্থাত। এই সত্ৰৰ আদি পুৰুষসকল উজনিৰ পৰা অহা বুলি প্ৰবাদ আছে।

## শালমৰা সত্ৰ

মহাপুৰুষ শংকৰ গুৰুজনাৰ নাতি বোৱাৰী কনকলতা আইৰ আজ্ঞাত প্ৰতিষ্ঠা হোৱা শালমৰা সত্ৰখন নগাঁও জিলাৰ উত্তৰ-পূবে থকা কবৈয়নিত অৱস্থিত।



ভিতৰ পৃষ্ঠাত

- শোণিতপুৰ জিলা : এটি পৰিচয়মূলক টোকা
- মঠ-মন্দিৰ/দেৱালয়

○বিশ্বনাথ ক্ষেত্ৰ ○দ-পৰ্বতীয়া ○বামুণী পাহাৰ ○মহাভৈৰৱ মন্দিৰ ○ভৈৰবী মন্দিৰ ○গণেশ মন্দিৰ ○কেতেকেশ্বৰ দেৱালয় ○গুপ্তেশ্বৰ মন্দিৰ ○দক্ষিণা কালী মন্দিৰ ○শ্ৰীশ্ৰীসত্যনাৰায়ণ মন্দিৰ ○হুদুপৰা থান ○হনুমান মন্দিৰ ○নাগশংকৰ মন্দিৰ ○নন্দিকেশ্বৰ দেৱালয় ○কন্যাকাশ্ৰম বা কন্যাশ্ৰম সৌভাগ্যমাধৱ মন্দিৰ ○শুক্ৰেশ্বৰ দেৱালয় ○নিজৰৰচলা মন্দিৰ ○ভঙামন্দিৰ গাঁৱৰ মন্দিৰ ○যোগেশ্বৰ দেৱালয় ○ধ্বান্দি বা ধেন্দাই দ'ল ○কিৰাং আৰু ওৰাং বুঢ়াগোসাঁই থান ○ফুলবাৰী দেৱালয় ○বিহালীৰ শিৱ মন্দিৰ ○ভোলাগুৰি শিৱ মন্দিৰ ○চাৰিদুৱাৰ দুলালমাধৱ দেৱালয় ○ৰুদ্ৰপদ দেৱালয় (চামধৰা) ○নৰবলি আৰু বান্দৰদেৱা পাহাৰ ○ভৈৰৱপদ দেৱালয় ○ৰুদ্ৰপদ দেৱালয় ○হেংগুলেশ্বৰ দেৱালয় ○হলেশ্বৰ দেৱালয় ○অম্ন নোখোৰা আতাৰ থান ○গাংমৌ থান/সত্ৰ কুণ্ডাৰবাৰী থান ○খুটাৰগুৰি থান ○ব'ৰাগীৰ থান বা মাধৱানন্দৰ থান ○কামৰূপীয়া নামঘৰ ○শ্ৰীচৈতন্য গৌড়ীয় মঠ ○ৰোমান কেথলিক ছাৰ্চ ○গুৰুদ্বাৰ

- সত্ৰ/সচং

○নিকামূল সত্ৰ ○কলাবাৰী দক্ষিণপাট সত্ৰ আৰু দ'ল ○গটঙা সত্ৰ ○গুৱাধৰা সত্ৰ ○গোবিন্দ এলেঙি সত্ৰ ○চাৰিকৃষ্ণৰ থান ○চিপহা সত্ৰ ○চুপহা সত্ৰ ○চেউনী বৰদেৱা থান ○ঢৌকাচাপৰি সত্ৰ ○ডিফলু সত্ৰ ○টেঙাৰবীয়া সত্ৰ ○তেতেলিগুৰি সত্ৰ ○মদাৰগুৰি সত্ৰ ○মাউৰাগোবিন্দ সত্ৰ ○মাধৱ আতা সত্ৰ ○বান্ধনি সত্ৰ ○শলগুৰি সত্ৰ ○আঁহতগু[illegible] বগাকুঢ়া সত্ৰ ○কৰতিপাৰ সত্ৰ ○কলীয়া গোসাঁই সত্ৰ ○কামদেৱাল সত্ৰ ○কাৰৈমাৰী সত্ৰ ○কোৱামৰা সত্ৰ ○সাউদকুছি সত্ৰ ○সুন্দৰীদিয়া সত্ৰ ○সোণাৰিপাৰ সত্ৰ ○বালি সত্ৰ ○বৰএলেঙি সত্ৰ ○বাকৰি সত্ৰ ○বৰালিমৰা সত্ৰ ○বালিপুখুৰী সত্ৰ ○বাঁহবাৰী সত্ৰ ○চেঁচা সত্ৰ ○গোণামৰা সত্ৰ ○দিচিয়াল সত্ৰ ○ধোপাবৰ সত্ৰ ○নমাটি সত্ৰ ○নদুৱাৰ সত্ৰ ○নাহৰখাত সত্ৰ ○বৰগাঁও সত্ৰ

## শোণিতপুৰ জিলা ঃ
## এটি পৰিচয়মূলক টোকা

অসমৰ শাসনাধিষ্ঠিত জিলাসমূহৰ ভিতৰত শোণিতপুৰ জিলাও এখন। অসমৰ মুঠ ভূ-খণ্ডৰ ৫,৩২৪ বৰ্গ কিলোমিটাৰ ভূ-খণ্ড আগুৰি থকা জিলাখনৰ মুঠ জনসংখ্যা ১৬,৭৭,৮৭৪ (২০০১ চনৰ লোকপিয়ল অনুসৰি)। তেজপুৰ, বিশ্বনাথ চাৰিআলি আৰু গহপুৰ তিনিটা মহকুমাক সামৰি লৈ গঠিত হোৱা শোণিতপুৰ জিলাৰ চাৰিসীমা উত্তৰে অৰুণাচল প্ৰদেশ, পূবে লখিমপুৰ জিলা, দক্ষিণে ব্ৰহ্মপুত্ৰ নদী আৰু পশ্চিমে দৰং জিলা। ব্ৰহ্মপুত্ৰই হ'ল জিলাখনৰ প্ৰধান নৈ। জিলাৰ মাজেদি প্ৰবাহিত নৈ-উপনৈসমূহৰ ভিতৰত খাৰৈ, বুৰৈ, ব্ৰহ্মাজান, বিহালী, বৰগাং, বুঢ়ীগাং জীয়া ভৰলী, বেলশিৰি, পাঁচনৈ,

দিকৰাই, ঘিলাধাৰী আদি উল্লেখযোগ্য। বৌমাৰী, দীঘলী, বৰচলা, ৰঙাপানী, ধান্দ আদি জিলাখনত অৱস্থিত বিল। জিলাখনৰ একমাত্ৰ বিমান বন্দৰ শালনি। শোণিতপুৰ জিলাৰ মুঠ জনসংখ্যাৰ ৬০.২৯ শতাংশই স্বাক্ষৰ। ইয়াৰ ভিতৰত ৬৭.৬৮ শতাংশ পুৰুষ আৰু ৫২.৪৩ শতাংশ মহিলা। তেজপুৰ, ৰঙাপাৰা, ঢেকীয়াজুলি, বিশ্বনাথ চাৰিআলি, গহপুৰ, চাৰিদুৱাৰ আদি জিলাখনৰ উল্লেখযোগ্য ঠাই।




তেজপুৰ : প্ৰাকৃতিক সৌন্দৰ্যৰ ৰম্যভূমি তেজপুৰ। গুৱাহাটী মহানগৰীৰ পৰা প্ৰায় ১৮১ কিলোমিটাৰ নিলগত বৰ্তমান শোণিতপুৰ জিলাত ব্ৰহ্মপুত্ৰ নৈৰ উত্তৰ পাৰে অৱস্থিত ইতিহাস প্ৰসিদ্ধ তেজপুৰ চহৰ। অতীজতে শোণিতপুৰ নামেৰেহে খ্যাত আছিল। স্থাপত্য আৰু ভাস্কৰ্যই ইয়াক আৰু অধিক আকৰ্ষণীয় কৰি তুলিছে। হেজাৰ হেজাৰ বছৰ পুৰণা এই চহৰখন বিভিন্ন ঐতিহাসিক ৰোমাঞ্চকৰ ঘটনাৰাজিৰ সৈতে জড়িত। ইয়াতেই আছে বাণ ৰজাৰ দুহিতা উষা আৰু শ্ৰীকৃষ্ণৰ নাতি অনিৰুদ্ধৰ প্ৰেমৰ পৌৰাণিক উপাখ্যান। ইয়াতেই হৈছিল হৰি হৰৰ যুদ্ধ।

কথিত আছে দ্বাপৰ যুগত শোণিতপুৰত অসুৰ ৰজা বাণে ৰাজত্ব কৰিছিল। বাণ ৰজাৰ দুহিতা সুন্দৰী উষাক যৌৱন কালত সুৰক্ষিত ৰাখিবৰ বাবে চহৰৰ চাৰিওফালে এটা অগ্নিগড় সাজিছিল। কিন্তু উষাই শ্ৰীকৃষ্ণৰ নাতি অনিৰুদ্ধৰ প্ৰতি মোহিত হয় আৰু সখী চিত্ৰলেখাৰ সহযোগত অনিৰুদ্ধক মহললৈ লৈ আনে আৰু তাতেই দুয়োৰে মাজত গান্ধৰ্ব বিবাহ সম্পন্ন হয়। গান্ধৰ্ব বিবাহৰ খবৰ পাই ৰজা বাণে অনিৰুদ্ধক বন্দী কৰে। শ্ৰীকৃষ্ণই নাতিক উদ্ধাৰৰ কাৰণে তেজপুৰলৈ আহে আৰু ইয়াতেই বাণ ৰজা আৰু

শ্ৰীকৃষ্ণৰ মাজত যুদ্ধ হয়। বাণ শিৱ ভক্ত আছিল। ভক্তৰ সহায়ৰ কাৰণে ভগৱান শিৱই শ্ৰীকৃষ্ণৰ বিৰুদ্ধে যুদ্ধত অৱতীৰ্ণ হয়। ইয়াকেই হৰিহৰৰ যুদ্ধ বোলা হয়।

জনশ্ৰুতিয়ে তেজপুৰ আৰু ইয়াৰ আশে-পাশে থকা পুৰণি কীৰ্ত্তিচিহ্নসমূহক বাণ ৰজা আৰু উষাৰ সৈতে জড়িত কৰে। কিন্তু প্ৰত্নতাত্ত্বিকসকলে তেজপুৰ আৰু ইয়াৰ আশে-পাশে থকা কীৰ্ত্তিচিহ্ন আৰু কাৰুকাৰ্যখোদিত শিলাখণ্ডবোৰ অষ্টম-নৱম শতিকাৰ বুলিহে ঠাৱৰ কৰিছে। চাৰিওফালে প্ৰকৃতিৰ অতুলনীয় সৌন্দৰ্য আৰু স্বচ্ছতাই বৰ্তমান তেজপুৰ চহৰখনক পৰিব্ৰাজকৰ আকৰ্ষণৰ কেন্দ্ৰস্থল হিচাপেও গঢ়ি তুলিছে। চহৰ আশে-পাশে বহুতো আকৰ্ষণীয় আৰু দৰ্শনীয় স্থান আছে। এই স্থানসমূহ পৰিদৰ্শন কৰিবলৈ অসমৰ বাহিৰেও উত্তৰ-পূৰ্বাঞ্চলৰ বিভিন্ন ৰাজ্যৰ পৰিদৰ্শকৰ সমাগম দেখা যায়।

## বিশ্বনাথ ক্ষেত্ৰ

বৰ্তমানৰ বিশ্বনাথ চাৰিআলিৰ সমীপৰ এক বিশাল অঞ্চল একেলগে বিশ্বনাথ ক্ষেত্ৰ বা গুপ্তকাশী বা বাণ বাৰাণসী হিচাপে অতীতৰে পৰাই চিহ্নিত হৈ আহিছে। বিশ্বনাথ চাৰিআলিৰ দক্ষিণে বুঢ়ীগাং আৰু ব্ৰহ্মপুত্ৰ নৈৰ সংগম স্থলৰ এটা অংশ বিশ্বনাথ ক্ষেত্ৰই পূবে নাঙ্গলেশ্বৰ, পশ্চিমে কালভৈৰৱ, উত্তৰে বীৰভদ্ৰ (অকলশৰীয়া শিলাখণ্ড) আৰু দক্ষিণে ব্ৰহ্মপুত্ৰ নৈক চাৰিসীমা হিচাপে সামৰি লয়। এই বিশ্বনাথ ক্ষেত্ৰ বা গুপ্তকাশী সম্পৰ্কত এটি পৌৰাণিক উপাখ্যান আছে। অসুৰ ৰজা বাণাসুৰ শিৱৰ পৰমভক্ত আছিল। শিৱক সন্তুষ্ট কৰিবলৈ বানাসুৰে নিজ ৰাজ্যত দ্বিতীয় কাশীধাম নিৰ্মাণৰ প্ৰচেষ্টাৰে এক কৌটি শিৱলিংগ সংগ্ৰহ কৰিছিল। কিন্তু বাণাসুৰৰ কাশীধাম নিৰ্মাণৰ পৰিকল্পনা ব্যৰ্থ কৰিবলৈ দেৱতাসকলে তাৰে এটা শিৱলিংগ চুৰি কৰে। এক কোটি শিৱলিংগৰ এটা শিৱলিংগ গুপ্ত হৈ থকা কাৰণে এই ক্ষেত্ৰক গুপ্তকাশী হিচাপেও জনা যায়। এই বিশ্বনাথ ক্ষেত্ৰত থকা বিভিন্ন ধৰ্মীয় স্থানসমূহ হ'ল—

**উমাবন বা উমাটুমণি :** হৰদেৱক স্বামীৰূপে লাভ কৰাৰ কাৰণে উমাই যি ঠাইত তপস্যা কৰিছিল সেই ঠায়েই উমাবন বা উমাটুমণি নামে প্ৰসিদ্ধ। এই ঠাই ব্ৰহ্মপুত্ৰ আৰু বুঢ়ীগাঙৰ মাজত বিশ্বনাথ ক্ষেত্ৰত। এই ঠাইতে শিৱ আৰু উমাৰ দেৱালয় আছে। ১৭৪১ খ্ৰীষ্টাব্দত আহোম স্বৰ্গদেউ শিৱসিংহই উমাৰ মন্দিৰ নিৰ্মাণ কৰিছিল। বিদিত আছে যে এই অঞ্চলতে সতীৰ বাওঁ বাহু আৰু বাওঁ স্তন পৰিছিল। বৰ্তমান উমাবনত চন্দ্ৰেশ্বৰ, কৰ্দমেশ্বৰ, বাসুদেৱ, নাংগলেশ্বৰ, ভৈৰৱেশ্বৰ, বাসেশ্বৰী, সিদ্ধেশ্বৰ আদিৰো দেৱালয় আছে।

**বিশ্বনাথ শিৱলিংগ :** বিশ্বনাথ চাৰিআলিৰ অন্তৰ্গত বুঢ়ীগাং নৈৰ পূৱত বিশ্বনাথ ক্ষেত্ৰত

বিশ্বনাথ শিবলিংগ আছে। পি. ডি. চৌধুৰীৰ 'Archaeology in Assam' ত বিশ্বনাথ শিবলিংগ সম্পৰ্কে এইদৰে পোৱা যায়— 'Built during Gadadhar Singha's time washed away temple here. Ruins of an old stone temple exist.' ইয়াত থকা প্ৰাচীন মন্দিৰ কেতিয়া নিৰ্মাণ হৈছিল তাৰ সঠিক সময় নিৰূপণ কৰিব পৰা নাযায়। কিন্তু ব্ৰহ্মপুত্ৰ নৈৰ গৰাখহনীয়াত বিশ্বনাথ মন্দিৰ ধ্বংসপ্ৰাপ্ত হয়। সেয়েহে বৰ্তমান তাত পূৰ্বৰ মন্দিৰ নাই। মন্দিৰৰ চৌহদত পোৱা ভগ্ন শিলাখণ্ডৰ পৰা এইটো অনুমেয় যে অতীজৰ মন্দিৰ শিলেৰে নিৰ্মিত আছিল।



**কালভৈৰৱ ঃ** বিশ্বনাথ চাৰিআলিৰ বিশ্বনাথ ক্ষেত্ৰত অসংখ্য শিলাখণ্ড আছে, এই শিলাখণ্ডবোৰক কালভৈৰৱ বুলি কোৱা হয়। কালভৈৰৱ প্ৰায়েই পানীৰ তলত থাকে। লোকবিশ্বাস মতে যেতিয়া কালভৈৰৱ পানীৰ তলৰ পৰা ওলায় তেতিয়া ৰাইজৰ মাজত নানা অপায়-অমংগল বা বেমাৰ-আজাৰ আদিয়ে দেখা দিয়ে।

**চণ্ডী মন্দিৰ ঃ** ব্ৰহ্মপুত্ৰ নৈৰ পাৰত তেজপুৰত অৱস্থিত বিশ্বনাথ ক্ষেত্ৰৰ অন্তৰ্গত আন এটি ঐতিহাসিক মন্দিৰ হ'ল চণ্ডী মন্দিৰ। এই মন্দিৰ মধ্যযুগৰ শেষৰফালে আহোম স্বৰ্গদেউ গদাধৰ সিংহই নিৰ্মাণ কৰিছিল যদিও পূৰ্বৰ মন্দিৰ বৰ্তমান নাই। পূৰ্বৰ মন্দিৰৰ আন্তঃগাঁথনিৰ ওপৰত নৱনিৰ্মিত মন্দিৰত দৈনন্দিন পূজা-অৰ্চনা কৰা হয়। মন্দিৰৰ চৌহদত দুটা প্ৰাচীন শিলৰ গহ্বৰ বিদ্যমান।

**সূৰ্যমাধৱ দেৱালয় ঃ** ১৬৮৫ চনত স্বৰ্গদেউ গদাধৰ সিংহই এই মন্দিৰ নিৰ্মাণ কৰিছিল। এই মন্দিৰ ব্ৰহ্মপুত্ৰ নৈৰ পাৰত তেজপুৰৰ বিশ্বনাথ ক্ষেত্ৰত অৱস্থিত।

**কমলেশ্বৰ দেৱালয় ঃ** ১৮০০ চনত আহোম ৰজা কমলেশ্বৰ সিংহই নিৰ্মাণ কৰা ঐতিহাসিক কমলেশ্বৰ দেৱালয় বিদ্যমান। প্ৰাচীন দ'ল বৰ্তমান নাই। কিন্তু পূৰ্বৰ দ'লৰ আন্তঃগাঁথনিৰ ঠাইত এটি বাণ লিংগ আছে আৰু তাৰ ওপৰত এটি টিনৰ ঘৰ সাজি থোৱা আছে।

**বৰদ'ল ঃ** ১৭৯০ খ্ৰীষ্টাব্দত স্বৰ্গদেউ ৰাজেশ্বৰ সিংহই নিৰ্মাণ কৰা তেজপুৰৰ বিশ্বনাথ

ক্ষেত্ৰৰ অন্তৰ্গত দলসমূহৰ ভিতৰত আটাইতকৈ বৃহৎ দ'ল হ'ল বৰদ'ল। এই দ'লত বাণেশ্বৰ শিবৰ বিগ্ৰহ আছে। দ'লৰ প্ৰৱেশদ্বাৰত শিলেৰে নিৰ্মিত এটি বাটচ'ৰা আছে।

**বাণেশ্বৰ-মুক্তিনাথ দেৱালয় ঃ** বাণেশ্বৰ আৰু মুক্তিনাথ এই দুয়োখন দেৱালয় নিৰ্মাণ সন্দৰ্ভত বিশেষ একো ঐতিহাসিক সমল বিচাৰি পোৱা নাযায়। বৰ্তমান বাণেশ্বৰৰ নামত ৩৩ বিঘা আৰু মুক্তিনাথৰ নামত ৬৮ বিঘা ভূমি আছে।

## দ-পৰ্বতীয়া

তেজপুৰ চহৰৰ পৰা প্ৰায় ৪/৫ কিলোমিটাৰ পশ্চিমে দ-পৰ্বতীয়া দ্বাৰ। অসমৰ আটাইতকৈ পুৰণি স্থাপত্য আৰু ভাস্কৰ্যৰ নিদৰ্শন ইয়াতেই পৰিস্ফুট হয়। কোৱা হয় যে ইয়াত আগতে শিব মন্দিৰ আছিল। আন কিছুমান পণ্ডিতৰ মতে ইয়াত সূৰ্য মন্দিৰহে আছিল। সময়ৰ কোবাল সোঁতত এই মন্দিৰ ধ্বংসপ্ৰাপ্ত হয়। এই মন্দিৰ কেতিয়া, কেনেকৈ ধ্বংস হৈছিল এই বিষয়ে সবিশেষ জনা নাযায়। বৰ্তমান মন্দিৰৰ ভগ্নাৱশেষৰ ভিতৰত শিলৰ মূল প্ৰৱেশদ্বাৰৰ দুৱাৰ এখনেই প্ৰধান। দুৱাৰখন মাজত কুণ্ড থকা এছটা ডাঙৰ শিলৰ সন্মুখত অৱস্থিত। প্ৰত্নতাত্ত্বিকসকলৰ মতে এই শিলৰ দুৱাৰৰ ভাস্কৰ্য ৫ম-৬ষ্ঠ শতিকাৰ একমাত্ৰ নিদৰ্শন। দুৱাৰৰ স্তম্ভ দুটা। স্তম্ভ দুটা দীঘলে ৫.৩ ফুট আৰু বহলে ১.৪ ফুট। ওপৰৰ শিলছটা দীঘলে ৫.৯ ফুট আৰু বহলে ১.৩ ফুট। স্তম্ভ দুটাত আকৰ্ষণীয় ভংগীমাৰে হাতত মালা লৈ থকা গংগা আৰু যমুনাৰ দুটা দেৱী মূৰ্তি আছে। ওপৰত পথালিকৈ থকা শিলচটাত মূৰ্তি আৰু ফুল খোদিত কৰা আছে। দ-পৰ্বতীয়াৰ বিভিন্ন স্থানত বিভিন্ন শিলামূৰ্তি পৰিলক্ষিত হয়। ইয়াৰ ভিতৰত বিষ্ণু, ভৈৰৱ আৰু হৰ-গৌৰীৰ মূৰ্তিয়েই প্ৰধান। শিলত খোদিত মূৰ্তি আৰু চিত্ৰসমূহৰ পৰা ইতিহাসবিদে দ-পৰ্বতীয়াৰ মন্দিৰসমূহ গুপ্ত যুগত নিৰ্মিত হৈছিল বুলি অনুমান কৰে।

দ-পৰ্বতীয়াৰ প্ৰাচীন ভগ্নাৱশেষসমূহৰ বিষয়ে পি. ডি. চৌধুৰীৰ Archaeology in Assam পুথিত এইদৰে পোৱা যায় — 'About three miles from Tezpur town. Here lies the best and earliest specimen of sculptural art of Assam. Ruins of a Siva Temple exist here.' তেখেতৰ পুথিৰ মতে সম্ভৱত ৬ষ্ঠ শতিকাত এই মন্দিৰ নিৰ্মাণ কৰা হৈছিল।

ৰঘুনাথ দেব চৌধুৰী অনূদিত কনকলাল বৰুৱাৰ 'প্ৰাচীন কামৰূপৰ বুৰঞ্জী'ত তেজপুৰৰ সমীপৰ দ-পৰ্বতীয়াৰ ভগ্নাৱশেষ সমূহৰ বিষয়ে বন্দোপাধ্যায়ৰ বৰ্ণনাৰ উক্তিৰে এইদৰে উল্লেখ কৰিছে — 'তেজপুৰৰ সদৰ কাৰ্যালয় (উপায়ুক্তৰ কাৰ্যালয়)ৰ নিকটৱৰ্তী

দ-পৰ্বতীয়া নামৰ সৰু গাঁও এখনত সীমাবদ্ধতাৰ ভিতৰত অসমতে অতুলনীয় বিশেষত্বৰ প্ৰাচীনতম ধ্বংসাৱশেষ আছে। খ্ৰীষ্টাব্দত সপ্তম শতিকাৰ গুপ্ত যুগৰ শিলৰ মন্দিৰ এটাৰ ধ্বংসাৱশেষৰ ওপৰত আহোম যুগত নিৰ্মিত ডাঙি পৰা মন্দিৰৰ অৱশিষ্ট আছে আগৰটো ১৮৯৭ চনৰ বৰ ভুঁইকপত চুৰমাৰ হৈছে আৰু ফলত, পুৰণি মন্দিৰটোৰ দ্বাৰ চৌশিলা (Door Frame) মাথোন দেখিবলৈ পোৱা যায়। পিছৰ কোনো কালত সেই অঞ্চলৰ গাঁৱৰ মানুহে ঢাপটোৰ ওপৰত এটা পঁজাঘৰ সাজিছিল। মই তালৈ যোৱাৰ আগেয়ে সিটোও ভাগি পাৰিছে। কেউকাষৰ ভূমি ভাগৰ পৰা ঢাপটো প্ৰায় একুৰি ফুট ওখত আৰু প্ৰকাণ্ড প্ৰকাণ্ড বট গছেৰে আৰু গছৰ তলত হোৱা হাবিৰে সম্পূৰ্ণ ঢাকি ধৰা অৱস্থাত আছে। দুৱাৰমুখত চৌশিলা এডোখৰ প্ৰকাণ্ড কটা শিলাখণ্ডৰ সন্মুখত থিয় হৈ আছে আৰু শিলাখণ্ডৰ সোঁমাজত গাঁত এটা আছে। প্ৰাচীনতাৰ লিংগভাগ ইয়াত খুৱাই ৰখা হৈছিল। ছাৰ জন মাৰ্শ্বেলৰ দ্বাৰা উত্তৰ ভাৰতৰ ভালেমান ঠাইত উদ্ধাৰ হোৱা প্ৰাক্‌গুপ্তযুগৰ ঠাচৰ এই দুৱাৰখনৰ চৌশিলাত কটা মূৰ্তি নক্সা বিশেষ গুণ বিশিষ্ট। দুৱাৰ মুখৰ কাষৰ থিয় শিলাখণ্ড দুচটাৰ তলভাগ সুনিপুণ কাৰু শিল্প বিশিষ্ট আৰু ওপৰত বিভিন্ন নক্সাযুক্ত চাৰিটাকৈ বেলেগ বেলেগ চটীয়া যেন দেখি কিন্তু, একেটা শিলৰ ফলক। দুয়োটা থিয় চৌশিলাৰ ভূমিভাগত দুগৰাকী নাৰীমূৰ্তি আৰু তেওঁলোকৰ পাছফালে ঘূৰণীয়া জ্যোৰ্তিমণ্ডলৰ প্ৰতীক দুটাই দুয়ো দেৱী পৰিচয় দিছে। অতি বিতোপন ভংগিমাত দুয়ো দুহাতত মালা একোধাৰি লৈ আছে আৰু প্ৰাচীন গুপ্ত আৰু মধ্যযুগীয়া মন্দিৰত সাধাৰণতে দেখা গংগা আৰু যমুনাৰ প্ৰকাশমান মূৰ্তি। এই দুটা বৃহত্তৰ মূৰ্তিৰ কাষত, এই দুটাতকৈ সৰু আকাৰৰ লিগিৰী কিছুমানৰ নক্সা আছে।



সোঁফালৰ ফলকচটাৰ তলভাগৰ নাৰী মূৰ্তিটোৰ নামনিত দুটা নাৰী মূৰ্তিৰ এটাই থিয় হৈ চোঁৰৰ ধৰি আছে আৰু আনটোৱে পুষ্পপাত্ৰ এখন হাতত লৈ তেওঁৰ আগত আঁঠু লৈ আছে। তৃতীয়টো নাৰী মূৰ্তিয়ে পাছফালে অথবা প্ৰধান দেৱীমূৰ্তিৰ সোঁফালে

চৌৱৰ ধৰি আছে। জ্যোৰ্তিমণ্ডলৰ বাঁওফালে নাগকন্যাই আঁঠু লৈ আছে। সোঁফালে উৰি অহা ৰাজহাঁহজুৰিয়ে যমুনাৰ কাষ চাপিছে। বাঁওফালৰ চৌশিলাখনৰ ভূমিভাগখিনি সোঁফালৰ দৰেই; কিন্তু অযত্নৰক্ষাৰ বাবে নষ্ট হৈ গৈছে। এইখনত নিম্নতম খুন হোৱা প্ৰধান মূৰ্তিটোৰ বাওঁফাল অস্পষ্ট কিহবাবে সৈতে নাৰীমূৰ্তি এটা আৰু সোঁফালে অথবা প্ৰধান মূৰ্তিটোৰ মুখৰ ফালে আন এটা নাৰীমূৰ্তি আছে।

উভয় চৌশিলাৰ আকৌ চাৰিচটীয়াকৈ কাটি উলিয়াই এচটাৰ পৰা আন চটা পৃথক কৰা থিয় পথালিত চুটি চটীয়া বাজনী আছে আৰু সিকেইচটাৰ দুচটা ওপৰত পথালিকৈ লগোৱা ধেনুভেৰীয়া বাজন শিলাৰ নক্সাৰে সৈতে জোৰা খোৱা। এইকেইটাৰ প্ৰথম চটাত নাগ বা নাগিনীৰ মূৰৰ পৰা মেৰিয়াই উঠি যোৱা আৰু ফাকবিলাকত অতিশয় ধুনীয়া পাতেৰে (খোদিত কৰা) লতা এডাল আৰু দ্বিতীয় থিয় বাজনী চটাত ওপৰমুৰা ঠাৰি এডালৰ পৰা আৰম্ভ হৈ বহুতো পদুমৰ পাত আৰু ভালেমান অন্যান্য দেশীয় ফুল আছে। তলভাগত দুটা বাওনাহেন মূৰ্তিয়ে ঠাৰিডালত ধৰি আছে। তৃতীয় বাজনী চটাও ওপৰৰ অংশত অলংকাৰ আৰু মুখ মণ্ডলত পাত আৰু ফুলেৰে কাৰুকাৰ্য সমন্বিতে খোদিত চাৰিটা মূৰ্তিৰে ঠাইখিনি পূৰ কৰা হৈছে। আটাইকেইচটা তল-উপৰকৰা (থিয়) ফলক বজনী অন্ত হোৱা ওপৰ মূৰত থকা কোণৰপৰা ওলমি থকা নক্সাযুক্ত পাতেৰে সৈতে ভূমি কলহত শেষ হৈছে। কলহটোৰ পৰা এটা চাৰিসিৰীয়া সৰু আকাৰৰ খুঁটাৰ অংশ ওলাইছে আৰু দুবাহুৰ ওপৰত আগশৰীৰৰ ভৰ ৰাখি কুঞ্চভাৱে অংগ দেখুৱাই পেট বুকু পেলাই থকা 'গণ' এটাৰে সৈতে অথালি-পথালি বেখাত ইয়াৰ অন্ত পৰিছে। চতুৰ্থ ফলক বজনী চটা লম্বভাৱে (তল-ওপৰকৈ) গোলাপ আকৃতিৰ ফুলি থকা ফুল এশাৰী খোদিত। নাগৰ ৰাজ্যত নাচ্‌না কুঠাৰ গুপ্ত যুগৰ ভূমৰা মন্দিৰ আৰু জাৰ্কী জিলাৰ দেওঘৰৰ মন্দিৰবিলাকৰ দুৱাৰমুখৰ ওপৰত থকা চতিবিলাকৰ নিচিনা থিয় বজনী শিলা দুচটাৰ কাষপিঠিৰ বাহিৰলৈ দুৱাৰমান ওপৰৰ শিলৰ শিৰপট্টিটো শিলৰ বৃহত্তৰ আকাৰৰ। ভিতৰফালে (বাহিৰৰ পৰা চতুৰ্থ) থিয় বজনীৰ দুফাল শিলাচতি (শিৰপট্টি)টোৰ ঠিক তলতে থকা ৰাষচৌশিলা বজনীৰে বঢ়াই দিয়া আৰু জোৰা লগোৱা আৰু এই অংশৰ মাজভাগত দুহাতত একোধাৰি ফুলৰ মালা লৈ উৰি অহা বৰ বিতোপন আৰু শিল্প নক্সা কটা শিল্পৰ অতি উচ্চ মানবিশিষ্ট মতা মানুহৰ মূৰ্তি দুটা আছে। নক্সাযুক্ত লম্বমান শিলবজনীযুক্ত কাষ চৌশিলা দুখনৰ ওপৰত লগোৱা শিৰপট্টিভালত সাধাৰণতে দেওঘৰ আৰু ভূমৰাৰ গুপ্ত মন্দিৰ কিছুমানৰ কেৰাখনো উচ্চতৰ মানবিশিষ্ট চৈত্য-গৱাক্ষৰ চিত্ৰ অংকিত কৰা আছে। এইবোৰৰ তিনিখন তাণ্ডৱ আৰু আন দুখন আপেক্ষিকভাৱে সৰু

আকাৰৰ। একেবাৰে সোঁমূৰত দুখন ভাগি যোৱা হাতেৰে চতুৰ্ভুজ মূৰ্তি এটা সিংহাসনত বহি আছে। বাঁওহাত দুখনৰ এখনত শিৱৰ নিজস্ব ডম্বৰু লোৱা আছে আৰু সিংহাসনত তলৰ খালি থকা ঠাইখিনিত সাগৰৰ ঢৌ অংকিত কৰা হৈছে। ইটো আৰু সোঁমাজৰ চিত্ৰৰ মধ্যৱৰ্তী গৱাক্ষটোত দুখন হাত থকা ঘোঁৰাৰ মুখৰ আকৃতিৰ আঁঠুকঢ়া মূৰ্তি এটা আছে। সোঁমাজত চৈত্য গৱাক্ষটো আটাইতকৈ ডাঙৰ আৰু পৌৰাণিক দেৱতা আধা মানুহ আৰু আধা চৰাইৰ মূৰ্তি দুটা দুয়োফালে ৰাখি 'সুপৰ্ণ' এটা আছে। গৱাক্ষটোৰ ভিতৰত এনে এটা মূৰ্তি আছে যিটোৱে নিজৰ ভৰি এখন জৰি এখনেৰে বান্ধি বহি থকা লকুলিশ ভঙ্গীত আছে। এই দেৱতাটোৰ বাওঁফালে এজনী তিৰোতাই বাটি এটা লৈ আছে। মাজৰটো আৰু একেবাৰে বাওঁমূৰত থকাটোৰ মাজৰ গৱাক্ষটোৰ ভিতৰভাগত দুহাতে দুটা পদুম লৈ 'সিদ্ধাসন'ত বহি বৰ ধুনীয়া সূৰ্যৰ মূৰ্তি এখন আছে। ইয়াৰ বাওঁফালে লিগিৰা এটাই মহীচুঙা এটা আৰু লিখনী এডাল লৈ আছে আৰু সোঁফালৰটোৱে গতানুগতিক বৰ্ণনাৰ এডাল দণ্ড লৈ আছে।'

দুৱাৰমুখৰ কাষৰ থিয় শিলা দুচটাৰ জোখ পাঁচ ফুট তিনি ইঞ্চি ওখ আৰু এফুট তিনি ইঞ্চি বহল আৰু আন দুচটাৰ ওপৰৰ ভাঁজ চতিটো তিনি ফুট ন ইঞ্চি দীঘল আৰু এফুট তিনি ইঞ্চি বহল। অংকিত নক্সা চিত্ৰবিলাকৰ শুৱনি সুমিতি (Symitry) আৰু কাৰুশিল্পৰ শ্ৰেষ্ঠতাই কাৰুশিল্পীৰ অনুপাতবোৰে প্ৰমাণ কৰাৰ ঢাল খুৱায় যে, খ্ৰীঃ পঞ্চম আৰু ষষ্ঠ শতিকাত পাতলিপুত্ৰ আৰু বাৰনসীৰ শিলত খোদিত কৰা কাৰুশিল্পৰ খনিকৰ আৰু ইয়াৰ নক্সাকাৰ ব্যাপক একমতাৱলম্বী সম্প্ৰদায়ৰ সৈতে একে সময়ৰ আছিল।'

কোনো পণ্ডিতৰ মতে প্ৰাচীন স্থাপত্য-ভাস্কৰ্যৰ নিদৰ্শন দ-পৰ্বতীয়াৰ প্ৰাচীন মন্দিৰ কুমাৰ ভাস্কৰ বৰ্মনৰ ৰাজত্বকালৰ পূৰ্বতে আনুমানিক পঞ্চম-ষষ্ঠ শতিকাত কোনো ৰজাই নিৰ্মাণ কৰা। দ-পৰ্বতীয়াৰ বিতোপন পৌৰাণিক স্থাপত্য-ভাস্কৰ্য আৰু ধৰ্মীয় ভাবানুভূতিয়ে হাজাৰ হাজাৰ পৰ্যটকক আকৰ্ষণ কৰি আহিছে। শোণিতপুৰ জিলাৰ দ-পৰ্বতীয়া বৰ্তমান পৰ্যটকৰ আকৰ্ষণৰ কেন্দ্ৰবিন্দু।

## বামুণী পাহাৰ

ব্ৰহ্মপুৰ নৈৰ পাৰত তেজপুৰ চহৰৰ পৰা প্ৰায় তিনি কিলোমিটাৰ পূৱ দিশত এটা সৰু টিলা। সমগ্ৰ টিলাটোত অসংখ্য শিলখণ্ড সিঁচৰতি হৈ পৰি আছে। শিলাখণ্ডসমূহত বিভিন্ন আকৰ্ষণীয় মূৰ্তি আৰু ফুল খোদিত আছে। দীঘলীয়া আকৃতিৰ এডোখৰ শিলাখণ্ডত নৰসিংহ, পৰশুৰাম, বলৰাম, বৰাহ আৰু ৰামৰ মূৰ্তি খোদিত আছে। ইয়াৰে বিভিন্ন



শিলাখণ্ডত বিবিধ ফুল-লতা, জীৱ-জন্তু, নৰমূৰ্তি, নটৰাজৰ মূৰ্তি ইত্যাদি খোদিত আছে। প্ৰত্নতাত্বিকসকলে বামুণী পাহাৰত সিঁচৰতি হৈ থকা শিলাখণ্ডসমূহ ৮ম-৯ম শতিকাৰ বুলি ঠাৱৰ কৰিছে। কোৱা হয় যে পূৰ্বতে ইয়াত সূৰ্য, শিৱ, গণেশ আৰু শক্তি দেৱতাৰ চাৰিটা মন্দিৰ আছিল। প্ৰত্নতাত্বিক আৰ.ডি. বেনাৰ্জীৰ মতে ইয়াত সাতটা মন্দিৰ আছিল। আয়তাকাৰ ক্ষেত্ৰৰ ভিতৰত ছটা আৰু পূৱফালে এটা। মন্দিৰবোৰ বিষ্ণু, শিৱ আৰু আন আন বেলেগ বেলেগ দেৱতাৰ আছিল। ভূমিকম্প বা অন্য কোনো প্ৰাকৃতিক দুৰ্যোগত মন্দিৰবোৰ ধ্বংস হয়। বৰ্তমান গোটেই টিলাটো পুৰাতত্ব বিভাগৰ অধীনত। ইয়াত পুৰাতত্ব বিভাগৰ এটা সংগ্ৰহালয় সজোৱাৰ পৰিকল্পনা আছে। বামুণী পাহাৰ বৰ্তমানো প্ৰাকৃতিক সৌন্দৰ্যৰ ৰম্যভূমি আৰু পৰ্যটকৰ আকৰ্ষণৰ থলী।

## মহাভৈৰৱ মন্দিৰ

তেজপুৰ চহৰৰ উত্তৰফালে এখন সৰু পাহাৰৰ ওপৰত মহাভৈৰৱ মন্দিৰ অৱস্থিত। এই মন্দিৰ কোনে, কেতিয়া নিৰ্মাণ কৰিছিল তাৰ বিশেষ ঐতিহাসিক সমল বিচাৰি পোৱা নাযায়। কথিত আছে যে দ্বাপৰ যুগত ৰজা বাণাসুৰে মহাভৈৰৱ মন্দিৰ নিৰ্মাণ কৰিছিল। ৰজা বাণাসুৰ শিৱভক্ত আছিল। অতীজতে মহাভৈৰৱ শিলৰ মন্দিৰ আছিল। মহাভৈৰৱ মন্দিৰ সম্পৰ্কত পি. ডি. চৌধুৰীৰ 'Archaeology in Assam' পুথিত এইদৰে পোৱা যায়— 'Relics of an old Siva temple are found here. The present temple stands on the old foundation. It is said to have been established by Bana of mythological fame.'

বৰ্তমানৰ মন্দিৰটো পুৰণি মন্দিৰৰ ঠাইতে সজা। মন্দিৰৰ নিষ্পিখেৰাজ ভূমিৰ পৰিমাণ ১৫৯ কঠা ৩ লেচা। মন্দিৰৰ চাৰিওফালে সিঁচৰিত ভগ্ন শিলাখণ্ডসমূহৰ পৰা এইটো অনুধাৱন কৰা হয় যে সম্ভৱত মূল মন্দিৰক কেন্দ্ৰ কৰি আন আন কেবাটাও মন্দিৰ নিৰ্মাণ কৰা হৈছিল। আহোম ৰজাসকলৰ ৰাজত্বকালতো মহাভৈৰৱ মন্দিৰৰ



মেৰামতি কৰা হৈছিল। বৰ্তমানৰ মন্দিৰৰ মূল প্ৰবেশদ্বাৰৰ তোৰণ আকৰ্ষণীয় কাৰুকাৰ্য খোদিত কৰি নিৰ্মাণ কৰা হৈছে। কথিত আছে যে বাণ ৰজাৰ দুহিতা সুন্দৰী উষাই ইয়াতেই নিতৌ পূজা-অৰ্চনা কৰিছিল। মন্দিৰৰ ভিতৰত এটা বৃহৎ শিৱলিংগ আছে। শিৱলিংগটো দীঘলে ৩.২ মিটাৰ আৰু বহলে ২.৩ মিটাৰ। মহাভৈৰৱ মন্দিৰৰ শিৱলিংগটো এছিয়া মহাদেশৰ বৃহৎ শিৱলিংগসমূহৰ ভিতৰত এটা।

মন্দিৰত নিতৌ পূজা-পাঠ কৰা হয়। মহাভৈৰৱ মন্দিৰত প্ৰতি বছৰে শিৱৰাত্ৰি মেলা বৰ আড়ম্বৰপূৰ্ণভাৱে উদযাপন কৰা হয়। শিৱৰাত্ৰি মেলাত মন্দিৰত অগনন ভক্তৰ সমাগম আজিও বিদ্যমান।

## ভৈৰৱী মন্দিৰ

তেজপুৰ নতুন কলিবাৰীত ব্ৰহ্মপুত্ৰ নৈৰ পাৰত ভৈৰৱী টিলাৰ ওপৰত প্ৰাচীন আৰু ঐতিহাসিক ভৈৰৱী মন্দিৰ। স্থানীয়ভাৱে 'মাইথান' বুলিও জনা যায়। মন্দিৰৰ সৰ্বমুঠ ভূমিৰ পৰিমাণ ৬ বিঘা। টিলাৰ নামনিত নিৰ্মাণ কৰা প্ৰবেশদ্বাৰৰ তোৰণৰ পৰা চিৰি বগাই গৈ টিলাৰ ওপৰত মন্দিৰটো নিৰ্মাণ কৰা হৈছে। কথিত আছে যে ৰজা বাণাসুৰৰ দুহিতা উষাই ইয়াত দেৱী আৰাধনা কৰিছিল। এই মন্দিৰ কোনে, কেতিয়া নিৰ্মাণ কৰিছিল তাৰ



সবিশেষ পোৱা নাযায়। বৰ্তমান ইয়াত টিনপাতেৰে সজা মন্দিৰহে আছে। মন্দিৰটো সাধাৰণ গঢ়ৰ। মণিকূটসহ প্ৰায় ৮০০ বৰ্গফুটৰ নামঘৰ আছে। সাধাৰণভাৱে টিনৰ চালি দি নিৰ্মাণ কৰা মন্দিৰৰ আন্তঃগাঁথনিয়ে কিন্তু মন্দিৰৰ প্ৰাচীনতাৰ সাক্ষ্য বহন কৰিছে। পাহাৰৰ বিভিন্ন স্থানত পুৰণি ইটা আৰু শিল সিঁচৰতি হৈ আছে। মন্দিৰৰ দক্ষিণফালে ব্ৰহ্মপুত্ৰলৈ নামি যোৱা ধুনীয়া শিলৰ খটখটি আছে।

বৰ্তমান তেজপুৰ বামুণ গাঁৱৰ বৰঠাকুৰ পৰিয়ালবৰ্গৰ দ্বাৰা ভৈৰৱী মন্দিৰ পৰিচালিত হৈ আছে। দৈনন্দিন পূজা-পাতলৰ বাবে মন্দিৰত দুজন পুৰোহিত ৰখা হৈছে। মন্দিৰত বলি-বিধানৰ ব্যৱস্থা আছে। দৈনিক ভৈৰৱী দেৱীৰ পূজা-পাঠ কৰা হয়। ইয়াৰ উপৰি দুৰ্গা পূজা বৰ আড়ম্বৰপূৰ্ণভাৱে উদ্‌যাপন কৰা হয়।

## গণেশ মন্দিৰ

তেজপুৰ চহৰৰ সোঁমাজত ব্ৰহ্মপুত্ৰ নৈৰ পাৰতে গণেশ মন্দিৰ অৱস্থিত। কথিত আছে যে দ্বাপৰ যুগত বাণাসুৰৰ ৰাজত্বকালত স্বয়ং বিশ্বকৰ্মাই নিজ হাতে এটা প্ৰকাণ্ড শিলৰ এক অংশ কাটি গণেশৰ মূৰ্তি নিৰ্মাণ কৰিছিল। মূৰ্তিৰ উচ্চতা ৩ ফুট আৰু পদুম ফুলৰ সিংহাসনত ভগবান গণেশ বিৰাজমান। গণেশ দেৱতাৰ নামানুসৰি এই ঘাটৰ নাম গণেশঘাট ৰখা হৈছে।

পূৰ্বতে মিউনিচিপালিটিয়ে মূৰ্তিৰ ওপৰত এটা টিনৰ ঘৰ সাজি দিছিল যদিও বৰ্তমান ইয়াত প্ৰায় ৬০০ বৰ্গ ফুটৰ আটকধুনীয়া মন্দিৰ নিৰ্মাণ কৰা হৈছে। মন্দিৰৰ গাত বিভিন্ন দেৱ-দেৱীৰ মূৰ্তি, ফুল, হস্তী আদিৰ মূৰ্তি অতি সুন্দৰ আৰু মোহনীয় ৰূপত খোদিত কৰা হৈছে। মন্দিৰক কেন্দ্ৰ কৰি সোঁফালে আঁহতজোপাৰ তলতে নিৰ্মাণ কৰা হৈছে এটা শনি মন্দিৰ। মন্দিৰৰ ভিতৰত প্ৰায় ৩ ফুট উচ্চতাৰ শিলেৰে খোদিত শনি দেৱতাৰ মূৰ্তি স্থাপন কৰা হৈছে। 'কেদাৰমল চেৰিটেব্‌ল অৰগেনাইজেচন'ৰ দ্বাৰা ঘাটত নিৰ্মাণ কৰা হৈছে অত্যাধুনিক স্থাপত্য-ভাস্কৰ্য খোদিত প্ৰকাণ্ড তোৰণ। ঘাটত নদীলৈ নামি যাব পৰাকৈ তোৰণৰ সংলগ্ন কৰি



খটখাটি বনোৱা আছে। তোৰণৰ বাঁওফালে গণেশ উদ্যান। ধৰ্মীয় ভাবানুভূতিৰ লগতে প্ৰকৃতিৰ নৈসৰ্গিক সৌন্দৰ্য উপভোগৰ এক মনোৰম স্থান হিচাপে পৰিগণিত হৈ পৰিছে বৰ্তমান গণেশ ঘাট।

## কেতেকেশ্বৰ দেৱালয়

তেজপুৰ চহৰৰ পৰা প্ৰায় ৪ কিলোমিটাৰ উত্তৰে কেতেকীবাৰী গাঁৱত কেতেকীবাৰীৰ ৰাইজৰ প্ৰচেষ্টাত স্থাপন কৰা আটকধুনীয়া কেতেকেশ্বৰ দেৱালয়। দেৱালয়ত প্ৰায় ৮.৬ ফুট উচ্চতা আৰু ৩.৫ মিটাৰ ব্যাসাৰ্দ্ধৰ পঞ্চমুখী শিৱলিংগ আছে। যোনিপীঠ প্ৰায় ১৪৪ বৰ্গফুট আৰু শিৱলিংগৰ পৰা প্ৰায় ২০ মিটাৰ আঁতৰত পৰি আছে। ইয়াত পূৰ্বতে শিলৰ মন্দিৰ আছিল বুলি অনুমান কৰিব পৰা যায়। কিন্তু এই মন্দিৰ কোনে, কেতিয়া নিৰ্মাণ কৰিছিল তাৰ সবিশেষ জনা নাযায়।



বৰ্তমানৰ দেৱালয়খন স্থানীয় ৰাইজৰ দান-বৰঙণিৰে ন-কৈ সজোৱা হৈছে। 'কেতেকীবাৰী কমিউনিটি হল' ৰ সৌজন্যত সজা হৈছে ইয়াৰ ভোগঘৰ। সাংসদ মণি কুমাৰ চুব্বাই বিবাহ ভৱন নিৰ্মাণৰ বাবে ৫০,০০০ টকা, বৰঙণি হিচাপে দিয়ে। দেৱালয়ৰ তোৰণ নিৰ্মাণ কৰে বিজিত শইকীয়াই। দেৱালয়ৰ সৰ্বমুঠ ভূমিৰ পৰিমাণ ৪ কোঠা ৩ লেচা। ভূমিৰ দাতা তাৰা প্ৰসাদ শইকীয়া আৰু মোলান চন্দ্ৰ দাস। ৰাক্ষনিশাল, মণিকূট আৰু পানীৰ ব্যৱস্থা কৰা হয় জি.অ.চিৰ অনুদানেৰে।

দেৱালয় পৰিচালনাৰ বাবে এখন সমিতি আছে। বৰ্তমান গুণাধৰ কলিতা সম্পাদক আৰু ধৰণী দাস সভাপতি। সমিতিৰ দ্বাৰা নিয়োজিত পুৰোহিতৰ দ্বাৰা দেৱালয়ৰ পূজা-পাতল কৰা হয়। দৈনন্দিন শিৱপূজাৰ লগতে দেৱালয়ত শিৱৰাত্ৰি আৰু ৰুদ্ৰ মহাযজ্ঞ পালন কৰা হয়। দৈনিক অনেক ভক্তৰ সমাগম হয়।

## গুপ্তেশ্বৰ মন্দিৰ

তেজপুৰৰ পশ্চিমে ঢেকীয়াজুলি চহৰৰ পৰা প্ৰায় ১২ কিলোমিটাৰ নিলগত শিঙৰি টিলাৰ পশ্চিম-দক্ষিণ দিশত ব্ৰহ্মপুত্ৰ নৈৰ পাৰত অৱস্থিত গুপ্তেশ্বৰ বা গোপেশ্বৰ মন্দিৰ।



প্ৰাচীন স্থাপত্য-ভাস্কৰ্য খোদিত গুপ্তেশ্বৰ মন্দিৰটো আহোম ৰজা শিৱসিংহৰ ৰাজত্বকালত আনুমানিক ১৭১৪-১৭৪৪ খ্ৰীষ্টাব্দত নিৰ্মাণ কৰা হয়। জনশ্ৰুতি আছে যে ইয়াতে শৃঙ্গ মুনিয়ে তপস্যা কৰিছিল আৰু গুপ্তেশ্বৰ শিৱ মন্দিৰ নিৰ্মাণ কৰিছিল। মন্দিৰত মূল বিগ্ৰহত শিৱলিংগ আছে। মন্দিৰৰ ভিতৰত থকা শিৱলিংগটো গহ্বৰৰ ভিতৰত পানীৰ তলত আছে। শিৱলিংগ থকা মন্দিৰৰ গহ্বৰটো ব্ৰহ্মপুত্ৰ নদীৰ লগত সংলগ্ন বুলি অনুমান কৰা যায়। কিয়নো বাৰিষা কালত নৈৰ পানী বাঢ়িলে মন্দিৰৰ গহ্বৰৰ ভিতৰতো পানী বাঢ়িবলৈ আৰম্ভ কৰে। মন্দিৰৰ শিৱলিংগটো পানীৰ তলত থকা কাৰণে এই মন্দিৰ গুপ্তেশ্বৰ নামে খ্যাত।

গুপ্তেশ্বৰ মন্দিৰ সম্পৰ্কত এটা জনশ্ৰুতি আছে। জনশ্ৰুতি মতে শিৱভক্ত অসুৰ ৰজা বাণাসুৰে বৰ্তমানৰ বিশ্বনাথ ঘাটত দ্বিতীয় কাশী নিৰ্মাণৰ বাবে শিৱলিংগ সংগ্ৰহ কৰিছিল। ৰজা বাণাসুৰৰ দ্বিতীয় কাশী নিৰ্মাণৰ প্ৰচেষ্টা ব্যৰ্থ কৰিবলৈ বুলি দেৱতাসকলে ৰজাই সংগ্ৰহ কৰা শিৱলিংগৰ এটা শিৱলিংগ চুৰি কৰি আনি শিঙৰি পাহাৰৰ এই গুহাটোতে লুকুৱাই ৰাখিছিল। শিৱক এনেদৰে গুপ্তভাৱে ৰখাৰ কাৰণেই মন্দিৰটো গুপ্তেশ্বৰ হিচাপে পৰিগণিত হৈ পৰে।

মন্দিৰত অনেক ভক্তৰ সমাগম হয়। প্ৰতি বছৰে যথেষ্ট সংখ্যক ভুটিয়া ভক্তৰো আগমন হয়। মন্দিৰৰ চৌহদত তিনিটা নামঘৰ আছে। মন্দিৰত ডাওলা, শিৱৰাত্ৰি আদি ধৰ্মীয় উৎসৱ পালন কৰা হয়। ইয়াৰ উপৰি ভাদ মাহত হৰিতালিকা ব্ৰত আৰু আঘোণ মাহত বালা চতুৰ্দশী তিথি উৎসৱ পালন কৰা হয়। দৈনন্দিন মন্দিৰত অনেক ভক্তৰ সমাগম হোৱাৰ উপৰিও ব'হাগ মাহত ভক্তৰ লানি নিছিগা সোঁত বয়।

## দক্ষিণা কালী মন্দিৰ



তেজপুৰ চহৰৰ সোঁমাজত দৰং মহাবিদ্যালয়ৰ সন্মুখত তেজপুৰ মধ্যপাৰা ৰাইজৰ দ্বাৰা নিৰ্মিত দক্ষিণা কালী মন্দিৰ বিদ্যমান। মাৰ্বল পাথৰেৰে আধুনিক কাৰুকাৰ্য খোদিত দক্ষিণা কালী মন্দিৰ নিৰ্মাণ কৰা হয় ১৯৯৬ চনত। মন্দিৰৰ সৰ্বমুঠ ভূমিৰ পৰিমাণ প্ৰায় ১ বিঘা। মন্দিৰৰ ভিতৰত শিলেৰে খোদিত ৩ ফুট উচ্চতাৰ কালী মূৰ্তি বেদীৰ ওপৰত স্থাপন কৰা আছে। মন্দিৰৰ প্ৰৱেশদ্বাৰৰ প্ৰকাণ্ড লোহাৰ গেটখনৰ পৰা মন্দিৰলৈ সোমোৱা প্ৰায় ৫০ ফুট দীঘল আৰু ৮-৯ ফুট বহল পকী পথটোৰ দুয়োকাষে আছে নানাৰঙী ফুলৰ বাগিছা। মন্দিৰৰ সোঁফালে প্ৰকাণ্ড আঁহতজোপাৰ তলতে নিৰ্মাণ কৰা হৈছে এটা শিৱ মন্দিৰ।

মন্দিৰত দৈনন্দিন কালী আৰু শিৱ দেৱতাৰ পূজা-অৰ্চনা কৰা হয়। ইয়াৰ উপৰি মন্দিৰত প্ৰতি বছৰে কালী পূজা, দুৰ্গা পূজা আৰু শিৱৰাত্ৰি বৰ আড়ম্বৰপূৰ্ণভাৱেই উদযাপন কৰা হয়। মন্দিৰত দৈনন্দিন অনেক ভক্তৰ সমাগম হয়।।

## শ্ৰীশ্ৰীসত্যনাৰায়ণ মন্দিৰ



তেজপুৰ চহৰৰ সোঁমাজত জে.বি. ৰোডত 'কেদাৰমল চেৰিটেব্‌ল অৰগেনাইজেচন'ৰ দ্বাৰা অত্যাধুনিক স্থাপত্য আৰু ভাস্কৰ্য খোদিত শ্ৰীশ্ৰীসত্যনাৰায়ণ মন্দিৰ স্থাপন কৰা হয় ১৯৬৭ খ্ৰীষ্টাব্দত। মন্দিৰৰ সৰ্বমুঠ ভূমিৰ পৰিমাণ ডেৰ বিঘা। মূল মন্দিৰক কেন্দ্ৰ কৰি সোঁফালে হনুমান মন্দিৰ আৰু বাঁওফালে শিৱ

মন্দিৰ নির্মাণ কৰা হৈছে। মন্দিৰৰ ভিতৰত বিগ্ৰহ আৰু মজিয়া মুগা বৰণীয়া বহুৰঙী পাতল আচ টনা মাৰ্বল পাথৰেৰে সুসজ্জিত। প্ৰৱেশদ্বাৰৰ তোৰণৰ পৰা মন্দিৰলৈ সোমোৱা প্ৰায় ২০ ফুট দীঘল আৰু ৮ ফুট বহল পকী পথটোৰ দুয়োফালে বিভিন্ন ফুলৰে জাতিষ্কাৰ হৈ থকা ফুলৰ বাগিছা।

মুল মন্দিৰৰ ভিতৰত প্ৰায় ৪ ফুট উচ্চতাৰ লক্ষ্মী আৰু সত্যনাৰায়ণৰ মূৰ্তি বিগ্ৰহৰ ওপৰত স্থাপন কৰা হৈছে। সোঁফালে হনুমান মন্দিৰৰ ভিতৰত প্ৰায় ৮ ফুট উচ্চতাৰ শিলেৰে খোদিত হনুমানৰ মূৰ্তি বিগ্ৰহৰ ওপৰত স্থাপন কৰা হৈছে। আকৌ বাঁওফালে শিৱ মন্দিৰৰ ভিতৰত প্ৰায় ৯ বৰ্গফুটৰ শিৱলিংগ স্থাপন কৰা হৈছে। প্ৰাতঃ ৪ বজাৰ পৰা সন্ধিয়া ৮ বজালৈ মন্দিৰ খোলা থাকে। মন্দিৰত দৈনন্দিন পূজা-পাঠ আৰু আৰতি কৰা হয়। মন্দিৰ সু-পৰিচালনা আৰু দৈনন্দিন পূজা-পাঠ কৰাৰ বাবে মন্দিৰ পৰিচালনা সমিতিয়ে হাৰিয়ানা আৰু বিহাৰৰ পৰা দুজন পুৰোহিত নিয়োজিত কৰিছে। মন্দিৰত প্ৰতি বছৰে জন্মাষ্টমী, শিৱৰাত্ৰি, হনুমান জয়ন্তী, ৰাম নৱমী আদি ধৰ্মীয় উৎসৱ-পাৰ্বণ পালন কৰা হয়।

## হুদুপৰা থান

হুদুপৰা থান তেজপুৰৰ দেউৰী গাঁৱত। মিছন চাৰিআলিৰ সমীপতে নিৰ্মাণ কৰা হৈছে থানৰ এখন প্ৰকাণ্ড তোৰণ। তোৰণৰ পৰা প্ৰায় ডেৰ কিলোমিটাৰ গাঁৱলীয়া পথেৰে গৈ হাবিতলীয়া পৰিৱেশত নিৰ্মাণ কৰা হৈছে হুদুপৰা থান। জনশ্ৰুতিমতে ইয়াত ভগৱান কৃষ্ণই অনিৰুদ্ধক বিচাৰি আহি জিৰণি লৈছিল। থানত থকা কঁঠাল আৰু মিৰিকা গছক সংলগ্ন কৰা লতা জাতীয় গছৰ ডালত বহি গৰুড় পক্ষীয়ে কৃষ্ণক ছাঁ দিছিল। এই থানৰ পৰাই কৃষ্ণই কন্যাকা নৈ পাৰ হৈ বাণাসুৰৰ ৰাজধানীত



প্ৰৱেশ কৰিছিল। থানত দৈনন্দিন অনেক ভক্তৰ সমাগম পৰিলক্ষিত হয়। বিদিত আছে যে যদি কোনো ভক্তই মানস কৰি এই থানত হাতেবোৱা ফুলাম গামোচা দিয়ে তেন্তে

মনোকামনা পূৰ্ণ হয়।

থানত ছপা কৰা ফলক এখনত এইদৰে পোৱা যায় —'শোণিতপুৰ জিলা পৰিষদৰ সৌজন্যত সম্পূৰ্ণ গ্ৰাম্য ৰোজগাৰ যোজনাৰ (এ-টি-১) ২০০২-২০০৩ বৰ্ষৰ অধীনত দেউৰী গাঁও হুদুপৰা থানৰ সামুহিক ভৱন নিৰ্মাণ। আৱণ্টিত ধনৰ পৰিমাণ ৪০,০০০ টকা।'

থানত দৈনন্দিন নাম-কীৰ্তন, ঘোষাপাঠ কৰা হয়। মাহ-প্ৰসাদ আৰু খিচিৰি থানত ভোগৰ নৈবেদ্য হিচাপে দিয়া হয়। ইয়াৰ উপৰি থানত বছৰেকীয়া ভাওনাৰ আয়োজন কৰা হয়।

## নাগশংকৰ মন্দিৰ

তেজপুৰ চহৰৰ পৰা প্ৰায় ৫৮ কিলোমিটাৰ নিলগত নাগশংকৰ মৌজাত ৫২ নং ৰাষ্ট্ৰীয় ঘাইপথৰ দক্ষিণে অৱস্থিত অসমৰ প্ৰাচীন মন্দিৰসমূহৰ ভিতৰত নাগশংকৰ মন্দিৰ অন্যতম। চতুৰ্থ শতিকাৰ শেষভাগত লৌহিত্য বংশী ৰজা নাগাক্ষই এই নাগশংকৰ মন্দিৰ নিৰ্মাণ কৰিছিল। ১৪শ শতিকাৰ শেষভাগত (১৪৮০ চন মানত) আহোম ৰজা স্বৰ্গদেউ চুচেনফাই এই মন্দিৰ পুনৰ নিৰ্মাণ কৰি ভূমি দান দিয়ে। নাগশংকৰ মন্দিৰৰ দেৱোত্তৰ ভূমিৰ পৰিমাণ ৮৩৩ বিঘা। বিদিত আছে যে বিশ্বনাথত বাণ ৰজাই স্থাপন কৰা দ্বিতীয় কাশী চাবলৈ আহি এজনা শিৱলিংগ কম পাই মনৰ বেজাৰত শিৱই শুই পৰোতে শিৱৰ নাভিয়ে এই স্থান স্পৰ্শ কৰে। পাছত ইয়াতেই শিৱলিংগ স্থাপন কৰি পূজা-অৰ্চনা কৰা হয় আৰু পিছলৈ ইয়াত মন্দিৰ স্থাপন কৰা হয়।

জনশ্ৰুতি অনুসৰি নাভি শংকৰৰ পৰাই এই ঠাইৰ নাম নাগশংকৰ হয় বুলি জনা যায়। মন্দিৰৰ ভিতৰত শিলৰ গহ্বৰৰ ভিতৰত পানীৰ তলত শিৱলিংগ স্থাপন কৰা আছে। শিৱলিংগৰ লগতে বিষ্ণুমূৰ্তি, যোনিকুণ্ড আৰু শালগ্ৰাম মূৰ্তিও স্থাপন কৰা আছে। মন্দিৰৰ কাষতে এটা বৰ ধুনীয়া পুখুৰী আছে। পুখুৰীৰ পৰা মন্দিৰৰ গহ্বৰলৈ সংযোগ আছে। পুখুৰীত থকা অজস্ৰ কাছই ভক্তপ্ৰাণ ৰাইজৰ লগতে দৰ্শনাৰ্থীসকলক আকৰ্ষণ কৰিবলৈ সক্ষম হৈছে। মন্দিৰৰ সন্মুখত পুখুৰীত পূৰ্বতে থকা 'মোহন' নামৰ কাছৰ সমাধি স্থল আছে আৰু বৰ্তমান পুখুৰীত থকা সকলো কাছকে 'মোহন' নামেৰে মতা হয়।

## নন্দিকেশ্বৰ দেৱালয়

ভৈৰৱ নন্দিকেশ্বৰ আৰু দেৱী নন্দিনীক পূজাৰ আৰাধ্য দেৱ-দেৱী বুলি মানি অহা নন্দিকেশ্বৰ দেৱালয় তেজপুৰৰ টিলাবজা মৌজাত জামুগুৰিহাটৰ পৰা প্ৰায় ডেৰ কিলোমিটাৰ নিলগত অৱস্থিত। প্ৰবাদমতে অতীজতে প্ৰতাপপুৰৰ ৰজাই এই মন্দিৰ নিৰ্মাণ কৰিছিল।

কিন্তু পি. ডি. চৌধুৰীৰ 'Archaeology in Assam' ত দেৱালয় সম্পৰ্কে এনেদৰে পোৱা যায়— 'Temple built during Rudra Singha's time broken and gone'। সম্ভৱতঃ ১৮ শতিকাত এই দেৱালয় নিৰ্মাণ কৰা হৈছিল বুলি পি. ডি. চৌধুৰীৰ পুথিত উল্লেখ আছে। পূৰ্বতে স্থাপিত সেই মন্দিৰ বৰ্তমান নাই যদিও নৱ নিৰ্মিত মন্দিৰত বৰ্তমানে দৈনন্দিন পূজা-অৰ্চনা চলি আছে। মন্দিৰৰ ভেটি শিলেৰে নিৰ্মিত। ইয়াৰ চৌহদত ১৬২১ শকৰ মাঘ মাহত ৰুদ্ৰসিংহৰ ৰাজত্ব কালত শ্ৰীবাগীশ ভট্টাচাৰ্যক ভূমিদানৰ এখন তাম্ৰফলি আছে। মন্দিৰ প্ৰাংগণত শিৱৰাত্ৰি, দৌলোৎসৱ আদি ধৰ্মীয় উৎসৱ খুব উলহ-মালহেৰে উদ্‌যাপিত হয়। ব'হাগ মাহত গোসাঁই বিহুৰ দিনাখন দেৱালয়ত মেলা হয়।

## কন্যাকাশ্ৰম বা কন্যাশ্ৰম

তেজপুৰৰ ভোমোৰাগুৰি পাহাৰৰ পৰা শিলঘাটৰ ওচৰৰ দুই মুনি শিলাখণ্ডলৈকে এই সমগ্ৰ অঞ্চলকে কন্যাশ্ৰম বুলি কোৱা হৈছিল। বিদিত আছে যে এই অঞ্চলত চ্যৱন মুনিৰ আশ্ৰম আছিল।

## সৌভাগ্যমাধৱ মন্দিৰ

তেজপুৰৰ জামুগুৰিহাটৰ সমীপৰ বৰভগীয়া মৌজাৰ অন্তৰ্গত মাধৱ গাঁৱত থকা সৌভাগ্যমাধৱ মন্দিৰ ১৭০৭ খ্ৰীষ্টাব্দত স্বৰ্গদেউ ৰুদ্ৰসিংহই নিৰ্মাণ কৰিছিল। প্ৰাচীন মন্দিৰ বৰ্তমান নাই যদিও নৱনিৰ্মিত মন্দিৰত মাধৱৰ বিগ্ৰহ স্থাপন কৰা আছে আৰু ইয়াত নিত্য নৈমিত্তিক পূজা-অৰ্চনা কৰা হয়। ইয়াত কৃষ্ণ, বলৰাম আৰু সুভদ্ৰাৰ পূজা হয়। দৌলযাত্ৰা, মুনুচা যাত্ৰা, জন্মাষ্টমী আদি উৎসৱ-পাৰ্বণ মন্দিৰ প্ৰাংগণত উলহ-মালহেৰে উদ্‌যাপিত হয়।

## শুক্ৰেশ্বৰ দেৱালয়

তেজপুৰ চহৰৰ উত্তৰে থকা হলেশ্বৰ দেৱালয়ৰ কাষত এই দেৱালয় অৱস্থিত। দেৱালয়খনৰ নিৰ্মাণ সন্দৰ্ভত বিশেষ সমল পোৱা নাযায়। পি. ডি. চৌধুৰীৰ 'Archaeology in Assam' ত দেৱালয় সম্পৰ্কে এনেদৰে পোৱা যায়— 'Near Haleswar. Not known who constructed this temple. A dancing Ganesha and an image of Brahma lie near about the site.' দেৱালয়ৰ সমীপত থকা বৰপুখুৰীৰ পাৰত শিলত খোদিত কৰা চতুৰ্ভুজ নৃত্যৰত গণেশৰ মূৰ্তি আৰু দ্বিভুজ ব্ৰহ্মাৰ মূৰ্তি আছে। এই অঞ্চলত এটি দেৱী মন্দিৰো আছে।

## নিজবৰচলা মন্দিৰ

বৰ্তমানৰ শোণিতপুৰ জিলাৰ বৰচলা মৌজাৰ অন্তৰ্গত নিজবৰচলা গাঁৱত এই মন্দিৰ বিদ্যমান। মন্দিৰৰ চৌহদত পোৱা ভগ্ন শিলাখণ্ডৰ পৰা এইটো অনুমেয় যে ইয়াত পূৰ্বতে শিলৰ মন্দিৰ আছিল। এই মন্দিৰ কোনে, কেতিয়া নিৰ্মাণ কৰিছিল তাৰ কোনো ঐতিহাসিক সমল পোৱা নাযায়। মন্দিৰৰ দুৱাৰৰ ওপৰত থকা শিলত খোদিত গণেশৰ মূৰ্তি, নৱমূৰ্তিৰ লগতে বিভিন্ন স্থাপত্য-ভাস্কৰ্যই প্ৰাচীনতাৰ স্বাক্ষৰ বহন কৰিছে। এই মন্দিৰৰ শিলত খোদিত কলা-কৌশল শিঙৰি পৰ্বতৰ গুপ্তেশ্বৰ মন্দিৰৰ লগত বিজাব পাৰি আৰু সেয়েহে ক'ব পাৰি যে দুয়োটা মন্দিৰ একে সময়তে নিৰ্মাণ কৰা হৈছিল।

## হনুমান মন্দিৰ

ভৈৰৱী মন্দিৰৰ পূবে ব্ৰহ্মপুত্ৰ নৈৰ পাৰত গেৰেকী বান্দৰদেৱা পাহাৰৰ এটি সৰু টিলাৰ ওপৰত নিৰ্মিত সংকটমোচন হনুমান মন্দিৰ। মন্দিৰৰ বৰ্তমান বাবাৰ পৰা পোৱা তথ্যানুসৰি ব্ৰিটিছ শাসন কালত শ্ৰীশ্ৰী ১০৮ ফলাহাৰী বাবাৰ শিষ্য বাবা জয়ৰাম দাস ত্যাগী অযোধ্যাৰ পৰা আহি প্ৰথমতে বান্দৰদেৱা পাহাৰত আশ্ৰয় গ্ৰহণ কৰে। বাবা জয়ৰাম দাস ত্যাগীয়ে ভক্তসকলৰ স'তে মিলি ১৯৬৭ খ্ৰীষ্টাব্দত তাত এটা সৰুকৈ হনুমান মন্দিৰ নিৰ্মাণ কৰি দৈনন্দিন পূজা-পাঠ আৰম্ভ কৰিছিল। পাছত ১৯৮৭ খ্ৰীষ্টাব্দত বাইজৰ দান-বৰঙণিৰে বৰ্তমানৰ এই আটকধুনীয়া সংকটমোচন হনুমান মন্দিৰটো নিৰ্মাণ কৰে।



মন্দিৰৰ ভিতৰত প্ৰায় ৬ ফুট উচ্চতাৰ বিগ্ৰহৰ ওপৰত পিতলৰ নিৰ্মিত কিৰিটি আছে। বৰ্তমানৰ মূৰ্তিটো পূৰ্বতে স্থাপন কৰা নহয়। পূৰ্বতে স্থাপন কৰা মূৰ্তিটো আছিল সোণৰ। স্বৰ্ণমূৰ্তিটো চুৰি হয়। মন্দিৰৰ লগতে সংলগ্ন আছে এটা শিৱ মন্দিৰ। শিৱ মন্দিৰৰ শিৱলিংগৰ কাষতে আছে প্ৰায় ৮ ফুট উচ্চতাৰ আন এটা কাঠেৰে নিৰ্মিত হনুমানৰ মূৰ্তি। এই মূৰ্তিটো বিৰাম বৰ্গীয়াৰী নামৰ ভক্ত এজনে সাত বছৰৰ মূৰকত নিৰ্মাণ কৰি উলিয়ায়। মন্দিৰৰ বাওঁফালে আছে যজ্ঞকুণ্ড। মন্দিৰত দৈনন্দিন হনুমান পূজাৰ লগতে সান্ধ্য আৰতি হয়। হনুমান জয়ন্তী বৰ আড়ম্বৰপূৰ্ণভাৱে উদ্‌যাপন কৰা হয়।

## ভণ্ডামন্দিৰ গাঁৱৰ মন্দিৰ

শোণিতপুৰ জিলাৰ বৰচলা মৌজাৰ ভণ্ডামন্দিৰ গাঁৱত শিল-ইটাৰে নিৰ্মিত এই মন্দিৰ আছিল। পূৰ্বৰ মন্দিৰৰ বিগ্ৰহ এটি গহ্বৰৰ ভিতৰত আছিল। বৰ্তমান সেই বিগ্ৰহ নাই কিন্তু গহ্বৰ আজিও বিদ্যমান। পূৰ্বৰ মন্দিৰৰ আন্তঃগাঁথনিৰ কাষত এটি পুখুৰী আছে। গহ্বৰৰ কাষত এগৰাকী সন্ন্যাসীয়ে এটি অস্থায়ী ঘৰত দৈনন্দিন পূজা-অৰ্চনা কৰি আছে।

## যোগেশ্বৰ দেৱালয়

তেজপুৰৰ জামুগুৰিহাটৰ সমীপৰ বৰভগীয়া মৌজাৰ কেন্দ্ৰাৰী চুক গাঁৱত অৱস্থিত যোগেশ্বৰ দেৱালয় সম্ভৱতঃ ১৮ শতিকাত নিৰ্মাণ কৰা হৈছিল। স্থানীয়ভাৱে এই দেৱালয়ক শিলৰ দেৱালয় বুলিও জনা যায়। দেৱালয়ৰ নিৰ্মাণ সম্পৰ্কত পি. ডি. চৌধুৰীৰ 'Archaeology in Assam' ত এইদৰে পোৱা যায়— 'Built during Rudra Singha's time'। বৰ্তমান দেৱালয়ত থকা শিৱলিংগৰ ওপৰত টিনৰ চালি দিয়া আছে। ইয়াত দৈনন্দিন পূজা-অৰ্চনা কৰা নহয় যদিও শিৱৰাত্ৰি উৎসৱ উলহ-মালহেৰে পালন কৰা হয়।

## ধৱান্দি বা ধেন্দাই দ'ল

আনুমানিক ১৮ শ শতিকাত ৰুদ্ৰসিংহৰ ৰাজত্বকালত নিৰ্মাণ কৰা ঐতিহাসিক ধোন্দাই দ'ল বৰ্তমান বিশ্বনাথ চাৰিআলিৰ সমীপৰ কলাবাৰী মৌজাত বিদ্যমান। পূৰ্বৰ ইটাৰে নিৰ্মিত ধেন্দাই দ'ল গহপুৰ মৌজাৰ ধৱান্দি জাবৰিত আছিল। কিন্তু ১৮৯৭ খ্ৰীষ্টাব্দৰ ভূমিকম্পত এই দ'ল ধ্বংসপ্ৰাপ্ত হৈ বৰ্তমানৰ ঠাইলৈ উঠি আহে। দ'লত শিলত খোদিত চতুৰ্ভুজ শিৱ বিগ্ৰহৰ লগত ডাঙৰকৈ টা শালগ্ৰাম, পিতলৰ ৰাধা-কৃষ্ণৰ যুগল মূৰ্তি, ইন্দ্ৰ, বিশ্বকৰ্মা আৰু শিলৰ পঞ্চানন শিৱৰ বিগ্ৰহ দেখিবলৈ পোৱা যায়।

## কিবাং আৰু ওবাং

শোণিতপুৰ জিলাৰ অন্তৰ্গত অলমৰ দুখন প্ৰাচীন দেৱালয়ৰ ভিতৰত কিবাং আৰু ওবাং অন্যতম। তেজপুৰৰ মিছামাৰী মৌজাৰ অন্তৰ্গত বান্দৰমাৰী গাঁৱত হাজাৰীখোৱা অকাৰ ৰজাৰ কিবাং দেৱালয় আৰু ঢেকীয়াজুলি চপাই মৌমাৰী গাঁৱত ছুটীয়াম দাৰ্জি ৰজাৰ ওবাং দেৱালয় অৱস্থিত। এই দুই দেৱালয়ৰ নিৰ্মাণ সম্পৰ্কত বিশেষ একো ঐতিহাসিক সমল পোৱা নাযায়।

## বুঢ়াগোসাঁই থান

তেজপুৰত অৱস্থিত প্ৰতাপগড় বাগিচাৰ সমীপত থকা বুঢ়াগোসাঁইৰ থানৰ উদ্ভৱ সন্দৰ্ভত এটা প্ৰবাদ আছে। প্ৰবাদমতে যমৰজাই হেনো এই ঠাইতে তপস্যা কৰিছিল আৰু সেই ঠাইতে হেলিমেলি বুঢ়াগোসাঁয়ে দেৱালয় নিৰ্মাণ কৰিছিল। ইয়াত পোৱা পূৰ্বৰ আন্তঃগাঁথনিত ভগ্ন শিলাখণ্ডৰ পৰা এইটো অনুমেয় যে পূৰ্বৰ মন্দিৰ শিলেৰে নিৰ্মিত আছিল। পূৰ্বতে ইয়াত বিষ্ণুৰ বিগ্ৰহ আছিল। বৰ্তমান শিলত খোদিত ভগ্ন কৃষ্ণমূৰ্তি আছে আৰু বাট-পথ সুগম নোহোৱা হেতু বিশেষ উৎসৱ-পাৰ্বণতহে পূজাৰীয়ে গৈ তাতে পূজা আগবঢ়ায়।

## ফুলবাৰী দেৱালয়

বৰ্তমানৰ শোণিতপুৰ জিলাৰ বিশ্বনাথ চাৰিআলিৰ সমীপৰ কলাবাৰীত ১৭০৫ খ্ৰীষ্টাব্দত আহোম স্বৰ্গদেউ ৰুদ্ৰসিংহই নিৰ্মাণ কৰা ফুলবাৰী দেৱালয় বা বৰকালিকা থান অসমৰ প্ৰাচীন দেৱালয়সমূহৰ ভিতৰত অন্যতম। থানত ঐতিহাসিক স্মৃতিচিহ্ন হিচাপে কেইখনমান বলিকটা দা, এটা হিলৈ আৰু শিলত খোদিত কৰা মগৰৰ ওপৰত বৰুণৰ বিগ্ৰহ আজিও বিদ্যমান। স্থাপন হোৱা কালৰে পৰা বৰ্তমানলৈকে এই দেৱালয়ত দৈনন্দিন পূজা-অৰ্চনা কৰা হয়।

## বিহালীৰ শিৱ মন্দিৰ

শোণিতপুৰ জিলাৰ বিহালী মৌজাত বিহালী নৈৰ পাৰত এই মন্দিৰ অৱস্থিত। পূৰ্বৰ মন্দিৰ নিৰ্মাণ সন্দৰ্ভত একো ঐতিহাসিক সমল বিচাৰি পোৱা নাযায়। বিদিত আছে যে সম্ভৱতঃ ১৮ শতিকাত গৌৰীনাথ সিংহই পূৰ্বৰ মন্দিৰ নিৰ্মাণ কৰিছিল। বৰ্তমান প্ৰাচীন মন্দিৰ আন্তঃগাঁথনিৰ ওপৰতে স্থানীয় ৰাইজৰ দান-বৰঙণিৰ সহায়ত টিনপাতেৰে এটি শিৱ মন্দিৰ আটকধুনীয়াকৈ নিৰ্মাণ কৰিছে। মন্দিৰৰ ভিতৰত থকা শিৱলিংগত দৈনন্দিন পূজা-অৰ্চনা কৰা হয়।

## ভোলাগুৰি শিৱ মন্দিৰ

শোণিতপুৰ জিলাৰ অন্তৰ্গত বিশ্বনাথ চাৰিআলিৰ সমীপত ভোলাগুৰি চাহ বাগিচাৰ কাষত অৱস্থিত ভোলাগুৰি শিৱ মন্দিৰ। ১৯৬২ চনত ভোলাগুৰি চাহ বাগিচাৰ মালিক স্বৰ্গীয় দেৱব্ৰত আগৰৱালাই সেই সময়ৰ মন্ত্ৰী মহেন্দ্ৰ মোহন চৌধুৰীৰ অনুমতি সাপেক্ষে এই ঠাইত এটি শিৱ মন্দিৰ নিৰ্মাণ কৰে। বিদিত আছে যে বাগিচাৰ মজদুৰ

এজনে মন্দিৰৰ বিগ্ৰহটো উদ্ধাৰ কৰিছিল। হাবি-জংঘলেৰে আবৃত বাগিচাৰ সমীপৰ সংৰক্ষিত বনাঞ্চলত এটি শিৱলিংগ সদৃশ মাটিৰ টিপ দেখি স্বৰ্গীয় দেৱব্ৰত আগৰৱালাক অৱগত কৰে। পিছত দেৱব্ৰত আগৰৱালাই সেই ঠাই পৰিদৰ্শন কৰি ঠাইৰ মাহাত্ম্য বুজি তাত এটি শিৱ মন্দিৰ নিৰ্মাণ কৰে। সেই অঞ্চলৰ স্থানীয় বাসিন্দাসকলৰ কিবা অপায়-অমংগল হ'লে নাইবা কাৰোবাৰ কিবা বস্তু-বাহানি হেৰালে মন্দিৰত গুৱাপাণ, নৈবেদ্য আদি আগবঢ়ালে শুভফল পোৱা বুলি লোকবিশ্বাস আছে। ভোলাগুৰি চাহ বাগিচাৰ কৰ্তৃপক্ষই পৰিচালনা কৰা এই শিৱ মন্দিৰত দৈনিক নিত্য নৈমিত্তিক পূজা-অৰ্চনা চলি আছে।

## চাৰিদুৱাৰ

তেজপুৰস্থিত চাৰিদুৱাৰত দুৰ্গা, লক্ষ্মী, সৰস্বতী, বিষ্ণুৰ মৎস্য অৱতাৰ, বহি থকা গণেশ, বেণুগোপাল আদিৰ শিলত খোদিত কৰা বিগ্ৰহ আছে। ইয়াত থকা শিলৰ ভগ্ন টুকুৰাৰ পৰা এইটো সহজে অনুমেয় যে অতীজতে ইয়াত শিলৰ মন্দিৰ আছিল। কিন্তু এই মন্দিৰৰ নিৰ্মাণ সন্দৰ্ভত বিশেষ একো ঐতিহাসিক সমল বিচাৰি পোৱা নাযায়। পি. ডি. চৌধুৰীৰ 'Archaeology in Assam' পুথিত এইদৰে পোৱা যায়— 'Remains of an ancient stone temple lie here. Stone images of Vishnu, Ganesha, Benu Gopal and so on are seen here.' চৌধুৰীৰ পুথিৰ মতে, সম্ভৱতঃ ১১শ-১২শ শতিকা মানত এই মন্দিৰ নিৰ্মাণ কৰা হৈছিল বুলি মত পোষণ কৰিছে। বৰ্তমান এই অঞ্চলত বুঢ়াগোসাঁইৰ থান এখনো আছে।

## দুলালমাধৱ দেৱালয়

তেজপুৰৰ নাগশংকৰ মৌজাৰ অন্তৰ্গত দুলালমাধৱ দেৱালয়ৰ প্ৰাচীন মন্দিৰ নিৰ্মাণ সন্দৰ্ভত লিখিত সমল বিচাৰি পোৱা নাযায় আৰু প্ৰাচীন মন্দিৰো ইয়াত নাই।

## ৰুদ্ৰপদ দেৱালয় (চামধৰা)

ভোমোৰাগুৰি টিলাৰ ওপৰত অৱস্থিত মূল ৰুদ্ৰপদ দেৱালয়ৰ মূল পীঠৰ এভাগ বিগ্ৰহ আনি বৰ্তমান মূঢ়াদ'ল মৌজাৰ অন্তৰ্গত চামধৰা গাঁৱত স্থাপন কৰা হয়। এই দেৱালয়খনক মূল ৰুদ্ৰপদ দেৱালয়ৰে এটা অংশ মাথোন বুলি ক'লেও ভুল নহয়। মূল ৰুদ্ৰপদ দেৱালয়ৰ ঠাকুৰ বংশ ভৰলী নৈৰ গতি পৰিবৰ্তনত বিভাজিত হৈ প্ৰথমে জামুগুৰিহাটৰ

নন্দিকেশ্বৰৰ টঙনা বজাৰত বহে আৰু কালক্ৰমত পাছলৈ চামধৰা অঞ্চলত অৱস্থান কৰে। বৰ্তমান দেৱালয়ত দৈনন্দিন পূজা-অৰ্চনা কৰা হয়।

## নৰবলি আৰু বান্দৰদেৱা পাহাৰ

প্ৰাচীন কালত অসমত চলা নৰবলিসহ পূজা-অৰ্চনাৰ সাক্ষ্য বহন কৰি আহিছে এই নৰবলি পাহাৰে। এই পাহাৰ তেজপুৰস্থিত ভৈৰৱ মন্দিৰৰ পূবত ব্ৰহ্মপুত্ৰৰ পাৰত অৱস্থিত। নৰবলি পাহাৰৰ সমীপত থকা আন এখন পাহাৰ হৈছে বান্দৰদেৱা পাহাৰ। প্ৰবাদ আছে যে এই বান্দৰদেৱা পাহাৰতে বান্দৰ বলিসহ পূজা-অৰ্চনা কৰা হৈছিল।

## ভৈৰৱপদ দেৱালয়

তেজপুৰস্থিত ভৈৰৱপুৰ মৌজাৰ হাজাৰপাৰ ডেকাৰ গাঁৱৰ ঔগুৰি পৰ্বতত পোৱা এডোখৰ শিলাখণ্ডত শিৱৰ পদশিলা থকা হেতুকে এই দেৱালয়ৰ নাম ভৈৰৱপদ দেৱালয়। পুৰণি আন্তঃগাঁথনিৰ ভগ্ন টুকুৰা বিলাকৰ পৰা এইটো সহজে অনুমেয় যে প্ৰাচীন কালত ইয়াত শিল আৰু ইটাৰ মন্দিৰ আছিল। কিন্তু বৰ্তমান ইয়াত থকা মন্দিৰটো টিনপাতেৰে নিৰ্মিত। বিদিত আছে যে আহোমৰ শাসনকালত ৰজা দেৱালয়ৰ নামত যথেষ্ট ভূমি দান কৰিছিল।

## ৰুদ্ৰপদ দেৱালয়

তেজপুৰ চহৰৰ পৰা আঠ কিলোমিটাৰ নিলগত ব্ৰহ্মপুত্ৰ নৈৰ পাৰত ভোমোৰাগুৰি টিলাৰ ওপৰত ৰুদ্ৰপদ দেৱালয় বিদ্যমান। ইয়াত এডোখৰ শিলাখণ্ডত থকা পদচিহ্নক শিৱৰ পদশিলা হিচাপে পূজা-অৰ্চনা কৰা হয়। বিদিত আছে যে বৰ্তমানৰ এই ৰুদ্ৰপদ দেৱালয়তেই শিৱই বাণ ৰজাক দেখা দিছিল। পি. ডি. চৌধুৰীৰ 'Archaeology in Assam' পুথিত ৰুদ্ৰপদ দেৱালয় নিৰ্মাণ সন্দৰ্ভত এইদৰে পোৱা যায়— 'The temple was constructed during Siva Singha's rule. This temple does not exist now. Big stones lie at the site.' তেখেতৰ পুথিৰ মতে সম্ভৱতঃ ১৮ শতিকাত এই মন্দিৰ নিৰ্মাণ কৰা হৈছিল। গেজেটিয়াৰ মতে ১৭৩০ খ্ৰীষ্টাব্দত আহোম স্বৰ্গদেউ শিৱসিংহৰ ৰাজত্বকালত এই মন্দিৰ নিৰ্মাণ কৰা হৈছিল। বৰ্তমান পুৰণি মন্দিৰটো ব্ৰহ্মপুত্ৰৰ গৰাখহনীয়াত ধ্বংসপ্ৰাপ্ত হয়। কিন্তু বিগত কেইবছৰমানৰ পূৰ্বে চৰকাৰী অনুদান আৰু ৰাইজৰ দান-বৰঙণিৰে তাত নকৈ এটি আটকধুনীয়া মন্দিৰ নিৰ্মাণ কৰা হৈছে। মন্দিৰত

দৈনন্দিন বিপ্ৰ পুৰোহিতৰ দ্বাৰা পূজা-অৰ্চনা কৰা হয়। স্থানীয় আৰু দূৰণিবটীয়া ভক্তসকলে দেৱাদিদেৱ শিৱৰ নামত দৈনন্দিন নৈবেদ্য আদি আগবঢ়ায়। প্ৰতি বছৰে ইয়াত শিৱৰাত্ৰি উৎসৱ পালন কৰা হয়। বৰভগীয়া মৌজাত দেৱালয়ৰ নামত ৰজাদিনীয়া ৩০১ বিঘা নিস্পিখেৰাজ মাটি আছে বুলি জানিব পাৰি।

## হেংগুলেশ্বৰ দেৱালয়

তেজপুৰ চহৰৰ পশ্চিমে ভৈৰৱপুৰ মৌজাৰ অন্তৰ্গত অসমৰ প্ৰাচীন দেৱালয়সমূহৰ ভিতৰত হেংগুলেশ্বৰ দেৱালয় অন্যতম। দেৱালয় সম্পৰ্কত লিখিত বিশেষ সমল বিচাৰি পোৱা নাযায়। বৰ্তমান মন্দিৰৰ আন্তঃগাঁথনিৰ পৰা এইটো সহজে অনুমেয় যে পূৰ্বতে ইয়াত মন্দিৰ আছিল। পুৰণি ভগ্ন মন্দিৰৰ শিৱলিংগৰ ওপৰত টিনৰ ঢালি দি বৰ্তমান পূজা-অৰ্চনাৰ কাম কৰা হয়। দেৱালয়ৰ মন্দিৰৰ ভেটি পকীকৰণ কৰা হৈছে। দেৱালয়ৰ সৰ্বমুঠ ভূমিৰ পৰিমাণ প্ৰায় ২০ বিঘা।

মন্দিৰত দৈনন্দিন শিৱ দেৱতাৰ পূজা কৰা হয়। বিদিত আছে যে ইয়াৰ শিৱলিংগটো ক্ৰমাৎ বৃদ্ধি পাই আহিছে। নৱগ্ৰহ, বৰ্ষচক্ৰ আদি দোষৰ বাবে হেংগুলেশ্বৰ শিৱক বিধিনুসাৰে দান-দক্ষিণা আগবঢ়ালে দোষ খণ্ডন হয় বুলি লোকবিশ্বাস আছে।

## হলেশ্বৰ দেৱালয়

১৭০৫ খ্ৰীষ্টাব্দত আহোম স্বৰ্গদেউ ৰুদ্ৰসিংহই নিৰ্মাণ কৰা হলেশ্বৰ দেৱালয় তেজপুৰ চহৰৰ পৰা ৯ কিলোমিটাৰ নিলগত অৱস্থিত। পূৰ্বতে হলেশ্বৰ মন্দিৰক হাৰুণেশ্বৰ নামেৰেহে জনা গৈছিল। প্ৰবাদ মতে পূৰ্বতে মন্দিৰ থকা ঠাইত হাল বাওতে হালত লাগি এটা শিৱলিংগ ওলাইছিল। সেয়ে এই দেৱালয়ৰ নাম হলেশ্বৰ দেৱালয়। সেই ঠাইতে স্বৰ্গদেউয়ে এটি শিৱ মন্দিৰ নিৰ্মাণ কৰিছিল। কিন্তু প্ৰাচীন মন্দিৰ বৰ্তমান নাই যদিও দেৱালয়ৰ চৌহদত শিলত খোদিত এটি গণেশ মূৰ্তি আছে আৰু তাতে পূজাৰীয়ে দৈনন্দিন পূজা-অৰ্চনা কৰে। পি. ডি. চৌধুৰীৰ 'Archaeology in Assam' পুথিত দেৱালয় সম্পৰ্কত এইদৰে পোৱা যায়— 'Rudra Singha erected a temple here. It does not exist now. Siva linga and an image of Ganesha may be seen.' তেখেতৰ পুথিৰ মতে সম্ভৱতঃ ১৮ শতিকাত এই মন্দিৰ নিৰ্মাণ কৰা হৈছিল। সেই অঞ্চলৰ লোকবিশ্বাস আছে যে শিৱ পূজাৰ দিনা এজনা নাগ মন্দিৰলৈ আহে। শিৱৰাত্ৰিৰ দিনা প্ৰতি বছৰে এই দেৱালয়লৈ অগণন ভক্তৰ সমাগম পৰিলক্ষিত

হয়। ইয়াত প্ৰথমে গণেশৰ মূৰ্তিত পূজা-অৰ্চনা কৰি শিৱপূজা কৰা হয়। বৰ্তমান দেৱালয়ৰ চৌহদত এটি শনি মন্দিৰো স্থাপন কৰা হৈছে।

## অন্ন নোখোৱা আতাৰ থান

তেজপুৰৰ বৰভগীয়া মৌজাৰ ডেকাসুন্দৰ গাঁৱৰ মাজৰচুকত ঐতিহাসিক অন্ন নোখোৱা আতাৰ থান অৱস্থিত। থানৰ কীৰ্তনঘৰটো ওপৰত টিনৰ চালি দি নিৰ্মাণ কৰা আৰু তলৰ ভেটিতো কেঁচা। কীৰ্তনঘৰৰ আসনত ভাগৱতসহ অন্ন নোখোৱা আতাৰ এপাট খৰম প্ৰতিষ্ঠা কৰা আছে। থানত দৈনিক নাম-প্ৰসংগৰ ব্যৱস্থা নাই যদিও উৎসৱ-পাৰ্বণ আদিত নাম-প্ৰসংগ কৰা হয়। নিতৌ গধূলি কীৰ্তনঘৰত আয়তীসকলে ভাগৱত পাঠ কৰি মহাভাৰত আৰু তাৰ পিছত ৰামায়ণৰ পাঠ পঢ়ে। ভক্তপ্ৰাণ ৰাইজে প্ৰায়েই এই থানলৈ মাহ-প্ৰসাদ, পায়স, বৰা চাউলৰ গুড়িসাজ আদি নৈবেদ্য হিচাপে আগবঢ়ায়। কিন্তু শাওণ আৰু পুহ মাহত থানত ভাগৱত পাঠ আদি কৰা নহয় আৰু শৰাই আদিও আগবঢ়োৱা নহয়। বিদিত আছে যে, মহাপুৰুষ শংকৰ গুৰুজনাই এই থানত তেৰাৰ ভ্ৰমণ কাৰ্যসূচীৰ সময়ত জিৰণি ল'বৰ কাৰণে সোমাইছিল। থানত মাঘী পূৰ্ণিমা উৎসৱ খুব ডাঙৰকৈ পালন কৰা হয়। তাৰোপৰি শংকৰদেৱ আৰু মাধৱদেৱৰ আৱিৰ্ভাৱ আৰু তিৰোভাৱ তিথিও উলহ-মালহেৰে উদ্‌যাপিত কৰা হয়।

## গাংমৌ থান/সত্ৰ

তেজপুৰ চহৰৰ পৰা প্ৰায় ৫৫ কিলোমিটাৰ নিলগত বিশ্বনাথ চাৰিআলিৰ উত্তৰে বৰগাং নৈৰ পাৰত মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে স্থাপন কৰা অসমৰ প্ৰাচীন আৰু ঐতিহাসিক থানসমূহৰ ভিতৰত অন্যতম। পূৰ্বতে গুৰুজনাই স্থাপন কৰা গাংমৌ থান বৰগাং নৈৰ কবলত ক্ষতিগ্ৰস্ত হয়। বিদিত আছে যে এই থানত মহাপুৰুষ শংকৰদেৱে পাঁচ বছৰ কাল আছিল।

## কুণ্ডাৰবাৰী থান

শোণিতপুৰ জিলাৰ হলেশ্বৰ মৌজাৰ ডেকাপুখুৰীত মাজুলীৰ আউনীআটি সত্ৰৰ এক অংশ বিশেষ কুণ্ডাৰবাৰী থান অৱস্থিত।

## খুটাৰগুৰি থান

শোণিতপুৰ জিলাৰ জিলাৰ অন্তৰ্গত তেজপুৰ চহৰত এই থান বিদ্যমান।

## ব'ৰাগীৰ থান বা মাধৱানন্দৰ থান

বৰ্তমানৰ শোণিতপুৰ জিলাৰ অন্তৰ্গত জামুগুৰি আৰু বিশ্বনাথ চাৰিআলিৰ মাজৰ চতিয়া সমষ্টিৰ জিকৰাইগুৰিত এই থান অবস্থিত।

## কামৰূপীয়া নামঘৰ

তেজপুৰ চহৰৰ সোঁমাজত থকা কামৰূপীয়া নামঘৰ ১৯১৫ চনত কামৰূপীয়া সনাতন ধৰ্ম মণ্ডলীৰ দ্বাৰা স্থাপন কৰা প্ৰাৰ্থনা গৃহ। একেখন চালিৰ তলতে থকা নামঘৰটো দুটা ভাগত বিভক্ত। ইয়াৰে এটা ভাগত লক্ষ্মী পূজা, দুৰ্গা পূজা আদি পালন কৰা হয় আৰু আনটো ভাগত ভক্তসকলে নাম-প্ৰসংগ কৰে। এই নামঘৰত মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ জন্মোৎসৱ বৰ আড়ম্বৰপূৰ্ণভাৱে উদ্‌যাপন কৰা হয়।

## শ্ৰীচৈতন্য গৌড়ীয় মঠ

বৰ্তমান শোণিতপুৰ জিলাৰ তেজপুৰ চহৰৰ সোঁমাজত আধুনিক স্থাপত্য-ভাস্কৰ্য খোদিত কৰি নিৰ্মাণ কৰা শ্ৰীচৈতন্য গৌড়ীয় মঠ বিদ্যমান। তেজপুৰ চহৰৰ এই আটকধুনীয়া শ্ৰীচৈতন্য গৌড়ীয় মঠ প্ৰতিষ্ঠা কৰে নিত্যলীলা প্ৰবিষ্ট ওঁ ১০৮ শ্ৰীশ্ৰীমন্তদয়িত মাধৱ গোস্বামী বিষ্ণুপাদে। মন্দিৰৰ মূল বিগ্ৰহ ৰাধা-কৃষ্ণৰ। মঠ প্ৰাংগণত দৈনন্দিন কীৰ্তনপাঠ, আৰতি আদি কৰা হয়। প্ৰতি বছৰে মঠত জন্মাষ্টমী, ৰাধা অষ্টমী, ঝুলন যাত্ৰা আদি উৎসৱ পালন কৰা হয়। দূৰণিবটীয়া ভক্তবৃন্দয়ো প্ৰভু শ্ৰীচৈতন্যদেৱৰ নামত ভোগ আগবঢ়ায়।



## ৰোমান কেথলিক ছাৰ্চ

তেজপুৰ জিলা পুথিভঁৰালৰ দক্ষিণে চিত্ৰলেখা উদ্যানৰ সমীপত এটা সৰু টিলাৰ ওপৰত অবস্থিত ৰোমান কেথলিক ছাৰ্চ খ্ৰীষ্টিয়ান ধৰ্মাৱলম্বীসকলৰ পবিত্ৰ তীৰ্থস্থান।

ইংৰাজী ডিচেম্বৰ মাহত ইয়াত যীশুৰ জন্মোৎসৱ বৰ উলহ-মালহেৰে উদ্‌যাপন কৰা হয়।

### গুৰুদ্বাৰ

১৯৬১ চনতে নিৰ্মাণ কৰা গুৰুদ্বাৰ শিখ ধৰ্মাৱলম্বী লোকসকলৰ অতি পৱিত্ৰ স্থান। শিখসকলৰ এই পৱিত্ৰ তীৰ্থ তেজপুৰ চহৰৰ কুমাৰ গাঁৱত অৱস্থিত।

## সত্ৰ/সচং

### নিকামূল সত্ৰ

তেজপুৰৰ মাজগাঁৱৰ সমীপত ১৮০৫ খৃষ্টাব্দত বাপুৰামদেৱৰ পুত্ৰ স্বৰূপানন্দদেৱে স্থাপন কৰা ঐতিহ্যমণ্ডিত নিকামূল সত্ৰ বিদ্যমান। বৰ্তমান সত্ৰত মণিকূটসহ প্ৰায় ১২০০ বৰ্গফুটৰ নামঘৰ আছে। সত্ৰত দৈনন্দিন নাম-প্ৰসংগৰ আয়োজন কৰা হয়। তেজপুৰৰ বৈষ্ণৱ সংস্কৃতিৰ কেন্দ্ৰস্বৰূপ এই নিকামূল সত্ৰতেই ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱা, ধৰ্মৰত্ন শ্ৰীগহন চন্দ্ৰ গোস্বামী, ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা, কমলা প্ৰসাদ আগৰৱালা আদি মহান অসমীয়া ব্যক্তিসকলে সত্ৰৰ লগত জড়িত হৈ বৰগীত আৰু কীৰ্তন পাঠৰ শিক্ষা লভিছিল আৰু স্বৰচিত গীতত সুৰদানো কৰিছিল।

পূৰ্বতে আহোম স্বৰ্গদেউ ৰুদ্ৰসিংহৰ ৰাজত্বকালত সত্ৰখন মাজলীৰ পেহাদিয়াত নিকা ব্ৰাহ্মণৰ মাটিত আছিল। পাছত সত্ৰখন নগাঁৱৰ শিভিয়াপোতনি মৌজাৰ উৰিয়া গাঁৱত নিয়মানুসৰি স্থাপন কৰা হয় যদিও কালক্ৰমত সত্ৰখন বৰ্তমান তেজপুৰৰ মাজগাঁৱত স্থাপন কৰা হয়। প্ৰতি বছৰে সত্ৰত শংকৰ গুৰুজনাৰ জন্মোৎসৱৰ লগতে মহাপুৰুষীয়া গুৰুসকলৰ তিথি উৎসৱ পালন কৰা হয়। ইয়াৰ উপৰি সত্ৰত ভাওনা আদিও পতা হয়। সত্ৰৰ নামানুসৰি সেই অঞ্চলটো নিকামূল নামে খ্যাত।

### কলাবাৰী দক্ষিণপাট সত্ৰ আৰু দ'ল

শোণিতপুৰ জিলাৰ গহপুৰৰ পূবে কলাবাৰী দলগুৰি গাঁৱত অৱস্থিত কলাবাৰী দক্ষিণপাট সত্ৰ প্ৰাচীন সত্ৰসমূহৰ ভিতৰত অন্যতম। বংশীগোপালদেৱে বৰদলৈ, তামুলী দলৈ আদি ভূঞাসকলেৰে ইয়াত সত্ৰ পাতিছিল। কথাগুৰু চৰিতৰ মতে কলাবাৰীত বনমালীদেৱে অচ্যুতানন্দ ৰায় নামে মূৰ্তিৰে অচ্যুতপুৰত সত্ৰ পাতিছিল। মাজুলীৰ দক্ষিণপাট সত্ৰৰ প্ৰতিষ্ঠাতা বনমালীদেৱে ইয়াতেই জন্মগ্ৰহণ কৰিছিল। আজিও এই কলাবাৰী সত্ৰই সেই

অঞ্চলৰ বৈষ্ণৱ ধৰ্মীয় ভাবানুভূতি আৰু পৰম্পৰা বহন কৰি আহিছে।

সত্ৰৰ কাষতে আছে দ'লগুৰি বৰপুখুৰী আৰু প্ৰায় ১৮.৬ মিটাৰ উচ্চতাৰে মনোমোহা স্থাপত্য-ভাস্কৰ্য খোদিত দ'লগুৰি দ'ল। ইয়াত বাসুদেৱ বিগ্ৰহৰ লগতে আন আন দেৱ-দেৱীৰ বিগ্ৰহো পৰিলক্ষিত হয়।

## গটভঙা সত্ৰ

তেজপুৰৰ হলেশ্বৰ মৌজাৰ গটভাত গৌৰাংগচৰণদেৱে স্থাপন কৰা এই সত্ৰ অৱস্থিত।

## গুৱাধৰা সত্ৰ

শোণিতপুৰ জিলাৰ গহপুৰৰ ওচৰৰ বৰঙাবাৰীৰ কলংপুৰ মৌজাৰ গোবাসৰীয়া গাঁৱত এই সত্ৰ বিদ্যমান। বিদিত আছে যে এই ঠাইতে গাংমৌ সত্ৰৰ পৰা আহি মহাপুৰুষ শংকৰদেৱে সাতদিন থাকি গুৱা ধৰিছিল। সেয়েহে এই সত্ৰৰ নাম গুৱাধৰা সত্ৰ। বৰ্তমান সত্ৰত মণিকূটসহ কীৰ্তনঘৰ আছে আৰু ইয়াত নাম-প্ৰসংগ কৰা হয়।

## গোবিন্দ এলেঙি সত্ৰ

শোণিতপুৰ জিলাৰ গহপুৰস্থিত গোবিন্দ এলেঙি সত্ৰ শ্ৰীবাপাদেৱ গোস্বামীয়ে স্থাপন কৰে।

## চাৰিকৃষ্ণৰ থান

বৰভকত সতানন্দৰ চাৰি পুত্ৰ সন্তান জয়কৃষ্ণ, মহাকৃষ্ণ, ত্ৰাহিকৃষ্ণ, শ্ৰীকৃষ্ণই শোণিতপুৰ জিলাৰ বিশ্বনাথ চাৰিআলিৰ ওচৰত এই থান স্থানত জন্ম লাভ কৰা কাৰণে এই থানৰ নাম চাৰিকৃষ্ণৰ থান।

## চিপহা সত্ৰ

তেজপুৰ চহৰৰ সমীপৱৰ্তী কেতেকীবাৰীত পূৰ্বতে শংকৰদেৱৰ নাতি পুৰুষোত্তম ঠাকুৰৰ আজ্ঞাত কৃষ্ণচৰণদেৱে প্ৰতিষ্ঠা কৰে। পিছত ৰজা গৌৰীনাথ সিংহৰ ৰাজত্বকালত কৃষ্ণচৰণদেৱৰ বংশধৰ বিষ্ণুৰামদেৱে ১৭০২ শকত কেতেকীবাৰীতে ন-কৈ শিলৰ খুঁটা পুতি সত্ৰ স্থাপন কৰে। এই চিপহা সত্ৰ মাজুলীৰ অংশ মাথোন।

## চুপহা সত্ৰ

শোণিতপুৰ জিলাৰ ৰঙাগড়াত হৰিনাৰায়ণদেৱে এই সত্ৰ প্ৰতিষ্ঠা কৰে। সত্ৰত মূল বিগ্ৰহ হিচাপে গোপাল বিগ্ৰহ আছে। এই সত্ৰক ৰঙাগড়া গোপাল চুপহা সত্ৰ নামেৰেও জনা যায়।

## চেউনী বৰদেৱা থান

শোণিতপুৰ জিলাৰ অন্তৰ্গত চিনাবন্ধা মৌজাত সম্ভৱতঃ শুভানু আতাই প্ৰতিষ্ঠা কৰা চেউনী বৰদেৱা থান বিদ্যমান। নগাঁৱৰ বৰদোৱা সত্ৰৰ লগত এই থান ওতঃপ্ৰোতভাৱে জড়িত।

## ঢৌকাচাপৰি সত্ৰ

শোণিতপুৰ জিলাৰ অন্তৰ্গত জামুগুৰিহাটৰ সমীপতে এই সত্ৰ অৱস্থিত। মাধৱদেৱৰ প্ৰিয় শিষ্য ভৱানীপুৰীয়া গোপাল আতাৰ বংশৰ কঞ্জয়নদেৱে কাল সংহতিৰ এই সত্ৰ স্থাপন কৰিছিল।

## ডিফলু সত্ৰ

বিশ্বনাথ চাৰিআলিৰ সমীপৰ কলাবাৰী মৌজাস্থিত ডিফলু সত্ৰ উজনিৰ বংশীগোপালদেৱে প্ৰতিষ্ঠা কৰা সত্ৰ।

## টেঙাবৰীয়া সত্ৰ

বৰ্তমান টেঙাবৰীয়া সত্ৰ শোণিতপুৰৰ মূঢ়াদ'লত বিদ্যমান। পূৰ্বতে এই সত্ৰ বিশ্বনাথ চাৰিআলিৰ ওচৰৰ টেঙাবাৰীত আছিল। কিন্তু কালৰ সোঁতত বৰ্তমান স্থানলৈ এই সত্ৰ উঠি আহে। এই সত্ৰক টেঙাভৰোৱা নামেৰেও জনা যায়।

## তেতেলিগুৰি সত্ৰ

শোণিতপুৰ জিলাৰ অন্তৰ্গত জামুগুৰিহাটৰ সমীপৰ বৰভগীয়াত অৱস্থিত এই সত্ৰ জয়কৃষ্ণৰ পুত্ৰ ৰূপনাৰায়ণদেৱে প্ৰতিষ্ঠা কৰিছিল।

## মদাৰগুৰি সত্ৰ

সতানন্দ বৰভকত পুত্ৰ শ্ৰীকৃষ্ণৰ নাতি সহজানন্দ আৰু ৰমানন্দই তেজপুৰৰ বেচেৰীয়াত এইসত্ৰ স্থাপন কৰে। বিশ্বনাথ চাৰিআলিৰ সমীপৰ গহপুৰ মহকুমাৰ অন্তৰ্গত কলাবাৰীৰ কটীয়া গাঁৱতো এখন কাল সংহতিৰ মদাৰগুৰি সত্ৰ বিদ্যমান। বেচেৰীয়াৰ বৰবাৰজনীয়া মদাৰগুৰি সত্ৰৰ সত্ৰাধিকাৰ পদত বৰ্তমানলৈকে সহজানন্দৰ উত্তৰপুৰুষসকলে অধিষ্ঠিত হৈ আহিছে। সত্ৰত বগা শিলত খোদিত কৰা লক্ষ্মী-নাৰায়ণৰ বিগ্ৰহ আছে। প্ৰবাদ আছে যে এই বিগ্ৰহ আহোম ৰজা ৰুদ্ৰসিংহই দান কৰিছিল।

## মাউৰাগোবিন্দ সত্ৰ

চাৰিকৃষ্ণৰ এক ত্ৰাহিকৃষ্ণৰ নাতি গোবিন্দই স্থাপন কৰা নগাঁও জিলাৰ কুঁৱৰীটোল মাউৰাগোবিন্দ সত্ৰৰ শাখা সত্ৰৰূপে শোণিতপুৰ জিলাৰ নদুৱাৰত এই সত্ৰ বিদ্যমান।

## মাধৱ আতা সত্ৰ

সতানন্দ বৰভকতৰ পৰিনাতি আৰু জয়কৃষ্ণৰ নাতি মাধৱ নাৰায়ণে নগাঁৱৰ কলিয়াবৰত স্থাপন কৰা মাধৱ আতা সত্ৰৰ এখন শাখা সত্ৰ হৈছে শোণিতপুৰ জিলাৰ বিশ্বনাথ চাৰিআলিৰ লেহু গাঁৱত অৱস্থিত মাধৱ আতা সত্ৰ। প্ৰতিষ্ঠাপকৰ নামেৰে এই সত্ৰৰ নাম মাধৱ আতা সত্ৰ ৰখা হয়।

## ৰাঙ্গনি সত্ৰ

শোণিতপুৰ জিলাৰ অন্তৰ্গত বৰভগীয়া মৌজাৰ খনাপাৰ গাঁৱত এই সত্ৰ বিদ্যমান।

## শলগুৰি সত্ৰ

অনন্তৰাম আতাৰ পুত্ৰ শুভানুয়ে বৰ্তমান শোণিতপুৰ জিলাৰ অন্তৰ্গত জামুগুৰিৰ শলগুৰি গাঁৱত এই সত্ৰ স্থাপন কৰে। বিদিত আছে যে গাংমৌলৈ যাত্ৰাৰ পথত মহাপুৰুষ শংকৰগুৰু জনাই এই ঠাইত জিৰণি লৈছিল। নগাঁৱৰ বৰদোৱা সত্ৰৰ নিয়মেৰে পৰিচালিত হোৱা এই সত্ৰত শংকৰদেৱ আৰু মাধৱদেৱৰ ৰচিত অংকীয়া ভাওনা প্ৰতি বছৰে অনুষ্ঠিত হয়।

## আঁহতগুৰি বগাকুঢ়া সত্ৰ

শোণিতপুৰ জিলাৰ অন্তৰ্গত জামুগুৰিহাটৰ নিলগত হাতিঙা গাঁৱত অৱস্থিত ঐতিহাসিক আঁহতগুৰি বগাকুঢ়া সত্ৰ। পূৰ্বতে শ্ৰীৰামদ্বিজৰ নাতি চাৰুচন্দ্ৰই জামুগুৰিহাটৰ মূঢ়াদ'ল গাঁৱত এই সত্ৰ প্ৰতিষ্ঠা কৰিছিল। কিন্তু সত্ৰৰ সত্ৰাধিকাৰে বৰ্তমান স্থানলৈ এই সত্ৰ স্থানান্তৰিত কৰি নিয়ে।

## কৰতিপাৰ সত্ৰ

ঐতিহাসিক কৰতিপাৰ সত্ৰ বৰ্তমান শোণিতপুৰ জিলাৰ জামুগুৰিহাটৰ নিলগত বিদ্যমান। বিদিত আছে যে ১৮১০ খ্ৰীষ্টাব্দত আহোম ৰজা চন্দ্ৰকান্ত সিংহৰ দিনত যোগেশ্বৰদেৱে এই সত্ৰ স্থাপন কৰিছিল। এই সত্ৰ মাজুলীৰ কৰতিপাৰ সত্ৰৰ শাখা সত্ৰ।

## কলীয়া গোসাঁই সত্ৰ

আহোম ৰজা প্ৰমত্ত সিংহৰ ৰাজত্ব কালত স্বৰূপানন্দৰ পুত্ৰ চাৰুচন্দ্ৰই শোণিতপুৰ জিলাৰ

অন্তৰ্গত বালিপাৰাত এই সত্ৰ স্থাপন কৰে।

## কামদেৱাল সত্ৰ

কামদেৱাল সত্ৰ বিশ্বনাথ চাৰিআলিৰ সমীপৰ কলাবাৰী মৌজাত অৱস্থিত। এই সত্ৰ বংশীগোপালদেৱৰ এগৰাকী মেধিয়ে স্থাপন কৰিছিল।

## কাবৈমাৰী সত্ৰ

শোণিতপুৰ জিলাৰ গহপুৰত এই সত্ৰ বিদ্যমান। এই সত্ৰ গোপীনাথদেৱে স্থাপন কৰিছিল।

## কোৱামৰা সত্ৰ

শাৰংগপাণিদেৱে স্থাপন কৰা কোৱামৰা সত্ৰ শোণিতপুৰ জিলাৰ মূঢ়াদ'ল মৌজাৰ দিক্‌ৰাইত অৱস্থিত। পূৰ্বতে এই সত্ৰ শলগুৰি গাঁৱত আছিল।

## সাউদকুছি সত্ৰ

মূলতঃ সাউদকুছি সত্ৰ তেজপুৰৰ দআটি গাঁৱত অৱস্থিত। মূল সত্ৰৰ শাখা সত্ৰ হিচাপে শোণিতপুৰ জিলাত আৰু দুখন সাউদকুছি সত্ৰ আছে। এখন বিশ্বনাথ মহকুমাৰ অন্তৰ্গত বিহালীৰ ৰংঢালীত আছে আৰু আনখন কলংপুৰ ব'ৰাগী পথাৰত আছে।

## সুন্দৰীদিয়া সত্ৰ

সুন্দৰীদিয়া সত্ৰ তেজপুৰ চহৰৰ সমীপৱৰ্তী পৰ্বতীয়াৰ নলেশ্বৰ টাওনিত অৱস্থিত। সত্ৰখনি মহাপুৰুষ মাধৱদেৱৰ ভাগিনীয়েক ৰামচৰণ ঠাকুৰৰ পুত্ৰ হৰিচৰণ ঠাকুৰে প্ৰতিষ্ঠা কৰিছিল। বৰপেটা জিলাস্থিত মাধৱ গুৰুজনাই স্থাপন কৰা সুন্দৰীদিয়া সত্ৰৰ নামে এই সত্ৰৰ নামো সুন্দৰীদিয়া ৰখা হয়।

## সোণাৰিপাৰ সত্ৰ

সোণাৰিপাৰ সত্ৰ বৰ্তমান শোণিতপুৰ জিলাৰ অন্তৰ্গত বৰভগীয়া মৌজা টকলাবাৰী গাঁৱত অৱস্থিত। এই সত্ৰ গজলা আতাই স্থাপন কৰিছিল।

## বালি সত্ৰ

শোণিতপুৰ জিলাৰ অন্তৰ্গত দুই ঠাইত বালিসত্ৰ বিদ্যমান। এখন সত্ৰ হৈছে শংকৰদেৱৰ

নাতি পুৰুষোত্তম ঠাকুৰৰ আজ্ঞাত বাপুৰামদেৱৰ পুত্ৰ মাধৱানন্দই স্থাপন কৰা বালিগাৱাস্থিত বালিসত্ৰ আৰু আনখন হৈছে লক্ষ্মণদেৱৰ পুত্ৰ বিষ্ণুচৰণদেৱে স্থাপন কৰা জামুগুৰিহাটৰ কোচগাঁওস্থিত বালিসত্ৰ। জামুগুৰিহাটৰ বালিসত্ৰত মহাপুৰুষ শংকৰদেৱে দিয়া বাসুদেৱ বিগ্ৰহ, গোপাল বিগ্ৰহ আৰু এখন শৰাই সংৰক্ষিত আছে।

## বৰএলেঙি সত্ৰ

শোণিতপুৰ জিলাৰ জামুগুৰিহাটৰ মুঢ়াদ'লত অৱস্থিত বৰএলেঙি সত্ৰ বৰভকত সতানন্দৰ পুত্ৰ শ্ৰীকৃষ্ণৰ পৰিনাতি দয়াৰামৰ বংশধৰসকলে প্ৰতিষ্ঠা কৰিছিল। এই সত্ৰ মাজুলীৰ কাকৰিকটা এলেঙিৰ অংশ মাথোন।

## বাকৰি সত্ৰ

শোণিতপুৰ জিলাৰ অন্তৰ্গত হলেশ্বৰ মৌজাৰ পুঠিখাতী গাঁৱত এই সত্ৰ বিদ্যমান। ব্ৰাহ্মণ-মহন্তই শংকৰদেৱৰ নাতি পুৰুষোত্তম ঠাকুৰৰ আজ্ঞাত বাসুদেৱৰ নাতি অনন্তদেৱে এই সত্ৰ স্থাপন কৰে।

## বৰালিমৰা সত্ৰ

বৰ্তমান তেজপুৰৰ দআটি গাঁৱত বৰালিমৰা সত্ৰ অৱস্থিত। আদিতে এই সত্ৰ কলং নৈৰ পাৰত বৰভকত সতানন্দৰ তৃতীয় পুত্ৰ ব্ৰাহ্মিকৃষ্ণই প্ৰতিষ্ঠা কৰিছিল। কিন্তু কামৰ সোঁতত এই সত্ৰই বহু ঠাইলৈ স্থানান্তৰ হ'বলগীয়া হয়। মানৰ আক্ৰমণৰ সময়ত মধুসূদনদেৱৰ নাতি ৰামদেৱে এই সত্ৰ তেজপুৰৰ সমীপৰ দ-পৰ্বতীয়ালৈ উঠাই নিয়ে আৰু অৱশেষত বৰ্তমান স্থানলৈ এই সত্ৰখনি উঠাই আনি ৰামদেৱৰ নাতি বিষ্ণুকান্তদেৱে নকৈ প্ৰতিষ্ঠা কৰে।

## বালিপুখুৰী সত্ৰ

পূৰ্বতে সতানন্দৰ দ্বিতীয় জ্যেষ্ঠ পুত্ৰ মহানন্দই আহোম ৰজা প্ৰমত্তসিংহৰ ৰাজত্ব কালত নগাঁৱৰ কলিয়াবৰত এই সত্ৰ স্থাপন কৰিছিল। বৰ্তমান বালিপুখুৰী সত্ৰ তেজপুৰৰ ডেকাৰ গাঁৱত।

## বাঁহবাৰী সত্ৰ

বৰ্তমান শোণিতপুৰ জিলাৰ অন্তৰ্গত তেজপুৰ মহকুমাৰ অন্তৰ্গত জামুগুৰিহাটত আৰু বিশ্বনাথ মহকুমাৰ অন্তৰ্গত বিহালীত দুখন বাঁহবাৰী সত্ৰ আছে। জামুগুৰিহাটৰ সত্ৰ বৰযদুমণিদেৱে স্থাপন কৰা বুলি প্ৰবাদ আছে।

## চেঁচা সত্ৰ

শোণিতপুৰ জিলাৰ জামুগুৰিহাটৰ সমীপৰ বৰভগীয়াত এই সত্ৰ অৱস্থিত। উজনিৰ

বৰঠাই চেঁচা সত্ৰৰ এভাগ বৰভগীয়াৰ সত্ৰত আৰু আনভাগ যোৰহাটত আছে। বৰভগীয়াৰ চেঁচা সত্ৰত মিৰি শিষ্যৰ লগতে বঙালী সম্প্ৰদায়ৰ লোককো ধৰ্ম প্ৰদান কৰা হয়।

## গোপামৰা সত্ৰ

জামুগুৰিহাট আৰু বিশ্বনাথ চাৰিআলিৰ মাজৰ চতিয়াৰ সলাল গাঁৱত এই সত্ৰ অৱস্থিত। এই সত্ৰ বৰভকত সতানন্দৰ পুত্ৰ মহাকৃষ্ণৰ বংশৰ লোকে প্ৰতিষ্ঠা কৰিছিল।

## দিচিয়াল সত্ৰ

উজনিৰ বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰক বংশীগোপালদেৱৰ আজ্ঞাত প্ৰতিষ্ঠা হোৱা দিচিয়াল সত্ৰ শোণিতপুৰ জিলাৰ কলংপুৰত অৱস্থিত।

## ধোপাবৰ সত্ৰ

বৰ্তমানৰ শোণিতপুৰ জিলাৰ মূঢ়াদ'লৰ পানী গাঁৱত ধোপাবৰ সত্ৰ বিদ্যমান। এই সত্ৰ ভৱানীপুৰীয়া গোপাল আতাই প্ৰৱৰ্তন কৰা কাল সংহতিৰ সত্ৰ।

## নমাটি সত্ৰ

শোণিতপুৰ জিলাৰ জামুগুৰিহাটৰ সমীপৰ বৰভগীয়া মৌজাৰ অন্তৰ্গত বাহদোণ্ডা গাঁৱত অৱস্থিত। সত্ৰখনি দিহিং মূলৰ।

## নদুৱাৰ সত্ৰ

এই সত্ৰ শোণিতপুৰ জিলাৰ অন্তৰ্গত নদুৱাৰত। গটাঙিয়াল গোসাঁইসকল এই সত্ৰৰ লগত জড়িত।

## নাহৰখাত সত্ৰ

সত্ৰখনি পূৰ্বতে কাল সংহতিৰ আছিল। কিন্তু বৰ্তমানে পুৰুষ সংহতি অধীনতহে চলা পৰিলক্ষিত হয়। এই সত্ৰ শোণিতপুৰৰ বৰভগীয়া মৌজাৰ বৰভগীয়া গাঁৱত অৱস্থিত।

## বৰগাঁও সত্ৰ

শোণিতপুৰ জিলাৰ অন্তৰ্গত বৰগাঁৱত এই সত্ৰ বিদ্যমান।



**ভিতৰ পৃষ্ঠাত**

- গোলাঘাট জিলা ঃ এটি পৰিচয়মূলক টোকা
- **মঠ-মন্দিৰ/দেৱালয়**○নেঘেৰিটিং দ'ল ○নুমলীগড় শিৱ মন্দিৰ ○কাক গোসাঁনীৰ থান ○কোটোহাগুৰি দেৱালয় ○ঐতিহাসিক আঠখেলীয়া নামঘৰ ○শ্ৰীশ্ৰীবিষ্ণু মন্দিৰ
- **সত্ৰ/সচং**○আধাৰ সত্ৰ ○বিহিমপুৰ সত্ৰ ○বাঁহজেঙনি এলেঙি সত্ৰ ○বেঙেনাআটি সত্ৰ ○কুৰুৱাবাহী সত্ৰ ○উলুতলি সত্ৰ ○ভোটমৰিচ সত্ৰ ○মদাৰগুৰি সত্ৰ ○মাহৰা সত্ৰ ○মিছিমিআটি সত্ৰ ○ৰূপকলীয়া সত্ৰ ○লেটুগ্ৰাম সত্ৰ ○শালকুছি সত্ৰ ○চুপহা সত্ৰ ○চেঙাপৰীয়া সত্ৰ ○চেঁচা সত্ৰ ○জকাই সত্ৰ ○ঠকৰিয়াল সত্ৰ ○তেলপানী সত্ৰ ○থুকুবিল সত্ৰ ○দিচিয়াল সত্ৰ ○দিহিং সত্ৰ ○ন-সত্ৰ নমাটি সত্ৰ ○পহুমৰীয়া সত্ৰ ○পুখুৰীপাৰ সত্ৰ ○পুৰুষোত্তম সত্ৰ ○ফুলবাৰী সত্ৰ ○বিষ্ণুপুৰ সত্ৰ ○কঠীয়াতলি সত্ৰ ○কন্দলি সত্ৰ ○কাথবাপু সত্ৰ ○খৰডিয়াল সত্ৰ ○এলেঙি সত্ৰ ○ঔগুৰি সত্ৰ ○গজলা সত্ৰ ○গৌৰাংগ সত্ৰ ○মধুমিশ্ৰ সত্ৰ

## গোলাঘাট জিলা ঃ
## এটি পৰিচয়মূলক টোকা

বিগত ১৯৮৭ খ্ৰীষ্টাব্দত জিলাৰ স্বীকৃতি প্ৰদান কৰা অসমৰ শাসনাধিষ্ঠিত বৰ্তমান গোলাঘাট জিলাৰ সৰ্বমুঠ মাটিকালি ৩,৫০২ বৰ্গ কিলোমিটাৰ আৰু ২০০১ চনৰ লোকপিয়ল অনুসৰি মুঠ জনসংখ্যা ৯,৪৫,৭৮১। বৰ্তমান গোলাঘাট জিলাৰ চাৰিসীমা বুলিলে উত্তৰে ব্ৰহ্মপুত্ৰ নদী, দক্ষিণে নাগালেণ্ড, পূৱে যোৰহাট জিলা আৰু পশ্চিমে কাৰ্বি আংলং আৰু নগাঁও জিলা। ধনশিৰিয়েই হ'ল জিলাখনৰ মূল নদী। দৈয়াং, নামবৰ, দৈগ্ৰুং আৰু কালিয়নী হ'ল ধনশিৰি নৈৰ উপনৈ। কাকডোঙা নৈখনে যোৰহাট আৰু গোলাঘাট জিলাৰ সীমাৰে প্ৰবাহিত হৈ আছে। বছৰেকীয়া বৰষুণৰ হাৰ গড়ে ১৩০০ মিলিমিটাৰ।




সৰ্বোচ্চ তাপমাত্ৰা ৩৮.০° চেণ্টিগ্ৰেড আৰু সৰ্বনিম্ন ১০.০° চেণ্টিগ্ৰেড।

গোলাঘাট নামৰ উৎপত্তি বিশেষকৈ ৰাজস্থানৰ পৰা অহা মাৰোৱাৰী সম্প্ৰদায়ৰ লোকসকলে ধনশিৰি নৈৰ পাৰত কৰা বেপাৰ-বাণিজ্যৰ পৰাই হয় বুলি কোৱা হয়। 'গোলা' মানে হ'ল বজাৰ আৰু 'ঘাট' মানে হ'ল নৈৰ পাৰৰ যাতায়াতৰ স্থান। সেয়েহে ধনশিৰি নৈৰ পাৰত গঢ়ি উঠা বেহা-বেপাৰৰ পৰাই ঠাইখিনি গোলাঘাট হিচাপে পৰিগণিত হৈ পৰে।

কোনো কোনোৰ মতে বৈষ্ণৱ গুৰু গোপাল আতাৰ মাক ব্ৰজাংগী ৰাজপৰিয়ালৰ ৰোষত পৰি গড়গাঁৱৰ পৰা পলাই আহি এই ধনশিৰি নৈৰ পাৰতে এখন গোলা পাতিছিল। ব্ৰজাঙ্গী আইয়ে ধনশিৰি নৈৰ পাৰত গোলা পতা হেতুকেই কালক্ৰমত ঠাইখিনি গোলাঘাট হিচাপে পৰিগণিত হৈ পৰে।

কৃষিয়েই মূলত জিলাখনৰ আৰ্থ-সামাজিক দিশটোক প্ৰভাৱান্বিত কৰি আহিছে। কৃষিজাত সামগ্ৰীসমূহৰ ভিতৰত চাহ, ধান আৰু কুঁহিয়াৰেই প্ৰধান। চাহ উৎপাদনত জিলাখনে এক বিশেষ অৰিহণা আগবঢ়াই আহিছে। জিলাখনত সৰ্বমুঠ ৬৩খন চাহ বাগিচা আছে আৰু প্ৰতি বছৰে ২০,০০০ টনতকৈও অধিক চাহপাত উৎপাদন কৰে। বৃহৎ উদ্যোগৰ ভিতৰত একমাত্ৰ নুমলীগড় ৰিফাইনেৰী লিমিটেডেই প্ৰধান। নুমলীগড় ৰিফাইনেৰী লিমিটেডেই অত্যাধুনিক কাৰিকৰী প্ৰযুক্তিৰে প্ৰতি বছৰে ৩.০ মিলিয়ন খাৰুৱা তেল উৎঘাটন কৰে। ক্ষুদ্ৰ উদ্যোগসমূহৰ ভিতৰত মৃত শিল্প, অগৰু তেলৰ নিষ্কাষণ, বাঁহ-বেতৰ উদ্যোগ আদিয়েই প্ৰধান। ইয়াৰ উপৰি পশুপালনৰ লগতে মুগা আৰু এণ্ডি কটা আদিয়েই আৰ্থিক দিশটোক যথেষ্টভাৱে টনকিয়াল কৰি ৰাখিছে।

বৃটিছসকলে অসমৰ শাসনভাৰ লোৱাত ১৮৪৬ খ্ৰীষ্টাব্দত দৈয়াং-ধনশিৰি উপত্যকা শিৱসাগৰ জিলাৰ মহকুমা হিচাপে অন্তৰ্ভুক্ত হৈছিল। ভাৰতৰ স্বাধীনতা আন্দোলনতো

জিলাখনৰ অৱদান অপৰিসীম। কুশল কোঁৱৰ, কমলা মিৰি, হাৰিকী দাস, বিজু বৈৰুৱা, শংকৰ চন্দ্ৰ বৰুৱা, ৰাজেন্দ্ৰ নাথ বৰুৱা, গৌৰীনাথ জৈন, গংগাৰাম বৰমেধি প্ৰভৃতি মুক্তি যুঁজাৰুৱে স্বাধীনতা আন্দোলনত অশেষ কষ্ট আৰু ত্যাগ স্বীকাৰ কৰি তেখেতসকলৰ কৰ্মৰাজিৰে গোলাঘাটক ইতিহাসৰ পাতত সোণালী আখৰেৰে জিলিকাই থৈ গৈছে।

সৰুপথাৰৰ নগাজৰী খনিকৰ গাঁৱৰ শিলালিপি, ইটাৰ আড়ুগাঁথনি, কীৰ্ত্তিচিহ্ন, মঠ-মন্দিৰ, পুখুৰী আদিয়ে নৱম শতিকাৰ দৈয়াং-ধনশিৰি উপত্যকাত প্ৰাচীন সভ্ৰাজ্যৰ সাক্ষ্য বহন কৰিছে। ১৬ শ শতিকাত দৈয়াং-ধনশিৰি উপত্যকাত আহোমসকলে ৰাজত্ব কৰিছিল। আহোমসকলৰ আগতে এই উপত্যকাত কছাৰী ৰজাসকলে ৰাজত্ব কৰিছিল। আহোম সভ্ৰাজ্যৰ সময়ত দৈয়াং-ধনশিৰি উপত্যকাত 'মৰঙীখোৱা গোহাঁই'ৰ তত্বাৱধানত আছিল।

## নেঘেৰিটিং দ'ল

অসমৰ অতি প্ৰাচীন আৰু ঐতিহ্যমণ্ডিত মঠ-মন্দিৰসমূহৰ ভিতৰত বৰ্তমান গোলাঘাট জিলাৰ অন্তৰ্গত নেঘেৰিটিং দ'ল অন্যতম। গোলাঘাট চহৰৰ পৰা প্ৰায় ২০ কিলোমিটাৰ নিলগত ইটাৰে নিৰ্মিত প্ৰাচীন এই নেঘেৰিটিং দ'লত আহোম স্থাপত্য-ভাস্কৰ্যৰ নিদৰ্শন পৰিস্ফুট হৈ আছে। দ'লৰ ভিতৰত শিৱলিংগ বিদ্যমান। নেঘেৰিটিং দ'লৰ বিগ্ৰহত থকা শিৱলিংগক বাণলিংগ হিচাপে জনা যায়। শিৱলিংগটোৰ উচ্চতা প্ৰায় ৩ ফুট আৰু ব্যাসাৰ্দ্ধও প্ৰায় ৩ ফুট।



নেঘেৰিটিং দ'লৰ ভিতৰত থকা বাণলিংগ সম্পৰ্কত এটা কিংবদন্তি আছে। কিংবদন্তিমতে উৰ্ব ঋষিয়ে এই ঠাইত দ্বিতীয় কাশী নিৰ্মাণৰ মানসেৰে বহুতো শিৱলিংগ সংগ্ৰহ কৰিছিল। উৰ্ব ঋষিয়ে যথেষ্ট সংখ্যক শিৱলিংগ সংগ্ৰহ কৰিছিল যদিও মাত্ৰ বাণলিংগক প্ৰতিষ্ঠা কৰি হে পূজা-পাঠ কৰিছিল। ঋষিয়ে কোনো কাৰণত এই ঠাইত দ্বিতীয় কাশী নিৰ্মাণ কৰিব নোৱাৰিলে। কালক্ৰমত এই বাণলিংগৰ মাহাত্ম্যৰ কথা শুনি আৰু শীতল নেঘেৰিটিঙৰ পানীৰ জলত

পৰি থকা শিৱলিংগ উদ্ধাৰ কৰি আহোম স্বৰ্গদেউ ৰাজেশ্বৰ সিংহই বৰ্তমানৰ এই নেঘেৰিটিঙতে অষ্টাদশ শতিকাৰ শেষভাগত আটকধুনীয়া স্থাপত্য-ভাস্কৰ্য খোদিত কৰি এই দ'ল নিৰ্মাণ কৰে।

নেঘেৰিটিং শিৱদ'ল সম্পৰ্কত পি. ডি. চৌধুৰীৰ 'Archeology in Assam' পুথিত এইদৰে পোৱা যায়— 'At Negheriting. About forteen miles from Golaghat town. A brick built temple of fine architectural beauty. Enchrines a Siva Linga called Bana Linga, built during Rajeswar Singh's time.' চৌধুৰীৰ পুথিৰ মতেও সম্ভৱতঃ ১৮ শ শতিকাত এই মন্দিৰ নিৰ্মাণ কৰা হয়।

দ'লটো অতি বিতোপন। ঘাই দ'লটোৰ গাত বিভিন্ন দেৱ-দেৱীৰ মূৰ্তি কটা আছে। মূল দ'লটোৰ চাৰিওফালে চাৰিটা সৰু সৰু দ'ল নিৰ্মাণ কৰা আছে। মূল দ'লটোৰ ভিতৰত বাণলিংগ আছে। দ'লৰ আন্তঃগাঁথনিৰ পৰা এইটো সহজে অনুমেয় যে পূৰ্বতে ইয়াত মন্দিৰ আছিল। প্ৰাকৃতিক দুৰ্যোগ বা অন্য কিবা কাৰণত ইয়াৰ প্ৰাচীন মন্দিৰ ধ্বংসপ্ৰাপ্ত হয়। বৰ্তমানৰ দ'লটো পুৰণি ভগা দ'লৰ শিল-ইটাৰে নিৰ্মিত। প্ৰাচীন কালত নেঘেৰিটিং দ'লত দেৱদাসী নৃত্যৰো প্ৰচলন আছিল বুলিও জনা যায়।

বিপ্ৰ পুৰোহিতৰ দ্বাৰা দ'লত দৈনন্দিন পূজা-অৰ্চনা কৰা হয়। দ'লত অগণন ভক্তৰ সমাগম দেখা যায়। প্ৰতি বছৰে শিৱৰাত্ৰি মেলা বৰ আড়ম্বৰপূৰ্ণভাৱে উদ্‌যাপন কৰা হয়।

## নুমলীগড় শিৱ মন্দিৰ

গোলাঘাট চহৰৰ পৰা প্ৰায় ৩০ কিলোমিটাৰ নিলগত নুমলীগড়ত প্ৰাচীন মিকিৰ পৰ্বতৰেই একাংশ দেওপাহাৰত এটি প্ৰাচীন শিৱ মন্দিৰৰ ভগ্নাৱশেষ দেখা যায়। ভূমিকম্প বা আন কিবা প্ৰাকৃতিক দুৰ্যোগত হয়তু মন্দিৰটো ধ্বংসপ্ৰাপ্ত হয়। পাহাৰত সিঁচৰতি হৈ থকা প্ৰাচীন মন্দিৰৰ ভগ্নাৱশেষসমূহ আৰু মন্দিৰৰ গাত কটা মূৰ্তিসমূহ পৰ্যবেক্ষণ কৰি প্ৰত্নতাত্ত্বিকসকলে দেওপাহাৰৰ প্ৰাচীন মন্দিৰৰ স্থাপত্য-ভাস্কৰ্যসমূহ মধ্যযুগীয় বুলি অনুমান কৰিছে। নুমলীগড় শিৱদ'ল সম্পৰ্কত পি. ডি. চৌধুৰীৰ 'Archeology in Assam' পুথিত প্ৰাচীন মন্দিৰ সম্বন্ধে এইদৰে পোৱা যায়—'About twenty two miles from Golaghat town. Remains of an old Siva temple exist at the site. Near the tuins there is a small shed enchrining a Siva linga which is regularly worshipped.' তেখেতৰ পুথিত উল্লিখিত অনুসৰি মন্দিৰটো আনুমানিক

নৱম শতিকাত নির্মিত।

কালক্রমত ১৭১৩ শকৰ ফাগুন মাহৰ কৃষ্ণ চতুৰ্দশী তিথিত স্থানীয় ব্ৰাহ্মণ সম্প্ৰদায়ৰ স্বৰ্গীয় পীতাম্বৰ কন্দলীয়ে সৰুকৈ খেৰেৰে এটি শিৱ মন্দিৰ নিৰ্মাণ কৰি পূজা-পাঠ আৰম্ভ কৰে। বিদিত আছে যে পীতাম্বৰ কন্দলীয়ে স্বপ্নাদেশক্ৰমে দেওপাহাৰত বেদীসহ শিৱলিংগ, ভৈৰৱ, গণেশ আৰু বৃষভৰ মূৰ্তি উদ্ধাৰ কৰে।

কন্দলীৰ মৃত্যুৰ পিছতো তেখেতৰ অধস্তন বংশধৰসকলে মন্দিৰৰ পূজা-পাৰ্বণৰ কাম-কাজ চলাই আহিছে। মন্দিৰত দৈনন্দিন অনেক ভক্তৰ সমাগম পৰিলক্ষিত হয়। বৰ্তমান নুমলীগড় শিৱ মন্দিৰক 'বাবাস্থান' হিচাপেও জনা যায়। মন্দিৰত শিৱৰাত্ৰি উৎসৱৰ লগতে দুৰ্গা পূজা বৰ আড়ম্বৰপূৰ্ণভাৱে উদ্‌যাপন কৰা হয়।

## কাক গোসাঁনীৰ থান

বোকাখাত চহৰৰ পৰা প্ৰায় তিনি কিলোমিটাৰ নিলগত শ শ বছৰ পুৰণি ইতিহাস প্ৰসিদ্ধ কাক গোসাঁনীৰ থান বিদ্যমান। অতীজৰে পৰাই বলি-বিধান সহকাৰে বাসন্তী পূজা আৰু শাৰদীয় দুৰ্গা পূজাত আই ভগৱতীৰ পূজা-অৰ্চনা চলি আহিছে।

গদাপাণি কোঁৱৰৰ গুপ্তবাসৰ সময়ত বোকাখাতৰ সমীপত মিকিৰ পাহাৰত থকা মালচি বুঢ়াৰ ঘৰত কিছুদিন আশ্ৰয় লৈ আছিল। পলাতক গদাপাণি কোঁৱৰে দুৰ্গা মূৰ্তি এটি কাক-বাঁহৰ চুঙাত লৈ ঘূৰি ফুৰিছিল। গুপ্তবাসৰ পিছত ৰাজধানীলৈ উভতি অহাৰ পৰত গদাপাণি কোঁৱৰে কাক-বাঁহৰ চুঙাত লৈ ফুৰা এই শক্তি প্ৰতিমা চুঙাৰে সৈতে চাটনি দলঙৰ কাষৰ অৰণ্যত এডাল গছত ওলোমাই এৰি থৈ যায়। কাক-বাঁহৰ চুঙাত থোৱা এই শক্তি প্ৰতিমাই কাক গোসাঁনী। ৰজা হোৱাৰ পাছত গদাধৰ কোঁৱৰে এই ঠাইতে এখনি থান পাতি স্বৰ্ণ মূৰ্তি স্থাপন কৰে।

মানৱ আক্ৰমণৰ সময়ত থানখন বেয়াকৈ ক্ষতিগ্ৰস্ত হৈ যোৱাৰ পিছৰ পৰাই স্থানীয় বাইজৰ তত্বাৱধানত পুনৰ ঠন ধৰি উঠে। মিকিসকলৰ অতি আদৰৰ কাক গোসাঁনীৰ থানত অতীজৰে পৰাই দেওধনী নৃত্য প্ৰচলিত হৈ আহিছে।

## কোটোহাওৰি দেৱালয়

গোলাঘাট চহৰৰ দক্ষিণে প্ৰায় ৫ কিলোমিটাৰ নিলগত আঠগাঁও মৌজাৰ অন্তৰ্গত যুৰীয়া প্ৰসিদ্ধ দেৱালয়সমূহৰ ভিতৰত কোটোহাওৰি দেৱালয় অন্যতম। দেৱালয়ৰ মূল বিগ্ৰহ দেৱী দুৰ্গাৰ। দেৱালয়ৰ মন্দিৰৰ ভিতৰত প্ৰায় ডেৰ ফুট উচ্চতাৰ শিলৰ দুৰ্গা মূৰ্তি

আছে। লগতে কালী মূৰ্তি আৰু শালগ্ৰাম আছে। আহোম ৰজাই খন্দা প্ৰায় ২ বিঘা ভূমিৰে আগুৰি দেবালয়ৰ এটা ধুনীয়া পুখুৰীও আছে। স্থানীয়ভাৱে বৰপুখুৰী বুলিহে জনাজাত।

বৰ্তমান দেবালয়ৰ তত্ত্বাৱধানত থকা শ্ৰীযুত বুলিন চক্ৰবৰ্তীৰ পৰা পোৱা তথ্য মতে অতীজতে কোটোহাগুৰি অঞ্চলত চুতীয়া, আহোম কটকী আৰু নাথ সম্প্ৰদায়ৰ পৰিয়াল আছিল। কোটোহাগুৰি চাৰিসীমা আছিল পূবে ভৰফাং আৰু কচাৰী গাঁও, পশ্চিমে বেঙেনাখোৱা, উত্তৰে বৰধুকন খাটগাঁও আৰু দক্ষিণে আছিল তিৰুৱাল গাঁও।



দেবালয়ৰ মন্দিৰ নিৰ্মাণ সম্পৰ্কত এটা জনশ্ৰুতি আছে। জনশ্ৰুতিমতে কোটোহাগুৰি হাঁমদৈ পথাৰত গাঁৱৰ গৰখীয়াইঁতে গৰু চৰাইছিল আৰু পথাৰৰ মাজত থকা বৰগছৰ তলত কোটোহা বাঁহৰ কাষতে গৰখীয়াইঁতে ৰং-ধেমালি কৰিছিল। সিহঁতে তাত মাটিৰ মূৰ্তি সাজি গোঁসানী পূজা কৰিছিল আৰু ফৰিং আদি ধৰি বিৰিণাপাতেৰে ডিঙি কাটি গোঁসানীৰ নামত উৰ্চগা কৰি বলি দিছিল। পালপাতি গৰখীয়াইঁতে ফৰিং ধৰি আনিছিল। এদিনাখন এজন গৰখীয়াই নিজৰ পালৰ দিনাখন ফৰিং আনিব নোৱাৰিলে। তেতিয়া লগৰ গৰখীয়াইঁতে ধেমালিতে আজি তোকে গোঁসানীৰ আগত বলি দিম বুলি বিৰিণা পাতেৰে তাৰ ডিঙিত ৰেপ দিওঁতেই সঁচা-সচিকৈ ডিঙি কাটি গ'ল। কথাটো বাষ্ট্ৰ হৈ পৰাত কোটোহাগুৰি ৰাইজৰ মাজত হুৱাদুৱা লাগিল। পিছত সেইদিনা ৰাতিয়েই স্বপ্নাদেশক্ৰমে মাটি খান্দি গোঁসানীৰ মূৰ্তি উদ্ধাৰ কৰা হয় আৰু ৰাইজৰ সহযোগত তাত এটা মন্দিৰ নিৰ্মাণ কৰি পূজা-পাঠ আৰম্ভ কৰা হয়।

বৰ্তমান গোলাঘাট চহৰকো সামৰি লৈ কোটোহাগুৰি স্থানীয় ৰাইজে দেবালয় পৰিচালনা কমিটি এখন গঠন কৰিছে। স্থানীয় বিধায়িকা তথা মন্ত্ৰী অজন্তা নেওগে বৰ্তমান দেবালয়ৰ চৌহদ নিৰ্মাণ কৰাই দিছে আৰু দেবালয়ৰ দুৰ্গা মন্দিৰ নিৰ্মাণ কৰাই দিয়াৰো প্ৰতিশ্ৰুতি দিছে।

দেবালয়ত বলি-বিধান আছে। দৈনন্দিন পূজা-পাতল কৰাৰ উপৰিও প্ৰতি বছৰে দুৰ্গা পূজা উদ্‌যাপন কৰা হয়।

## ঐতিহাসিক আঠখেলীয়া নামঘৰ

ভাৰতবৰ্ষৰ বিভিন্ন প্ৰান্তত সিঁচৰতি পবিত্ৰ তীৰ্থস্থানসমূহৰ লগতে অন্যতম মহাপুৰুষীয়া আৰ্হি প্ৰণালীৰে পৰিপুষ্ট ঐশ্বৰিক সান্নিধ্য লাভৰ জাগ্ৰত এক পবিত্ৰ তীৰ্থধাম ইতিহাসপ্ৰসিদ্ধ "শ্ৰীশ্ৰীআঠখেলীয়া নামঘৰ"। জাতি-বৰ্ণ, ধৰ্ম, ভাষা নিৰ্বিশেষে উচ্চ-নীচ, ধনী-দুখীয়া আদি বৰ্ণবৈষম্যহীনতাৰ সমন্বয়ৰ সেঁতু আৰু যাৰ পৰিচয় ভাৰত তথা অসমৰ সকলো ঠাইতে বিৰাজমান।

আঠখেলীয়া নামঘৰ হিন্দু তথা সকলো ধৰ্মীয় সমাজৰ সৰ্বজনবিদিত এক পবিত্ৰ মহাতীৰ্থ। এই মহাতীৰ্থ গোলাঘাট জিলাৰ একেবাৰে পূব কোণৰ ধিলাধাৰী মৌজাত যোৰহাট আৰু গোলাঘাট জিলাক বিভাজিত কৰা কাকডোঙা নদীৰ পাৰত ঐতিহাসিক সাক্ষ্যৰূপে থিয় হৈ আছে। বৰহোলাৰ পৰা প্ৰায় ৫ কিলোমিটাৰ পশ্চিমত আৰু গোলাঘাট চহৰৰ পৰা প্ৰায় ২০ কিলোমিটাৰ পূবত এই নামঘৰ প্ৰতিষ্ঠিত। পূবে ইতিহাসৰ সাক্ষ্যৰূপে বৈ গৈছে চিৰ প্ৰবাহিনী কাকডোঙা নদী। উত্তৰ-পশ্চিম কোণত সদা নীৰৱ-নিতাল মনোমোহা ৰূপত বৈ গৈছে ধিলাধাৰী নদী। পশ্চিমে শান্ত আৰু ধীৰ গতিৰে বৈ গৈছে মৰুৎ নদী। অতি মনোমোহা সৌন্দৰ্যৰে ভৰপূৰ ত্ৰিধাৰাৰ সংগমস্থলীৰ দৃশ্যই যিকোনো ব্যক্তিক আকৰ্ষিত কৰি পৰিকল্পিত সময়ৰ পৰা আঁতৰাই ৰাখিবলৈ বাধ্য কৰায়। এয়া যেন আঠখেলীয়া নামঘৰ নহয়, বৈষ্ণৱ সমাজৰ মন-প্ৰাণৰ চিৰ আকাংক্ষিত আত্মা আৰু পৰমাত্মাৰ মিলনস্থলী। গংগা, যমুনা, সৰস্বতীৰ পুণ্য মিলনে ভাৰতৰ অগণন জনগণক কৃতাৰ্থ কৰি তোলাৰ দৰে কাকডোঙা, মৰুৎ, ধিলাধাৰী এই তিনিও নদীৰ পবিত্ৰ সংগমস্থলীত আঠখেলীয়া নামঘৰৰ পবিত্ৰ স্মৃতিয়ে যুগ যুগ ধৰি যাত্ৰীসকলক আকৰ্ষণ কৰি সুঁৱৰি থাকিবলৈ প্ৰেৰণা যোগাই আহিছে।



এই পবিত্ৰ ধৰ্মক্ষেত্ৰ বা তীৰ্থস্থান কোনে কেতিয়া কি উদ্দেশ্যে প্ৰতিষ্ঠা কৰিছিল,

তাৰ সঠিক উত্তৰ দিয়াত ইতিহাস অপাৰগ। কিংবদন্তি মতে, আতে কোঁৱৰে এজন দেৱপুৰুষক লগ পাই তেওঁৰ ওচৰতে আশ্ৰিত হয় আৰু সেই দেৱপুৰুষৰ সান্নিধ্যতেই কোঁৱৰে ধৰ্মৰ অনুকূলে ব্ৰতী হৈ তাতেই থিতাপি লয়।

প্ৰবাদ মতে, এদিন কোঁৱৰে সপোনত জানিব পাৰিছে যে তেওঁৰ শুভদিন একেবাৰেই সমীপত। এই সপোন মতেই বাস্তৱত সকলো ৰূপায়িত হৈ উঠিল। গদাধৰ কোঁৱৰ ১৬৮১ খ্ৰীষ্টাব্দত সিংহাসন লাভ কৰিলে। অতীত স্মৃতি ৰোমন্থন কৰি এই মহিমামণ্ডিত ঠাইখনৰ স্মৃতি যুগমীয়া কৰিবৰ কাৰণে ৰজাই বিভিন্ন ঠাইৰ পৰা আঠোটা কুৰি বা খেল আনি নামঘৰ প্ৰতিষ্ঠা কৰাইছিল। জনশ্ৰুতিৰ পৰা জনা যায় যে এই আঠোটা কুৰি বা খেলৰ সমষ্টিৰ দ্বাৰা অনুষ্ঠিত হোৱা বাবেই এই তীৰ্থভাগৰ নামকৰণ শ্ৰীশ্ৰী আঠখেলীয়া নামঘৰ হয়। প্ৰাৰম্ভিক অৱস্থাত নামঘৰটো এচলিয়া চালিৰ তলত আছিল। সেই চালিৰ তলত এখন চন্দন কাঠৰ ঠগা আৰু এপাহ ত্ৰিশূলসহ বেদী প্ৰতিষ্ঠিত আছিল বুলি প্ৰবাদ আছে। এই ত্ৰিশূল প্ৰতিষ্ঠালৈ লক্ষ্য ৰাখি এই মহান তীৰ্থভূমিত শৈৱ-ধৰ্মৰ প্ৰভাৱ বিদ্যমান আছিল বুলি অনুমান কৰিব পাৰি। আন এক জনশ্ৰুতিমতে, আঠখেলীয়া নামঘৰৰ পবিত্ৰ ভূমিখণ্ডত পোনতে এজন অজ্ঞাত সাধু-সন্ন্যাসীৰ আশ্ৰম আছিল। এই আশ্ৰমতে এসময়ত আহোমৰ তুংখুঙীয়া বৈন্দৰ কোঁৱৰ সতী জয়মতীৰ স্বামী গদাপাণিয়ে অংগক্ষত আদেশ দিয়া ল'ৰা ৰজাৰ প্ৰত্যাহ্বানত আশ্ৰয় লৈ আছিল। কিন্তু সন্ত-সন্ন্যাসীৰ আশ্ৰয়ত আৰু মাহাত্ম্যত গদাপাণিক শত্ৰুৱে উক্ত আশ্ৰমত বিচৰা সত্ত্বেও ধৰিবলৈ অক্ষম হৈছিল আৰু অংগক্ষতৰ পৰা পৰিত্ৰাণ পাই গদাপাণিয়ে ঠাইডোখৰ এক অলৌকিক মহিমাৰে মহিমামণ্ডিত বুলি ঠাৱৰ কৰি তেওঁ ৰজা হ'লে উক্ত ঠাইত এটা মন্দিৰ প্ৰতিষ্ঠা কৰাৰ সংকল্প গ্ৰহণ কৰিছিল। ল'ৰা ৰজাক হত্যা কৰি আহোম সিংহাসনত বহিয়েই গদাপাণিয়ে পূৰ্বৰ সংকল্প ৰক্ষা কৰাৰ মানসেৰে আঠখেলীয়া নামঘৰ প্ৰতিষ্ঠা কৰিছিল।

১৬৮১ খ্ৰীষ্টাব্দত গদাপাণিয়ে ৰাজসিংহাসনত বহে আৰু চাবিং চকিয়াল এই আঠখেলে আজিও আঠখেলীয়া নামঘৰৰ পৰিচালনাত জড়িত হৈ পৰিচালনাত ত্ৰুটী কৰা নাই। আনহাতে, আঠখেলীয়া নামঘৰৰ নামকৰণৰ ক্ষেত্ৰতো পূৰ্বতে "আঠখেলীয়া হৰি মন্দিৰ" নামে প্ৰচলিত আছিল। যিহেতু সেই সময়ত মন্দিৰৰ আলমত প্ৰয়াত বনমালী দেব শৰ্মা পূজাৰীৰ তত্ত্বাৱধানত ধৰ্মীয় কাৰ্য চলোৱা হৈছিল; তাৰ পাছত মণিকূট স্থাপনৰ সিদ্ধান্ত গ্ৰহণ কৰাত ক্ৰমে সভাপতি আৰু সম্পাদক হিচাপে ষোড়শ নামঘৰ পৰিচালনা সমিতি গঠন কৰা হয়। পৰিচালনা কমিটিৰ লগতে নামঘৰীয়া, নাম গোৱা, পাঠকী আদিকে ধৰি মুঠ ৫ জন সদস্যৰ দৰ্মহাৰ ব্যৱস্থাৰে বাৰ মাহে নামঘৰৰ চৌহদত থাকিব

পৰা ব্যৱস্থা আছে। তাৰ বাদেও বৰ্তমান নামঘৰৰ পূজাৰী হিচাপে দ্বিজেন কুমাৰ শৰ্মা, ৰবব্বাৰিক প্ৰেমানন্দ শইকীয়া, বৰ বায়ন খৰ্গেশ্বৰ বৰা, আইসকলৰ মুখ্য নামতী কেতেকী পাঠক, পৰিচালনা সমিতি গঠনৰ পূৰ্বে ধৰ্মীয় অনুষ্ঠানটো সুকলমে পৰিচালনা কৰিবলৈ প্ৰতিটো খেলৰ একোজনকৈ বাৰিক আৰু বাৰিকসকলৰ ওপৰত এজন বৰবাৰিক আছিল। সেইদৰে ১৮৭৮ শকৰ ৫ আহিনত বাঁহজেঙনী এলেঙী সত্ৰৰ সত্ৰাধিকাৰ প্ৰয়াত বাবুল চন্দ্ৰ মহন্তৰ দ্বাৰা মন্দিৰৰ পূৰ্বৰ ঠগাৰ পৰিবৰ্তে পোন প্ৰথমবাৰৰ বাবে পাঁচখলপীয়া সিংহাসন প্ৰতিষ্ঠা কৰাৰ পিছত ৰেৱকান্ত শৰ্মাক নামাচাৰ্য দায়িত্বে আজিও উক্ত পদবী প্ৰচলিত। আনহাতে আঠখেলীয়া নামঘৰত উৎসৱ-পাৰ্বণৰ ক্ষেত্ৰত বছৰৰ বাৰ মাহে মহাপুৰুষীয়া চৈধ্য প্ৰসংগৰ আৰ্হিৰে প্ৰাতঃ, মধ্যাহ্ন, বিয়লি আৰু সন্ধিয়া এই চাৰি প্ৰসংগত ৰাজ্যখনৰ বিভিন্ন প্ৰান্তৰৰ লগতে উত্তৰ-পূৰ্বাঞ্চলৰ অগণন ভক্তৰ সমাগম ঘটে। মাহটোতে শঙ্কৰ-মাধৱ গুৰুদুজনাৰ তিৰোভাৱ তিথি, শ্ৰীকৃষ্ণৰ জন্মাষ্টমী তিথি, নন্দোৎসৱ বিশেষভাৱে নামঘৰত উদ্‌যাপন কৰা হয়। এই মাহতেই ভগৱন্তৰ চৰণত মধ্যাহ্ন বেলা অৰ্পণ কৰা সামূহিক শৰাইখনিলৈ দূৰ দূৰণিৰ পৰা বিভিন্ন যান-বাহনেৰে অহা লক্ষাধিক ধৰ্মপ্ৰাণ সেৱকীসকলে সপৰিয়ালে, সবাহুৰে আহি স্তুতি-প্ৰাৰ্থনাৰে প্ৰজ্বলিত চাকি, বন্তি নৈবেদ্যৰে আগবঢ়োৱা নাম-প্ৰসংগ আৰু বিভিন্ন ঠাইৰ যুৱক-যুৱতীৰ হৰি কীৰ্ত্তন আদিৰ অন্তত ডবা, কাঁহ, শংখৰ ধ্বনিৰে নামঘৰৰ চৌদিশ মুখৰিত কৰি নামাচাৰ্য আয়তীসকলে সেৱকীসকলৰ হৈ অভিষ্ট সিদ্ধিৰ আশিসবাণী প্ৰদান কৰা মুহূৰ্তত ক্ষন্তেকলৈ হ'লেও ভগৱন্তৰ আত্মা উপলব্ধি কৰিব পাৰি। ভাদ মাহৰ সেৱকীসকলক সেৱা-শুশ্ৰূষা কৰিবৰ বাবে এখন অভ্যৰ্থনা সমিতি গঠন কৰা হয়। ভাদ মাহৰ সংক্ৰান্তিৰ দিনা ভদীয়া বিহুৰেইটোত পৰম্পৰাগত আঠখেলৰ বাইজে ভগৱন্তৰ চৰণত এভাগ নৈবেদ্য অৰ্পণ কৰি নাম-প্ৰসংগ, কীৰ্ত্তন পাঠ আদিৰে উৎসৱ উদ্‌যাপন কৰাৰ উপৰি ব'হাগৰ পূৰ্ণিমাত ৰৰসবাহ, জেঠৰ পূৰ্ণিমাত পানীতোলা সবাহ, তাৰ এসপ্তাহৰ পিছত আইসকলৰ নামলোৱা সবাহ বা ভোগ চৰোৱা উৎসৱ, ন লগোৱা সবাহ, কৃষি-কাৰ্যৰ সুবিধা, প্ৰতি বছৰৰ জেঠ মাহত বৰষুণৰ বাবে বাজন্ত্ৰা ভাওনা, শঙ্কৰ জন্মোৎসৱ, অবিৰত ভাগৱত পাঠ আদিৰ পৰম্পৰা চলি আহিছে। বিংশ শতিকাৰ শেষত ইতিমধ্যে শ্ৰীশ্ৰীকৃষ্ণৰ ৰাসলীলা শাৰদীয় পূৰ্ণিমাত আৰু আহাৰৰ সাত দিনত অম্বুবাচীও পালন কৰে।

সম্প্ৰতি শ্ৰীশ্ৰীআঠখেলীয়া নামঘৰৰ চাৰিওকালে পকী বেৰ, ৬ বিঘা মাটিৰ চৌহদত ১ বিঘা পৰিমাণত বৃহৎ পুখুৰী, বাৰাণ্ডা বাদ দি ১৩০ ফুট দীঘল আৰু ৬০ ফুট বহল মধ্যস্থানত মূল আসনসহ এক বিশাল নামঘৰ। ১৯৯০ খ্ৰীষ্টাব্দত গোলাঘাটৰ

মুৰলীধৰ মালপানিয়ে মাতৃ মিছুৰি দেৱী মালপানিৰ নামত বাৰণ্ডাসহ ২৪ ফুট দীঘল, ১২ ফুট বহল এটা গৃহ, কেশৱ মহন্তৰ সাংসদ পুঁজিৰ ১ লাখ ৩০ হাজাৰৰ এটা সাংস্কৃতিক গৃহ, গোলাঘাটৰ প্ৰাক্তন বিধায়ক অতুল বৰাৰ সহযোগত ৬ লাখ টকাৰ বৃহৎ সভাগৃহ, গোলাঘাটৰ বিধায়ক তথা পৰ্যটন মন্ত্ৰী অজন্তা নেওগৰ দ্বাৰা ২৫ লাখ টকা ব্যয়ৰে এটা অতিথিশালা (১৮ ছেপ্টেম্বৰৰ '০৪ত উদ্বোধন কৰা হয়), সেৱকীসকললৈ বিশুদ্ধ খোৱাপানী, বৃহৎ পুখুৰীটোৰ পকী পাৰ নিৰ্মাণৰ লগতে উদ্যান নিৰ্মাণ কৰাৰ উপৰি মন্ত্ৰীগৰাকীৰ ছত্ৰছায়াতে বিভিন্ন আঁচনিৰে গোলাঘাটৰ পৰা বৰুৱাগাঁও হৈ আঠখেলীয়া পথ পকীকৰণ, বৰহোলাৰ পৰা নাওলগাঁও হৈ আঠখেলীয়া (বৰ্তমান অসম্পূৰ্ণ) পথ পকীকৰণ আদিত অৰিহণা যোগাইছে। তদুপৰি, চৌহদত দুটাকৈ মাৰ্ক টু আৰু টিউবেল, যাৰ মাহে চৌহদত থাকিব পৰা বাসগৃহৰ ব্যৱস্থা, চাহ দিয়া অৰ্থাৎ ভোগগৃহ, নামঘৰ, কাৰ্যালয়, স্বাস্থ্য কেন্দ্ৰ আদিৰ লগতে বিভিন্ন সময়ত নামঘৰৰ পৰিচালনা সমিতিসমূহে বাইজৰ দান-বৰঙণিৰে আঁচনি প্ৰস্তুত কৰি নামঘৰৰ উন্নতকৰণ তথা ক্ৰমবিকাশত অৰিহণা যোগাই আহিছে। আনহাতে, আঠখেলীয়া আত্মসহায়ক গোটৰ সৌজন্যত গ্ৰামোন্নয়ণ অভিকৰণৰ দ্বাৰা ২ বিঘা এলেকাৰ এখন বজাৰ নামঘৰৰ সমীপত উদ্বোধন কৰা, ১০ বিঘা মাটিকালিৰ এটা মাছ পোহা পুখুৰীৰ ব্যৱস্থা কৰা, নামঘৰৰ মূল গৃহৰ সন্মুখভাগলৈকে বাটচ'ৰাৰ পৰা পকীকৰণ আদি সিদ্ধান্তই নামঘৰৰ উন্নতিত পৰৱৰ্তী ফলপ্ৰসূ সংযোজন হ'ব। হৰিনামৰ মধুৰ ধ্বনি আৰু শ্ৰীহৰিৰ মাহাত্ম্য প্ৰকাশি আৰু বৈষ্ণৱ ভগৱন্তৰ অনুগ্ৰহ লাভ কৰা এই আঠখেলীয়া নামঘৰৰ গৌৰৱ তথা স্মৃতি অনন্তকাললৈকে প্ৰবাহিত হওক।*

## শ্ৰীশ্ৰীবিষ্ণু মন্দিৰ

গোলাঘাট চহৰৰ সোঁমাজত কলেজ তিনিআলিত বিগত ১৯৫৮ খ্ৰীষ্টাব্দত উৎসাহী মহিলা স্বৰ্গীয় কমলেশ্বৰী দেৱীৰ উদ্যোগত প্ৰতিষ্ঠা কৰা আটকধুনীয়া শ্ৰীশ্ৰীবিষ্ণু মন্দিৰ। মন্দিৰৰ ভিতৰত অষ্টধাতুৰে নিৰ্মিত বিষ্ণুৰ মূৰ্তি বেদীৰ ওপৰত স্থাপন কৰা আছে। বিষ্ণুৰ বিগ্ৰহৰ কাষতে আছে শালগ্ৰাম মূৰ্তি। মন্দিৰ চৌহদত মূল মন্দিৰৰ সোঁফালে যজ্ঞকুণ্ড, নামঘৰ আৰু এটা শিৱ মন্দিৰ আছে। মন্দিৰৰ লগত জড়িত জ্যেষ্ঠ নাগৰিকৰ পৰা পোৱা তথ্যমতে, আধ্যাত্মিক জ্ঞানৰ ভড়াল আৰু পেছাত শিক্ষয়িত্ৰী স্বৰ্গীয় কমলেশ্বৰী দেৱীৰ স্থাৱৰ-অস্থাৱৰ সম্পত্তি মন্দিৰৰ নামত দান দি আৰু জীৱিত কালতে বৰ্তমান মন্দিৰৰ ভূমি মায়াপ্ৰসাদ সিংহৰ পৰা দানসূত্ৰে লৈ স্থানীয় বাইজৰ সহযোগত এই মন্দিৰ



প্ৰতিষ্ঠা কৰিছিল। বৰ্তমান স্থানীয় ৰাইজৰ দান-বৰঙণিৰে মন্দিৰ পৰিচালনাৰ কাম-কাজ চলি আছে।

বৈদিক নিয়মানুসৰি বিপ্ৰ পুৰোহিতৰ দ্বাৰা মন্দিৰত দৈনিক বিষ্ণু আৰু শিব দেৱতাৰ পূজা-পাঠ কৰা হয়। ভাদমহীয়া নাম, শিৱৰাত্ৰি, বিষ্ণুযজ্ঞ আৰু জন্মাষ্টমী উৎসৱ প্ৰতি বছৰে পালন কৰা হয়। তদুপৰি শংকৰ আৰু মাধৱ গুৰুৰ তিথি পালন কৰা হয়। গুৰু দুজনাৰ তিথিত মন্দিৰত ভাওনাও পতা হয়। মন্দিৰত দশসংস্কাৰ ব্যৱস্থা আছে। শ্ৰীশ্ৰীবিষ্ণু মন্দিৰে ধৰ্মীয় ভাবানুভূতি বহন কৰাৰ লগতে সত্ৰীয়া সংস্কৃতিৰ প্ৰচাৰ আৰু প্ৰসাৰৰ অনুষ্ঠান হিচাপেও জড়িত হৈ পৰিছে।

## সত্ৰ/সচং

### আধাৰ সত্ৰ

অসমৰ পুৰণি আৰু ঐতিহ্যমণ্ডিত ব্ৰহ্ম সংহতিৰ সত্ৰসমূহৰ ভিতৰত ঢেকিয়াল মৌজাৰ অন্তৰ্গত আধাৰ সত্ৰ অন্যতম। ১৭০৫ শকত স্থাপন কৰা ঐতিহাসিক আধাৰ সত্ৰ মাজুলীৰ আঁহতগুৰি আৰু মিছামৰা মৌজাত আধলীয়া যদুমণিদেৱে সম্প্ৰসাৰণ কৰা সত্ৰ। মাধৱ গুৰুৰ আজ্ঞানুসৰি যদুমণিদেৱে বংশীগোপালদেৱৰ স'তে উজনিলৈ আহি বৈষ্ণৱ ধৰ্ম প্ৰচাৰ আৰু সম্প্ৰসাৰণত নিয়োজিত হৈ পৰে। যদুমণিদেৱ আৰু তেওঁৰ চাৰি পুত্ৰই লগ লাগি কেবাখনো ব্ৰহ্ম সংহতিৰ সত্ৰ স্থাপন কৰিছিল। আহোম ৰজা লক্ষ্মীনাৰায়ণৰ ৰাজত্ব কালত চন্দ্ৰদেউক খাট সহকাৰে প্ৰতিষ্ঠাপক সত্ৰাধিকাৰ পাতি এই সত্ৰ স্থাপন কৰা হয়।

সত্ৰৰ মূল বিগ্ৰহ শালগ্ৰাম কৃষ্ণৰ। প্ৰায় ২ ফুট উচ্চতাৰ শিলেৰে খোদিত কৃষ্ণমূৰ্তি আছে। কাষত বাসুদেৱ। যাদৱ ৰায়, শ্ৰীকৃষ্ণ, বলভদ্ৰ আৰু লক্ষ্মী নাৰায়ণৰ চতুৰ্ভুজ মূৰ্তি আছে। তদুপৰি সত্ৰৰ মন্দিৰত ২২ জনা শালগ্ৰাম আছে। সত্ৰৰ নামঘৰটো প্ৰায় ১৫০০ বৰ্গফুটৰ। ডবা, খোল, সাঁচীপাতৰ পুথি, পাঞ্চজন্য শংখ ইত্যাদি অনেক পুৰণি আৰু আপুৰুগীয়া বস্তু সত্ৰত অতি সুন্দৰভাৱে সংৰক্ষণ কৰি ৰখা আছে। আধাৰ বংশৰ পৰিয়ালবৰ্গৰ দ্বাৰা সত্ৰ পৰিচালনা কৰি থকা হৈছে। বৰ্তমান শ্ৰীশ্ৰীপ্ৰতুল গোস্বামীদেৱ সত্ৰাধিকাৰ আৰু শ্ৰীঅমল গোস্বামীক ডেকা সত্ৰাধিকাৰ পাতি সত্ৰৰ কাম-কাজ কৰি থকা

হৈছে। সত্ৰত বছৰেকীয়া উৎসৱসমূহৰ ভিতৰত ৰাসযাত্ৰা, এদিনীয়া দৌল উৎসৱ, কৃষ্ণৰ জন্মাষ্টমী, শংকৰদেৱ-মাধৱদেৱ আৰু দামোদৰদেৱৰ তিথি উৎসৱ ইত্যাদি পালন কৰা হয়। জেঠ মাহত বৰসবাহ আৰু ভাওনা পাতে।



## বাঁহজেঙনি এলেঙি সত্ৰ

শংকৰদেৱৰ নাতি পুৰুষোত্তম ঠাকুৰৰ আজ্ঞাত বাপুৰামদেৱৰ বংশৰ এলেঙি মূলৰ বাঁহজেঙনি সত্ৰ বাপুৰামদেৱৰ বংশৰ বিভূনাথদেৱে গোলাঘাট জিলাৰ ঘিলাবাৰী মৌজাত স্থাপন কৰিছিল।

## বেঙেনাআটি সত্ৰ

মাজুলীৰ বেঙেনাআটি সত্ৰ এখন শাখা সত্ৰ গোলাঘাট জিলাৰ মহৰাগাঁৱত অৱস্থিত। মাজুলীৰ মূল সত্ৰখন পুৰুষোত্তম ঠাকুৰৰ আজ্ঞানুসৰি বাৰজনীয়া মুৰাৰীদেৱৰ দ্বাৰা স্থাপন কৰা হয়।

## কুৰুৱাবাহী সত্ৰ

বৰ্তমান গোলাঘাট জিলাৰ অন্তৰ্গত বোকাখাতত অৱস্থিত কুৰুৱাবাহী সত্ৰ উজনিৰ বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰক বংশীগোপালদেৱে পূৰ্বতে ধনশিৰি মুখৰ ওচৰত লুইতৰ চাপৰিত প্ৰতিষ্ঠা কৰিছিল। বংশীগোপালদেৱে পাটবাউসী সত্ৰত শংকৰদেৱক লগ পাইছিল। পাছত মাধৱ গুৰুৰ আজ্ঞানুসৰি দামোদৰদেৱত শৰণ লৈ সাত বছৰ কাল মাধৱদেৱৰ লগত থাকে। পাছত মাধৱ গুৰুৰ আজ্ঞানুসৰি আথলীয়া যদুমণিৰ লগ লাগি কাহিকুছিত সত্ৰ স্থাপন কৰে। পাছত বৌধসকলৰ উৎপাতত থাকিব নোৱাৰি দৰঙৰ কমলাবাৰীত সত্ৰ প্ৰতিষ্ঠা কৰে। ১৬০৩-১৬০৫ খ্ৰীষ্টাব্দত আহোম ৰাজবিষয়াৰ সহযোগত ডেৰেৰাপাৰত সত্ৰ প্ৰতিষ্ঠা কৰে। অৱশেষত তেৱাঁই কুৰুৱাবাহীত সত্ৰ প্ৰতিষ্ঠা কৰে। কুৰুৱাবাহী সত্ৰতে বংশীগোপালদেৱ বৈকুণ্ঠগামী হয়।

## উলুতলি সত্ৰ

বৰবাৰজনীয়া উলুতলি সত্ৰ গোলাঘাট জিলাৰ অন্তৰ্গত ফৰকাটিং আৰু ৰাটিং ৰেলৱে' ষ্টেচনৰ মাজৰ আঠগাঁও মৌজাত অৱস্থিত।

## ভোটমৰিচ সত্ৰ

বৰবাৰজনীয়া ভোটমৰিচ সত্ৰ গোলাঘাট জিলাৰ মিছামৰা মৌজাত অৱস্থিত। এই সত্ৰ কমললোচনৰ আজ্ঞাত হোৱা কাথবাপু সত্ৰৰ অংশ মাথোন।

## মদাৰগুৰি সত্ৰ

মদাৰগুৰি সত্ৰ গোলাঘাট জিলাৰ অন্তৰ্গত ঢেকিয়াল মৌজাৰ গণকপুখুৰীৰ কাঠকটীয়া গাঁৱত অৱস্থিত। বিদিত আছে যে এই সত্ৰ ৰাপুৰামদেৱৰ পুত্ৰ ৰমানন্দদেৱে স্থাপন কৰিছিল।

## মাহৰা সত্ৰ

গোলাঘাট জিলাৰ অন্তৰ্গত ঢেকিয়াল আৰু ৰঙামাটি মৌজাত এই সত্ৰ বিদ্যমান।

## মিছিমিআটি সত্ৰ

মাজুলীৰ বেঙেনাআটি সত্ৰৰ সৈতে সম্পৰ্ক থকা মিছিমিআটি সত্ৰ গোলাঘাট জিলাৰ কাকডোঙা অঞ্চলৰ মনাইমাজি গাঁৱত অৱস্থিত।

## ৰূপকলীয়া সত্ৰ

গোলাঘাটৰ ৰূপকলীয়াত অৱস্থিত। ৰূপকলীয়া সত্ৰ উজনিৰ বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰক বংশী গোপালদেৱৰ আজ্ঞানুসৰি বৰবাপুৱে প্ৰতিষ্ঠা কৰিছিল।

## মধুমিশ্ৰ সত্ৰ

গোলাঘাট জিলাৰ ঢেকিয়াল মৌজাৰ ঢেকিয়ালৰ সমীপত বংশী গোপালদেৱৰ আজ্ঞানুসৰি দেৱগএল কৃষ্ণভাৱতীয়ে মধুমিশ্ৰ সত্ৰ স্থাপন কৰে। সত্ৰৰ কীৰ্তনঘৰটো প্ৰায় ৬০০ বৰ্গফুটৰ টিনপাতেৰে নিৰ্মিত। প্ৰতি বছৰে দৌলোৎসৱ আৰু বৈষ্ণৱ গুৰুসকলৰ তিথি পালন কৰা হয়।

## বিহিমপুৰ সত্ৰ

বিহিমপুৰ সত্ৰ গোলাঘাট জিলাৰ মিছামৰা মৌজাত অৱস্থিত।

## লেটুগ্ৰাম সত্ৰ

লেটুগ্ৰাম সত্ৰ লেটুৰ গাঁও সত্ৰৰ এখন শাখা সত্ৰ। এই সত্ৰ গোলাঘাটৰ ঢেকিয়াল মৌজাৰ অন্তৰ্গত হাবিয়ালত অৱস্থিত।

## শালকুছি সত্ৰ

গোলাঘাটৰ মিছামৰা মৌজাত এই সত্ৰ অৱস্থিত।

## চুপহা সত্ৰ

চুপহা সত্ৰ গোলাঘাট জিলাৰ বুদবাৰী অঞ্চলত অৱস্থিত।

## চেঙাপৰীয়া সত্ৰ

গোলাঘাট জিলাৰ মিছামৰীয়া মৌজাত এই সত্ৰ বিদ্যমান।

## চেঁচা সত্ৰ

চেঁচা সত্ৰ গোলাঘাটৰ নামদৈয়াং মৌজাত অৱস্থিত।

## জকাই সত্ৰ

গোলাঘাট জিলাৰ কছাৰীহাটত দিহিং মূলৰ কাটনীপাৰ ঠালৰ জকাই সত্ৰ অৱস্থিত।

## ঠকবিয়াল সত্ৰ

বৰবাৰজনীয়া ঠকবিয়াল সত্ৰ গোলাঘাট জিলাৰ দক্ষিণ হেঙেৰা মৌজাৰ কমাৰবন্ধাত অৱস্থিত।

## তেলপানী সত্ৰ

গোলাঘাটৰ দক্ষিণহেঙেৰা মৌজাৰ কছাৰীহাটত তেলপানী সত্ৰ বিদ্যমান।

## থুকুবিল সত্ৰ

থুকুবিল সত্ৰ গোলাঘাটৰ দক্ষিণহেঙেৰা মৌজাৰ কছাৰীহাটত অৱস্থিত।

## দিচিয়াল সত্ৰ

সৰুবাৰজনীয়া দিচিয়াল সত্ৰ গোলাঘাট জিলাৰ হাতীয়েখোৱাত অৱস্থিত।

## দিহিং সত্ৰ

গোলাঘাট জিলাৰ অন্তৰ্গত জামুগুৰিৰ নোগোৰাত দিহিং সত্ৰ অৱস্থিত।

## ন-সত্ৰ

গোলাঘাট জিলাৰ অন্তৰ্গত দেৰগাঁৱত অৱস্থিত ন-সত্ৰ ব্ৰাহ্মণ মহন্তদেৱে প্ৰতিষ্ঠা কৰিছিল।

## নমাটি সত্ৰ

দিহিং মূলৰ নমাটি সত্ৰ গোলাঘাট জিলাৰ মিছামৰা মৌজাত অৱস্থিত।

## পছুমৰীয়া সত্ৰ

গোলাঘাট জিলাৰ মিছামৰা মৌজাত এই সত্ৰ অৱস্থিত।

## পুখুৰীপাৰ সত্ৰ

এলেঙী মূলৰ পুখুৰীপাৰ সত্ৰ গোলাঘাট জিলাৰ গুৰযোগনীয়া মৌজাত অৱস্থিত।

## পুৰুষোত্তম সত্ৰ

গোলাঘাট জিলাৰ অন্তৰ্গত বৰপথাৰত অৱস্থিত পুৰুষোত্তম সত্ৰ এখন চৈতন্যীয়া সত্ৰ।

## ফুলবাৰী সত্ৰ

ব্ৰাহ্মণ মহন্তদেৱে স্থাপন কৰা ফুলবাৰী সত্ৰ গোলাঘাট জিলাৰ দেৰগাঁৱত অৱস্থিত।

## বিষ্ণুপুৰ সত্ৰ

বংশী গোপালদেৱে স্থাপন কৰা বিষ্ণুপুৰ সত্ৰ গোলাঘাটৰ ৰূপকলীয়াত অৱস্থিত।

## কঠীয়াতলি সত্ৰ

নৰোৱাৰ আজ্ঞানুসৰি স্থাপন কৰা কঠীয়াতলি সত্ৰ গোলাঘাট জিলাৰ মিছামৰা মৌজাৰ অন্তৰ্গত দেৰগাঁৱত অৱস্থিত।

## কন্দলি সত্ৰ

কন্দলি সত্ৰ গোলাঘাট জিলাৰ মিছামৰা মৌজাত অৱস্থিত।

## কাথবাপু সত্ৰ

গোলাঘাট জিলাৰ অন্তৰ্গত মিছামৰা মৌজাৰ দেৰগাঁৱত কাথবাপু সত্ৰ বিদ্যমান।

## খৰণ্ডিয়াল সত্ৰ

বৰবাৰজনীয়া খৰণ্ডিয়াল সত্ৰ গোলাঘাট জিলাৰ দক্ষিণহেঙেৰা মৌজাৰ বামুণ গাঁৱত অৱস্থিত।

## এলেঙি সত্ৰ

এলেঙি সত্ৰ গোলাঘাট জিলাৰ ঘিলাধাৰী মৌজাৰ বামুণ গাঁৱত অৱস্থিত।

## ঔগুৰি সত্ৰ

শিৱসাগৰৰ নাজিৰাস্থিত মূল ঔগুৰি সত্ৰৰ এখন শাখা সত্ৰ গোলাঘাট জিলাৰ আঠগাঁও মৌজাৰ ফৰকাটিঙত অৱস্থিত।

## গজলা সত্ৰ

কাল সংহতিৰ গজলা সত্ৰ গোলাঘাট জিলাৰ অন্তৰ্গত ফৰকাটিং অঞ্চলৰ ৰূপকলীয়াত আৰু বাৰমুখীয়াত অৱস্থিত।

## গৌৰাংগ সত্ৰ

গোলাঘাট জিলাৰ ঢেকিয়াল মৌজাৰ অন্তৰ্গত গৌৰাংগ সত্ৰ মাজুলীৰ আউনীআটি সত্ৰৰ লগত ওতপ্ৰোতভাৱে জড়িত।



---

* 'কথাগুচ্ছ'— নিকুমণি হুচৈন

ভিতৰ পৃষ্ঠাত

- যোৰহাট জিলা ঃ এটি পৰিচয়মূলক টোকা
- মঠ-মন্দিৰ/দেৱালয়

  ○হাতীগড় দেৱালয় ○বুঢ়ী গোঁসানীৰ থান ○ঢেঁকীয়াখোৱা বৰনামঘৰ ○গৰখীয়া দ'ল ○খুঁটিয়াপোতা ফুলাম নামঘৰ ○পশুপতি দেৱালয় ○টোকলাই থান ○পীতাম্বৰ দেৱৰ থান ○২নং বেলগুৰি থান ○ফুলেশ্বৰী থান ○চেনিমৰাৰ গির্জাঘৰ ○পুৰণা আলিবাটৰ মছজিদ
- সত্ৰ/সচং

  ○আউনীআটী সত্ৰ ○দক্ষিণপাট সত্ৰ ○শ্ৰীশ্ৰীকমলাবাৰী সত্ৰ ○গড়মূৰ সত্ৰ ○বেঙেনাআটী সত্ৰ ○ভোগপুৰ সত্ৰ ○চামগুৰি সত্ৰ ○এলেঙি থুলৰ সত্ৰ ○কাথবাপু সত্ৰ ○শ্ৰীশ্ৰীঔৱা সত্ৰ ○আধাৰ সত্ৰ ○শ্ৰীশ্ৰীবেলসিদ্ধিয়া সত্ৰ ○শ্ৰীশ্ৰীবিহিমপুৰ সত্ৰ ○ডিফলু সত্ৰ ○ঢৌকা চাপৰি সত্ৰ ○আহতগুৰি সত্ৰ ○চকলা সত্ৰ ○ঢাপকটা সত্ৰ ○আতৈ চুক ○চৰাইবাহী সত্ৰ ○তেলপানী সত্ৰ ○পহুমাৰা ন-গোসাঁই সত্ৰ ○বেলগুৰি সত্ৰ ○দিহিং সত্ৰ ○দীঘলী সত্ৰ ○ধলৰ সত্ৰ ○নগৰীয়া সত্ৰ ○নলতিয়াল সত্ৰ ○বৰভেটি ঃ মজিয়া ভেটি ○নাচনিপাৰ সত্ৰ ○নাপালি সত্ৰ ○উজনিয়াল সত্ৰ ○উলুতলীয়া সত্ৰ ○কৰতিপাৰ সত্ৰ ○ভাগতী সত্ৰ ○লেটুগ্ৰাম সত্ৰ ○কঠিয়াতলি সত্ৰ ○গজলা সত্ৰ ○ঘূৰীয়াগগ্ৰা সত্ৰ

# যোৰহাট জিলা ঃ
# এটি পৰিচয়মূলক টোকা

অসমৰ শাসকীয় জিলাসমূহৰ ভিতৰত ইতিহাসে গৰকা যোৰহাট জিলা অন্যতম। অসমৰ মুঠ ভূ-খণ্ডৰ ২,৮৫১ বৰ্গকিলোমিটাৰ ভূ-খণ্ড আগুৰি থকা জিলাখনৰ মুঠ জনসংখ্যা ১০,৩৯,১৯৭ (২০০১ চনৰ লোকপিয়ল অনুসৰি)। বৰ্তমানৰ যোৰহাট জিলাৰ চাৰিসীমা বুলিলে উত্তৰে লখিমপুৰ জিলা আৰু ব্ৰহ্মপুত্ৰ নদী, পূবে শিৱসাগৰ জিলা, দক্ষিণে নাগালেণ্ড আৰু পশ্চিমে গোলাঘাট আৰু কাৰ্বি আংলং জিলা। ব্ৰহ্মপুত্ৰই হ'ল জিলাখনৰ প্ৰধান নৈ। ভোগদৈ, কাকডোঙা, ঝাঁজি, টিয়ক আদি নৈ-উপনৈসমূহ জিলাখনৰ মাজেদি প্ৰবাহিত হৈ আছে।

অতি পুৰণি কালত যোৰহাট আৰু ইয়াৰ উপকণ্ঠ

অঞ্চলৰ বিশেষ ঐতিহাসিক সমল বিচাৰি পোৱা নাযায়। আহোমসকলৰ ৰাজত্ব কালতহে যোৰহাট ঠাইখিনি পোহৰলৈ আহে। পূৰ্বতে যোৰহাট 'চেউনী বচা' বা 'টোকলাই বচা' বুলিহে খ্যাত আছিল। ১৭১৬ শকত আহোম স্বৰ্গদেউ গৌৰীনাথ সিংহই ৰংপুৰৰ পৰা ৰাজধানী যোৰহাটলৈ স্থানান্তৰ কৰে। স্বৰ্গদেউ গৌৰীনাথ সিংহৰ ৰাজত্ব কালতহে যোৰহাট নামটো জনমানসত প্ৰখ্যাত হৈ পৰে। বৃটিছসকলে যোৰহাট নামটো "যোৰে' হাট" (Jorehaut) বুলিলে ব্যৱহাৰ কৰিছিল। যোৰ পাতি থকা দুখন হাটৰ পৰাই যোৰহাট নামৰ উৎপত্তি হয়। ভোগদৈ নৈৰ দুয়োপাৰে যোৰ পাতি থকা 'মাছৰ হাট' আৰু 'চকীহাট' দুখনৰ পৰাই যোৰহাট নামৰ উৎপত্তি হয় বুলি ইতিহাসেও সোঁৱৰাই।




হিন্দু, মুছলমান, খ্ৰীষ্টান, জৈন আদি ধৰ্মাৱলম্বী লোকসকলৰ বাসভূমি যোৰহাট জিলাৰ জন ঘনত্ব প্ৰতি বৰ্গকিলোমিটাৰত ৩৫৪ জন (২০০১ চনৰ লোকপিয়ল মতে)। জিলাখনৰ সৰ্বমুঠ জনসংখ্যাৰ অনুসূচীত জাতি আৰু জনজাতিৰ সংখ্যা ক্ৰমে ৭.৬১ শতাংশ আৰু ১২.০৯ শতাংশ। জিলাখনৰ মাজুলী মহকুমাতে ৭০ শতাংশ মিচিং জনগোষ্ঠীৰ লোকে বসবাস কৰে। এই যোৰহাট জিলাতে জন্মলাভ কৰা অসমৰ মহান ব্যক্তিসকলৰ ভিতৰত পণ্ডিত কৃষ্ণকান্ত সন্দিকৈ, সমাজ সংস্কাৰক দেবেশ্বৰ শৰ্মা, শিৱপ্ৰসাদ বৰুৱা, ডক্তৰ দীনবন্ধু, ড° প্ৰসাদ বৰদলৈ প্ৰমুখ্যে ব্যক্তিসকল উল্লেখনীয়।

শৈক্ষিক আৰু অৰ্থনৈতিক দিশতো জিলাখন যথেষ্ট আগবঢ়া। জিলাখনৰ সৰ্বমুঠ জনসংখ্যাৰ ৭৭.৯১ শতাংশই স্বাক্ষৰ। ইয়াৰ ভিতৰত ৮২.৭৬ শতাংশ পুৰুষ আৰু ৭২.৫৪ শতাংশ মহিলা। অৰ্থনৈতিক দিশত জিলাখনত থকা ১৩৫ খন চাহ বাগিছাকে ধৰি অন্যান্য কৃষিভূমিৰ পৰা উৎপাদিত খাদ্য শস্যই জিলাখনৰ জনমুৰি খাদ্য শস্য প্ৰতি বছৰে ২০৫ কিলোগ্ৰাম উৎপাদন কৰি আহিছে। ক্ষুদ্ৰ উদ্যোগ আৰু বাণিজ্যিক দিশেও জিলাখনৰ অৰ্থনৈতিক দিশটোক যথেষ্ট প্ৰভাৱান্বিত কৰি আহিছে।

সাংস্কৃতিক আৰু ধৰ্মীয় দিশতো যোৰহাট আগবঢ়া। জিলাৰ অন্তৰ্গত বৃহৎ নদীদ্বীপ মাজুলীকে ধৰি প্ৰতিষ্ঠিত চাৰি সংহতিৰ মহাপুৰুষীয়া সত্ৰসমূহে কলা-সংস্কৃতি, সাহিত্য আৰু কৰ্মসংস্কৃতিৰ ধৰজা বহন কৰি আহিছে। ইয়াৰ উপৰি জিলাখনত পৰিদৃশ্যমান হোৱা পুৰাতাত্বিক সম্পদসমূহ, স্থাপত্য-ভাস্কৰ্য আদিয়ে প্ৰাচীনতাৰ সাক্ষ্য বহন কৰাৰ লগতে এক ধৰ্মীয় ভাবানুভূতিৰে ঐক্যতাৰ সাক্ষ্য বহন কৰি আহিছে।

## হাতীগড় দেৱালয়

যোৰহাট চহৰৰ পৰা প্ৰায় ৫ কিলোমিটাৰ পূবে ৰাষ্ট্ৰীয় ঘাইপথৰ দক্ষিণফালে ইতিহাস প্ৰসিদ্ধ হাতীগড় দেৱালয়। দেৱালয়ৰ মন্দিৰৰ ভিতৰত প্ৰাচীন আৰু বৃহৎ আকাৰৰ শিৱলিংগ আছে। দেৱালয়ত প্ৰায় ২ ফুট উচ্চতাৰ খুন্দনাৰ আকৃতিৰ ফুলকটা শিলেৰে খোদিত দুটা মূৰ্তিও আছে। মূৰ্তি দুটা সম্ভৱত লাংকুৰি দেৱতাৰ মূৰ্তি।



১৭৮৬ চনত আহোম ৰজাই ৰাজধানী যোৰহাটলৈ স্থানান্তৰিত কৰে। কথিত আছে যে মন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোঁসাই ডাঙৰীয়াই ৰাজধানী নিৰ্মাণৰ বুজ ল'বলৈ আহোতে পানীৰ অভাৱ পৰিলক্ষিত কৰি তাত এটা পুখুৰী খন্দায়। সেই সময়তে মন্ত্ৰী ডাঙৰীয়াই স্বপ্নাদেশক্ৰমে গোলাঘাট নগৰৰ সমীপত হামদৈ পথাৰত এজোপা বিশাল বৃক্ষৰ পাদদেশত স্বয়ম্ভু শিৱলিংগ এজনা উদ্ধাৰ কৰে। পিছত লেহৰাম শৰ্মা নামৰ নৈষ্ঠিক ব্ৰাহ্মণৰ দ্বাৰা বিধিৱৎ পূজা-অৰ্চনা কৰি বুঢ়াগোঁসায়ে তিনি কুৰি পাইকৰ সহায়ত শিৱলিংগটো আনি শাস্ত্ৰীয় প্ৰথানুসৰি এই হাতীগড় পুখুৰীৰ পাৰতেই প্ৰতিষ্ঠা কৰে। বিগ্ৰহৰ মাহাত্ম্য অনুভৱ কৰি দৈনন্দিন পূজা-সেৱাৰ বাবে লেহৰাম বিপ্ৰকে পূজাৰী পদত নিযুক্ত কৰি বুঢ়াগোঁসাই ডাঙৰীয়াই বিশ পুৰা ভূমিসহ মন্দিৰটি পূজাৰীৰ নামত উৰ্চগা কৰে। পূজা-অৰ্চনাৰ সহায়ৰ বাবে দেউলীয়া নিযুক্ত কৰি তেওঁকো দহ বিঘা ভূমি দান দিয়ে। মানৰ আক্ৰমণৰ সময়ত তাম্ৰৰ ফলি হেৰোৱাত ইংৰাজ চৰকাৰে সামান্য পৰিমাণৰ ভূমিহে

মন্দিৰৰ নামত দিয়ে।

বুঢ়াগোঁসায়ে প্ৰতিষ্ঠিত শিৱলিংগৰ মন্দিৰ নিৰ্মাণ কৰিবৰ প্ৰস্তুতি চলোৱাতেই পুনৰ মোৱামৰীয়া আক্ৰমণ হয়। ১৯৭২ খ্ৰীষ্টাব্দত মোৱামৰীয়া বিদ্ৰোহ শাম কটাত শিৱলিংগৰ ওচৰত চালি দি লেহৰাম বিপ্ৰই তেখেতৰ পুত্ৰ-নাতি সমন্বিতে হাতীগড়তে থাকি লৈ মন্দিৰৰ পূজা-অৰ্চনাৰ কাম কৰি থাকিল। পিছত এখন কমিটি গঠন কৰি মন্দিৰৰ উন্নতি সাধন কৰা হয়। বৰ্তমানো লেহৰাম বিপ্ৰৰ অধোস্তন পুৰুষসকলেই দেৱালয়ৰ পূজা-অৰ্চনাৰ কাম চলাই আছে। দেৱালয়ত প্ৰতি বছৰে শিৱৰাত্ৰি উৎসৱ পালন কৰা হয়।

## বুঢ়ী গোঁসানীৰ থান

অসমৰ প্ৰাচীন আৰু ঐতিহাসিক থানসমূহৰ ভিতৰত যোৰহাট চহৰৰ সোঁমাজত অৱস্থিত বুঢ়ী গোঁসানীৰ থান অন্যতম। স্থানীয়ভাৱে এই থান 'দেৱাল' হিচাপেহে খ্যাত। বুঢ়ী গোঁসানী থান সম্পৰ্কত তেনে কোনো লিখিত ইতিহাস পাবলৈ নাই। আহোম ৰজা স্বৰ্গদেউ ৰুদ্ৰসিংহই জয়ন্তীয়া ৰাজ্য আক্ৰমণ কৰি আহোম স্বৰ্গদেউৰ অধীনলৈ আনে। কিন্তু ১৭০৮ খ্ৰীষ্টাব্দত জয়ন্তীয়া ৰজাই কছাৰী ৰজা তাম্ৰধ্বজক পৰাস্ত কৰি আহোম ৰজাৰ বশ্যতা অস্বীকাৰ কৰে। আহোম স্বৰ্গদেউ ৰুদ্ৰসিংহই বৰফুকন আৰু বৰবৰুৱাৰ সহায়ত পুনৰ জয়ন্তীয়া ৰজা ৰামসিংহক পৰাস্ত কৰে আৰু বন্দী কৰি বিশ্বনাথলৈ লৈ আনে।

জয়ন্তীয়া ৰাজ্যতহে বুঢ়ী গোঁসানীৰ পূৰ্বৰ স্থান আছিল। ৰুদ্ৰসিংহই জয়ন্তীয়া ৰজাক পৰাস্ত কৰি জয়ন্তীয়া ৰাজ্যৰ পৰা অহা অন্যান্য উপঢৌকনৰ লগতে বুঢ়ী গোঁসানীৰ মূৰ্তি আৰু গুপ্ত যোনি গড়গাঁৱলৈ আহে।




জয়ন্তীয়া ৰাজপৰিয়াল শাক্তধৰ্মী আছিল। জয়ন্তীয়া ৰাজ্যৰ গোঁসানী জাগ্ৰত বুলি স্বৰ্গদেউৰ ইচ্ছানুসৰি জয়ন্তেশ্বৰী দেৱীক আনিব খোজাত আহোম ফৌজৰ মাজত গ্ৰহণী আদি বিভিন্ন ৰোগে দেখা দিয়ে। তেতিয়া আহোম সেনাপতিক

জয়ন্তেশ্বৰী দেৱীয়ে স্বপ্নাদেশ কৰিলে এইবুলি যে— 'মই এই দেশ এৰি নাযাওঁ। বৰি অত্যন্তই নিব খুজিছা তেন্তে অলপ আঁতৰত বুঢ়া নৈৰ কাষত থকা গোঁসানী মূৰ্তি আৰু যোনি নিব পাৰা।' পিছত স্বপ্নাদেশক্ৰমে আহোম সেনাপতিয়ে বুঢ়ী নৈৰ কাষৰ গোঁসানী মূৰ্তি আৰু যোনি আনি স্বৰ্গদেউক দিয়ে। বুঢ়ী নৈৰ কাষৰ পৰা অনা হেতুকেই এই গোঁসানীক বুঢ়ী গোঁসানী বুলি জনাজাত। এইটো দুৰ্গাৰ স্বৰ্ণমূৰ্তি। দুৰ্গাৰ থানৰ লগত বুঢ়ী গোঁসানীৰ থান একে। গড়গাঁৱৰ পৰা ৰংপুৰলৈ আৰু ৰংপুৰৰ পৰা যোৰহাটলৈ ৰজাৰ ৰাজধানী স্থানান্তৰিত কৰোতে বুঢ়ী গোঁসানীকো যোৰহাটলৈ লৈ আনে।

জয়ন্তীয়া ৰাজ্যৰ পৰা গোঁসানীক আনোতে পূজাৰী সনাতনকো লগতে লৈ অহা হৈছিল। সেই সনাতনৰে বংশধৰসকলে বৰুৱা উপাধি লৈ বৰ্তমানো বুঢ়ী গোঁসানীৰ থানৰ পূজা-অৰ্চনাৰ কাম-কাজ চলাই আহিছে। পূজাৰ সময়ত মন্দিৰত পূজাৰীৰ বাহিৰে অন্য কোনো ব্যক্তিক প্ৰৱেশ কৰিব দিয়া নহয়।

বৰ্তমানেও থানত সোণৰ ফুল, ছত্ৰ, কোবা, অৰ্ঘা, বলিকটা দা আদি ৰজাদিনীয়া বস্তু আছে।

## ঢেকীয়াখোৱা বৰনামঘৰ

যোৰহাট চহৰৰ পূবে প্ৰায় ১৫ কিলোমিটাৰ নিলগত বৈষ্ণৱ ধৰ্মীয় সংস্কৃতি বহনকাৰী ঐতিহ্যমণ্ডিত ঢেকীয়াখোৱা বৰনামঘৰ বিদ্যমান। ঢেকীয়াখোৱা বৰনামঘৰ সম্পৰ্কত লিখিত বিশেষ ঐতিহাসিক সমল পাবলৈ নাই। মহাপুৰুষ মাধৱদেৱে ৰাজৰোষৰ পৰা ৰক্ষা পাবলৈ গড়গাঁৱৰ পৰা বেলগুৰিলৈ আহোঁতে দিহা জানৰ ওচৰত এটি সৰু ঘৰত শলা বন্তি জ্বলাই নাম-প্ৰসংগ কৰে। পিছত বাইজৰ সহযোগত তাত এটি নামঘৰ সাজি নাম-প্ৰসংগ কৰা হয়।



গুৰুজনাই জ্বলাই থৈ যোৱা এই বন্তি গছি প্ৰায় ৪৫০ বছৰ ধৰি ঢেকীয়াখোৱা বৰনামঘৰত আজিও অক্ষয় বন্তি হিচাপে প্ৰজ্বলিত হৈ আছে।



টেঁকীয়াখোৱা নামঘৰৰ ইতিহাস সম্পৰ্কত অনেক কিংবদন্তি প্ৰচলিত হৈ আহিছে। কিংবদন্তিসমূহ বাস্তৱতাৰ লগত সামঞ্জস্য নথকাত বাদ দিয়া হৈছে।

বিদিত আছে যে বৰজাৰ পৰা বিদায় লৈ আহি লঘোণে-ভোকে বৰ্তমানৰ হোলোঙা জানৰ দাঁতিতে বাস কৰা বুঢ়া-বুঢ়ী এহালৰ ঘৰত গুৰুজনাই আতিথ্য গ্ৰহণ কৰে। খুজি-মাগি জীৱন নিৰ্বাহ কৰা বুঢ়া-বুঢ়ীয়ে কোনোমতে টেঁকীয়া শাকৰ আঞ্জাৰে গুৰুজনাৰ অন্ন মুঠিৰ ব্যৱস্থা কৰে। অন্ন গ্ৰহণ কৰি গুৰুজনাই বুঢ়া-বুঢ়ী আৰু স্থানীয় লোকৰ সহযোগত তাত এগছি বন্তি প্ৰজ্বলন কৰে। মাধৱ গুৰুই প্ৰজ্বলন কৰা এই বন্তি গছিয়েই টেঁকীয়াখোৱা বৰনামঘৰত অক্ষয় বন্তি হিচাপে প্ৰজ্বলিত হৈ আছে। বুঢ়া-বুঢ়ীৰ ঘৰত টেঁকীয়া শাকেৰে অন্ন গ্ৰহণ কৰা হেতুকেই এই গাঁৱৰ নাম টেঁকীয়াখোৱা হ'ল। গাঁৱৰ নামানুসৰি নামঘৰটিও টেঁকীয়াখোৱা বৰনামঘৰ হিচাপে পৰিগণিত হৈ পৰিল।

জন্ম লগ্নৰে পৰা বৰ্তমানলৈকে টেঁকীয়াখোৱা বৰনামঘৰত দৈনন্দিন নাম-প্ৰসংগ চলি আহিছে। প্ৰতি বছৰে বৰনামঘৰত পতা ভাদমহীয়া নাম-প্ৰসংগই হাজাৰ হাজাৰ ভক্তক আকৰ্ষণ কৰি আহিছে। বৰনামঘৰৰ সু-পৰিচালনাৰ কাৰণে বিগত ১৯৫৯ চনতেই প্ৰথম ৰাজহুৱা সভা পাতি এখন কমিটি গঠন কৰি বৰনামঘৰৰ উন্নয়নৰ কাম-কাজ চলাই অহা হৈছে।

## গৰখীয়া দ'ল

যোৰহাট চহৰৰ পৰা উত্তৰে প্ৰায় ৫ কিলোমিটাৰ নিলগত বালিগাঁৱত গৰখীয়া দ'ল অৱস্থিত। ইয়াত শিল-ইটাৰে নিৰ্মিত প্ৰাচীন মন্দিৰ নাই। প্ৰায় ১৫ ফুটমান উচ্চতাৰ উই হাফলু সদৃশ এটি দ'লহে আছে। বালিগাঁৱৰ অতি জাগ্ৰত বুলি পৰিগণিত এই গৰখীয়া দ'ল সম্পৰ্কত ঐতিহাসিক বিৱৰণ পাবলৈ নাই। জনশ্ৰুতি মতে বৰ্তমান দ'ল থকা ঠাইখণ্ড চৰণীয়া পথাৰ আছিল। গৰখীয়াসকলে গৰু চৰাই থাকোতে ধেমালীতে বালিৰ দ'ল সাজি তাত বিৰিণা পাতেৰে ফৰিং বলি দিছিল। গৰখীয়াইতে দ'লত বলি দিবলৈ পাল পাতি ফৰিং আনিছিল। এদিনাখন এজন গৰখীয়াই তেওঁৰ পালত ফৰিং আনিব নোৱাৰিলে।

ফৰিং আনিব নোৱাৰাত লগৰ গৰখীয়াইঁতে ধেমালীতে দ'লত আজি তোকে বুলি দিম বুলি বিৰিণা পাতেৰে গৰখীয়াজনৰ ডিঙিত ৰেপ দিওতে সঁচা-সচিকৈ ডিঙি কাটি দুখণ্ড হ'ল। কথাটো গৰখীয়াইঁতে গাঁৱৰ ৰাইজক জনালত গাঁৱৰ মানুহে এনেকুৱা নাভূত-নাশ্রুত ঘটনা দেখি দেৱতাৰ স্থান বুলি তাত এটি মন্দিৰ সাজিলে। লগতে এটি শিৱলিংগও প্রতিষ্ঠা কৰিলে। পাছত গাঁৱৰ মানুহে গোসাঁই এজনক দ'লৰ দৈনন্দিন পূজা-অৰ্চনাৰ দায়িত্ব দি ৰাইজেই দ'লটো পৰিচালনাৰ দায়িত্ব ল'লে।

স্থাপন হোৱা কালৰে পৰাই থানত দৈনন্দিন পূজা-অৰ্চনা কৰা হয়। ইয়াৰ উপৰি প্রতি বছৰে শিৱৰাত্রি মেলা, অষ্টপ্রহৰ, নাম-প্রসংগ, ভাওনা আদি ধর্মীয় উৎসৱ পালন কৰা হয়। বৰ্তমান বিতোপন ৰূপত নিৰ্মাণ কৰা গৰখীয়া দ'লে অতীজৰে পৰাই ধৰ্মীয় ভাবানুভূতি জাগ্রত কৰি আহিছে। ধৰ্মীয় ভাবানুভূতিয়ে গৰখীয়া দ'লত দৈনিক হাজাৰ হাজাৰ ভক্তক আকৰ্ষিত কৰি আহিছে।

## খুঁটিয়াপোতা ফুলাম নামঘৰ

মটক সম্প্রদায়ৰ কৰ্মভূমি খুঁটিয়াপোতাত দিহিঙৰ সমীপত এডোখৰ মুকলি ঠাইত অনিৰুদ্ধদেৱে সত্ৰৰ ঠাই হিচাপে নিৰ্বাচন কৰি খাগৰিৰ খুঁটি পুতি ৰাখিছিল। পাছত অনিৰুদ্ধদেৱৰ মৃত্যু হোৱাত ১৫৫১ শকত তেৰাৰ পুত্ৰ কৃষ্ণদেৱ অধিকাৰে অনিৰুদ্ধদেৱে খাগৰি পুতি থোৱা ঠাইতে এখনি সত্ৰ স্থাপন কৰে। সত্ৰৰ নাম অনুসৰি অঞ্চলটো খুঁটিয়াপোতা হিচাপে পৰিগণিত হৈ পৰিল। কৃষ্ণদেৱ অধিকাৰে স্থাপন কৰা সত্ৰৰ নামঘৰৰ খুঁটা-চটি আদিত বিভিন্ন দেৱ-দেৱীৰ মূৰ্তি আৰু ফুল কটা আছিল। সেয়ে সত্ৰৰ নামঘৰটো ফুলাম নামঘৰ হিচাপে জনাজাত হৈ পৰিছিল। বৰ্তমান ফুলাম নামঘৰ নাই যদিও অতীতৰ খুঁটিয়াপোতা আছে।

## পশুপতি দেৱালয়

যোৰহাট চহৰৰ পৰা প্রায় ৫ কিলোমিটাৰ নিলগত হেজাৰী গাঁৱত অৱস্থিত। দেৱালয়ৰ মূল বিগ্রহত দেৱী কামেশ্বৰী আৰু শিৱ দেৱতাৰ মূৰ্তি বিদ্যমান। দেৱালয়ত দৈনন্দিন পূজা-পাঠ কৰা হয়। প্রতি বছৰে দুৰ্গা পূজা, কালি পূজা, শিৱৰাত্রি আদি ধৰ্মীয় উৎসৱ-পাৰ্বণ পালন কৰা হয়।

## টোকলাই থান

যোৰহাট চহৰৰ পুব দিশত ভোগদৈ নৈৰ পাৰত পুজাভূৰিৰ ওচৰত অতি প্ৰাচীন

টোকলাই থান বিদ্যমান। শিলিখাতলীয়া দিহিং সত্ৰৰ গোসাঁই ভকতৰঞ্জনদেৱে পূৰ্বতে ইয়াত সত্ৰ স্থাপন কৰিছিল। গোসাঁই ভকতৰঞ্জনদেৱৰ মৃত্যুৰ পাছত সেই ঠাইতেই সংস্কাৰ কৰি থান পতা হয়। পূৰ্বতে গোসাঁইয়ে স্থাপন কৰা দিহিং সত্ৰ এখনি ঐশ্বৰ্যশালী সত্ৰ আছিল। ৰাজেশ্বৰ সিংহ, চন্দ্ৰকান্ত সিংহ, কমলেশ্বৰ সিংহ প্ৰভৃতি আহোম স্বৰ্গদেউসকলেও দিহিং সত্ৰৰ লগত সু-সম্পৰ্ক ৰাখি সত্ৰৰ উন্নয়নৰ হেতু যথেষ্ট সহযোগিতা আগবঢ়াইছিল। পূৰ্বৰ ঐশ্বৰ্যশালী থানখনত বৰ্তমান আগৰ জাকজমকতা নাই।

## পীতাম্বৰদেৱৰ থান

যোৰহাট চহৰৰ উত্তৰ-পশ্চিম দিশত প্ৰায় ১০ কিলোমিটাৰ নিলগত পীতাম্বৰদেৱৰ থান অৱস্থিত। ময়ামৰা গোসাঁই ভজদানন্দ আৰু পীতাম্বৰদেৱক এই ঠাইতে কাঠ সংস্কাৰ কৰা হৈছিল। গোসাঁই দুজনাৰ কাঠ সংস্কাৰ কৰা ঠাইতেই এই থান পতা হয়। গোসাঁই দুজনাৰ স্মৃতিক সুঁৱৰি হাজাৰ হাজাৰ ভক্তই থানত পদাৰ্পণ কৰে।

## ২নং বেলগুৰি থান

প্ৰাচীন তথা ঐতিহাসিক ২নং বেলগুৰি থান মাজুলীৰ বনগাঁৱত অৱস্থিত। বিগত ১৫৪৭ চনতে স্থাপিত হোৱা ২নং বেলগুৰি থানৰ মূল বিগ্ৰহত প্ৰায় এক ফুট উচ্চতাৰ বাসুদেৱ মূৰ্তি বিদ্যমান। থানৰ বিগ্ৰহত দৈনন্দিন পূজা-পাঠ কৰা হয়। বিদিত আছে যে মহাপুৰুষ শ্ৰীমন্ত শংকৰ গুৰুজনাই এই থানতে কিছুদিন থাকি লৈ ধৰ্মগ্ৰন্থ ৰচনা কৰিছিল। থানত অনেকখিনি পুৰণিকলীয়া সেৱাবস্তু, সাঁচীপতীয়া পুথি, নাট আৰু ধৰ্মগ্ৰন্থ সংৰক্ষণ কৰি ৰখা আছিল। বৰ্তমান থানখন পৰিত্যক্ত অৱস্থাত।

## ফুলেশ্বৰী থান

মাজুলীৰ ফুলনিৰ সমীপত থকা ঐতিহাসিক ফুলেশ্বৰী থান নিৰ্মাণ কৰিছিল আহোম স্বৰ্গদেউ শিৱসিংহৰ ৰাণী বৰৰজা ফুলেশ্বৰীয়ে। ১৮৯৭ চনৰ বৰভুঁইকঁপত থানখন ধ্বংসপ্ৰাপ্ত হয়। বৰ্তমান স্থানীয় মিচিং সম্প্ৰদায়ৰ লোকসকলে এই থানতে পূজা-সেৱা চলাই আহিছে।

## চেনিমৰাৰ গিৰ্জাঘৰ

খ্ৰীষ্টিয়ান ধৰ্মাৱলম্বী লোকসকলৰ উপাসনাৰ কেন্দ্ৰস্থল চেনিমৰাৰ গিৰ্জাঘৰ।

গির্জাঘৰটো চেনিমৰা বাগিছাৰ উত্তৰ-পশ্চিম দিশত অৱস্থিত। বিগত ১৮৯০ খ্ৰীষ্টাব্দত যোৰহাটৰ চেনিমৰাত কাঠ-বাঁহেৰেই অতি সাধাৰণভাৱে 'All Saints' Church' নামকৰণেৰে প্ৰথম গিৰ্জাঘৰ নিৰ্মাণ কৰা হয়। ১৯১০ চনত গিৰ্জাঘৰটো অগ্নিদগ্ধ হোৱাত ১৯১১ চনত যোৰহাটৰ টি কোম্পানীৰ মিলাৰ চাহাবৰ তৎপৰতাত গিৰ্জাঘৰটো ন-কৈ নিৰ্মাণ কৰা হয়। ন-কৈ নিৰ্মাণ কৰা গিৰ্জাঘৰটো আটকধুনীয়া ৰূপত নিৰ্মিত।

## পুৰণা আলিবাটৰ মছজিদ



আহোম স্বৰ্গদেউসকলৰ ৰাজত্ব কালত মুছলমান সম্প্ৰদায়ৰ ধৰ্মাৱলম্বী লোকসকলে বিভিন্ন ঠাইত মছজিদ নিৰ্মাণ কৰিছিল। কিন্তু কালৰ সোঁতত সেইবোৰ ধ্বংসপ্ৰাপ্ত হয় যদিও ১৮৯৭ চনত স্থাপন কৰা পুৰণা আলিবাটৰ মছজিদটোৱে প্ৰাচীনতাৰ সাক্ষ্য বহন কৰি আহিছে। পূৰ্বতে মছজিদটো ৰে'ল আলিৰ সমীপত নিৰ্মাণ কৰা হৈছিল।

# সত্ৰ/সচং

## আউনীআটী সত্ৰ

মাজুলীৰ কমলাবাৰীৰ পশ্চিম প্ৰান্তত ঐতিহাসিক তথা প্ৰাচীন চাৰিসত্ৰীয়াৰ অন্যতম আউনীআটী সত্ৰ। সত্ৰৰ মূল উপাস্য দেৱতা গোবিন্দ মহাপ্ৰভুৰ। সত্ৰৰ মণিকূট বিগ্ৰহত গোবিন্দ মহাপ্ৰভুৰ শিলেৰে খোদিত মূৰ্তি ৰূপৰ সিংহাসনত উপবিষ্ট। আহোম স্বৰ্গদেউ জয়ধ্বজ সিংহৰ পৃষ্ঠপোষকতাত ১৬৫৩ খ্ৰীষ্টাব্দত আউনীআটী সত্ৰ স্থাপন কৰা হয়। স্বৰ্গদেউ জয়ধ্বজ সিংহই কুবোৰাবাহীৰ পৰা নিৰঞ্জন পাঠকক আনি ভূমিসহ লেউৰী, যোগনীয়াৰ আদি দি আউনীআটী সত্ৰ প্ৰতিষ্ঠা কৰে। সত্ৰৰ মূল গোবিন্দ প্ৰভুৰ বিগ্ৰহৰ সোঁফালে ভুবনমোহন, বাঁওফালে বংশীবদন কৃষ্ণৰ পিতলৰ মূৰ্তি আৰু দুয়োমূৰে বাসুদেৱ মূৰ্তি বিদ্যমান।

বৰ্তমান সত্ৰৰ নামঘৰটো দীঘলে প্ৰায় ৯৬ হাত আৰু বহলে প্ৰায় ৩০ হাতমান। নামঘৰৰ মণিকূটৰ সন্মুখত থকা ঘূৰণীয়া পকী খুঁটাত শ্ৰীকৃষ্ণৰ কালিয় দমনৰ মূৰ্তি কটা



আছে। নামঘৰৰ মূল প্ৰবেশদ্বাৰৰ কাষত প্ৰায় ৬ ফুট উচ্চতাৰ কাঠত কটা গৰুড়ৰ মূৰ্তি সজাই থোৱা আছে। সত্ৰত দৈনন্দিন চৈধ্য প্ৰসংগ পালন কৰা হয়।

বৰ্তমান সত্ৰৰ আপুৰুগীয়া আৰু পুৰণিকলীয়া সম্পদসমূহৰ ভিতৰত সাঁচীপতীয়া পুথি, ধৰ্মীয় নাট, চৰিত পুথি, ভেৰী বাদ্য আদিৰ লগতে 'হস্তী বিদ্যাৰ্ণৱ' আৰু 'শ্ৰীহস্ত মুক্তাৱলী' আদি গ্ৰন্থ আছে। বিগত ১৮৭১ খ্ৰীষ্টাব্দৰ পৰা ১৮৮৩ খ্ৰীষ্টাব্দলৈ দ্বিতীয় অসমীয়া বাতৰি কাকত 'আসাম বিলাসিনী' প্ৰকাশ পায় সেই সময়ৰ শ্ৰীদত্তদেৱ গোস্বামীৰ সম্পাদনাত এই আউনীআটী সত্ৰৰ পৰাই। সত্ৰ প্ৰাংগণত আলহী ঘৰ, গ্ৰন্থাগাৰ আৰু ১৯৮৪ চনতে স্থাপন কৰা বিতোপন সংগ্ৰাহলয় আদি আছে। সত্ৰৰ প্ৰাংগণত থকা সংগ্ৰাহলয়ত আহোম যুগৰ মাইহাং, ঔৰধলীয়া বটা, পিতলৰ বাদ্যযন্ত্ৰ, দৌল গুৱা বটা, জালিকটা সঁফুৰা, জয়ঘণ্টা, মান শৰাই, পুৰণি ভাওনাত ব্যৱহৃত পোছাক, কাঠৰ দৌলটেমা, আনাৰসী লতা, মান টেমা, বৰটোপ, প্ৰাচীন মুদ্ৰা, পুৰণিকলীয়া অস্ত্ৰ-শস্ত্ৰ, হাতী দাঁতৰ হাত, ম'হৰ শিং খটুৱা চকী-মেজ, হাতী দাঁতৰ লাখুটি, হাতী দাঁতৰ পাটী আদি বহুতো পুৰণিকলীয়া বস্তু সুন্দৰকৈ সংৰক্ষণ কৰি ৰখা আছে।

পালনাম, সত্ৰীয়া নৃত্যকলা, ভকতবৃন্দৰ স্ব-নিৰ্মিত বেতৰ বিচনী, ওজাপালি, অপ্সৰা নৃত্য আদিয়েই আউনীআটী সত্ৰৰ কলা-সংস্কৃতিৰ নিদৰ্শন পৰিস্ফুট ৰূপত প্ৰকাশ কৰি আহিছে। প্ৰতি বছৰে কাতি মাহত সত্ৰত উদ্‌যাপন কৰা পালনামত হাজাৰ হাজাৰ ভক্তৰ সমাগম হয়। ইয়াৰ উপৰি অংকীয়া ভাওনা, শ্ৰীকৃষ্ণৰ ৰাসলীলা, নাট্যাভিনয় আদি ধৰ্মীয় আৰু সাংস্কৃতিক অনুষ্ঠান আউনীআটী সত্ৰ প্ৰাংগনত উদ্‌যাপন কৰা হয়।



## দক্ষিণপাট সত্ৰ

মাজুলীৰ ব্ৰহ্ম সংহতিৰ দামোদৰীয়া সত্ৰসমূহৰ অন্যতম প্ৰাচীন তথা ঐতিহাসিক দক্ষিণপাট সত্ৰ। আহোম স্বৰ্গদেউ জয়ধ্বজ সিংহই ১৫৮৪ খ্ৰীষ্টাব্দত মাজুলীৰ দক্ষিণ কোণত ঐতিহ্যমণ্ডিত দক্ষিণপাট সত্ৰ প্ৰতিষ্ঠা কৰে। জয়ধ্বজ সিংহই পূৰ্বতে আঁহতগুৰিৰ পৰা শ্ৰীবনমালীদেৱক আনি ব্ৰহ্মপুত্ৰৰ দক্ষিণফালে সত্ৰখন প্ৰতিষ্ঠা কৰে। বনমালীদেৱেই দক্ষিণপাট সত্ৰৰ প্ৰতিষ্ঠাপক সত্ৰাধিকাৰ। বিভিন্ন প্ৰাকৃতিক দুৰ্যোগ আৰু ৰাজনৈতিক কাৰণবশতঃ সত্ৰখন বিভিন্ন স্থানলৈ স্থানান্তৰিত কৰা হয় যদিও ১৬৫৪ খ্ৰীষ্টাব্দত স্বৰ্গদেউ



ৰাজেশ্বৰ সিংহৰ প্ৰদত্ত দেৱোত্তৰ ভূমিত বৰ্তমানৰ স্থানত সত্ৰখন স্থাপন কৰা হয়। প্ৰায় ১০০ পুৰা ভূ-খণ্ডৰে আগুৰা দক্ষিণপাট সত্ৰৰ চাৰিসীমা বুলিলে পূবে দিখৌলী নৈ, নাওশাল আৰু বুঢ়াগোহাঁয়ে খন্দা জান, উত্তৰে ৰাওণাপাৰ বিপ্ৰৰ ভূমি আৰু বৰচিলা, দক্ষিণে ব্ৰহ্মপুত্ৰ নৈ।

সত্ৰৰ মূল বিগ্ৰহ যাদৱৰায়ৰ। যাদৱৰায়ৰ শিলত খোদিত মূৰ্তিটো জগন্নাথ পুৰীৰ পৰা অনাই ৰূপৰ সিংহাসনত স্থাপন কৰা আছে। যাদৱৰায় মূৰ্তিটোৰ আ-অলংকাৰসমূহ সোণৰ। মূল যাদৱৰায়ৰ মূৰ্তিৰ কাষত ভূবন মোহন, বৈকুণ্ঠনাথ, কল্যাণ ৰায়, বৃন্দাবন চন্দ্ৰ, বলভদ্ৰ, অচ্যুতানন্দ, জগন্নাথ, বংশীবদন, বাসুদেৱ আদিৰ মূৰ্তি বিদ্যমান। সত্ৰৰ মূল বিগ্ৰহত দৈনন্দিন পূজা-পাঠ কৰা হয়।

সত্ৰৰ গোবিন্দাটিৰ সৌমাজত নিৰ্মিত মণিকূট সংলগ্ন নামঘৰটোত অপূৰ্ব স্থাপত্য-ভাস্কৰ্য খোদিত কৰা আছে। নামঘৰটোত থকা বৃহৎ কাঠৰ খুঁটাৰ লগতে এটি তুলসীৰ খুঁটাও আছে। ওপৰত টিনপাত লগোৱা সত্ৰৰ নামঘৰটো দীঘলে প্ৰায় ১৩০ হাত আৰু বহলে প্ৰায় ১৫ হাত। নামঘৰৰ দেৱালয়ত বলৰাম, শ্বেতদ্বীপ, বৈকুণ্ঠ, বিজয়, সনাতন, সনত কুমাৰ, জয়, সনক, সনন্দ, বিষ্ণুৰ অনন্ত শয্যা, স্বয়ম্ভু মনু, ৰামচন্দ্ৰৰ গুহকৰ প্ৰতি কৃপা আদি বিভিন্ন মূৰ্তি আৰু পৌৰাণিক ঘটনাৰাজিক মূৰ্তিৰে জীৱন্ত ৰূপত বহিঃপ্ৰকাশ

ঘটিছে। বাহিৰৰ দেৱালয়তো বিভিন্ন দেৱতাৰ মূৰ্তি কটা আছে।

সুন্দৰ প্ৰকৃতিৰ নৈসৰ্গিক সৌন্দৰ্যৰ মাজত অৱস্থিত মাজুলীৰ দক্ষিণপাট সত্ৰৰ সুদৃশ্য পুখুৰীটো নামঘৰৰ বাওঁফালে বিদ্যমান।

সত্ৰত থকা সংগ্ৰাহলয়ত বজাদিনীয়া পুৰণিকলীয়া সম্পদসমূহৰ সুন্দৰ সংৰক্ষণ কৰা আছে। দক্ষিণপাট সত্ৰৰ পুৰণিকলীয়া সম্পদসমূহৰ ভিতৰত— হাতী দাঁত, কিংখাপ চোলা, সোণৰ লতা, সোণৰ কাহী-বাতি, লাখুটি, তৰোৱাল, পানীবটী ইত্যাদি উল্লেখনীয়। সত্ৰত উদযাপিত বছৰেকীয়া উৎসৱ-পাৰ্ব্বসমূহৰ ভিতৰত দুৰ্গা পূজা, কালী পূজা, অম্বুবাচী, মহালয়া শ্ৰাদ্ধ, শিৱৰাত্ৰি, দৌল উৎসৱ, লক্ষ্মী পূজা , দামোদৰদেৱৰ তিথি, শ্ৰীকৃষ্ণৰ জন্মাষ্টমী আদিৰ উপৰি পূৰ্ব্বৰ সত্ৰাধিকাৰসকলৰ তিথি উৎসৱ আৰু গুৰুজনাৰ তিথি উৎসৱ পালন কৰে। দক্ষিণপাট সত্ৰৰ ৰাস মহোৎসৱে অনেক ভক্ত আৰু দূৰণিবটীয়া পৰ্যটকক আকৰ্ষণ কৰি আহিছে।

## শ্ৰীশ্ৰীকমলাবাৰী সত্ৰ

অসমৰ বাৰজন আতা পুৰুষৰ অন্যতম নাৰায়ণপুৰৰ তিতা চোমদাৰৰ পুত্ৰ ধৰ্মাচাৰ্য্য পদ্ম আতা বা বদুলা আতাই কমলাবাৰী সত্ৰ প্ৰতিষ্ঠা কৰে। ১৬৬৮ শকাব্দৰ জেঠ মাহৰ শুক্লা একাদশী তিথিত জন্ম লাভ কৰা মাধৱ গুৰুজনাৰ প্ৰিয় শিষ্য আতা পুৰুষজনাই অসমৰ বিভিন্ন ঠাই পৰিভ্ৰমণ কৰি শেষত বৰ্তমানৰ কোচ বিহাৰৰ ভেলাস্থানত মহাপুৰুষ মাধৱদেৱৰ পৰা শৰণ-ভোজন গ্ৰহণ কৰি উজনি অসমত বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰ আৰু সম্প্ৰসাৰণত জড়িত হৈ পৰে। আতা পুৰুষজনাই জন্মস্থান শক্ৰাহীকে ধৰি প্ৰায় ত্ৰিশখন সত্ৰ স্থাপন কৰাৰ লগতে ভাগৱতী বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰ আৰু কলা-সংস্কৃতি, নৃত্য, গীত আদি প্ৰচাৰৰ ক্ষেত্ৰতো মুখ্য ভূমিকা গ্ৰহণ কৰিছিল। আতা পুৰুষজনাই উজনি অসমত স্থাপন কৰা ত্ৰিশখন সত্ৰৰ ভিতৰত ১৬৭৩ খ্ৰীষ্টাব্দত স্থাপন কৰা মাজুলীৰ কমলাবাৰী সত্ৰ অন্যতম। বদুলা আতাৰ দহটা নামৰ ভিতৰত কমলাকান্ত নামৰ পৰাই সত্ৰখন কমলাবাৰী সত্ৰ হিচাপে নামকৰণ কৰা হয়। মহাপুৰুষীয়া সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ কমলাবাৰী সত্ৰই সাহিত্য-সংস্কৃতি, নাট্য-সাহিত্য, কলা-সংস্কৃতি আদি দিশতো যথেষ্ট অৱদান আগবঢ়াই আহিছে।

কালক্ৰমত কমলাবাৰী সত্ৰখন তিনি ভাগত বিভক্ত হৈ ইয়াৰে দুটা ভাগ মাজুলী কমলাবাৰী সত্ৰ আৰু উত্তৰ কমলাবাৰী সত্ৰ নামকৰণেৰে মাজুলীতে অৱস্থান কৰে। বদুলা পদ্ম আতাই পূৰ্বতে মাজুলীত যি ঠাইত সত্ৰখন স্থাপন কৰিছিল সেই ঠাই ব্ৰহ্মপুত্ৰৰ

প্ৰবল গৰাখহনীয়াত ক্ষতিগ্ৰস্থ হোৱাত বৰ্তমান যোৰহাট জিলাৰে তিতাবৰৰ মহিমালৈ স্থানান্তৰিত হয় যদিও সত্ৰৰ প্ৰাচীন আৰু আপুৰুগীয়া সম্পদৰাজি মাজুলী কমলাবাৰী আৰু উত্তৰ কমলাবাৰী সত্ৰত সংৰক্ষণ কৰি ৰখা হয়।

**মাজুলী কমলাবাৰী সত্ৰ ঃ**

মাজুলী কমলাবাৰী সত্ৰ প্ৰতিষ্ঠা কৰা হয় বিগত ১৯৩৬ চনত। নিজা সংহতিৰ মাজুলী কমলাবাৰী সত্ৰখন প্ৰায় ৫০০ বিঘা ভূমিৰে আগুৰা চাৰি হাটীৰ (পূব হাটী, পশ্চিম হাটী, উত্তৰ হাটী আৰু দক্ষিণ হাটী) সৌমাজত স্থাপন কৰা আছে সত্ৰৰ মূল নামঘৰটো। নামঘৰটো বহলে প্ৰায় ৩০ হাত আৰু দীঘলে প্ৰায় ১২০ হাত। নামঘৰত থকা গুৰু আসনত ভাগৱত আৰু গুণমালা শাস্ত্ৰ আছে। সত্ৰৰ পুৰণিকলীয়া সম্পদসমূহ সুন্দৰকৈ সংৰক্ষণ কৰি ৰখা আছে সত্ৰত থকা ভাজঘৰত। সত্ৰৰ আপুৰুগীয়া সম্পদসমূহৰ ভিতৰত বহুতো সাঁচীপতীয়া পুথি, বদুলা পদ্ম আতাৰ পদশিলা, শংকৰদেৱৰ কেশ সমন্বিতে ফণি, শয়নৰ তুলা, শংকৰদেৱ, মাধবদেৱ আৰু বদুলা আতাৰ অস্থি, ধুলা, বদুলা আতাৰ পাগুৰিৰ কাপোৰ, চন্দন পিহা পটা, জপমালা আৰু অন্যান্য সম্পদসমূহ সংৰক্ষিত কৰি ৰখা আছে।



সত্ৰৰ প্ৰৱেশদ্বাৰৰ তোৰণ আৰু বাটচ'ৰা আকৰ্ষণীয় স্থাপত্য-ভাস্কৰ্য খোদিত কৰি নিৰ্মাণ কৰা আছে। সত্ৰৰ হাটীৰ প্ৰায়বোৰ ভকতৰ আৰু সত্ৰাধিকাৰৰ বাসস্থানৰ প্ৰৱেশদ্বাৰ কাৰুকাৰ্য্য খোদিত। কাঠৰ দুৱাৰত চিত্ৰ-বিচিত্ৰ ফুল, কাঠত কটা হৰিণৰ মূৰ আদিয়ে সত্ৰৰ সুন্দৰ কলা সংস্কৃতিৰ নিদৰ্শন পৰিস্ফুট কৰি তুলিছে। সত্ৰ চৌহদত নাট্যশালা, সংস্কৃত টোল, সংগীত মহাবিদ্যালয়, পুথিভঁৰাল, ধৰ্মশালা আদিও বিদ্যমান।

সত্ৰৰ দৈনন্দিন ধৰ্মীয় কৰ্মসূচী সমূহৰ ভিতৰত ৰাতিপুৱাৰ পৰা সন্ধিয়ালৈ চৈধ্য প্ৰসঙ্গ কৰা হয়। চৈধ্য প্ৰসঙ্গৰ ভিতৰত নাম প্ৰসঙ্গ, বৰগীত, ভাগৱত পাঠ, চৰিত্ৰ পাঠ

ইত্যাদিয়েই প্ৰধান আৰু উল্লেখনীয়। পুষ্প-চন্দন নিৰ্মালী হিচাপে দিয়া হয়।

সত্ৰত প্ৰায় ২০০ কেবলীয়া ভকত আছে। পাঁচ বছৰমান বয়সৰ পৰাই সত্ৰৰ তত্বাবধানত লালিত-পালিত হৈ পৰৱৰ্তী জীৱনত কেৱলীয়া ভকত হিচাপে সত্ৰৰ ধৰ্মীয় কৰ্মত নিয়োজিত হৈ পৰে। সত্ৰৰ বৰ্তমান সত্ৰাধিকাৰ নাৰায়ণ চন্দ্ৰ দেৱ গোস্বামী।

সত্ৰৰ বছৰেকীয়া উৎসৱ-পাৰ্বণ সমূহৰ ভিতৰত শংকৰদেৱ, মাধৱদেৱ আৰু বদুলা আতাৰ আৱিৰ্ভাৱ আৰু তিৰোভাৱ তিথি উৎসৱ পালন কৰা হয়। ইয়াৰোপৰি ৰাস উৎসৱ বৰ আড়ম্বৰপূৰ্ণভাৱে উদযাপন কৰা হয়।

**উত্তৰ কমলাবাৰী সত্ৰ ঃ**

নিকা সংহতিৰ মাজুলীৰ উত্তৰ কমলাবাৰী সত্ৰৰ মণিকূটৰ গুৰু আসনত ভাগৱত আৰু বৈকুণ্ঠনাথৰ ধাতুৰ মূৰ্তি আছে। পূৰ্বৰ বদুলা আতাৰ প্ৰতিষ্ঠিত সত্ৰৰ উত্তৰ দিশত অৱস্থান কৰা হেতুকে সত্ৰখন উত্তৰ কমলাবাৰী সত্ৰ হিচাপে পৰিগণিত হৈ পৰে। সত্ৰৰ নামঘৰটো যথেষ্ট আহল বহল। নামঘৰটো দীঘলে প্ৰায় ৬০ হাত আৰু বহলে প্ৰায় ২০ হাত। খেতি মাটিকে ধৰি বৰ্তমান সত্ৰৰ সৰ্বমুঠ ভূমিৰ পৰিমাণ প্ৰায় ৫০০ বিঘা। সত্ৰ প্ৰাংগণত ভাঁজঘৰ, সত্ৰাধিকাৰ গৃহ, ভকতৰ বাহা, অতিথিশালা আৰু নাটঘৰ আছে। সুন্দৰ এক প্ৰকৃতিক পৰিবেশৰ মাজত অৱস্থিত উত্তৰ কমলাবাৰী সত্ৰৰ বাটচ'ৰা আটকধুনীয়া ৰূপত নিৰ্মাণ কৰা হৈছে। সত্ৰত দৈনন্দিন চৈধ্য



প্ৰসঙ্গ পালন কৰা হয়। সত্ৰত থকা আপুৰুগীয়া আৰু পুৰণিকলীয়া সম্পদ সমূহৰ ভিতৰত দশম, কীৰ্তন, ঘোষা, নাম মালিকা, বদুলা আতাৰ ভোজনৰ বাতি, শংকৰদেৱৰ জপমালা, সঁফুৰা, বদুলা আতাৰ লাখুটি, শংকৰদেৱ, মাধৱদেৱ আৰু বদুলা আতাই ব্যৱহাৰ কৰা সাজপাৰ আৰু বাচন-বৰ্তন আদিৰ সুন্দৰ সংৰক্ষণ আছে। সত্ৰত উদযাপিত বছৰেকীয়া উৎসৱ-পাৰ্বণৰ ভিতৰত গুৰু দুজনাৰ লগতে বদুলা আতাৰ আৱিৰ্ভাৱ আৰু তিৰোভাৱ তিথি উৎসৱ পালন কৰা হয়। ইয়াৰ উপৰি আন আন আতা পুৰুষসকলৰ তিথি উৎসৱ

পালন কৰা হয়। ৰাস মহোৎসব আৰু দৌল উৎসৱ সত্ৰৰ আন এক আকৰ্ষণীয় উৎসব।

## গড়মূৰ সত্ৰ

অসমৰ প্ৰাচীন আৰু ঐতিহ্যমণ্ডিত প্ৰধান ৰজাঘৰীয়া ব্ৰাহ্মণ সংহতিৰ সত্ৰসমূহৰ অন্যতম মাজুলীৰ গড়মূৰ সত্ৰ। ১৬৫৬ খ্ৰীষ্টাব্দত প্ৰসিদ্ধ বৈষ্ণৱ গুৰু বংশীগোপালদেৱৰ উত্তৰাধিকাৰী লক্ষ্মীনাৰায়ণৰ দিনত আহোম স্বৰ্গদেউ জয়ধ্বজ সিংহই ঐতিহ্যমণ্ডিত এই গড়মূৰ সত্ৰ প্ৰতিষ্ঠা কৰায়। ১৬০৩-১৬৪১ খ্ৰীষ্টাব্দত স্বৰ্গদেউ প্ৰতাপ সিংহৰ ৰাজত্ব কালত চোৰাতল গড় নিৰ্মাণ কৰা হয়। ইতিহাস প্ৰসিদ্ধ এই চোৰাতল গড়ৰ মূৰত সত্ৰখন প্ৰতিষ্ঠা কৰা হেতুকেই সত্ৰখন গড়মূৰ সত্ৰ হিচাপে নামকৰণ কৰা হয়। আহোম স্বৰ্গদেউ শিৱসিংহই গড়মূৰ সত্ৰৰ নামত ত্ৰিশ হাজাৰ নিষ্কৰ ভূমি আৰু অনেক অস্থাৱৰ সম্পত্তি দান হিচাপে আগবঢ়ায়।



পূৰ্বৰ সত্ৰাধিকাৰসকলে ৰাজকীয় মৰ্যাদাৰে সত্ৰখন সু-পৰিচালনা কৰাৰ বাবেই সত্ৰখন ৰজাঘৰীয়া সত্ৰ হিচাপে জনমানসত খ্যাতি লাভ কৰে। বিংশ শতিকাৰ প্ৰথমাৰ্ধলৈ সত্ৰৰ সত্ৰাধিকাৰ আৰু ভক্তসকল উদাসীন আছিল। ১৯১৫ চনত সত্ৰাধিকাৰ, মুক্তিযুঁজাৰু শ্ৰীশ্ৰী স্বৰ্গীয় পিতাম্বৰ দেৱ গোস্বামীৰ তৎপৰতাত সত্ৰৰ উদাসীন ৰীতিৰ বিলোপ সাধন কৰা হয়। শ্ৰীশ্ৰীপিতাম্বৰ দেৱ গোস্বামীৰ কাৰ্যকালৰ পৰাহে ভালে সংখ্যক ভক্তই গৃহস্থী ধৰ্ম গ্ৰহণ কৰে যদিও সত্ৰাধিকাৰ আৰু ডেকা সত্ৰাধিকাৰকে ধৰি কিছু সংখ্যক আলধৰাই কিন্তু গাৰ্হস্থী জীৱন নললৈ উদাসীন হিচাপেই থাকি যায়।

বৰ্তমান গড়মূৰ সত্ৰৰ চৌহদ চালে চকুৰোৱা। সত্ৰৰ মণিকূট সংলগ্ন নামঘৰটো আঠকধুনীয়া ৰূপত নিৰ্মিত। নামঘৰটো দীঘলে প্ৰায় ৫০ হাতমান আৰু বহলে প্ৰায় ৩০ হাতমান। নামঘৰৰ মজিয়াত কাঠত কটা গৰুড় আদিৰ মূৰ্তি সজাই ৰখাৰ উপৰি দেৱালত মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ অংকিত, বৰ্ণিত চিত্ৰ ভাগৱতৰ বিভিন্ন ৰঙীণ চিত্ৰ অংকণ কৰা

আছে। মজিয়াত পাথৰ খোদিত সত্ৰৰ মণিকূটৰ মূল বিগ্ৰহত সোণেৰে নিৰ্মিত গোপাল মূৰ্তি বেদীৰ ওপৰত কাঠেৰে নিৰ্মিত আসনত উপবিষ্ট। গোপালৰ মূৰ্তিৰ লগতে শিলেৰে খোদিত যাদৱ মূৰ্তি আছে। যাদৱ মূৰ্তিটোৰ পোছাক-পৰিচ্ছদত সোণ খটুওৱা। ইয়াৰ উপৰি মণিকূটত গোবিন্দ মূৰ্তি আৰু কমেও ২৫ টা শালগ্ৰাম মূৰ্তি আছে। বৈষ্ণৱ ধৰ্মীয় ৰীতিনুসৰি আটাইকেইটা বিগ্ৰহতে দৈনন্দিন পূজা-অৰ্চনা কৰা হয়। ভোগ হিচাপে মাহ-প্ৰসাদ আৰু পৰমান্ন আগবঢ়োৱা হয়।



সত্ৰত সংৰক্ষিত প্ৰাচীন আৰু আপুৰুগীয়া সম্পদসমূহৰ ভিতৰত আতন বুঢ়াগোহাঁইয়ে সত্ৰৰ নামত দান কৰা ৰূপৰ শৰাই, লতা, অষ্ট ধাতুৰ থাল, আহোম যুগৰ বৰটোপ, হাতী গাড়ীৰ চকা, দোলা, পূৰ্বৰ সত্ৰাধিকাৰসকলৰ ব্যৱহৃত পাদুকা, হাতী দাঁত আৰু হাতী দাঁতৰ অলংকাৰ, সাঁচীপতীয়া পুথি, ফুলকটা বৰশিল আৰু কাঠত কটা মূৰ্তি আদি বিশেষভাৱে উল্লেখনীয়।

সুন্দৰ এক প্ৰাকৃতিক পৰিবেশৰ মাজত অৱস্থিত মাজুলীৰ গড়মূৰ সত্ৰৰ চৌহদত থকা শিলিখা গছ, প্ৰায় ২৫০ বছৰ পুৰণি বকুল বৃক্ষ, সোণাৰু, তাল আদি বৃহৎ বৃহৎ বৃক্ষই সত্ৰৰ সৌন্দৰ্যৰ সৌষ্ঠৱ দুগুণে বঢ়াইছে। সত্ৰৰ বাটচ'ৰাৰ সোঁফালে অতিথিশালা আৰু বাঁওফালে বিগত ১৯৮৪ চনতে স্থাপন কৰা এখন সংস্কৃত টোল আছে। সত্ৰৰ নামঘৰৰ বাওঁফালে পূৰ্বৰ সত্ৰাধিকাৰ শ্ৰীশ্ৰীপিতাম্বৰ দেৱ গোস্বামী আৰু শ্ৰীশ্ৰী স্বৰ্গীয় কৃষ্ণদেৱ দেৱ গোস্বামীৰ প্ৰতিমূৰ্তি খোদিত কৰা আছে। সোঁফালে নিৰ্মিত প্ৰকাণ্ড গৰুড়ৰ মূৰ্তিটোৱে সত্ৰৰ সুনিপুণ স্থাপত্য-ভাস্কৰ্যৰ নিদৰ্শন পৰিস্ফুট ৰূপত দাঙি ধৰিছে। ইয়াৰ উপৰি সত্ৰ চৌহদত এখন শিশু উদ্যানো আছে।

সত্ৰ প্ৰাংগণত প্ৰতি বছৰে শ্ৰীকৃষ্ণৰ জন্মাষ্টমী, পালনাম, শ্ৰীকৃষ্ণৰ ৰাসলীলা, দৌল উৎসৱ, বাৰ্ষিক নাম উৎসৱ আদি পালন কৰাৰ উপৰি শংকৰ গুৰুজনাৰ জন্ম তিথি আৰু পূৰ্বৰ সত্ৰাধিকাৰসকলৰ তিৰোভাৱ তিথি পালন কৰা হয়।

অসমৰ কৃষ্টি-সংস্কৃতিৰ ধ্বজা বহন কৰা গড়মূৰ সত্ৰত ধৰ্মীয় ভাবানুভূতিৰ

সামন্তবালভাৱে প্ৰচলিত কৃষ্টিসমূহৰ ভিতৰত ওজাপালি, ভোৰতাল নৃত্য, নটুৱা নৃত্য, গায়ন-বায়ন, ঝুমুৰা নৃত্য, ভাওনা, নাটক আদি বিশেষভাৱে উল্লেখনীয়।

## বেঙেনাআটী সত্ৰ

অসমৰ প্ৰাচীন আৰু ঐতিহ্যমণ্ডিত পুৰুষ সংহতিৰ সত্ৰসমূহৰ ভিতৰত মাজুলীৰ কমলাবাৰীৰ পৰা ৬ কিলোমিটাৰ পূবত অৱস্থিত বেঙেনাআটী সত্ৰ অন্যতম। পুৰুষোত্তম ঠাকুৰৰ আজ্ঞানুসৰি বাৰজনীয়া মুৰাৰীদেৱে এই সত্ৰ স্থাপন কৰে। আহোম স্বৰ্গদেউ লক্ষ্মীকান্ত সিংহ আৰু চন্দ্ৰকান্ত সিংহই সত্ৰৰ নামত ভূমি আৰু পাইক প্ৰদান কৰিছিল। বিগত ১৬৯৯ শকত স্বৰ্গদেউ লক্ষ্মীকান্ত সিংহই তাম্ৰফলিসহ সত্ৰলৈ ভূমি আৰু পাইক প্ৰদান কৰিছিল বুলি জনা যায়। ৰাজ পৃষ্ঠপোষকতা লাভ কৰা বেঙেনাআটী সত্ৰৰ প্ৰাচীন আৰু আপুৰুগীয়া সম্পদৰাজিৰ সুন্দৰ সংৰক্ষণ আছে। প্ৰাচীন সম্পদৰাজিৰ ভিতৰত সোণৰ পানী চৰোৱা ৰাজচক্ৰ, সোণ খোদিত আহোম ৰাজপোছাক, ধাতুৰ কাৰুকাৰ্য খোদিত আচবাব পত্ৰ আদি বিশেষভাৱে উল্লেখনীয়। বৰ্তমান সত্ৰৰ বাটচ'ৰা সহ বৃহৎ নামঘৰ আছে। সত্ৰত দৈনন্দিন চৈধ্য প্ৰসংগ কৰা হয়। প্ৰতি বছৰে উদ্‌যাপন কৰা উৎসৱ-পাৰ্বণসমূহৰ ভিতৰত দৌলোৎসৱ সত্ৰৰ মূল বছৰেকীয়া উৎসৱ।



## ভোগপুৰ সত্ৰ

অসমৰ প্ৰাচীন আৰু ঐতিহ্যমণ্ডিত নিকা সংহতিৰ সত্ৰসমূহৰ ভিতৰত মাজুলীৰ ভোগপুৰ সত্ৰ অন্যতম। প্ৰায় ৫০০ বিঘা ভূ-খণ্ডৰে আগুৰা ভোগপুৰ সত্ৰৰ মণিকূটৰ গুৰু আসনত ভাগৱত শাস্ত্ৰ আছে। সত্ৰত দৈনন্দিন চৈধ্য প্ৰসংগ হয়। চৈধ্য প্ৰসংগৰ ভিতৰত প্ৰভাত বন্দনা, ঘোষা কীৰ্তন, কীৰ্তন পাঠ, চৰিত্ৰ পাঠ, আগ পাঠ, শেষ পাঠ, ঘোষা পাঠ, গুণমালা, ভটিমা, খোল-তাল প্ৰসংগ, বৰগীত, নাম-প্ৰসংগ আদি বিশেষভাৱে উল্লেখনীয়। পূৰ্বতে দীননাথ ভড়ালী প্ৰদত্ত ভূমিতে খেৰৰ চালি দি সাধাৰণভাৱে সত্ৰৰ নামঘৰটো



নির্মাণ কৰা হৈছিল যদিও বৰ্তমান মণিকূটসহ আটকধুনীয়া ৰূপত নির্মাণ কৰা হৈছে। সত্ৰৰ নামঘৰটো দীঘলে প্ৰায় ১২০ ফুট আৰু বহলে প্ৰায় ৩০ ফুট। সত্ৰত বহুতো প্ৰাচীন আৰু আপুৰুগীয়া সম্পদ আছে। সম্পদসমূহৰ ভিতৰত সাঁচীপতীয়া পুথি, গুৰুজনাই ব্যৱহাৰ কৰা সামগ্ৰী আদি উল্লেখযোগ্য। সত্ৰৰ চৌহদত এটি নাটঘৰ আছে।

সত্ৰ প্ৰাংগণত প্ৰতি বছৰে ব'হাগ মাহত তিনিদিনীয়া উৎসৱ, ভাদ মাহত মাহেকীয়া উৎসৱ, দুদিনীয়া কাৰ্যসূচীৰে ৰাস উৎসৱ, ফাকু উৎসৱ আদি পালন কৰা হয়। ইয়াৰ উপৰিও গুৰু দুজনাৰ তিথি উৎসৱ আৰু অন্যান্য ২৪ জন আতা পুৰুষৰ তিথি উৎসৱ পালন কৰা হয়। ভোৰতাল নৃত্য ভোগপুৰ সত্ৰৰ অসমীয়া কৃষ্টিৰ অন্যতম নিদৰ্শন।

## চামগুৰি সত্ৰ

অসমৰ প্ৰাচীন আৰু ঐতিহ্যমণ্ডিত সত্ৰসমূহৰ ভিতৰত মাজুলীৰ চামগুৰি সত্ৰ অন্যতম। পুৰুষ সংহতিৰ এই চামগুৰি সত্ৰই বৈষ্ণৱ সংস্কৃতি বহন কৰাৰ সামন্তৰালভাৱে মুখা শিল্পৰ জৰিয়তে সুনিপুণ কলা আৰু কৰ্ম সংস্কৃতিৰ ঐতিহ্য বহন কৰি আহিছে। পুৰুষোত্তম ঠাকুৰৰ নাতি চক্ৰপাণিদেৱে ১৬৬৩ চনত আহোম স্বৰ্গদেউ জয়ধ্বজ সিংহৰ পৃষ্ঠপোষকতাত চামগুৰি সত্ৰ প্ৰতিষ্ঠা কৰে। সত্ৰৰ পুৰণি আৰু আপুৰুগীয়া সেবা বস্তুসমূহৰ ভিতৰত মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ খৰম, ঘটি, বেলগুৰি আৰু বৰদোৱাৰ পদশিলাৰ অংশ, আইৰ হাতৰ শংখৰ খাৰু, টেমি-কটাৰী, গুৰুজনাৰ হাতে লিখা দশমৰ এখিলা পাত আদি বিশেষভাৱে উল্লেখযোগ্য। বিগত ১৯০২ চনত চামগুৰি সত্ৰৰ শাখা সত্ৰ এখন মূল চামগুৰি সত্ৰৰ উত্তৰকালে প্ৰায় ৭ কিলোমিটাৰ নিলগত নতুন চামগুৰি সত্ৰ নামকৰণেৰে প্ৰতিষ্ঠা কৰা হয়। বৈষ্ণৱ ধৰ্মীয় সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ চামগুৰি সত্ৰই পৌৰাণিক আৰু আধুনিক ভাস্কৰ্য



চামুগুৰিৰ সত্ৰৰ মুখাশিল্প

আৰু চিত্ৰকলাৰ সুন্দৰ নিদৰ্শন পৰিস্ফুট কৰি আছিছে। বাঁহ-বেতেৰে নিৰ্মিত চামগুৰি সত্ৰৰ মুখা শিল্পই অসমৰ লগতে দেশ-বিদেশৰ পৰ্যটকক আকৰ্ষণ কৰিবলৈ সক্ষম হৈছে।

সত্ৰত প্ৰতি বছৰে গুৰু দুজনাৰ তিথি উৎসৱ, শ্ৰীকৃষ্ণৰ জন্মাষ্টমী, দৌল উৎসৱ, বিহু আদি অন্যান্য ধৰ্মীয় উৎসৱ-পাৰ্বণ পালন কৰা উপৰি পূৰ্বৰ সত্ৰাধিকাৰসকলৰ তিথি উৎসৱ পালন কৰা হয়। চামগুৰি সত্ৰত ৰাস মহোৎসৱ বৰ আড়ম্বৰপূৰ্ণভাৱে উদ্‌যাপন কৰা হয়।

## এলেঙি থুলৰ সত্ৰ

পুৰুষোত্তম ঠাকুৰৰ আজ্ঞাপৰ বৰবাৰজনীয়া সত্ৰৰ অন্যতম এলেঙি সত্ৰ। প্ৰাচীন তথা ঐতিহাসিক পুৰুষ সংহতিৰ সত্ৰ। এলেঙি থুলৰ সত্ৰসমূহৰ ভিতৰত কাকবিৰ্কটা বৰ এলেঙি সত্ৰ, শালামাৰাৰ সমীপৰ কামজানৰ পাৰৰ বগীআই এলেঙি সত্ৰ, ৰতনপুৰ দিখৌমুখীয়া এলেঙি সত্ৰ আৰু নৰসিংহ সত্ৰ আদিয়েই প্ৰধান আৰু উল্লেখযোগ্য সত্ৰ। এলেঙি থুলৰ প্ৰায়ভাগ সত্ৰই বানপানীৰ কবলত পৰি ক্ষতিগ্ৰস্ত হোৱাত বিভিন্ন স্থানলৈ স্থানান্তৰিত হয় যদিও বৰ্তমান নদীদ্বীপ মাজুলীত ৰতনপুৰ দিখৌমুখীয়া এলেঙি সত্ৰ আৰু নৰসিংহ  সত্ৰই বৈষ্ণৱ সংস্কৃতি আৰু ধৰ্মীয় পৰম্পৰা বহন কৰি আছিছে।

## কাথবাপু সত্ৰ

কাথবাপু সত্ৰ মূলত বৰবাৰজনীয়া মুকুন্দদেৱৰ দ্বাৰা ১৫১৯ শকত মাজুলীত স্থাপন কৰা হৈছিল। কালক্ৰমত সত্ৰখন স্থানান্তৰিত হৈ চেনীমৰাৰ ওচৰত কৰঙাত অৱস্থান কৰে।

## শ্ৰীশ্ৰীঔৰা সত্ৰ

মাজুলীৰ কমলাবাৰী মৌজাৰ অন্তৰ্গত কোবোলা গাঁৱত অৱস্থিত প্ৰাচীন আৰু ঐতিহাসিক শ্ৰীশ্ৰীঔৰা সত্ৰ বিদ্যমান। পুৰুষ সংহতিৰ শ্ৰীশ্ৰীঔৰা সত্ৰই বেলসিদ্ধিয়া সত্ৰৰ স'তে সম্পৰ্ক ৰক্ষা কৰি বৈষ্ণৱ সংস্কৃতি আৰু পৰম্পৰা বহন কৰি আছিছে।

## শ্ৰীশ্ৰীবেলসিদ্ধিয়া সত্ৰ

মাজুলীৰ শালমাৰা মৌজাৰ অন্তৰ্গত অসমৰ প্ৰাচীন আৰু ঐতিহ্যমণ্ডিত শ্ৰীশ্ৰীবেলসিদ্ধিয়া সত্ৰ অন্যতম। বংশীগোপালদেৱৰ আজ্ঞানুসৰি নিত্যানন্দ বাপুৱে ঐতিহ্যমণ্ডিত এই শ্ৰীশ্ৰীবেলসিদ্ধিয়া সত্ৰ স্থাপন কৰে। ব্ৰাহ্ম সংহতিৰ শ্ৰীশ্ৰীবেলসিদ্ধিয়া সত্ৰই অতীজৰে পৰাই বৈষ্ণৱ ধৰ্মীয় ভাবানুভূতিৰ স্বাক্ষৰ বহন কৰি আছিছে।

## আধাৰ সত্ৰ

মাজুলীৰ শালমাৰা মৌজাত অৱস্থিত অতি প্ৰাচীন আৰু ঐতিহাসিক সত্ৰ। পুৰুষ সংহতিৰ এই সত্ৰখন আধলিয়া যদুমণিৰ পৰা সম্প্ৰসাৰিত হোৱা। স্থাপন হোৱা কালৰে পৰা বৰ্তমানলৈ আধাৰ সত্ৰই বৈষ্ণৱ ধৰ্মীয় পৰম্পৰাৰ স্বাক্ষৰ বহন কৰি আহিছে।

## শ্ৰীশ্ৰীবিহিমপুৰ সত্ৰ

অসমৰ প্ৰাচীন সত্ৰসমূহৰ ভিতৰত মাজুলীৰ শ্ৰীশ্ৰীবিহিমপুৰ সত্ৰ অন্যতম। পুৰুষ সংহতিৰ শ্ৰীশ্ৰীবিহিমপুৰ সত্ৰ স্থাপন কৰে গোবিন্দ আতাই। শ্ৰীশ্ৰীবিহিমপুৰ সত্ৰ নামকৰণেৰে মাজুলীত বৰ্তমানে দুখন সত্ৰ আছে। এখন শালমাৰা মৌজাৰ অন্তৰ্গত নৰসিংহ সত্ৰৰ সমীপত আৰু আনখন কমলাবাৰী মৌজাত।

## ডিফলু সত্ৰ

যোৰহাট জিলাৰ অন্তৰ্গত হাতীগড় মৌজাত ইতিহাস প্ৰসিদ্ধ ডিফলু সত্ৰ অৱস্থিত। জয়হৰিদেৱৰ দ্বিতীয় পুত্ৰ ৰামচন্দ্ৰৰ পৰা ডিফলু সত্ৰ সম্প্ৰসাৰিত হয়।

## ঢৌকাচাপৰি সত্ৰ

কাল সংহতিৰ প্ৰৱৰ্তক ভবানীপুৰীয়া গোপাল আতাৰ আজ্ঞানুসৰি যাদৱনন্দদেৱে মাজুলীত পূৰ্বতে ঢৌকাচাপৰি সত্ৰ প্ৰতিষ্ঠা কৰিছিল। বৰ্তমান সত্ৰখন নাই। মানৰ আক্ৰমণৰ সময় ঢৌকাচাপৰি সত্ৰখন স্থানান্তৰিত হয়।

## আঁহতগুৰি সত্ৰ

মাজুলীৰ আঁহতগুৰি মৌজাত অৱস্থিত আঁহতগুৰি সত্ৰ কাল সংহতিৰ সত্ৰ। সত্ৰ প্ৰতিষ্ঠাপক সত্ৰাধিকাৰ শ্ৰীৰামদেৱ। পৰৱৰ্তী কালত সত্ৰখন বানপানীত ক্ষতিগ্ৰস্থ হোৱাত বৰ্তমান উত্তৰ লক্ষীমপুৰৰ বিহপুৰীয়া মৌজাৰ চমুৱালৈ স্থানান্তৰিত কৰা হয়।

## চকলা সত্ৰ

ঐতিহাসিক চকলা সত্ৰ মাজুলীৰ আঁহতগুৰি মৌজাৰ অন্তৰ্গত কাল সংহতিৰ সত্ৰ। নাৰায়ণদেৱ চকলা সত্ৰৰ প্ৰতিষ্ঠাপক সত্ৰাধিকাৰ। পৰৱৰ্তী কালত সত্ৰখন ব্ৰহ্মপুত্ৰৰ গৰাখহনীয়াত ক্ষতিগ্ৰস্থ হোৱাত বৰ্তমান চৰ অঞ্চলৰ চাপৰি এটালৈ স্থানান্তৰিত হৈ চাপৰিতে অৱস্থান কৰিছে।

## বেলগুৰি সত্ৰ

ঐতিহাসিক বেলগুৰি থান মাজুলীৰ আঁহতগুৰি মৌজাৰ অন্তৰ্গত যোঁৰহাটত অৱস্থিত। মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ আৰু মাধৱদেৱৰ পবিত্ৰ মিলনভূমি এই বেলগুৰি থানখন মানৱ আক্ৰমণত যথেষ্ট ক্ষতিসাধন হয়। বেলগুৰি থানৰ পূৰ্ব্ব স্থান ইতিমধ্যে গৰাখহনীয়াত পৰি ব্ৰহ্মপুত্ৰৰ বুকুত বিলীন হৈ গৈছে।

## আতৈচুক

মহাপুৰুষ শংকৰ গুৰুজনাই প্ৰবৰ্তন কৰা একশৰণ নাম ধৰ্মৰ মাজেদি ধৰ্মীয় ভাবানুভূতি বহন কৰা আতৈচুক মাজুলীৰ বনগাঁৱৰ কঢ়াল গাঁৱত অৱস্থিত। আতৈচুক সম্পৰ্কত প্ৰশান্ত কুমাৰ মহন্ত সম্পাদিত 'মাজুলী' শীৰ্ষক পুথিখনত শ্ৰীশ্ৰীবোধগুৰু বিৰচিত 'কীৰ্তন ঘোষা' (বোধগ্ৰন্থ; ৫৫১ শংকৰাব্দ, পাতনিৰ পৰা) ৰ উদ্ধৃতিৰে এইদৰে পোৱা যায়— 'পুৰুষ সংহতিৰ এটি বিশিষ্ট ৰূপ তামোল নোখোৱা ধৰ্ম সম্প্ৰদায়ৰ কেন্দ্ৰস্থল হ'ল বনগাঁৱৰ কঢ়াল গাঁৱৰ আতৈচুক। শ্ৰীমন্ত শংকৰদেৱে প্ৰবৰ্তন কৰা একশৰণ নাম ধৰ্মৰ পথ পৰৱৰ্তী কালত সু-পৰিকল্পিতভাৱে আধ্যাত্মিকতাৰ উচ্চ শিখৰত স্থাপন কৰোতা ধৰ্মগুৰু শ্ৰীশ্ৰীবোধ গুৰুক তামোল নোখোৱা সম্প্ৰদায়ৰ লোকে ধৰ্মগুৰু আৰু শ্ৰীমন্ত শংকৰদেৱক ঈশ্বৰ বুলি মানি আহিছে। শ্ৰীশ্ৰীবোধ গুৰুৱে ভক্তি ৰসৰ অমিয়া সোঁতৰ ধাৰা প্ৰবৰ্তন কৰা এই আতৈচুকতে শংকৰদেৱৰ জীৱন চৰিত, কীৰ্তন ঘোষা, নামঘোষা, ৰত্নমালা, গুণমালা, টোটয়, ভটিমা, ত্ৰয়োদশ স্কন্ধ ভাগৱত, গীত (এই সম্প্ৰদায়ৰ মতে বড়গীত) ধৰ্মখল, নাটক আদি দুকুৰি গ্ৰন্থ এই স্থানতে লিখিছিল।'

## চৰাইবাহী সত্ৰ

যোৰহাট জিলাস্থিত ঐতিহাসিক চৰাইবাহী সত্ৰ কৰঙা টেকীয়াজুলিত। ঐতিহাসিক চৰাইবাহী সত্ৰ ভৱানীপুৰীয়া গোপাল আতাৰ আজ্ঞানুসৰি মুৰাৰিদেৱে স্থাপন কৰে।

## তেলপানী সত্ৰ

যোৰহাট জিলাৰ কৰঙাত তেলপানী সত্ৰ ৰবযদুমণিদেৱৰ পুত্ৰ ৰতিকান্ত দেৱৰ পৰা সম্প্ৰসাৰিত হোৱা সত্ৰ।

## পছমাৰা ন-গোসাঁই সত্ৰ

অসমৰ প্ৰাচীন শাক্ত সত্ৰসমূহৰ ভিতৰত পছমাৰা ন-গোসাঁই সত্ৰ অন্যতম।

নদীদ্বীপ মাজুলীৰ মূলনিৰ পৰা প্ৰায় ৫ কিলোমিটাৰ দক্ষিণত ন-গোসাঁইমাৰী সত্ৰ বিদ্যমান। আহোম স্বৰ্গদেউ ৰাজেশ্বৰ সিংহৰ ৰাজত্ব কালত ন-গোসাঁইসকলৰ আদি পুৰুষ পুৰুষোত্তম আচাৰ্যই মাজুলীৰ পহুমাৰাত সত্ৰ স্থাপন কৰে। পৰৱৰ্তী কালত পুৰুষোত্তম আচাৰ্যৰ পুত্ৰ ৰামানন্দ আচাৰ্যক গুৰু মানি লৈ আহোম স্বৰ্গদেউ লক্ষ্মী সিংহই ১৮৪৮ খ্ৰীষ্টাব্দত মাটি বৃত্তিসহ সত্ৰ পাতি দিয়ে। ৰামানন্দ আচাৰ্যক ন-কৈ শাক্ত গোসাঁই পতা কাৰণে তেওঁক ন-গোসাঁই হিচাপে জনা যায়। পাছত মানৰ আক্ৰমণৰ সময়ত সেই স্থান পৰিবৰ্তন কৰিবলগীয়া হয়। পূৰ্বৰ স্থানৰ বংশীবাদন মূৰ্তি, ফাগুৱা দ'ল, পুখুৰী আৰু ৰামানন্দ আচাৰ্যই সত্ৰৰ চৌপাশে নিৰ্মাণ কৰা গড়ৰ অৱশেষ বৰ্তমানো দেখা যায়।

## ঢাপকটা সত্ৰ

প্ৰাচীন তথা ঐতিহাসিক ঢাপকটা সত্ৰ বংশীগোপালদেৱৰ আজ্ঞানুসৰি বৰমুকুন্দ বাপুই স্থাপন কৰে। ঢাপকটা সত্ৰৰ নামকৰণেৰে যোৰহাট জিলাৰ ৰবৈয়াত দুখন সত্ৰ আছে।

## দিহিং সত্ৰ

যোৰহাট জিলাৰ অন্তৰ্গত মাজুলীৰ শালমাৰাত এই সত্ৰখন স্থাপন কৰা হৈছিল। কালৰ গ্ৰাসত সত্ৰখন নাইকিয়া হয়।

## দীঘলী সত্ৰ

মাজুলীৰ শালমাৰা মৌজাৰ অন্তৰ্গত দীঘলী সত্ৰ পুৰুষোত্তম ঠাকুৰৰ নাতি শাৰঙ্গপাণিয়ে প্ৰতিষ্ঠা কৰা সত্ৰ।

## ধলৰ সত্ৰ

যোৰহাট জিলাৰ অন্তৰ্গত কাকডোঙা অঞ্চলৰ চুঙিত প্ৰাচীন আৰু ঐতিহাসিক ধলৰ সত্ৰ বিদ্যমান। ঐতিহাসিক ধলৰ সত্ৰ ৰতিকান্ত দেৱৰ বংশধৰ ব্ৰজনাথে স্থাপন কৰিছিল।

## নগৰীয়া সত্ৰ

যোৰহাট জিলাৰ অন্তৰ্গত টেকীয়াজুলি-কৰতা অঞ্চলত অৱস্থিত কাল-সংহতিৰ প্ৰৱৰ্তক গোপাল আতাৰ আজ্ঞানুসৰি সনাতনদেৱে এই সত্ৰ স্থাপন কৰে।

## নলডিয়াল সত্ৰ

বৰ্তমান যোৰহাট জিলাৰ অন্তৰ্গত কাকডোঙাত অৱস্থিত নলডিয়াল সত্ৰ স্থাপন

কৰে বামদেৱে। ঐতিহাসিক এই সত্ৰখন সৰু বাৰজনীয়াৰ অন্তৰ্গত বুলিও ধৰা হয়।

## বৰভেটি ঃ মজিয়া ভেটি

যোৰহাট চহৰৰ পশ্চিমে প্ৰায় ১০ কিলোমিটাৰ নিলগত মোৱামৰীয়া গোসাঁইৰ ইতিহাস বিজড়িত বৰভেটি আৰু কাষতে মাজৰ ভেটি। বিগত ১৭৬৮ চনত মোৱামৰীয়া গোসাঁই অষ্টভূজদেৱে মালৌ পথাৰৰ দ ঠাইত এটি কীৰ্তনঘৰ নিৰ্মাণৰ মানসেৰে ঠাই খণ্ড পুতিবলৈ বুলি শিষ্যসকলক আজ্ঞা দিয়াত শদিয়াৰ পৰা মানাহলৈ হাজাৰ হাজাৰ শিষ্যই এচপৰাকৈ মাটি দিয়াত প্ৰায় ৩৬ ফুট দ ঠাইত প্ৰায় ৯০ হাত উচ্চতাৰ ওখ বৰভেটি নিৰ্মাণ হ'ল। তাত ডাঙৰ ভেটিত কীৰ্তনঘৰ সাজি অহা-যোৱাৰ সুবিধাৰ্থে ওখ আলিও নিৰ্মাণ কৰা হ'ল। ১৭৬৯ চনত ৰমাকান্ত ৰাজসিংহাসন অধিকাৰ কৰাৰ পিছত কীৰ্তনঘৰৰ ভেটিৰ দক্ষিণত প্ৰায় ৪৫ ফুট আন এটি ভেটি বান্ধে। ইয়াৰে ডাঙৰ ভেটিক বৰভেটি আৰু মাজৰ ভেটিক মজিয়া ভেটি বোলা হয়।

## নাচনিপাৰ সত্ৰ

মাজুলীৰ আঁহতগুৰি মৌজাত ৰামভদ্ৰৰ দ্বাৰা স্থাপিত সত্ৰ। পূৰ্বতে সত্ৰখন যোৰহাট জিলাৰে তিতাবৰত আছিল। বৰ্তমান লক্ষীমপুৰলৈ স্থানান্তৰিত হয়।

## নাপালি সত্ৰ

প্ৰাচীন আৰু ঐতিহাসিক নাপালি সত্ৰ যোৰহাট জিলাৰ টিয়কত অৱস্থিত। চতুৰ্ভুজ ঠাকুৰৰ আজ্ঞানুসৰি নাপালি সত্ৰ স্থাপন কৰে ৰতিকান্ত দ্বিজদেৱে। পূৰ্বতে সত্ৰখন জেংৰাইমুখত আছিল আৰু পৰৱৰ্তী কালত সহদেৱ গোস্বামীৰ সময়ত সত্ৰখন টিয়কলৈ স্থানান্তৰিত কৰা হয়।

## উজনিয়াল সত্ৰ

প্ৰাচীন তথা ঐতিহাসিক উজনিয়াল সত্ৰ যোৰহাট জিলাৰ টিয়ক মৌজাত অৱস্থিত। সৰু বাৰজনীয়া সত্ৰৰ অংশ বিশেষ ঐতিহাসিক উজনিয়াল সত্ৰ কানু আতাৰ পৰা সম্প্ৰসাৰিত হোৱা সত্ৰ।

## উলুতলীয়া সত্ৰ

বৰ বাৰজনীয়াৰ অন্যতম শংকৰগতিৰ পৰা সম্প্ৰসাৰিত হোৱা উলুতলীয়া সত্ৰ মাজুলীৰ শালমাৰা মৌজাত অৱস্থিত। উলুতলীয়া সত্ৰৰ দুখন শাখা সত্ৰৰ ভিতৰত এখন বৰ্তমান গোলাঘাট জিলাৰ কৰকাটিগুত আৰু আনখন শিৱসাগৰৰ শামুকজানত আছে।

## কৰতিপাৰ সত্ৰ

প্ৰাচীন আৰু ঐতিহ্যমণ্ডিত কৰতিপাৰ সত্ৰ মাজুলীৰ শালমাৰা মৌজাৰ অন্তৰ্গত মলুবালত অৱস্থিত। সত্ৰখন বৰযদুমণিৰ আজ্ঞানুসৰি আঁহতগুৰীয়া শ্ৰীৰামৰ পুত্ৰ ৰামানন্দ দ্বীজৰ পৰা সম্প্ৰসাৰিত হয়।

## ভাগতী সত্ৰ

যোৰহাট জিলাৰ অন্তৰ্গত মাজুলীৰ শালমাৰা মৌজাৰ প্ৰাচীন আৰু ঐতিহাসিক ভাগতী সত্ৰ ব্ৰাহ্মণ মহন্তৰ সত্ৰ।

## লেটুগ্ৰাম সত্ৰ

যোৰহাট জিলাৰ মাজুলীত পুৰুষোত্তম ঠাকুৰৰ আজ্ঞানুসৰি বাপুৰামদেৱে লেটুগ্ৰাম সত্ৰ স্থাপন কৰে।

## কঠিয়াতলি সত্ৰ

প্ৰাচীন আৰু ঐতিহ্যমণ্ডিত কঠিয়াতলি সত্ৰ যোৰহাট চহৰৰ সমীপত পাটীয়া গাঁৱত অৱস্থিত। পুৰুষোত্তম ঠাকুৰৰ আজ্ঞানুসৰি বাপুৰামদেৱে মাজুলীত স্থাপন কৰা লেটুগ্ৰাম সত্ৰৰ শাখা সত্ৰ এই কঠিয়াতলি সত্ৰ।

## গজলা সত্ৰ

কাল সংহতিৰ প্ৰবৰ্তক ভৱানীপুৰীয়া গোপাল আতাৰ আজ্ঞানুসৰি সৰু যদুমণিয়ে মাজুলীত পূৰ্বতে গজলা সত্ৰ স্থাপন কৰিছিল। মানৰ আক্ৰমণৰ সময়ত গজলা সত্ৰ পূৰ্বৰ স্থানৰ পৰা স্থানান্তৰিত হৈ বৰ্তমান যোৰহাট জিলাৰ বিভিন্ন ঠাইলৈ সত্ৰখন সম্প্ৰসাৰিত হয়।

## ঘূৰীয়াগএগ্ৰা সত্ৰ

আথলীয়া যদুমণিৰ পৰা সম্প্ৰসাৰিত হোৱা ব্ৰাহ্মণ-মহন্তসকলৰ ঐতিহ্যমণ্ডিত ঘূৰীয়াগএগ্ৰা সত্ৰ যোৰহাটৰ বৰংদৈত অৱস্থিত।



ভিতৰ পৃষ্ঠাত

- শিৱসাগৰ জিলা ঃ এটি পৰিচয়মূলক টোকা
- মঠ-মন্দিৰ/দেৱালয়

○শিৱদ'ল ○বিষ্ণু দ'ল ○গৌৰীসাগৰ পুখুৰী আৰু দ'ল ○জয়সাগৰ পুখুৰী আৰু দ'ল ○চৰাইদেও ○ৰংনাথ দ'ল ○পিয়লি ফুকনৰ দ'ল ○বগীদ'ল ○থাওৰা দ'ল ○নাফুকৰ দ'ল ○ৰুদ্ৰসাগৰ দ'ল ○শ্ৰীসূৰ্য্য আৰু গণেশ মন্দিৰ ○নামতি দ'ল ○হৰ-গৌৰী দেৱালয় ○গৌৰী-বল্লভ দ'ল ○বশিষ্ঠ আশ্ৰম ○মাইদ'ল ○বৰশিল ○ফাকুৱা দ'ল ○কৈঁৰী ৰাজমাও দ'ল ○মাইবেলাৰ দ'ল ○অভয়পুৰৰ শিৱদ'ল ○ৰামথা পীঠ ○কালুগাৱৰ বৰপাত্ৰ দ'ল ○দেওঘৰ ○শংকৰ মন্দিৰ ○কালীবাৰী থান ○কালী থান ○ককিলামাৰীৰ গৰখীয়া থান ○বৰবাম থান ○নিত্যানন্দ গোসাঁইৰ থান ○বৰগাঁও দেওশাল ○আজান পীৰ-দৰগাহ্ শ্বৰিফ ○খোন্দকাৰ পীৰ বা আব্দুল গণী চাহাবৰ দৰগাহ্ ○বান্দৰ পীৰৰ দৰগাহ্ ○নবী পীৰৰ দৰগাহ্ ○গির্জা ○বৌদ্ধ বিহাৰ

- সত্ৰ/সচং

○ঔগুৰি সত্ৰ ○উলুতলি সত্ৰ ○ফুলবাৰী এলেঙি সত্ৰ ○কাংসপাৰ (ক'হ্যাৰপাৰ) সত্ৰ ○কাটনী নমাটি সত্ৰ ○কাটনীপাৰ সত্ৰ ○কোৰেখনা গজলা সত্ৰ ○কাৰেমোৰী সত্ৰ ○কোৰামৰা সত্ৰ ○খাতপাৰ সত্ৰ ○গজলা সত্ৰ ○চুপহা সত্ৰ ○চেকেৰাতলি সত্ৰ ○চেঁচা সত্ৰ ○জকাই সত্ৰ ○জৰাবাৰী সত্ৰ ○টকৌবাৰী সত্ৰ ○ঠকৰিয়াল সত্ৰ ○ঠাপলিয়াল সত্ৰ ○তেলপানী সত্ৰ ○দহঘৰীয়া সত্ৰ ○দেওপানী সত্ৰ ○দুৰামাৰি সত্ৰ ○নৰাবাৰী সত্ৰ ○নাহৰবাপু সত্ৰ ○পুথিপঢ়া সত্ৰ ○পুনিয়া সত্ৰ ○ফুলবাৰী এলেঙি সত্ৰ ○বগাজন সত্ৰ ○বগীআই সত্ৰ ○বৰমাহৰা সত্ৰ ○বনগাএল সত্ৰ ○বৃন্দবাৰী সত্ৰ ○বেঙেনাআটি সত্ৰ ○ম'ৰামৰা সত্ৰ ○মাহৰা সত্ৰ ○মিছাকুৰীয়া সত্ৰ ○মিছামাৰি সত্ৰ ○ৰতনপুৰ সত্ৰ ○শলগুৰি সত্ৰ ○শালকুছি সত্ৰ ○সাউদকুছি সত্ৰ ○সোণাৰি চাৰিসাঁও সত্ৰ ○সৌকাজান সত্ৰ

## শিৱসাগৰ জিলা ঃ
## এটি পৰিচয়মূলক টোকা

পূৰ্বৰ আহোম সাম্ৰাজ্যৰ ৰাজধানী তথা বৰ্ত্তমান ঐতিহাসিক শিৱসাগৰ জিলাৰ বিভিন্ন অঞ্চলত পৰিদৃশ্যমান হোৱা কীৰ্ত্তিচিহ্ন আৰু ভগ্নাৱশেষসমূহত প্ৰাচীন অসমৰ ইতিহাস সংৰক্ষিত হৈছে। দিখৌ নৈৰ উত্তৰ পাৰে প্ৰাচীন ৰংপুৰ নগৰৰ গাতে লাগি থকা শিৱসাগৰ প্ৰকৃতাৰ্থত ভগৱান শিৱৰ নামেৰেহে উৎসৰ্গিত। শিৱসাগৰৰ পুৰণি স্মৃতি বিজড়িত নগ্নাসমূহৰ ভিতৰত অন্যতম আহোম স্বৰ্গদেউ শিৱসিংহৰ মহিষী অম্বিকা কুঁৱৰীয়ে ১৬৫৫-৫৬ শকত ১২৯ একৰ ভূমিত খন্দোৱা শিৱসাগৰ পুখুৰী। ঐতিহ্যমণ্ডিত এই শিৱসাগৰ পুখুৰীৰ পাৰতেই শিৱ দ'ল, বিষ্ণু দ'ল আৰু দেৱী দ'ল

বিদ্যমান। শিৱসাগৰ পুখৰীৰ পাৰত অৱস্থিত শিৱদ'লকে বৰ্তমান অসমত বিদ্যমান শিৱ মন্দিৰসমূহৰ ভিতৰত বৃহৎ শিৱ মন্দিৰ হিচাপে স্বীকৃতি প্ৰদান কৰা হয়। ইয়াণ্ডাবু সন্ধিমতে ১৮২৬ খ্ৰীষ্টাব্দত সমগ্ৰ অসমৰ লগতে প্ৰাচীন তথা সমৃদ্ধিশালী শিৱসাগৰ ব্ৰিটিছ শাসনৰ অধীনলৈ যায়।

অতীতৰ এই শিৱসাগৰেই বৰ্তমানৰ ঐতিহ্যমণ্ডিত শিৱসাগৰ জিলা। উন্নয়নশীল শিৱসাগৰ চহৰৰ নামেৰেই বৰ্তমান জিলাৰ সদৰ শিৱসাগৰ। চাহখেতি আৰু খনিজ তেলৰ উৎপাদনৰ ওপৰতেই বিশেষকৈ জিলাখনৰ অৰ্থনৈতিক দিশটোক প্ৰভাৱান্বিত কৰি আহিছে। জিলাখনে অতীজৰে পৰাই বৰ্তমানলৈকে জাতীয় সংস্কৃতি তথা ধৰ্মীয় পৰম্পৰাৰ স্বাক্ষৰো বহন কৰি আহিছে। হিন্দু, মুছলমান, খ্ৰীষ্টান আৰু জৈন ধৰ্মৰ ধৰ্মীয় পৰম্পৰাৰ সুঁতি অতীজৰে পৰা প্ৰবাহিত হৈ আহিছে।




**খোৱতে বৰ্তমানৰ শিৱসাগৰ জিলাখন —**

**চাৰিসীমা ঃ** জিলাখনৰ উত্তৰে ব্ৰহ্মপুত্ৰ নদী, লক্ষীমপুৰ আৰু ডিব্ৰুগড় জিলা। পূবে অৰুণাচল প্ৰদেশ। দক্ষিণে অৰুণাচল প্ৰদেশ আৰু নাগালেণ্ড আৰু পশ্চিমে যোৰহাট জিলা।

**মাটিকালি ঃ** জিলাখনৰ সৰ্বমুঠ মাটিকালি ২,৬৬৮ বৰ্গ কিলোমিটাৰ।

**জনসংখ্যা ঃ** সৰ্বমুঠ জনসংখ্যা ১০,৫১,৮০২

**জনঘনত্ব ঃ** ৩৯৫ জন (প্ৰতি বৰ্গ কিলোমিটাৰত)।

**সাক্ষৰতাৰ হাৰ ঃ** ৭৫.৩৩ শতাংশ

## শিৱদ'ল

অসমৰ অতি প্ৰাচীন আৰু সুবৃহৎ শিৱদ'ল শিৱসাগৰ চহৰৰ সৌমাজত অৱস্থিত। ঐতিহাসিক দ'লটোৰ উচ্চতা প্ৰায় ১০৪ ফুট আৰু ক্ষেত্ৰৰ পৰিধি প্ৰায় ১৯৫ ফুট। স্থাপত্য-ভাস্কৰ্য খোদিত কৰ্দৈশিৰীয়া দ'লটো নিৰ্মাণ কৰা হয় ১৭৩৪ চনত। আহোম স্বৰ্গদেউ শিৱসিংহৰ



ৰাজত্বকালত ৰাণী অম্বিকাই এই দ'ল নিৰ্মাণ কৰায়। দ'লটোৰ ভিতৰত তলত পানী থকা কুণ্ড এটাত শিৱলিংগ প্ৰতিষ্ঠিত। ইতিহাস প্ৰসিদ্ধ, শিৱদ'ল সম্পৰ্কত পি. ডি. চৌধুৰীৰ 'Archaeology in Assam' পুথিখনত এইদৰে 'A brick-built temple loftiest in Assam. Walls decorated with plaques. Built by queen Ambika during Siva Singha's time in the south bank of the Sivasagar tank. Fine piece of architecture of late mediaval period. It enshirines Siva linga near it stands also another temple of Durga called Devi Dol.' চৌধুৰীৰ পুথিৰ মতে সম্ভৱতঃ ১৮ শতিকাত এই মন্দিৰ নিৰ্মাণ কৰা হৈছিল।

শিৱদ'লৰ সংলগ্নকে প্ৰায় ১৯৫ বিঘা ভূমিত খন্দোৱা এটি পুখুৰী আছে। পুখুৰীটো ১৬৫৫ শকত খন্দোৱা আৰম্ভ কৰি ১৬৫৬ শকত সম্পূৰ্ণ কৰা। বিপ্ৰ পুৰোহিতৰ দ্বাৰা শিৱদ'লত দৈনন্দিন শিৱ দেৱতাৰ পূজা-অৰ্চনা কৰাৰ লগতে প্ৰতি বছৰে শিৱৰাত্ৰি মেলা বৰ আড়ম্বৰপূৰ্ণভাৱে উদ্‌যাপন কৰা হয়। ইয়াত মাঘী পূৰ্ণিমাত অখণ্ড নাম-কীৰ্তন পালন কৰা হয়।

## বিষ্ণু দ'ল

শিৱদ'লৰ পূব দিশত গৌৰীসাগৰ পুখুৰীৰ পাৰত আটকধুনীয়া বিষ্ণু দ'ল বিদ্যমান। বৰৰজা ফুলেশ্বৰীয়ে ১৭২২-১৭৯১ খ্ৰীষ্টাব্দত ১৫০ একৰ ভূমিত গৌৰীসাগৰ পুখুৰী



খন্দায়। এই ঐতিহাসিক গৌৰীসাগৰ পুখুৰীৰ পাৰতেই বিষ্ণু দ'ল বিদ্যমান। তুলনামূলকভাৱে বিষ্ণু দ'ল শিৱদ'লটোতকৈ সৰু যদিও দ'লটো বৰ বিতোপন। দ'লটোৰ উচ্চতা প্ৰায় ৬০ ফুট আৰু ক্ষেত্ৰৰ পৰিধি প্ৰায় ১২০ ফুট। বিষ্ণু দ'ল সম্পৰ্কত পি. ডি. চৌধুৰীৰ 'Archaeology in Assam' পুথিখনত এইদৰে পোৱা যায়—'A brick build temple built by Queen Ambika decorated like Siva Dol. It is in the proximity of the Siva Dol. It enshrines Vishnu image.' এই পুথিৰ মতে দ'লটো সম্ভৱতঃ ১৮শ শতিকাত নিৰ্মিত। দ'লত দৈনন্দিন অনেক ভক্তৰ সমাগম পৰিলক্ষিত হয়। পুৰোহিতৰ দ্বাৰা নিতৌ বিষ্ণু দেৱতাৰ পূজা-পাৰ্বণ কৰা হয়।

## গৌৰীসাগৰ পুখুৰী আৰু দ'ল

শিৱসাগৰ চহৰৰ পৰা প্ৰায় ১২ কিলোমিটাৰ নিলগত ঐতিহাসিক গৌৰীসাগৰ পুখুৰী বিদ্যমান। বৰৰজা ফুলেশ্বৰীয়ে ১৭২২-১৭৯১ খ্ৰীষ্টাব্দত নামডাং নৈৰ পাৰত ১৫০ একৰ ভূ-খণ্ড আগুৰি এটা পুখুৰী খন্দায় আৰু পুখুৰীটো দেৱী দুৰ্গাৰ নামত উৎসৰ্গিত কৰে। দেৱী দুৰ্গাৰ নামত উৎসৰ্গা কৰা হেতুকে পুখুৰীটো গৌৰীসাগৰ পুখুৰী হিচাপে পৰিগণিত হৈ পৰে। ঐতিহাসিক এই গৌৰীসাগৰ পুখুৰীৰ পাৰতেই তিনিটা দ'ল আছে। দ'ল তিনিটা ক্ৰমে—



**শিৱদ'ল ঃ** গৌৰীসাগৰ পুখুৰীৰ উত্তৰ পাৰত অৱস্থিত। মন্দিৰত শিৱলিংগ আছে। শিৱদ'লটোৰ উচ্চতা প্ৰায় ৯০ ফুট আৰু ক্ষেত্ৰৰ পৰিধি প্ৰায় ১৮০ ফুট।

**বিষ্ণুদ'ল ঃ** গৌৰীসাগৰ পুখুৰীৰ পাৰত শিৱদ'লৰ পশ্চিমফালে বিষ্ণুদ'ল অৱস্থিত। দ'লত বিষ্ণুমূৰ্তি আছে। দ'লটো শিৱদ'লটোতকৈ সৰু। উচ্চতা প্ৰায় ৬০ ফুট আৰু ক্ষেত্ৰৰ পৰিধি প্ৰায় ১২০ ফুট।

**দেৱীদ'ল ঃ** দেৱী দ'লটোৰ পূবে বিষ্ণুদ'ল আৰু শিৱদ'ল। ইটাৰে নিৰ্মিত দ'লটো প্ৰায় বিষ্ণুদ'লৰ সমান আকাৰৰ। ইয়াৰ উচ্চতাত প্ৰায় ৬০ ফুট আৰু ক্ষেত্ৰৰ পৰিধি প্ৰায় ১২০ ফুট।

## জয়সাগৰ পুখুৰী আৰু দ'ল

আহোম স্বৰ্গদেউ ৰুদ্ৰসিংহই মাতৃ সতী জয়মতীৰ স্মৃতিচিহ্ন হিচাপে ১৬৯৭ চনত ৩১৮ একৰ ভূ-খণ্ড আগুৰি ৰংপুৰত জয়সাগৰ নামেৰে এটি পুখুৰী খন্দায়। এই ঐতিহাসিক জয়সাগৰ পুখুৰীৰ পাৰতে আনুমানিক ১৮ শ শতিকাত পঞ্চদেৱতাৰ পাঁচটা মন্দিৰ নিৰ্মাণ কৰা হয়। জয়সাগৰ পুখুৰীৰ পাৰৰ প্ৰাচীন মন্দিৰসমূহ হ'ল—

**জয়দ'ল ঃ** জয়সাগৰ পুখুৰীৰ উত্তৰ পাৰে অৱস্থিত ইটাৰে নিৰ্মিত প্ৰাচীন আৰু ইতিহাস প্ৰসিদ্ধ জয়দ'ল পুখুৰীৰ পাৰত অৱস্থিত আটাইকেইটা মন্দিৰৰ ভিতৰতে বিতোপন। জয়দ'লক কেশৱৰাই বিষ্ণু দ'ল বা বৰদ'ল হিচাপেও জনা যায়। স্থাপত্য-ভাস্কৰ্য খোদিত আটকধুনীয়া দ'লটোৰ গাত বিভিন্ন মূৰ্তি আৰু ফুল কটা আছে। ইয়াৰ উপৰি স্বৰ্গদেউ ৰুদ্ৰসিংহই ঘোঁৰাত আৰোহণ কৰি থকা প্ৰতিমূৰ্তিত কটা আছে।

**দেৱী দ'ল ঃ** জয়সাগৰ পুখুৰীৰ উত্তৰ-পশ্চিম কোণত অৱস্থিত প্ৰায় ২০০০ বৰ্গফুটৰ এটি মন্দিৰ আছে। এই মন্দিৰটোকে দেৱী দ'ল বুলি জনা যায়। দেৱী দ'লৰ মূল বিগ্ৰহ দেৱী দুৰ্গাৰ। পূজা-অৰ্চনাৰ বাবে দেৱী দ'ললৈ দূৰ-দূৰণিৰ ভক্তৰ সমাগম হয়। দ'লত দুৰ্গা পূজা

বৰ আড়ম্বৰপূৰ্ণভাৱে উদ্‌যাপন কৰা হয়।

**ঘনশ্যাম দ'ল ঃ** জয়সাগৰ পুখুৰীৰ পশ্চিম পাৰত ঘনশ্যাম দ'ল বা নাতি গোসাঁইৰ দ'ল বিদ্যমান। ঘনশ্যাম দ'লৰ সুন্দৰ স্থাপত্য-ভাস্কৰ্যই পৰ্যটক আৰু ভক্তসকলক আকৰ্ষিত কৰি আহিছে।

**বৈদ্যনাথ শিৱদ'ল ঃ** জয়সাগৰৰ পাৰত জয়দ'লৰ পশ্চিমে বৈদ্যনাথ শিৱদ'ল বিদ্যমান। পি. ডি. চৌধুৰীৰ 'Archaeology in Assam' পুথিখনত বৈদ্যনাথ শিৱদ'ল সম্পৰ্কত এইদৰে পোৱা যায় — 'About a furlong off Joy Dol also Biswanath or Mojar Dol' চৌধুৰীৰ পুথিৰ মতে সম্ভৱতঃ ১৮ শতিকাত এই মন্দিৰ নিৰ্মাণ কৰা হয়।

## চৰাইদেও

শিৱসাগৰ চহৰৰ পৰা প্ৰায় ২৮ কিলোমিটাৰ নিলগত পূৰ্বৰ আহোম সাম্ৰাজ্যৰ ৰাজধানী চৰাইদেও। নগা পাহাৰৰ নামনিৰ এই প্ৰাচীন তথা ঐতিহাসিক চৰাইদেওত আহোম ৰাজপৰিয়ালৰ ৪২টা মৈদাম আছে। পাটকাই পৰ্বত পাৰ হৈ আহি স্বৰ্গদেউ চুকাফাই ১২৫৩ খ্ৰীষ্টাব্দত পোনপ্ৰথম এই চৰাইদেওতে আহোম সাম্ৰাজ্যৰ ৰাজধানী পাতিছিল। আহোমসকলৰ আগতে ইয়াত বৰাহী ৰজাসকলে ৰাজত্ব কৰিছিল। প্ৰশাসনিক সুবিধাৰ্থে বৰ্তমান চৰাইদেও মহকুমা গঠন কৰি লোৱা হৈছে।



চৰাইদেও সম্পৰ্কত পি. ডি. চৌধুৰীয়ে 'Archaeology in Assam' পুথিখনত লিখিছে— 'Charaideo once a sacred place of the Morans and the Barahis, bears the sacred memory of the Ahom kings. It was here that Sukafa, the first Ahom monarch set up his permanent capital in A.D. 1253, which continued to remain, as such till the reign of king Tyao khamti (A.D. 1380-1389).

Charaideo can be divided into three principal a..as-Cap..al area, cemetery area and sacred area. Though no structural evidence remains of the capital area at present, the remains in the cemetery area and the religious area are still to be seen.

It was here that members of the royal Ahom families as well as the high officers were buried according to Ahom customs and rituals. Though it was not possible now to identify as to which burial maidams belonged to whom in view of the absence of material as well as decumentary evidences, tradition assign some of 'Maidams' to particular ruling Ahom monerch and their consorts.'

আহোম ৰাজত্ব কালত ইয়াত অনেক মঠ-মন্দিৰ, দেওশাল আদি আছিল যদিও বৰ্তমান নাই। কালৰ সোঁতত সেইবোৰ উটি-ভাঁহি গ'ল। বৰ্তমান মাথোঁ দুটা মন্দিৰৰ ভগ্নাৱশেষ বিদ্যমান। ইয়াৰে এখন দেওশাল আৰু আনটো লাংকুৰি দ'ল অৰ্থাৎ শিৱদ'ল। লাংকুৰি দ'লৰ দক্ষিণ-পশ্চিম দিশত বানটুং দেখিবলৈ পোৱা যায়। স্বৰ্গদেউ গদাধৰ সিংহই বহদৈ পথাৰত এটি পুখুৰী খন্দাই তাৰ পাৰতে এটি দ'ল নিৰ্মাণ কৰিছিল। ইয়াত বৰ্তমান দ'ল নাই যদিও পুখুৰীটো আজিও বিদ্যমান। পুখুৰীটো বহদৈ পুখুৰী হিচাপে খ্যাত।

## ৰংনাথ দ'ল

জয়সাগৰ পুখুৰী আৰু ৰংপুৰ নগৰৰ মাজত ৰংনাথ দ'ল অৱস্থিত। ৰংনাথ শিৱদ'ল। ৰংনাথ শিৱদ'ল সম্পৰ্কত পি. ডি. চৌধুৰীৰ 'Archaeology in Assam' পুথিখনত এইদৰে পোৱা যায়—'A brick built Siva temple constructed during the reign of Swargadeo Rudra Singha (A.D. 1696-1714).' বিদিত আছে যে স্বৰ্গদেউ ৰুদ্ৰসিংহই এই মন্দিৰত শিৱ পূজা কৰিছিল। দ'লৰ ভিতৰত শিৱৰ বিগ্ৰহটো শিলা সৰ্পেৰে পৰিবেষ্টিত আছে। বিগ্ৰহৰ স্নানজল কুণ্ডৰ পৰা এটি সৰু নলাৰে হৈ দ'লৰ গাতে থকা পুখুৰীত পৰাৰ ব্যৱস্থা আছে। মন্দিৰৰ পূজা-অৰ্চনাৰ বাবে কনৌজৰ পৰা বিপ্ৰ পুৰোহিত আনি স্বৰ্গদেউৱে দেবোত্তৰ-ব্ৰহ্মোত্তৰসহ ৰংপুৰ নগৰৰ গড়গাঁও অঞ্চলত সংস্থাপনৰ দিহা কৰি দিয়ে। সেই বিপ্ৰ পুৰোহিতৰেই অধোস্তন বংশধৰসকলে ৰংনাথ দ'লৰ পূজা-পাতল বংশানুক্ৰমিকভাৱে চলাই আহিছিল। কিন্তু মানৰ আক্ৰমণৰ সময়ত

ৰংনাথ দ'লৰ ৰত্নাদিনীয়া সা-সম্পত্তিৰ যথেষ্ট ক্ষতিসাধন হয়। মানৰ আক্ৰমণৰ পাছত ভোলা বৰঠাকুৰৰ তত্বাৱধানত পুনৰ পূজা-পাতলৰ কাম আৰম্ভ কৰা হয় আৰু স্থানীয় ভক্তবৃন্দই দ'লৰ সন্মুখত এটি নামঘৰ নিৰ্মাণ কৰে।

ৰংনাথ দ'লত বৰ্তমানেও দৈনন্দিন শিৱ দেৱতাৰ পূজা-অৰ্চনা কৰা হয়। প্ৰতি বছৰে শিৱৰাত্ৰি, মাঘী উৎসৱ আদি ধৰ্মীয় উৎসৱ-পাৰ্বণ পালন পালন কৰা হয়। ইয়াৰ উপৰি ব'হাগ মাহত তিলহোম আগবঢ়োৱা হয়।

## পিয়লি ফুকনৰ দ'ল

বৰ্তমান শিৱসাগৰ জিলাৰ অন্তৰ্গত নাজিৰাৰ পৰা প্ৰায় ১২ কিলোমিটাৰ নিলগত গেলেকীত দুটা মন্দিৰ বিদ্যমান। মন্দিৰ দুটাৰ এটা শিৱৰ আৰু আনটো বিষ্ণুৰ। পিয়লি ফুকনৰ দ'ল সম্পৰ্কত পি. ডি. চৌধুৰীৰ 'Archaeology in Assam' পুথিখনত এইদৰে পোৱা যায়— 'Two brick built temples dedicated to Siva and Vishnu respectively exist, believed to be constructed by penown martyr. Piyoli Phukan belonged to the historical Rangachila Duarah family of his locality.' তেখেতৰ পুথিৰ মতে পিয়লি ফুকনৰ দ'ল নিৰ্মাণ কৰা হৈছিল সম্ভৱতঃ ১৮ শতিকাত। দ'লটো আকাৰত সৰু যদিও বৰ বিতোপন।



## ৰঙীদ'ল

ৰংপুৰৰ পৰা প্ৰায় ৫ কিলোমিটাৰ নিলগত শালগুৰিৰ পূবে ঐতিহাসিক ৰঙীদ'ল। ১৬৯৫ শকত নিৰ্মাণ কৰা দ'লটো শিৱদ'ল। আহোম স্বৰ্গদেউ লক্ষ্মীকান্ত সিংহই মাকৰ স্মৃতি ৰক্ষাৰ্থে ইয়াত এটি পুখুৰী খন্দায় আৰু পুখুৰীৰ পাৰতে এটা দ'ল নিৰ্মাণ কৰিছিল। স্বৰ্গদেউৰ মাকৰ নাম আছিল ৰঙী ৰাজমাও। ৰাজমাওৰ নামানুসৰি এই দ'লৰ নাম

বগীদ'ল। বৰ্তমান বগীদ'লৰ পুখুৰীটো আছে যদিও ইয়াৰ পাৰৰ দ'লটো নাই। ১৮৯৭ চনৰ বৰভুঁইকঁপত দ'লটো ধ্বংসপ্ৰাপ্ত হয়। পুখুৰীৰ পাৰত বগীদ'লৰ ভগ্নাৱশেষহে দেখিবলৈ পোৱা যায়।

## থাওৰা দ'ল

ঐতিহাসিক থাওৰা দ'ল আহোম স্বৰ্গদেউ গদাধৰ সিংহৰ ৰাজত্বকালত আনুমানিক ১৬০৫-০৭ শকৰ ভিতৰত নিৰ্মাণ কৰা হয়। দ'লটোৰ সম্পৰ্কত পি. ডি. চৌধুৰীৰ 'Archaeology in Assam' পুথিখনত এইদৰে পোৱা যায়— 'To the left of Bar Baruah Ali. On the way to Dibrugarh from Sivasagar on the bank of Thocora tank. Built by during Gadadhar Singha's time.' চৌধুৰীৰ পুথিৰ মতে দ'লটো সম্ভৱতঃ ১৭শ শতিকাত নিৰ্মিত।



## নাফুকৰ দ'ল

শিৱসাগৰ চহৰৰ পৰা প্ৰায় ৩৫ কিলোমিটাৰ পূব দিশে নাফুক নৈৰ পাৰত এটি প্ৰাচীন মন্দিৰৰ ভগ্নাৱশেষ বিদ্যমান। দ'লৰ বিগ্ৰহ সম্পৰ্কে একো জনা নাযায়। আহোম স্বৰ্গদেউ গদাধৰ সিংহৰ মাহীমাক নাফুকী ৰাজমাৱেই এই দ'ল নিৰ্মাণ কৰিছিল বুলি জনা যায়।



## ৰুদ্ৰসাগৰ দ'ল

শিৱসাগৰ চহৰৰ পৰা প্ৰায় ৮ কিলোমিটাৰ নিলগত ৰুদ্ৰসাগৰ পুখুৰীৰ পাৰত অৱস্থিত ঐতিহ্যমণ্ডিত ৰুদ্ৰসাগৰ শিৱদ'ল। আহোম স্বৰ্গদেউ লক্ষ্মী সিংহই পিতৃ ৰুদ্ৰসিংহৰ স্মৃতি ৰক্ষাৰ্থে ১৭৭৩ চনত এটি পুখুৰী খন্দায় আৰু তাৰ পাৰতেই এটা দ'ল নিৰ্মাণ কৰি পিতৃ ৰুদ্ৰসিংহৰ নামত উছৰ্গা কৰে। পুখুৰীটো ৰুদ্ৰসাগৰ নামেৰে খ্যাত হৈ পৰে। বৰ্তমান ৰুদ্ৰসাগৰ দ'ল পুৰাতত্ত্ব বিভাগৰ তত্ত্বাৱধানত আছে।

## শ্ৰীসূৰ্য্য আৰু গণেশ মন্দিৰ

জয়দ'লৰ কাষতে পূবফালে ইটাৰে নিৰ্মিত দুটা সৰু সৰু মন্দিৰ আছে। এই মন্দিৰ দুটাৰ এটা সূৰ্য্য মন্দিৰ আৰু আনটো গণেশ মন্দিৰ। মন্দিৰ দুটা প্ৰায় একেই জোখৰ। দীঘলে প্ৰায় ২৪ ফুট আৰু বহলে প্ৰায় ২০ ফুট।

## নামতি দ'ল

শিবসাগৰ চহৰৰ পৰা প্ৰায় ১২ কিলোমিটাৰ নিলগত নামতি। এই নামতি অঞ্চলতে নামতিয়াল ভাগতী বৰবৰুৱাই নিৰ্মাণ কৰা দুটা দ'ল আৰু পুখুৰী আছে। স্বৰ্গদেউ গৌৰীনাথ সিংহই নামতিয়াল ভাগতী খাৰঘৰীয়া ফুকনক বৰবৰুৱা পদত অধিষ্ঠিত কৰিছিল। বৰবৰুৱা পদত অধিষ্ঠিত হোৱাৰ পাছত এই নামতিয়াল ভাগতী বৰবৰুৱাই নামতিত এটা পুখুৰী খন্দোৱাই দ'ল দুটা নিৰ্মাণ কৰিছিল। দ'ল দুটাৰ এটা শিবদ'ল আৰু আনটো বিষ্ণু দ'ল। বিষ্ণু দ'লটো শিব দ'লটোৰ তুলনাত সৰু। নামতিৰ শিবদ'লটোৰ উচ্চতা প্ৰায় ৪৫ ফুট আৰু ক্ষেত্ৰৰ পৰিধি প্ৰায় ৭৫ ফুট। কোনো কোনো পণ্ডিতৰ মতে দ'লটো সম্ভৱতঃ ১৮শ শতিকাত এই দ'ল নিৰ্মাণ কৰা হৈছিল।



## হৰ-গৌৰী দেৱালয়

জয়সাগৰ পুখুৰী আৰু ৰংপুৰৰ মাজত অবস্থিত ৰংনাথ দ'লৰ পশ্চিমে অতি প্ৰাচীন হৰ-গৌৰী দেৱালয় বিদ্যমান। বৰ্তমান দেৱালয়খন কালৰ সোঁতত ভাঙি-ছিগি যোৱাৰ উপক্ৰম হৈছে। সাধাৰণভাৱে সংৰক্ষণৰ দিহা কৰা হৈছে যদিও দেৱালয়ৰ পূৰ্বৰ সৌন্দৰ্য বহুগুণে ম্লান হৈ পৰিছে।

## গৌৰী-বল্লভ দ'ল

গৌৰী-বল্লভ দ'ল ৰংনাথ দ'লৰ পূব দিশত অবস্থিত। পছমৰীয়া গোসাঁই ৰামানন্দ আচাৰ্যৰ জ্যেষ্ঠপুত্ৰ ডেকা গোসাঁয়ে এই দ'ল নিৰ্মাণ কৰিছিল বুলি জনা যায়। স্থানীয়ভাৱে গৌৰী-

বল্লভ দ'লক ন-গোসাঁই দ'ল বুলি কোৱা হয়। দ'লৰ কাষতে এটি পুখুৰীও আছে। কোনো কোনো পণ্ডিতৰ মতে সম্ভৱতঃ ১৮শ শতিকাত এই দ'লটো নিৰ্মাণ কৰা হৈছিল।

## বশিষ্ঠ আশ্ৰম

শিৱসাগৰ জিলাৰ চন্তক চাহ বাগিচাৰ দক্ষিণত বশিষ্ঠ আশ্ৰম। বৰ্তমান এই ঠাইত বিশেষ মঠ-মন্দিৰ নাই। সুন্দৰ এক প্ৰাকৃতিক পৰিৱেশত এটি সৰু জলপ্ৰপাত আছে। পূৰ্বতে এই ঠাইত কোনে, কেতিয়া মন্দিৰ নিৰ্মাণ কৰিছিল সেই সন্দৰ্ভত বিশেষ ঐতিহাসিক সমল বিচাৰি পোৱা নাযায়। সুন্দৰ এই প্ৰাকৃতিক পৰিৱেশত এই ঠাইক বশিষ্ঠৰ আশ্ৰম হিচাপে মানুহে বিশ্বাস কৰি ইয়াৰ পৱিত্ৰতা অক্ষুন্ন ৰাখিছে। বশিষ্ঠ আশ্ৰমক গোবিন্দ দেৱালয় হিচাপেও জনা যায়।

## মাইদ'ল

ঐতিহাসিক মাইদ'ল গড়গাঁৱৰ দিখৌ নৈৰ পাৰত। কোনো কোনোৱে মাইদ'লক গৰখীয়া দ'ল বুলিও কয়। আহোম স্বৰ্গদেউ প্ৰতাপসিংহৰ ৰাজত্ব কালত নিৰ্মাণ কৰা মাইদ'ল আচলতে শিৱ দ'লহে। দ'লটো সৰু যদিও থিতোপন। মাইদ'লক পূজা শিল বা মহেশ্বৰ ঘৰ বুলিও জনা যায়।

## বৰশিল

শিৱসাগৰ চহৰৰ পৰা প্ৰায় ১২ কিলোমিটাৰ নিলগত দিখৌ নৈৰ কাষত এডোখৰ প্ৰকাণ্ড শিলাখণ্ড দেখিবলৈ পোৱা যায়। সুবিশাল এই শিলটোক বৰশিল হিচাপে জনা যায়। এই বিশাল শিলটোক কেন্দ্ৰ কৰিয়েই এই ঠাইক বৰশিল বুলি কোৱা হয়। সুবিশাল শিলটোৰ ওপৰত এটি প্ৰকাণ্ড পদচিহ্ন আছে। জনশ্ৰুতিমতে এই পদচিহ্ন আহোম স্বৰ্গদেউ গদাধৰ সিংহৰ।

## ফাকুৱা দ'ল

ৰংনাথ দ'লৰ দক্ষিণে ফাকুৱা দ'ল। ইটাৰে নিৰ্মিত দ'লটো আহোম স্বৰ্গদেউ ৰুদ্ৰসিংহৰ ৰাজত্বকালত (১৬৯৬-১৭১৪ খ্ৰীষ্টাব্দ) নিৰ্মিত। পূৰ্বতে নিৰ্মাণ কৰা দ'লটো বৰ্তমান নাই। কালৰ সোঁতত ধ্বংসপ্ৰাপ্ত হয়। বৰ্তমান দ'লটোৰ ভগ্নাৱশেষহে দেখিবলৈ পোৱা যায়।

মৈদাম সদৃশ খাপ কটা দ'লটোৰ অৱশিষ্ট অংশহে বিদ্যমান। পুৰাতত্ত্ব বিভাগে বৰ্তমান দ'লটো সংৰক্ষণৰ দিহা কৰিছে।

## কেঁৰী ৰাজমাও দ'ল

শিৱসাগৰৰ মাঠিয়াছিগাত এটি প্ৰাচীন দুটা দ'লৰ ভগ্নাৱশেষ আছে। এই দ'ল কেঁৰা ৰাজমাও দ'ল হিচাপে জনা যায়। আহোম স্বৰ্গদেউ শিৱসিংহৰ ৰাজত্ব কালত ৰাণী সৰ্বেশ্বৰীয়ে মাঠিয়াছিগাত পুখুৰী খন্দাই দ'ল নিৰ্মাণ কৰায় আৰু শিৱসিংহৰ সমাক ৰাজমাওৰ নামত এই দ'ল উছৰ্গা কৰে। শিৱসিংহৰ মাক ৰাজমাওৰ এটা চকু কেঁৰা আছিল কাৰণে কেঁৰী ৰাজমাও বুলিছিল। কেঁৰী ৰাজমাওৰ নামত উছৰ্গা কৰা হেতুকে এই দ'লক কেৰী ৰাজমাও দ'ল হিচাপে জনা যায়।

## মাইবেলাৰ দ'ল

শিৱসাগৰ জিলাৰ মথুৰাপুৰ চাহ বাগিচাৰ অন্তৰ্গত মাইবেলাত আহোম স্বৰ্গদেউ গদাধৰ সিংহৰ ৰাজত্ব কালত ইয়াতে এটি শিৱদ'ল নিৰ্মাণ কৰা হৈছিল। কালৰ সোঁতত দ'লটো ভাগি-ছিগি যায়। কোনো কোনোৰ মতে দ'লটো বৰভূঁইকঁপত ধ্বংস হয়।

## অভয়পুৰৰ শিৱদ'ল

বৰ্তমান শিৱসাগৰ জিলাৰ অন্তৰ্গত অভয়পুৰ সংৰক্ষিত বনাঞ্চলত এটি প্ৰাচীন শিৱ মন্দিৰ দেখা যায়। প্ৰাচীন এই শিৱ মন্দিৰটো নিৰ্মাণ সম্পৰ্কে বিশেষ সমল বিচাৰি পোৱা নাযায়। মন্দিৰৰ আন্তঃগাঁথনি আৰু স্থাপত্য-ভাস্কৰ্যসমূহ পৰ্যবেক্ষণ কৰি পণ্ডিতসকলে দ'লটো মধ্যযুগৰ বুলি অনুমান কৰে।

## ৰামখা পীঠ

ৰংপুৰৰ দক্ষিণে দিখৌমুখত ঐতিহাসিক ৰামখা পীঠ বিদ্যমান। প্ৰাক্ আহোম যুগতেই নিৰ্মিত ৰামখা এখন শক্তিপীঠ। পূৰ্বৰ ৰামখা পীঠৰ মন্দিৰটো দিখৌ নৈৰ গৰাখহনীয়াত ধ্বংসপ্ৰাপ্ত হয়। বিদিত আছে যে পাছত আহোম স্বৰ্গদেউ লক্ষ্মী সিংহই, স্বপ্নাদেশক্ৰমে ৰামখা পীঠৰ লিংগ, যোনিমুদ্ৰা আদি উদ্ধাৰ কৰি পুনৰ নৈৰ পাৰত প্ৰতিষ্ঠা কৰে। ৰামখা পীঠত বৰ্তমানেও পূজা-অৰ্চনা চলি আছে।

## কালুগাঁৱৰ বৰপাত্ৰ দ'ল

জয়সাগৰ পুখুৰীৰ দক্ষিণ দিশত ঐতিহাসিক কালুগাঁও। আহোম স্বৰ্গদেউ শিৱসিংহৰ ৰাজত্বকালত বৰৰজা ফুলেশ্বৰীয়ে ভায়েক হৰনাথক বৰপাত্ৰ গোহাঁই পদত অধিষ্ঠিত কৰে। পাছত কালুগাঁৱতে থাকি হৰিনাথ বৰপাত্ৰ গোহাঁয়ে তাত এটি পুখুৰী খন্দায় আৰু সেই পুখুৰীৰ পাৰতেই জগদ্ধাত্ৰী আৰু শিৱৰ দুটা দ'ল নিৰ্মাণ কৰে। বৰপাত্ৰ গোহাঁইয়ে নিৰ্মাণ কৰা হেতুকে কালুগাঁৱৰ এই দ'লক বৰপাত্ৰ দ'ল আৰু পুখুৰীটো লখিমী সাগৰ হিচাপে পৰিগণিত হৈ পৰে।

## দেওঘৰ

শিৱসাগৰ চহৰৰ পৰা প্ৰায় ৫ কিলোমিটাৰ নিলগত উত্তৰে জয়ৰাপাৰাত ঐতিহাসিক দেওঘৰ। ইয়াত হৰ-পাৰ্বতীৰ মূৰ্তি আছে। প্ৰাক্ আহোম যুগত নিৰ্মাণ কৰা দেওঘৰৰ উমা-মহেশ্বৰৰ মূৰ্তিৰ ভাস্কৰ্য ১০ম-১১শ শতিকাৰ বুলি ঠাৱৰ কৰা হয়। দেওঘৰৰ সম্পৰ্কত পি. ডি. চৌধুৰীৰ 'Archaeology in Assam' পুথিখনত এইদৰে পোৱা যায়— 'Three miles from Sivasagar town towards the north, lies an image of Uma-Maheswari enshrined within a worn out house, good work manship of Pre-Ahom Period.' চৌধুৰীৰ পুথিৰ মতে আনুমানিক ১০ম শতিকাত এই মন্দিৰ নিৰ্মাণ কৰা হৈছিল। বিদিত আছে যে পূৰ্বৰ মন্দিৰ ধ্বংসপ্ৰাপ্ত হোৱাৰ পাছত স্থানীয় লোক এজনে স্বপ্নাদেশক্ৰমে দেওঘৰ বিলৰ পৰা বিগ্ৰহটো উদ্ধাৰ কৰি বিলখনৰ অলপ আঁতৰতে স্থাপন কৰে।

## শংকৰ মন্দিৰ

শিৱসাগৰ জিলাত অৱস্থিত শংকৰ মন্দিৰ এটি বিশাল মন্দিৰ। বৰ্তমান নামঘৰ, সভাঘৰ আদিৰে সৈতে মন্দিৰৰ শোভা যথেষ্ট বৰ্ধন হৈছে। এই মন্দিৰত দৈনিক অগণন ভক্তৰ সমাগম পৰিলক্ষিত হয়।

## কালীবাৰী থান

শিৱসাগৰ চহৰৰ পূবে কালীবাৰীত প্ৰাচীন তথা ইতিহাস প্ৰসিদ্ধ কালীবাৰী থান অৱস্থিত। থানৰ নিৰ্মাণ সম্পৰ্কত বিশেষ ঐতিহাসিক সমল বিচাৰি পোৱা নাযায়। থানৰ মূল বিগ্ৰহত কালী মূৰ্তি বিদ্যমান। জনশ্ৰুতিমতে থানৰ বিগ্ৰহটো স্বপ্নাদেশক্ৰমে মাটি খান্দি উদ্ধাৰ কৰা

হয়। থানত দৈনন্দিন পূজা-অৰ্চনা কৰা হয়। দূৰ-দূৰণিৰ ভক্তবৃন্দয়ো মনোকামনা পূৰণাৰ্থে থানলৈ আহি নৈবেদ্য, প্ৰদীপ আদি আগবঢ়ায়। কালী পূজা বৰ সমাৰোহেৰে পালন কৰা হয়।

## কালী থান

বকৰা মৌজাৰ অন্তৰ্গত পতীয়া গাঁৱত কালী থান বিদ্যমান। প্ৰাচীন এই কালী থানত কালী পূজা বৰ আড়ম্বৰপূৰ্ণভাবে উদ্‌যাপন কৰা হয়।

## ককিলামাৰীৰ গৰখীয়া থান

শিৱসাগৰ জিলাত ডিমৌ ৰাজহ চক্ৰৰ অন্তৰ্গত পানীদিহিং মৌজাৰ ককিলামাৰীত দেউৰী সম্প্ৰদায়ৰ এখন গৰখীয়া থান আছে। ১৯৫০ চনৰ ভূমিকম্পত ককিলামাৰী অঞ্চল



ব্ৰহ্মপুত্ৰৰ বান আৰু গৰাখহনীয়াত বেয়াকৈ ক্ষতিগ্ৰস্থ হয়। বানৰ তাণ্ডৱত ককিলামাৰী ৰাইজে চুবুৰিৰ গেলাগথাৰত থকা বৰপুখুৰীৰ পাৰত ওখ ঠাইত আশ্ৰয় গ্ৰহণ কৰে। বৰপুখুৰীৰ পাৰতে গৰু-ম'হৰ সুৰক্ষ বিচাৰি গৰখীয়াইতে এটি উই হাফলুৰ ওপৰত শ্ৰীকৃষ্ণ মূৰ্তি স্থাপন কৰি পূজা-পাৰ্বণৰ কাম আৰম্ভ কৰে গৰখীয়াসকলৰ ধেমালিৰ মাজেৰেই ১৯৫৩ চনং বৰপুখুৰীৰ পাৰত এই গৰখীয়া থানখন ঠন ধৰি উঠে কালক্ৰমত অতি মহিমামণ্ডিত থান হিচাপে খ্যাত হৈ পৰাত জন সমাগম বৃদ্ধি পাই অহাত থানখ ১৯৬৭ চনত ৰাইজৰ সৰ্বসন্মতিক্ৰমে ধাইআলিৰ সমীপত থকা ধাইমাও পুখুৰীৰ পাৰৈ স্থানান্তৰিত কৰা হয়। প্ৰতি বছৰে চ'ত মাহৰ পূৰ্ণিমাত দৌলোৎসৱ বৰ আড়ম্বৰপূৰ্ণভাে উদ্‌যাপন কৰা হয়।

## বৰবাম থান

শিৱসাগৰ জিলাৰ অন্তৰ্গত বকতা মৌজাৰ পতীয়া গাঁৱত অৱস্থিত বৰবাম থান এখ জাগ্ৰত থান। প্ৰবাদ আছে যে বকতা মৌজাস্থিত দিহিং সত্ৰৰ সত্ৰাধিকাৰসকলে এই থ প্ৰতিষ্ঠা কৰিছিল।

## নিত্যানন্দ গোসাঁইৰ থান

শিৱসাগৰ জিলাত অৱস্থিত নিত্যানন্দ গোসাঁইৰ থানৰ উৎপত্তিক লৈ এটি প্ৰবাদ আছে। প্ৰবাদ মতে, মায়ামৰীয়া নিত্যানন্দ গোসাঁয়ে আহোম স্বৰ্গদেউ প্ৰতাপসিংহৰ ৰাজত্বকালত পৰি মৃত্যুদণ্ড ভোগ কৰিবলগীয়া হোৱাত গোসাঁয়ে মৰণৰ আগমুহূৰ্তৰ শেষ ইচ্ছা ৰজাক জনালে যে তেওঁ দিখৌ নদীত গা ধুব বিচাৰিছে। কিন্তু তেওঁ গা ধুবলৈ নৈত যি নামিল আৰু কেতিয়াও উঠি নাহিল। গোসাঁইৰ শিষ্যকেইজন মানে তেওঁৰ শৱটো এদিন দিখৌ নৈৰ মতাইমৰা ডুবিত পাই আনি ৰজাই নজনাকৈ এটি ভঁৰালত ৰাখি তাত জুই লগাই দি গোসাঁইৰ দাহ সংস্কাৰ কৰে। তেতিয়াৰে পৰাই সেই ঠাই ডোখৰত গোসাঁইৰ শিষ্যসকলে থান পাতি পূজা কৰে।

## বৰগাঁও দেওশাল

প্ৰাক আহোম যুগত স্থাপন কৰা দেউৰী সম্প্ৰদায়ৰ প্ৰাচীন দেওশালসমূহৰ ভিতৰত শিৱসাগৰ দিহিং মুখৰ বৰগাঁৱত অৱস্থিত দেওশাল অন্যতম। প্ৰাচীন কালৰে পৰাই বৰ্তমানলৈকে বৰগাঁও দেওশালে দেউৰীসকলৰ ধৰ্মীয় পৰম্পৰা আজিও বহন কৰি আহিছে। দেউৰীসকলৰ পৰম্পৰাৰে দেওশালত পূজা-পাঠ আৰু বলি-বিধান হয়।

## আজান পীৰ-দৰগাহ শ্বৰিফ

শিৱসাগৰ চহৰৰ পৰা প্ৰায় ২০ কিলোমিটাৰ নিলগত ব্ৰহ্মপুত্ৰ আৰু দিখৌ নৈৰ সংগম স্থলত ইতিহাস প্ৰসিদ্ধ স'ৰাগুৰি চাপৰি। এই স'ৰাগুৰি চাপৰিতে মুছলমান সংস্কাৰক আজান পীৰৰ দৰগাহ শ্বৰিফ বিদ্যমান। এইজনা পীৰ আনুমানিক খ্ৰীষ্টীয় সপ্তম-অষ্টম শতিকাত আজমীৰৰ পৰা অসমলৈ আহে। তেওঁৰ প্ৰকৃত নাম শ্বাহ মিলন। আজান দি নামাজ পঢ়িবলৈ শিকোৱা বাবে আজান ফকিৰ নামে জনাজাত। আজমীৰৰ পৰা আহি বৰ্তমান শিৱসাগৰ জিলাৰ স'ৰাগুৰি চাপৰিত ভক্ত সমন্বিতে



ইছলাম ধৰ্মৰ ভক্তিতত্ত্ব প্ৰচাৰ আৰু সম্প্ৰসাৰণত জড়িত হৈ পৰে। আজান পীৰেই পোনপ্ৰথঃ অসমীয়া ভাষাত প্ৰায় আঠকুৰি জিকিৰ ৰচনা কৰিছিল। এইজনা মহান মুছলমান সংস্কাৰক স্মৃতিক সুঁৱৰি উৰুচ উৎসৱৰ দিনাখন হাজাৰ হাজাৰ মুছলমান ভক্তই আজান পীৰ দৰগাহ খৰিফত আহি আজান পীৰ উদ্দেশ্য অতি ভক্তিভাবেৰে প্ৰণিপাত জনায়। এই দৰগাহ বৰ্তমান স্থানীয় ৰাইজৰ তত্ত্বাৱধানত পৰিচালিত হৈ আছে। এই দৰগাহত প্ৰতি বছৰে জিয়াৰত পালন কৰে।

## খোন্দকাৰ পীৰ বা আব্দুল গণী চাহাবৰ দৰগাহ

শিৱসাগৰ চহৰৰ পশ্চিমে প্ৰায় ৭/৮ কিলোমিটাৰ নিলগত দিহিলি নৈৰ পাৰত খোন্দকাৰ পীৰ বা আব্দুল গণী চাহাবৰ দৰগাহ আছে। বিদিত আছে যে এইজনা মহান পীৰৰ বহি থকা অৱস্থাতেই ইন্তকাল হয় আৰু তেওঁৰ শৰীৰৰ অৰ্ধাংশত উঁয়ে মাটি তোলে। পাছত তেনে অৱস্থাত কোনোবা ব্যক্তিৰ দৃষ্টিগোচৰ হোৱাত তেওঁ শৰীৰত মাটি দি কবৰ দিয়ে। মুছলমান সম্প্ৰদায়ৰ এইজনা মহান পীৰৰ দৰগাহত হাজাৰ হাজাৰ মুছলমান লোক আহি জিয়াৰত কৰে।

## বান্দৰ পীৰৰ দৰগাহ

দিচাং নৈৰ পাৰত ৰিৰিয়া গাঁৱত বান্দৰ পীৰৰ দৰগাহ আছে। এইজনা পীৰ যাযাবৰ আছিল কাৰণেই মানুহে বান্দৰ পীৰ বুলিছিল। পাছত ৰিৰিয়া গাঁৱৰ এজন লোকে স্বপ্নাদেশক্ৰমে দিচাং নৈৰ পাৰৰ হাবিৰ মাজত এটি কবৰ উদ্ধাৰ কৰে আৰু বান্দৰ পীৰৰ দৰগাহ হিচাপে ভক্তিত গদ গদ হৈ মুছলমান সম্প্ৰদায়ৰ লোকসকলে আজিও এই দৰগাহত জিয়াৰত কৰি আহিছে।

## নবী পীৰৰ দৰগাহ

শিৱসাগৰ জিলাৰ অন্তৰ্গত গড়গাঁৱৰ কাষত নবী পীৰ বা চালেহ পীৰৰ দৰগাহ অৱস্থিত। এই দৰগাহতো জিয়াৰত অনুষ্ঠিত কৰা পৰিলক্ষিত হয়।

## গিৰ্জা

শিৱসাগৰ পুখুৰীৰ পাৰত ১৮৪৩ খ্ৰীষ্টাব্দত অসমীয়া ভাষাৰ গুৰি ধৰোতা নাথান ব্ৰাউনে

স্থাপন কৰা অতি প্ৰাচীন এটি গির্জা আছে। ১৮০৭ খ্ৰীষ্টাব্দত জন্মগ্ৰহণ কৰা আমেৰিকান বেপ্টিষ্ট মিছনেৰী নাথান ব্ৰাউন। এইজনা বেপ্টিষ্ট মিছনেৰীয়ে ১৮৪৬ খ্ৰীষ্টাব্দত প্ৰথম অসমীয়া সংবাদ পত্ৰ 'অৰুনোদই' প্ৰকাশ আৰু সম্পাদনা কৰে। ১৮৪৮ খ্ৰীষ্টাব্দত 'গ্ৰামাটিকেল ন'টিচেছ অন দ্য আছামীজ লেংগুৱেজ', বহুতো গীত আৰু পুথিৰ ৰচয়িতা নাথান ব্ৰাউন।

## বৌদ্ধ বিহাৰ

প্ৰাচীন কালৰে পৰাই অসমত হিন্দু ধৰ্মৰ সমসাময়িকভাৱে বৌদ্ধ ধৰ্মৰ ধাৰাও প্ৰবাহিত হৈছিল। কালক্ৰমত প্ৰাচীন প্ৰাগ্‌জ্যোতিষপুৰ বিভাজিত হৈ বৰ্তমানৰ জিলাভিত্তিক ৰূপ সন্নিবিষ্ট কৰিছে। বিভাজিত জিলাভিত্তিত বৰ্তমানৰ শিৱসাগৰৰ জিলাবো বিভিন্ন ঠাইত বৌদ্ধ দৰ্শনৰ স্মৃতিচিহ্নৰূপে বিভিন্ন অঞ্চলত বৌদ্ধ বিহাৰ পৰিদৃশ্যমান হৈ আছে। ইয়াৰ ভিতৰত কেইটামান বৌদ্ধবিহাৰ তলত উল্লেখ কৰা হ'ল—

**চলাপথাৰৰ বৌদ্ধ বিহাৰ :** শিৱসাগৰ জিলাৰ অন্তৰ্গত চলাপথাৰত ১৯ শতিকাত বৌদ্ধ ধৰ্ম নৰাসকলে প্ৰতিষ্ঠা কৰা এটি বৌদ্ধ বিহাৰ বিদ্যমান। বৌদ্ধ বিহাৰত এজন ভিক্ষু আৰু বহুকেইজন শ্ৰমণ আছে তাৰু তেওঁলোকে দৈনন্দিন বুদ্ধৰ বিগ্ৰহত পূজা-অৰ্চনা কৰে।

**দিচাং পানীৰ বৌদ্ধ বিহাৰ :** শিৱসাগৰৰ দিচাং পানীতো ১৯ শতিকাত নিৰ্মাণ কৰা আন এটি বৌদ্ধ বিহাৰ আছে। শিৱসাগৰ জিলাৰ অন্তৰ্গত বিহাৰসমূহৰ ভিতৰত এই বিহাৰেই সবাতোকৈ ধুনীয়া। বিহাৰৰ পৰিৱেশ আৰু আন্তঃগাঁথনিয়ে দৈনন্দিন অনেক ভক্ত আৰু দৰ্শনাৰ্থীক আকৰ্ষণ কৰি আহিছে। এই বিহাৰতো নিতৌ পূজা-অৰ্চনা কৰাৰ কাৰণে এজন ভিক্ষু আৰু শ্ৰমণ আছে।

**শিৱসাগৰ পুখুৰী পাৰৰ বৌদ্ধ বিহাৰ :** শিৱসাগৰ চহৰত অৱস্থিত শিৱসাগৰ পুখুৰীৰ পাৰতো বৌদ্ধধৰ্মী লোকসকলে নিৰ্মাণ কৰা এটি বৌদ্ধ বিহাৰ বিদ্যমান।

**বহণপথাৰ শ্যামগাঁৱৰ বৌদ্ধ বিহাৰ :** শিৱসাগৰ জিলাৰ অন্তৰ্গত সাপেখাঁতীৰ সমীপৰ বহণ পথাৰ শ্যাম গাঁৱতো এটি বৌদ্ধসকলৰ প্ৰাৰ্থনাগৃহ বৌদ্ধ বিহাৰ আছে।

## সত্ৰ/সচং

### কাংসেপাৰ (ক'হাবপাৰ) সত্ৰ

শিৱসাগৰ জিলাৰ অন্তৰ্গত শলগুৰিৰ ক'হাবগাঁৱত ৰবৰলুমণিদেৱৰ আজ্ঞাত নিধিৰৰ ভূঞাৰ বংশধৰ অনিৰুদ্ধদেৱে কাংসেপাৰ বা ক'হাবপাৰ সত্ৰ স্থাপন কৰিছিল। অনিৰুদ্ধদেৱে পূৰ্বতে

ভৱানীপুৰীয়া গোপাল আতাৰ সান্নিধ্যত বৰ্তমান জিলাৰ কালজাৰ সত্ৰত আছিল। কিন্তু আতাৰ আজ্ঞাত বৰযদুমণিদেৱৰ পৰা শৰণ লৈ ধৰ্মভাৰ গ্ৰহণ কৰি উজনিলৈ যায় আৰু উজনিত বৈষ্ণৱ ধৰ্ম প্ৰচাৰ আৰু সম্প্ৰসাৰণৰ কাম আৰম্ভ কৰে। সেই সময়তে তেৰাই কাংসপাৰ সত্ৰ প্ৰতিষ্ঠা কৰে।

## উলুতলি সত্ৰ

শিৱসাগৰ জিলাৰ অন্তৰ্গত নাজিৰাৰ নিৰ্মলীয়া গাঁৱত ৰামদেৱ ঠাকুৰে স্থাপন কৰা উলুতলি সত্ৰ আছে। এই সত্ৰক খটৰা সত্ৰ নামেৰেও জনা যায়। পূৰ্বতে এই সত্ৰ ডিব্ৰুগড়ৰ নামৰূপত আছিল। মানৰ দিনত সত্ৰখনি স্থানান্তৰ হয়।

## ফুলবাৰী এলেঙি সত্ৰ

এলেঙি সত্ৰ শিৱসাগৰ জিলাৰ বকতা মৌজাৰ অন্তৰ্গত অভয়াপুৰীয়াটিং গাঁৱত অৱস্থিত। সত্ৰৰ চৌহদত থকা কীৰ্তন ঘৰ সন্মুখভাগত ডাঙৰ ফুলনি আছিল কাৰণে সত্ৰখনি ফুলবাৰী এলেঙি সত্ৰ নামে খ্যাত।

## কোৱামৰা সত্ৰ

শিৱসাগৰ জিলাৰ অন্তৰ্গত বেতবাৰী মৌজাৰ অন্তৰ্গত দিচাংকোষত কোৱামৰা সত্ৰ অৱস্থিত। পূৰ্বতে এই সত্ৰ বুঢ়ী দিহিঙৰ পাৰত, নামদাং নৈৰ পাৰত আৰু দিবাং সুঁতিৰ পাৰত অনন্তৰাম আতাই সত্ৰ পাতিছিল। সত্ৰখন পুৰুষ সংহতিৰ। ১৬৬২ খ্ৰীষ্টাব্দত মীৰজুমলাৰ অসম আক্ৰমণৰ সময়ত অনন্তৰাম আতাই বৰদোৱা এৰি লখিমপুৰলৈ যায় আৰু চিনাতলি গাঁৱত অৱস্থান কৰে। পৰৱৰ্তী কালত ১৬৬৭ খ্ৰীষ্টাব্দত তেৰাই আহি মায়ং পায়হি আৰু কালশিলা বিলৰ পাৰত সত্ৰ স্থাপন কৰে। পাছত উজাই গৈ শালমাৰা আৰু কোৱামৰাত সত্ৰ পাতেগৈ।

## কাটনী নমাটি সত্ৰ

শ্ৰীকৃষ্ণৰ পুত্ৰ সুনন্দৰ আজ্ঞাত শ্ৰীকানায়ে স্থাপন কৰা কাটনী নমাটি সত্ৰ শিৱসাগৰ জিলাৰ শিলাকুটি মৌজাৰ নগুল্যামৰা ভকতগাঁৱত অৱস্থিত।

## কাটনীপাৰ সত্ৰ

বৰযদুমণিদেৱৰ শিষ্য ৰামানন্দৰ আজ্ঞানুসাৰে শ্ৰীকৃষ্ণদেৱে শিৱসাগৰ জিলাৰ অন্তৰ্গত

বেতবাৰী মৌজাৰ নগুলামৰা গাঁৱত কাটনীগাৰ সত্ৰ প্ৰতিষ্ঠা কৰিছিল।

## কোৰেখনা গজলা সত্ৰ

শিবসাগৰ জিলাস্থিত বেতবাৰী মৌজাৰ মাউতগাঁৱত ভৱানীপুৰীয়া গোপাল আতাৰ আজ্ঞাবহ সৰুযদুমণিদেৱে স্থাপন কৰা কোৰেখনা গজলা সত্ৰ বিদ্যমান।

## কাৱৈমাৰী সত্ৰ

কাৱৈমাৰী সত্ৰ শিবসাগৰ জিলাৰ অন্তৰ্গত বকতা মৌজাৰ দ-গোহাঁই গাঁৱত অৱস্থিত কাৱৈমাৰী সত্ৰ আনুমানিক ১৬৫০ - ১৭০০ খ্ৰীষ্টাব্দত গোপীনাথদেৱে স্থাপন কৰা এখন সৰুবাৰজনীয়া সত্ৰ। শিলাকুটি মৌজাতো এখন কাৱৈমাৰী সত্ৰ আছে। সত্ৰখন পুৰুষ সংহতিৰ।

## খাতপাৰ সত্ৰ

শিবসাগৰ জিলাৰ অন্তৰ্গত হাঁহচৰা মৌজা আৰু কৌৰবপুৰ মৌজাত দুখন খাতপাৰ সত্ৰ আছে। হাঁহচৰা মৌজাস্থিত বৰ বাৰজনীয়া খাতপাৰ সত্ৰ শংকৰগতিয়ে স্থাপন কৰিছিল।

## গজলা সত্ৰ

শিবসাগৰ জিলাৰ অন্তৰ্গত গজলা সত্ৰ নাজিৰাৰ সমীপৰ গধুলি বজাৰ মৌজাত অৱস্থিত। সত্ৰখন কাল সংহতিৰ। কাল সংহতিৰ প্ৰবৰ্তক ভৱানীপুৰীয়া গোপাল আতাৰ শিষ্য সৰুযদুমণিয়ে মাজুলীৰ গজলা সুঁতিৰ পাৰত আনুমানিক ১৬২৫-১৬৫০ খ্ৰীষ্টাব্দত সত্ৰখন প্ৰতিষ্ঠা কৰে।

## ঔগুৰি সত্ৰ

শিবসাগৰ জিলাৰ অন্তৰ্গত ঔগুৰি সত্ৰ ব্ৰহ্মপুত্ৰ নৈৰ পাৰত শামুকজানত অৱস্থিত।

## চুপহা সত্ৰ

মহাপুৰুষ শংকৰদেৱৰ নাতি পুৰুষোত্তম ঠাকুৰৰ আজ্ঞাত কৃষ্ণচৰণদেৱে স্থাপন কৰা চুপহা সত্ৰ বৰবাৰজনীয়া সত্ৰ। আনুমানিক ১৬২৫-১৬৫০ খ্ৰীষ্টাব্দত প্ৰতিষ্ঠা কৰা এই চুপহা সত্ৰ দুই ভাগত বিভক্ত— (১) বগা চুপহা আৰু (২) ৰঙা চুপহা। বগা চুপহা সত্ৰ শিবসাগৰ জিলাৰ অন্তৰ্গত দোপদৰ মৌজাৰ বেলিমুখীয়াত আৰু ৰঙা চুপহা সত্ৰ কৌৰবপুৰত অৱস্থিত। আঠখেল আৰু দিখৌমুখতো বৰ্তমান চুপহা সত্ৰৰ শাখা সত্ৰ আছে।

## চেকেৰাতলি সত্ৰ

বাৰজনীয়া ব্ৰাহ্মণ গোপীনাথে স্থাপন কৰা চেকেৰাতলি সত্ৰ শিৱসাগৰ জিলাৰ অন্তৰ্গত বককতা মৌজাৰ কুকুৰাচোৱা গাঁৱত আছে। পুৰুষ সংহতিৰ চেকেৰাতলি সত্ৰ আনুমানিক ১৬২৫-১৬৫০ খ্ৰীষ্টাব্দত স্থাপন কৰা হয়।

## চেঁচা সত্ৰ

শিৱসাগৰ জিলাৰ অন্তৰ্গত কোঁৱৰপুৰ মৌজাত চেঁচা সত্ৰ বিদ্যমান। কাল সংহতিৰ চেচাঁ সত্ৰ আনুমানিক ১৬৫০-১৬৭৫ খ্ৰীষ্টাব্দত ৰামাই আতাই প্ৰতিষ্ঠা কৰে। ৰামাই আতাই ভবানীপুৰীয়া গোপাল আতাৰ শিষ্য বৰযদুমণিদেৱত শৰণ লৈ বাঁহবাৰী সত্ৰৰ অধিকাৰ হয়। বৰযদুমণিদেৱ বৈকুণ্ঠগামী হোৱাত আতাই চেঁচাত সত্ৰ প্ৰতিষ্ঠা কৰে।

## জকাই সত্ৰ

জকাই সত্ৰ শিৱসাগৰ জিলাৰ অন্তৰ্গত ম'ৰাবজাৰ মৌজাত অৱস্থিত। সত্ৰখন কাল সংহতিৰ সত্ৰ।

## জৰাবাৰী সত্ৰ

আহোম স্বৰ্গদেউ শিৱসিংহৰ ৰাজত্বকালত স্থাপন হোৱা জৰাবাৰী সত্ৰ বৰ্তমান শিৱসাগৰ জিলাৰ অন্তৰ্গত গধূলিবজাৰ মৌজাত অৱস্থিত। নাৰায়ণপুৰত জন্মগ্ৰহণ কৰা মাজুলীৰ কমলাবাৰী সত্ৰৰ প্ৰতিষ্ঠাপক বদুলা পদ্ম আতাৰ আজ্ঞানুসাৰে বাসুদেৱ ভূঞাৰ পুত্ৰ গোপীনাথ আতৈয়ে গোবিন্দ আতৈৰ পৰা ধৰ্মমালা আৰু মাধৱ গুৰুজনাৰ পদশিলা লৈ টিপলিং নৈৰ পাৰত তিপামত পূৰ্বতে জৰাবাৰী সত্ৰ প্ৰতিষ্ঠা কৰিছিল।

## টকৌবাৰী সত্ৰ

বৰবাৰজনীয়া টকৌবাৰী সত্ৰ শিৱসাগৰ জিলাৰ অন্তৰ্গত ম'ৰাবজাৰ মৌজাৰ ফুল পানীছিগা গাঁৱত অৱস্থিত। সত্ৰখন বাপুকৃষ্ণদেৱে আনুমানিক ১৭০০-১৭৫০ খ্ৰীষ্টাব্দত প্ৰতিষ্ঠা কৰিছিল। টকৌবাৰী সত্ৰ পুৰুষ সংহতিৰ সত্ৰ।

## ঠাকুৰিয়াল সত্ৰ

অসমৰ প্ৰাচীন মহাপুৰুষীয়া বৈষ্ণৱ সত্ৰসমূহৰ অন্যতম প্ৰাচীন ঠাকুৰিয়াল সত্ৰ। সত্ৰখন বৰ্তমান শিৱসাগৰ জিলাৰ শলগুৰি মৌজাৰ কালুগাঁৱত অৱস্থিত। পুৰুষ সংহতিৰ ঠাকুৰিয়াল

সত্ৰ আনুমানিক ১৬২৫-১৬৫০ খ্ৰীষ্টাব্দত প্ৰতিষ্ঠা কৰে ববৰাবজনীয়া কমললোচনদেৱে।

## ঠাপলিয়াল সত্ৰ

শিৱসাগৰ জিলাৰ অন্তৰ্গত কোঁৱৰপুৰ মৌজাৰ চোমদাৰত অৱস্থিত ছাপলিয়াল সত্ৰ ভবানন্দদেৱে উজনিৰ বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰক বংশীগোপালদেৱৰ আজ্ঞানুসৰি স্থাপন কৰিছিল।

## তেলপানী সত্ৰ

শিৱসাগৰ জিলাৰ বকতা মৌজাস্থিত কোঁৱৰ গাঁৱত তেলপানী সত্ৰ বিদ্যমান। সত্ৰখন কাল সংহতিৰ। কাল সংহতিৰ তেলপানী সত্ৰ প্ৰতিষ্ঠা কৰে নৰবৰদেৱে আনুমানিক ১৭০০-১৭২৫ খ্ৰীষ্টাব্দত।

## দহঘৰীয়া সত্ৰ

কালসংহতিৰ প্ৰৱৰ্তক আৰু মাধৱদেৱৰ প্ৰিয় শিষ্য ভৱানীপুৰীয়া গোপাল আতাৰ আজ্ঞানুসৰি নাৰায়ণদেৱে আনুমানিক ১৬২৫ খ্ৰীষ্টাব্দত স্থাপন কৰা দহঘৰীয়া সত্ৰ শিৱসাগৰ জিলাৰ অন্তৰ্গত নাজিৰাত অৱস্থিত।

## দেওপানী সত্ৰ

দেওপানী সত্ৰ শিৱসাগৰ জিলাৰ খনামুখত। সত্ৰখন কালসংহতিৰ সৰু যদুমণিদেৱে স্থাপন কৰিছিল।

## দুৰামাৰি সত্ৰ

দুৰামাৰি সত্ৰ শিৱসাগৰ জিলাৰ অন্তৰ্গত নাজিৰা মৌজাৰ নিৰ্মলীয়া গাঁৱত অৱস্থিত এখন দামোদৰীয়া সত্ৰ।

## নবাবাৰী সত্ৰ

কানু আতায়ে স্থাপন কৰা নবাবাৰী সত্ৰ এখন সৰুবাৰজনীয়া সত্ৰ। এই সত্ৰ শিৱসাগৰৰ জোকতলি মৌজাৰ অন্তৰ্গত ৰুকতীয়াত অৱস্থিত।

## নাহৰবাপু সত্ৰ

মাজুলীৰ দক্ষিণপাট সত্ৰৰ লগত ওতপ্ৰোতভাৱে সম্পৰ্ক থকা নাহৰবাপু সত্ৰ শিৱসাগৰৰ শিলাকুটি মৌজাত অৱস্থিত।

## পুথিপঢ়া সত্ৰ

গজলা আতাৰ আজ্ঞানুসৰি প্ৰতিষ্ঠা কৰা পুথিপঢ়া সত্ৰ শিৱসাগৰ জিলাৰ অন্তৰ্গত দোপদৰ মৌজাত অৱস্থিত। কাল সংহতিৰ অন্তৰ্গত পুথিপঢ়া সত্ৰ ১৬৭৫ খ্ৰীষ্টাব্দত প্ৰতিষ্ঠা কৰা হয়।

## পুনিয়া সত্ৰ

শিৱসাগৰ জিলাৰ শিলসাঁকোত অৱস্থিত পুনিয়া সত্ৰ শংকৰদেৱৰ নাতি পুৰুষোত্তম ঠাকুৰৰ আজ্ঞানুসৰি পৰশুৰামদেৱে প্ৰতিষ্ঠা কৰিছিল। পুৰুষ সংহতিৰ পুনিয়া সত্ৰ আনুমানিক ১৬২৫-১৬৫০ খ্ৰীষ্টাব্দত স্থাপন কৰা হয়।

## ফুলবাৰী এলেঙি সত্ৰ

শংকৰদেৱৰ নাতি পুৰুষোত্তম ঠাকুৰৰ আজ্ঞাত বাপুকৃষ্ণদেৱে স্থাপন কৰা ফুলবাৰী এলেঙি সত্ৰ শিৱসাগৰ জিলাৰ বকতা মৌজাৰ বকতা গাঁৱত অৱস্থিত।

## বগাজন সত্ৰ

বগাজন সত্ৰ শিৱসাগৰ জিলাৰ শলগুৰি মৌজাত অৱস্থিত।

## বগীআই সত্ৰ

শিৱসাগৰ জিলাৰ ৰাগুলী বিজাৰ্ভত অৱস্থিত বগীআই সত্ৰ পুৰুষোত্তম ঠাকুৰৰ আজ্ঞানুসাৰে বাপুকৃষ্ণদেৱে স্থাপন কৰিছিল। সত্ৰখন পুৰুষ সংহতিৰ।

## বৰমাহৰা সত্ৰ

ব্ৰহ্মসংহতিৰ বৰমাহৰা সত্ৰ শিৱসাগৰৰ নকাটনীত অৱস্থিত। এই সত্ৰ মাধৱ গুৰুৰ আজ্ঞাত আধলীয়া যদুমণিদেৱে প্ৰতিষ্ঠা কৰিছিল।

## বনগাঞা সত্ৰ

সৰুবাৰজনীয়া হৰিদেৱে স্থাপন কৰা বনগাঞা সত্ৰ শিৱসাগৰ জিলাৰ অন্তৰ্গত কোঁৱৰপুৰৰ বলিয়াঘাটত অৱস্থিত। এই সত্ৰ মাজুলীৰ আউনীআটি সত্ৰৰ লগত ঘনিষ্ঠভাৱে জড়িত।

## বুদবাৰী সত্ৰ

কাটনীপাৰৰ শ্ৰীকৃষ্ণৰ পুত্ৰ বিজয়ানন্দই প্ৰতিষ্ঠা কৰা বুদবাৰী সত্ৰ শিৱসাগৰৰ নাজিৰা মৌজাৰ মেজেঙাৰ বুদবাৰী গাঁৱত বিদ্যমান। আনুমানিক ১৭০০-১৭৫০ খ্ৰীষ্টাব্দত স্থাপন কৰা বুদবাৰী সত্ৰ কাল সংহতিৰ।

## বেঙেনাআটি সত্ৰ

শিৱসাগৰ জিলাৰ দোপদৰ মৌজাৰ অন্তৰ্গত গ্ৰামগুৰিত বেঙেনাআটি সত্ৰৰ এভাগ সৰু বেঙেনাআটি সত্ৰ অৱস্থিত।

## ম'ৰামৰা সত্ৰ

নগা, মিৰি আদি জনজাতিৰ শিষ্যৰ সমন্বয়স্থল ম'ৰামৰা সত্ৰ শিৱসাগৰ জিলাৰ হাঁহচৰা মৌজাত অৱস্থিত। পূৰ্বতে এই দিহিং নৈৰ মাজত এটা সৰু দ্বীপত বৰযদুমণিদেৱৰ শিষ্য ৰামানন্দৰ আজ্ঞানুসাৰে বৰকৃষ্ণই স্থাপন কৰিছিল। আনুমানিক ১৬৭৫-১৭০০ খ্ৰীষ্টাব্দত স্থাপন কৰা ঐতিহাসিক ম'ৰামৰা সত্ৰ কাল সংহতিৰ সত্ৰ।

## মাহৰা সত্ৰ

শিৱসাগৰ জিলাৰ অন্তৰ্গত নাজিৰা মৌজা আৰু কৌৰৰপুৰ মৌজাত দুখন মাহৰা সত্ৰ বিদ্যমান। নাজিৰাৰ সত্ৰখনিক গোমোঠা মাহৰা সত্ৰ বুলি কোৱা হয় আৰু এই সত্ৰ বৰবাৰজনীয়া ৰামকৃষ্ণদেৱে প্ৰতিষ্ঠা কৰিছিল।

## মিছাকুৰীয়া সত্ৰ

শিৱসাগৰ জিলাৰ বকতা মৌজাত মিছাকুৰীয়া সত্ৰ অৱস্থিত।

## মিছামাৰি সত্ৰ

শিৱসাগৰ জিলাৰ বকতা মৌজাৰ ডিমৰুগুৰীয়া গাঁৱত ঐতিহাসিক মিছামাৰি সত্ৰ বিদ্যমান।

## ৰতনপুৰ সত্ৰ

শংকৰদেৱৰ নাতি পুৰুষোত্তম ঠাকুৰৰ আজ্ঞাত পৰমানন্দদেৱৰ ভাগৱতীয়ে এই সত্ৰ পূৰ্বতে মাজুলীত স্থাপন কৰিছিল। সেই সত্ৰই স্থানান্তৰ হৈ বৰ্তমান শিৱসাগৰ জিলাৰ দোপদৰ

মৌজাত বিদ্যমান। পুৰুষ সংহতিৰ ৰতনপুৰ সত্ৰ আনুমানিক ১৬৫০-১৬৭৫ খ্ৰীষ্টাব্দত স্থাপন কৰা হয়।

## শলগুৰি সত্ৰ

কনকলতা আইৰ বংশৰ শলগুৰি সত্ৰ শিৱসাগৰ জিলাৰ শলগুৰি মৌজাৰ কালুগাঁৱত অৱস্থিত। পূৰ্বতে এই সত্ৰৰ নাম মধুপুৰ আছিল আৰু অনন্তৰাম আতাই দিহিং নৈৰ চাপৰিত এই সত্ৰ স্থাপন কৰিছিল। ১৬৬২ খ্ৰীষ্টাব্দত মীৰজুমলাৰ অসম আক্ৰমণৰ সময়ত অনন্তৰাম আতাই বৰদোৱা এৰি লখিমপুৰলৈ যায় আৰু চিনাতলি গাঁৱত অৱস্থান কৰে। পৰৱৰ্তী কালত ১৬৬৭ খ্ৰীষ্টাব্দত তেৰাই আহি মায়ং পায়হি আৰু কালশিলা বিলৰ পাৰত সত্ৰ স্থাপন কৰে। পাছত উজাই গৈ শালমাৰা আৰু কোৱামৰাত সত্ৰ পাতেগৈ।

## শালকুছি সত্ৰ

ৰৰবাৰজনীয়া হৰিচৰণদেৱে স্থাপন কৰা শালকুছি সত্ৰ শিৱসাগৰ জিলাত দুই ঠাইত অৱস্থিত। এখনি সত্ৰ বেতবাৰী মৌজাত আৰু আনখনি কোঁৱৰপুৰ মৌজাত।

## সাউদকুছি সত্ৰ

শংকৰদেৱৰ নাতি পুৰুষোত্তম ঠাকুৰৰ আজ্ঞানুসৰি হৰিচৰণদেৱে স্থাপন কৰা সাউদকুছি সত্ৰ শিৱসাগৰ জিলাৰ অন্তৰ্গত কোঁৱৰপুৰত আৰু বাকচকোচকটকী এই দুই গাঁৱত অৱস্থিত। এই সত্ৰ পুৰুষ সংহতিৰ।

## সোণাৰি চাৰিগাঁও সত্ৰ

শিৱসাগৰ জিলাৰ বেতবাৰী মৌজাত এই সত্ৰ অৱস্থিত।

## সৌকাজান সত্ৰ

কালসংহতিৰ প্ৰৱৰ্তক ভৱানীপুৰীয়া গোপাল আতাই স্থাপন কৰা সৌকাজান সত্ৰ শিৱসাগৰ জিলাৰ নাজিৰাৰ সমীপৰ জোকতলি মৌজাৰ মঠিয়াছিগাত।

ভিতৰ পৃষ্ঠাত

- ডিব্ৰুগড় জিলা ঃ এটি পৰিচয়মূলক টোকা
- মঠ-মন্দিৰ/দেৱালয়

  ○বাইডঙীয় দ'ল ○সীতা কুণ্ড ○কলী আইৰ থান ○বলিমৰা থান ○বগা শ্বাহ ফকীৰৰ মাজাৰ ○মছজিদ ○গুৰুদ্বাৰ ○ছেইন্ট পেট্ৰিক গির্জা ○অল ছেইণ্টছ গির্জা
- সত্ৰ/সচং

  ○দিনজয় সত্ৰ ○মৰাণ টিফুক সত্ৰ ○দিহিং নামঘৰ সত্ৰ ○মদাৰখাত সত্ৰ ○জৰাবাৰী সত্ৰ ○গড়পৰা মায়ামৰা সত্ৰ ○ঔগুৰি সত্ৰ

## ডিব্ৰুগড় জিলা ঃ এটি পৰিচয়মূলক টোকা

অসমৰ শাসনাধিষ্ঠিত জিলাসমূহৰ ভিতৰত ডিব্ৰুগড় জিলা অন্যতম। অসমৰ মুঠ ভূ-খণ্ডৰ ৩,৩৮১ বৰ্গ কিলোমিটাৰ ভূ-খণ্ডক আগুৰি থকা ডিব্ৰুগড় জিলাৰ মুঠ জনসংখ্যা ১১,৭২,০৫৬ (২০০১ চনৰ লোকপিয়ল অনুসৰি)। ইয়াৰ ভিতৰত পুৰুষৰ সংখ্যা ৬,০৯,৪৭০ আৰু মহিলা ৫,৬২,৫৮৬। হিন্দু, মুছলমান, শিখ, খ্ৰীষ্টিয়ান আদি ধৰ্মাৱলম্বী লোকসকলৰ বাসভূমি ডিব্ৰুগড় জিলাৰ জন ঘনত্ব প্ৰতি বৰ্গ কিলোমিটাৰত ৩৪৭ জন। ডিব্ৰুগড় মহকুমাক সাঙুৰি গঠিত হোৱা জিলাখনৰ চাৰিসীমা বুলিলে উত্তৰে ব্ৰহ্মপুত্ৰ নদী, পূবে তিনিচুকীয়া জিলা, দক্ষিণে শিৱসাগৰ জিলা আৰু অৰুণাচল প্ৰদেশ, পশ্চিমে শিৱসাগৰ জিলা। ব্ৰহ্মপুত্ৰই হ'ল জিলাখনৰ প্ৰধান নদী।



ইয়াৰ উপৰি জিলাৰ মাজেৰে প্ৰবাহিত নৈ-উপনৈসমূহৰ ভিতৰত বুঢ়ীদিহিং, ডিব্ৰু, নদিহিং লোহিত আদিয়েই প্ৰধান। দীঘলী, মেৰ, বগীবিল আদি জিলাৰ অন্তৰ্গত বিল।

ডিব্ৰুগড় জিলাৰ সদৰ ডিব্ৰুগড় নামৰ উৎপত্তি হয় চুহুংমুংৰ ৰাজত্ব কালত ডিবাৰুমুখৰ পৰা। ফাৰচেনমুং বৰগোঁহাই, চাও চিউলুং, কিলং আদিয়ে চুতীয়া ৰজাক ৰণত পৰাজয় কৰি আহোম ৰজাৰ ওচৰত বশ্যতা স্বীকাৰ কৰাইছিল। আহোম চুতীয়াসকলৰ ৰণৰ সময়ত ডিবাৰুমুখত আহোমসকলে শিবিৰ পাতিছিল। ডিবাৰু বা ডিব্ৰু নৈৰ মুখত অৱস্থিত বাবে ঠাইখিনি ডিবাৰুমুখ হিচাপে পৰিচিত আছিল।

জিলাৰ উৎপাদিত কৃষিজাত সামগ্ৰীসমূহৰ ভিতৰত ধান, কুঁহিয়াৰ, সৰিয়হ আদিয়েই প্ৰধান। কৃষিৰ উপৰি জিলাৰ অন্তৰ্গত চাহ বাগিচা, তেল শোধনাগাৰ, প্ৰাকৃতিক গেছ আৰু পেট্ৰ'লিয়ামজাত সামগ্ৰী উৎপাদনে জিলাৰ অৰ্থনৈতিক দিশটোত মুখ্য ভূমিকা গ্ৰহণ কৰি আহিছে।

শৈক্ষিক দিশতো জিলাখন যথেষ্ট আগবঢ়া। মুঠ জনসংখ্যাৰ ৭১.২১ শতাংশই সাক্ষৰ। ইয়াৰ ভিতৰত ৭৯.৫৮ শতাংশ পুৰুষ আৰু ৬২.১০ শতাংশ মহিলা।

জিলাৰ অন্তৰ্গত দ'ল, মঠ-মন্দিৰ, সত্ৰ-সচং, মছজিদ, দৰগাহ, গুৰুদ্বাৰ আদিয়েই জিলাখনৰ ধৰ্মীয় দিশটোৰ ঐতিহ্য বহন কৰি আহিছে। ঐতিহাসিক আৰু প্ৰাচীন ধৰ্মীয় অনুষ্ঠানসমূহে জিলাখনত বসবাস কৰা বিভিন্ন জাতি-উপজাতিৰ মাজত সমন্বয় আৰু সম্প্ৰীতিৰ ঐতিহ্য বহন কৰি আহিছে।

## বাইডঙীয়া দ'ল

অসমৰ প্ৰাচীন কীৰ্তিচিহ্নসমূহৰ ভিতৰত বৰ্তমান ডিব্ৰুগড় জিলাৰ অন্তৰ্গত বাইডঙীয়া দ'ল অন্যতম। ঐতিহাসিক বাইডঙীয়া দ'ল লাহোৱাল মৌজাৰ দিহিঙীয়া বৰবৰুৱা পথৰ কালাখোৱা অঞ্চলত অৱস্থিত। দ'লটো কোনে, কেতিয়া নিৰ্মাণ কৰিছিল সঠিক জনা নাযায়। বিদিত আছে যে আহোম স্বৰ্গদেউ প্ৰমত্ত সিংহই ভনীয়েকক বাইডঙীয়া বৰুৱালে

বিয়া দিয়ে আৰু বিয়াৰ যৌতুক হিচাপে দ'ল নিৰ্মাণ কৰি, পুখুৰী খন্দাই দিয়াৰ লগতে দুশ পুৰা ভূমি দান কৰে।

ৰাইডঙীয়া দ'ল সম্পৰ্কত পি. ডি. চৌধুৰীৰ 'Archaeology in Assam' পুথিখনত এইদৰে পোৱা যায়— 'A brick built temple with decorated plaques containing images of Gods and Goddesses'। দ'লটোৰ উচ্চতা প্ৰায় ৪৫ ফুট আৰু বৃত্তৰ পৰিধি প্ৰায় ১৫০ ফুট। দ'লৰ দেৱালয়ত ২৪টা বিভিন্ন মূৰ্তি খোদিত আছিল যদিও বৰ্তমান মাত্ৰ ১৪টা মূৰ্তিহে দেখা যায়। দ'লৰ দেৱালয়ত খোদিত মূৰ্তিসমূহৰ ভিতৰত বিপ্ৰৰূপী ভগবানৰ মূৰ্তি আৰু বলি ৰজা, অনন্ত, হিৰণ্যাক্ষ বধ, ভক্তৰ স'তে বুদ্ধদেৱ, হাঁহৰ ওপৰত ব্ৰহ্মাৰ মূৰ্তি, মহাবীৰ, ঘোঁৰাৰ ওপৰত থকা দ্বিভূজা মূৰ্তি, হাতীৰ ওপৰত থকা ভগ্নমূৰ্তি, কচ্ছপৰ ওপৰত চতুৰ্ভুজ মূৰ্তি, মৎস্যৰূপী চতুৰ্ভুজ মূৰ্তি, গদা-পদ্ম-শংখ-চক্ৰধাৰী চতুৰ্ভুজ মূৰ্তি, দ্বিভূজা অশ্বাৰোহী মূৰ্তি আদিয়েই প্ৰধান।



দ'লৰ ভিতৰত পূৰ্বতে কি বিগ্ৰহ আছিল সেই কথা জনা নাযায়। বিগত ১৯৪৫ খ্ৰীষ্টাব্দত পৰা দ'লত শিৱলিংগ স্থাপন কৰি পূজা-পাতল কৰি অহা হৈছে।

## সীতা কুণ্ড

ডিব্ৰুগড় জিলাৰ জয়পুৰৰ সমীপত পবিত্ৰ তীৰ্থভূমি সীতা কুণ্ড অৱস্থিত। সুন্দৰ এক প্ৰাকৃতিক পৰিবেশত স্থিত এই পবিত্ৰ তীৰ্থভূমিয়ে অনেক ভক্তক আকৰ্ষিত কৰি আহিছে। বুঢ়ী দিহিং নৈৰ পাৰত এক শিলাময় স্থানত অৱস্থিত এই পবিত্ৰ তীৰ্থত অনেক ভক্তই আহি স্নান কৰে।

## কলী আইৰ থান

ডিব্ৰুগড় চহৰৰ পৰা প্ৰায় দহ কিলোমিটাৰ পশ্চিমে বকলুইতৰ পাৰত প্ৰাচীন তথা ঐতিহ্যমণ্ডিত কলী আইৰ থান অৱস্থিত। অতি পবিত্ৰ তীৰ্থভূমি হিচাপে পৰিগণিত হৈ

পৰা কলী আইৰ থানত অনেক ভক্তৰ সমাগম পৰিলক্ষিত হয়। কলী আইৰ ভক্তিত গদগদ হৈ ভক্তপ্ৰাণ লোকসকলে শৰাই, প্ৰদীপ আদি আগবঢ়াই আইৰ আশীৰ্বাদ বিচাৰি নাম-প্ৰসংগ কৰে। আধ্যাত্মিক যোগ শক্তিসম্পন্না কলী আই বা কৃষ্ণাদেৱী ডিবুৰু সত্ৰৰ সত্ৰাধিকাৰৰ জীয়ৰী আছিল। ৰাজ্য বিভ্ৰাটৰ সময়ত পিতৃৰ আজ্ঞানুসৰি যোগবলেৰে কৃষ্ণা দেৱীয়ে দেহত্যাগ কৰে। আইয়ে দেহত্যাগ কৰা ঠাইতে কালক্ৰমত এখন থান গঢ় লৈ উঠে। কিংবদন্তি অনুসৰি আইৰ বিবাহৰ পাত্ৰজনে আইক কালী বুলি উপহাস কৰাত নিজৰ মানুহজনৰ উপহাস সহিব নোৱাৰি যোগবলেৰে ভূ-গৰ্ভত প্ৰস্থান কৰে। আইয়ে ভূ-গৰ্ভস্থ ঠাইতে থানখন গঢ়ি উঠে।

## বলিমৰা থান

ডিব্ৰুগড় জিলাৰ নামৰূপত অৱস্থিত প্ৰাচীন থান। ১৭৬৭ খ্ৰীষ্টাব্দত ৰামদেৱ ঠাকুৰে এই ঠাইত পূৰ্বতে নাম-প্ৰসংগ কৰি শলাবন্তি প্ৰজ্বলিত কৰে। বিদিত আছে যে আহোম স্বৰ্গদেউ লক্ষ্মীকান্ত সিংহৰ ৰাজত্ব কালত ৰাজ আজ্ঞানুসৰি ৰামদেৱ ঠাকুৰক বলিকটা দাৰে কাটিব খুজিও চাওডাংসকল বিফল হয়। সেয়ে কালক্ৰমত থানখন বলিমৰা থান হিচাপে পৰিগণিত হৈ পৰে।

## বগা শ্বাহ ফকীৰৰ মাজাৰ

ডিব্ৰুগড় ৰে'লৱে ষ্টেচনৰ সমীপত বগা ফকীৰৰ মাজাৰ। আধ্যাত্মিক জ্ঞানৰ ভঁৰাল বগা শ্বাহ নামৰ এই ফকীৰজনৰ মাজাৰত দূৰ-দূৰণিৰ অনেক লোকেই আহি মমবাতি আৰু চাকি জ্বলাই ফকীৰজনৰ স্মৃতি ৰক্ষা কৰি আহিছে। বিদিত আছে যে পূৰ্বতে ফকীৰজনা আহি ডিব্ৰুগড় ৰে'লৱে ষ্টেচনৰ কাষতে এটি সৰু জুপুৰী সাজি বাস কৰিছিল। পৰৱৰ্তী কালত বগা শ্বাহ ফকীৰৰ মৃত্যু হোৱাত ফকীৰজনাৰ কবৰৰ ওপৰত এটি ধুনীয়া ঘৰ আৰু কাষতে এটি মছজিদ নিৰ্মাণ কৰে।

## মছজিদ

ডিব্ৰুগড় চহৰৰ প্ৰাচীন আৰু ঐতিহ্যমণ্ডিত মছজিদসমূহৰ ভিতৰত চুলতান শ্বাহজাহানে নিৰ্মাণ কৰা এটি সুবৃহৎ মছজিদ আছে। ঐতিহাসিক এই মছজিদটো ডিব্ৰুগড় চহৰৰ আমোলাপট্টিত অৱস্থিত। ইয়াৰ উপৰি ডিব্ৰুগড়ত আন আন বহুতো মছজিদ আছে।

### গুৰুদ্বাৰ

ডিব্ৰুগড় চহৰত শিখ ধৰ্মাৱলম্বী লোকসকলৰ পূজা-সেৱাৰ বাবে বিগত ১৯১১-১২ চনত স্থাপন কৰা এটি গুৰুদ্বাৰ আছে।

### ছেইণ্ট পেট্ৰিক গিৰ্জা

ডিব্ৰুগড়ৰ জকাই চাহ বাগিচাৰ খ্ৰীষ্টান ধৰ্মাৱলম্বী লোকসকলৰ আঠাবাৰীত এটি গিৰ্জা ঘৰ আছে।

### অল ছেইণ্টছ গিৰ্জা

ডিব্ৰুগড় জিলাৰ চাবুৱাত প্ৰাচীন অল ছেইণ্টছ গিৰ্জাটো অৱস্থিত।

## সত্ৰ/সচং

### দিনজয় সত্ৰ

ঐতিহাসিক দিনজয় সত্ৰ চাবুৱাৰ পৰা উত্তৰে প্ৰায় পাঁচ কিলোমিটাৰ নিলগত অৱস্থিত। কাল সংহতিৰ প্ৰৱৰ্তক ভবানীপুৰীয়া গোপাল আতাৰ বাৰজন ভক্তৰ ভিতৰত অনিৰুদ্ধদেৱে পূৰ্বতে বিষ্ণু বালিকুৰ্ঢ়ীত (বৰ্তমান লখিমপুৰ জিলা) সত্ৰ প্ৰতিষ্ঠা কৰে। পাছৰ পৰ্যায়ত সত্ৰখন খুটিয়াপোতালৈ স্থানান্তৰিত কৰা হয়। সত্ৰৰ নৱম অধিকাৰ অষ্টভূজৰ সময়ত মোৱামৰীয়া ৰাজবিদ্ৰোহ মূৰ দাঙি উঠে আৰু বিগত ১৭৭০ খ্ৰীষ্টাব্দত অষ্টভূজদেৱ নিৰুদ্দেশ হয়। অষ্টভূজদেৱৰ নিৰুদ্দেশৰ পাছত সত্ৰৰ ধৰ্মাসন চৈধ্য বছৰ কাল শূন্য হৈ থাকে। পৰৱৰ্তী কালত ১৭৮৪ খ্ৰীষ্টাব্দত আহোম স্বৰ্গদেউ গৌৰীনাথ সিংহৰ ৰাজত্ব কালত পিতাম্বৰ চন্দ্ৰদেৱ সত্ৰৰ অধিকাৰ হয়। পুনৰবাৰ ৰাজবিদ্ৰোহৰ ফলত সত্ৰখন আকৌ বিপৰ্যয়ৰ সন্মুখীন হয়। সত্ৰৰ নৱম অধিকাৰ ভক্তানন্দ গোসাঁই মানৰ আক্ৰমণৰ সময়ত পলাই গৈ বৰ্তমান যোৰহাট জিলাৰ মাজুলীৰ গড়মূৰত আশ্ৰয় লৈ থাকে। পাছত পুৰন্দৰ সিংহৰ সময়ত গোসাঁয়ে মালৌপথাৰৰ বৰভেটি সত্ৰলৈ আহে। পৰৱৰ্তী কালত সৰ্বানন্দ সিংহৰ পুত্ৰ মতিবৰ সেনাপতিয়ে স্বৰ্গদেউ পূৰ্ণানন্দ সিংহৰ আজ্ঞা লৈ ভক্তানন্দদেৱক প্ৰথমে ৰঙাগড়ালৈ আৰু পাছৰ পৰ্যায়ত চাবুৱাৰ দিনজানলৈ আনি দিনজয় সত্ৰ নামকৰণেৰে সত্ৰ প্ৰতিষ্ঠা কৰাই দিয়ে। বিগত ১৮৩৭ খ্ৰীষ্টাব্দৰ পৰাই সত্ৰখন এই স্থানতে অতীত সাক্ষ্য তথা বৈষ্ণৱ সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ হিচাপে ধৰ্মীয় ভাবানুভূতি বহন কৰি আহিছে।

### মৰাণ টিঙুক সত্ৰ

বিগত ১৭৪৮-১৭৭০ খ্ৰীষ্টাব্দত মায়ামৰা সত্ৰৰ অষ্টভূজদেৱ অধিকাৰ হৈ থকা সময়ত

টিপুক নৈৰ পাৰত মৰাণ টিপুক সত্ৰ প্ৰতিষ্ঠা কৰা হয়। অষ্টভূজদেৱৰ শিষ্য ভবানন্দ মৰাণ টিফুক সত্ৰৰ প্ৰতিষ্ঠাপক সত্ৰাধিকাৰ। পৰৱৰ্তী কালত ভবানন্দদেৱ কৃষ্ণভূজ নামেৰে পৰিচিত হৈ পৰে।

## দিহিং নামতি সত্ৰ

বৈষ্ণৱ সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ প্ৰাচীন আৰু ঐতিহ্যমণ্ডিত দিহিং নামতি সত্ৰ নাহৰকটীয়া চহৰৰ পৰা প্ৰায় বাৰ কিলোমিটাৰ নিলগত চাঁচনি মৌজাৰ ডিচাম নৈৰ পাৰত অৱস্থিত। দিহিং নামতি সত্ৰৰ প্ৰতিষ্ঠাপক বিনন্দশ্যাম গোসাঁই। লাচিত বৰফুকন বিনন্দশ্যামৰ এগৰাকী প্ৰধান শিষ্য আছিল। মানৰ আক্ৰমণৰ সময়ত দিহিং নামতি সত্ৰৰ বিপৰ্যয় হোৱাত বৃটিছসকলৰ সময়ত শিৱসাগৰ জিলাৰ নাজিৰাত স্থাপন কৰা হয়। পৰৱৰ্তী কালত ১৯২৭-২৮ খ্ৰীষ্টাব্দত সত্ৰ বৰ্তমান স্থানত স্থাপন কৰা হয়। স্থাপন হোৱা কালৰে পৰাই দিহিং নামতি সত্ৰই বৈষ্ণৱ ধৰ্মীয় পৰম্পৰাৰ ঐতিহ্য বহন কৰি আহিছে।

## মদাৰখাত সত্ৰ

দিনজয় সত্ৰৰ শাখা সত্ৰ। চিদানন্দদেৱে দিনজয় সত্ৰত থাকোতে তেৰাৰ ভাতৃ চন্দ্ৰকান্তদেৱে মদাৰখাতত মদাৰখাত সত্ৰ প্ৰতিষ্ঠা কৰে।

## জৰাবাৰী সত্ৰ

বদুলা পদ্ম আতাৰ আজ্ঞানুসৰি গোপীনাথ আতৈৱে মধুপুৰৰ গোবিন্দ আতাৰ পৰা ধৰ্মবস্তু, মাধৱ গুৰুৰ পদশিলা আদি লৈ টিপলিং নৈৰ পাৰত আহোম স্বৰ্গদেউ শিৱসিংহৰ ৰাজত্ব কালত জৰাবাৰী সত্ৰ প্ৰতিষ্ঠা কৰে।

## গড়পৰা মায়ামৰা সত্ৰ

ঐতিহ্যমণ্ডিত আৰু প্ৰাচীন গড়পৰা সত্ৰ বৰ্তমান ডিব্ৰুগড় জিলাৰ ৰহমৰীয়া মৌজাৰ গড়পৰাত অৱস্থিত। বিগত ১৮০৫-১৮০৮ খ্ৰীষ্টাব্দত অনিৰুদ্ধদেৱৰ পঞ্চম পুত্ৰ হৰিময়দেৱে গড়পাৰা সত্ৰ প্ৰতিষ্ঠা কৰে।

## ঔগুৰি সত্ৰ

ডিব্ৰুগড় জিলাৰ অন্তৰ্গত নামৰূপত ঔগুৰি সত্ৰ অৱস্থিত। সত্ৰৰ প্ৰতিষ্ঠাপক অধিকাৰ ৰামদেৱ। বিদিত আছে যে আহোম স্বৰ্গদেউৱে বলিয়া হাতী লগাইও ৰামদেৱক মাৰিব নোৱাৰি পাছত ঔগুৰিত সত্ৰ প্ৰতিষ্ঠা কৰাই দিয়ে।



ভিতৰ পৃষ্ঠাত

- তিনিচুকীয়া জিলা ঃ এটি পৰিচয়মূলক টোকা
- মঠ-মন্দিৰ/দেৱালয়

  ○তাম্ৰেশ্বৰী মন্দিৰ ○টিলিঙা মন্দিৰ ○বুঢ়া-বুঢ়ীৰ মন্দিৰ ○পৰশুৰাম কুণ্ড ○গিৰ্জা ○বৌদ্ধ বিহাৰ

# তিনিচুকীয়া জিলা ঃ এটি পৰিচয়মূলক টোকা

অসমৰ শাসনাধিষ্ঠিত জিলাসমূহৰ ভিতৰত তিনিচুকীয়া জিলা অন্যতম। তিনিচুকীয়া, মাৰ্ঘেৰিটা আৰু শদিয়া তিনিটা মহকুমাক সাঙুৰি লৈ গঠিত হোৱা জিলাখনৰ মুঠ মাটি কালি ৩,৭৯০ বৰ্গ কিলোমিটাৰ আৰু জনসংখ্যা ১১,৫০,১৪৬ (২০০১ চনৰ লোকপিয়ল অনুসৰি)। জিলাখনৰ চাৰিসীমা বুলিলে উত্তৰে ব্ৰহ্মপুত্ৰ নদী, পুবে অৰুণাচল প্ৰদেশ, পশ্চিমে ডিব্ৰুগড় জিলা আৰু দক্ষিণে অৰুণাচল প্ৰদেশ। ব্ৰহ্মপুত্ৰই হ'ল জিলাখনৰ প্ৰধান নৈ। আন আন নৈ-উপনৈসমূহৰ ভিতৰত বুঢ়ীদিহিং, নদিহিং, ডুমডুমা, ডাঙৰী, টিৰাংই, টিপলিং আদি উল্লেখযোগ্য। বিভিন্ন জাতি-উপজাতিৰ মিলনভূমি




তিনিচুকীয়া জিলাৰ জনঘনত্ব প্ৰতি বৰ্গ কিলোমিটাৰত ৩০৩ জন। সামাজিক, অৰ্থনৈতিক, শৈক্ষিক, সাংস্কৃতিক আদি বিভিন্ন দিশত আগবঢ়া জিলাখনৰ অন্তৰ্গত উল্লেখযোগ্য ঠাইসমূহৰ ভিতৰত তিনিচুকীয়া, মাৰ্ঘেৰিটা, লিডু, ডিগবৈ, ডুমডুমা আদি বিশেষভাৱে উল্লেখযোগ্য।

জিলাখনৰ মুঠ জনসংখ্যাৰ ৬৩.২৮ শতাংশই সাক্ষৰ। ইয়াৰ ভিতৰত ৭২.১৬ শতাংশ পুৰুষ আৰু ৫৩.৪০ শতাংশ মহিলা। জিলাৰ অন্তৰ্গত মঠ-মন্দিৰ আদিয়েই প্ৰাচীন কালৰেই পৰাই জিলাখনৰ ধৰ্মীয় ভাবানুভূতিৰ সাক্ষৰ বহন কৰি আহিছে।

## তাম্ৰেশ্বৰী মন্দিৰ

তিনিচুকীয়া জিলাৰ অন্তৰ্গত শদিয়াৰ পৰা প্ৰায় ২৭ কিলোমিটাৰ নিলগত ঢল নৈৰ পাৰত দেৱী কেঁচাইখাতীৰ প্ৰাচীন তাম্ৰেশ্বৰী মন্দিৰ অৱস্থিত। প্ৰাচীন তাম্ৰেশ্বৰী মন্দিৰ সম্ভৱতঃ ১৫শ শতিকাত চুতিয়াসকলে নিৰ্মাণ কৰিছিল। দেউৰী সম্প্ৰদায়ৰ লোকসকলে অতি প্ৰাচীন কালৰে পৰাই তাম্ৰেশ্বৰী মন্দিৰত পূজা-পাঠ কৰি আহিছে। দেউৰীসকল আছিল চুতিয়াসকলৰ পূজাৰী।

দেৱী কেঁচাইখাতী সম্পৰ্কত এটি জনপ্ৰবাদ আছে। জনপ্ৰবাদ অনুসৰি দেৱী কেঁচাইখাতীয়ে শিলাৰূপে নিজ মাহাত্ম্য প্ৰকাশি দিব্ৰাং নৈত ওপঙি আছিল। কুণ্ডিল ৰাজ্যৰ ৰজা ভীষ্মকে শিলাৰূপী দেৱীক পানীৰ পৰা তুলিবলৈ যৎপৰোনাস্তি চেষ্টা কৰিও বিফল হয়। শেষত নিৰুপায় হৈ ৰজা ভীষ্মকে ঘোষণা কৰিলে যে যিয়েই শিলাৰূপী দেৱীৰ মূৰ্তি পানীৰ পৰা তুলিব পাৰিব তেওঁৰেই ৰাজপুৰোহিত হৈ তাম্ৰেশ্বৰী মন্দিৰৰ পূজাৰী হ'ব। ৰজাৰ এই ঘোষণা শুনি বিভিন্ন জাতিৰ লোকেই শিলাৰূপী দেৱীৰ মূৰ্তি পানীৰ পৰা তুলিবলৈ চেষ্টা কৰে যদিও বিফল হয়। সৰ্বশেষত চাৰিজন চুতিয়া সম্প্ৰদায়ৰ লোকে শুদ্ধচিত্তে শিলাৰূপী দেৱীমূৰ্তি পানীৰ পৰা দোলাত উঠাই তাম্ৰেশ্বৰী মন্দিৰত থাপনা কৰে। তেতিয়াৰ পৰাই এই চাৰিজন লোক [redacted] তেওঁলোকৰ বংশধৰসকলে

তাম্ৰেশ্বৰী মন্দিৰৰ পুৰোহিত, আঠপৰীয়া হিচাপে পূজা-পাতল কৰিলে।

ইতিহাস বিজড়িত তাম্ৰেশ্বৰী মন্দিৰ প্ৰসংগত ডব্লিউ. বি. ব্ৰাউন চাহাবৰ 'চুতীয়া-দেউৰী' শীৰ্ষক ব্যাকৰণত এইদৰে পোৱা যায়— 'দীঘে পুতলে প্ৰায় সমান, লোহাৰ গজাল লগাই কৰা এটি সৰু শিলেৰে নিৰ্মিত মন্দিৰ। শিলাবোৰত কৰালৰ নামেই নাই। মন্দিৰৰ চালখন তামৰ আছিল। কিন্তু বৰ্তমান ই ভাগি-ছিগি পৰি আছে। ভিতৰখন দীঘে আৰু পুতলে আঠ ফুট। ইয়াৰ মেৰটো চাৰে চাৰি ফুট ডাঠ। মন্দিৰৰ চাৰিওফালে দুশ ফুট দীঘল আৰু এশ ত্ৰিশ ফুট পুতলৰ ইটাৰ দেৱাল গথা আছে। পশ্চিমফালৰ দেৱালৰ ওচৰতে এটি সৰু শিলৰ ত্ৰিপদ আছে।'

লেফ্‌টেনেণ্ট ডেল্টনৰ মতে এই মন্দিৰ লোহাৰ শলখা লগাই চাৰিকোণীয়াকৈ কৰা। শিলবোৰত কড়াল (চিমেণ্ট) দিয়া নাছিল। ইয়াৰ বেৰ চাৰে চাৰি ফুট ডাঠ আৰু ভিতৰ ফালৰ প্ৰত্যেক বাহু প্ৰায় আঠ ফুট দীঘল আছিল। মন্দিৰৰ ওপৰত তামৰ চাল আছিল, কিন্তু চালখন ভাগি পৰিল। মন্দিৰৰ চাৰিওফালে ১৩০ ফুট আৰু ২০০ ফুট দীঘল ইটাৰ দেৱাল আছিল। পশ্চিম দেৱালৰ সম্মুখত তিনিঠেঙীয়া সৰু শিল এটা আছে। তাতে আগেয়ে বছৰি একোটি মানুহ বলি দিয়া হৈছিল।

ড° নিৰ্মলপ্ৰভা বৰদলৈৰ 'দেৱী' পুথিত সন্নিবিষ্ট ১৮৪৬-৪৭ খ্ৰীষ্টাব্দত বেংগল সৈন্য বিভাগৰ মেজৰ এছ. এফ. হেনে নামৰ ইংৰাজ পৰিদৰ্শকৰ এটি টোকাত তাম্ৰেশ্বৰী মন্দিৰৰ ভগ্নাৱশেষসমূহৰ বিৱৰণ এইদৰে পোৱা যায়— 'তাম্ৰেশ্বৰী মাইৰ তামৰ মন্দিৰ দেউল পানী বোলা মনোৰম সৰু জুৰিৰ সোঁফালে অৱস্থিত। মন্দিৰৰ ভিতৰখন দীঘ-পুতল আঠ ফুট। সম্মুখৰ বাহিৰে ইয়াৰ মেৰটো প্ৰায় চাৰে চাৰি ফুট ডাঠ। দুৱাৰৰ দুয়োকাষে গোট গোট তিনিচলা শিলেৰে সজা মুকলি ঠাই। দেৱালৰ বাহিৰফাল প্ৰায় সোতৰ ফুট। দুৱাৰৰ দুয়োকাষে আৰু ওপৰ ফালৰ বাহিৰে দেৱালৰ বাকী অংশ কাৰুকাৰ্যবিহীন। বাহিৰৰফালে ভেটিৰ পৰা প্ৰায় দহ ফুট ওখ দেৱালৰ ওপৰ অংশৰ শিলাখণ্ড কিছু আগবঢ়া। ইয়াৰ ওপৰতো আৰু চালিলৈ আৰু দুফুটমান দেৱাল বাঢ়ি আছিল যেন লাগে। তাৰ কোনো নিদৰ্শন পোৱা নাযায় কাৰণে এই অদ্ভুত গাঠনিৰ বিষয়ে একো ক'ব নোৱাৰি। তথাপি ভিতৰত পৰি থকা আঠডোখৰ দীঘল শিলাখণ্ড দেখি অনুমান কৰিব পাৰি যে হয়তো ইয়াৰেই চাল ভেজা দি বখা হৈছিল। সিঁচৰতি হৈ পৰি থকা তামৰ টুকুৰাবোৰৰ পৰা অনুমান কৰিব পাৰি যে মাজৰ শূন্য অংশবোৰ এই তামৰ অংশৰ লগত সংযুক্ত কৰি পূৰ কৰা হৈছিল। চালক ভেজা দি ৰখা বেঁকা অংশ পাঁচ ছফুটৰ ওপৰ নহয়। বৰ্তমান নদীৰ গৰ্ভত থকা কাৰুকাৰ্যখোদিত অংশই গম্বুজৰ মাজৰ

ভাগ বুলি ভাবিবৰ থল আছে আৰু এই গম্বুজ সম্ভৱ সমান আছিল। গাঠনিৰ ওপৰৰ পাতল চুণশিলৰ তৰপৰ পৰা এইটো অনুমান কৰিব পাৰি যে পুৰণি সঁজুলিৰেই পোন্ধৰ শতিকাৰ মাজভাগত মন্দিৰটি পুনৰ্নিৰ্মাণ কৰা হৈছিল। মন্দিৰ গ্ৰেণাইটৰ দ্বাৰা গঠিত। ইয়াৰ দুৱাৰ সুন্দৰ কাৰুকাৰ্যেৰে পৰিপূৰ্ণ আৰু দুৱাৰৰ সন্মুখত এটা ডাঙৰ শিলৰ হাতী আছে। হাতীৰ দাঁত দুটা ৰূপৰ আছিল বুলিও কয়।'

কেঁচাইখাতী মন্দিৰৰ চালখন তামেৰে নিৰ্মিত আছিল হেতু মন্দিৰটোক তাম্ৰেশ্বৰী মন্দিৰ হিচাপে খ্যাত হৈ পৰিল বুলি কোৱা হয়। মন্দিৰৰ আৰাধ্য দেৱী কেঁচাইখাতীক 'তাম্ৰেশ্বৰী মাই' বোলা হয়। পূৰ্বতে তাম্ৰেশ্বৰী মন্দিৰত নৰবলি প্ৰথাৰ প্ৰচলন আছিল। প্ৰতি বছৰে এজন খুন নথকা সুঠাম যুৱকক বলি হিচাপে আগবঢ়োৱা হৈছিল। আহোম স্বৰ্গদেউ গৌৰীনাথ সিংহই ১৭৮০-৯৪ খ্ৰীষ্টাব্দত এই নৰবলি প্ৰথা বন্ধ কৰে।

## টিলিঙা মন্দিৰ

তিনিচুকীয়াৰ পৰা প্ৰায় সোতৰ কিলোমিটাৰ নিলগত টিলিঙা মন্দিৰ বিদ্যমান। মন্দিৰটো দেৱাদিদেৱ শিৱৰ নামত উৎসৰ্গিত। মন্দিৰ প্ৰাংগণত এজোপা সুবিশাল বটবৃক্ষ আছে।



লোক বিশ্বাস অনুসৰি মন্দিৰ প্ৰাংগণত থকা এই সুবিশাল বটবৃক্ষত মানস কৰি টিলিঙা আৰি দিলে মনোকামনা পূৰ্ণ হয়। ইপ্সিত ফলৰ আশাৰে মন্দিৰত দৈনন্দিন অনেক ভক্তৰ সমাগম পৰিলক্ষিত হয়। মনোকামনা পূৰণাৰ্থে ভক্তসকলে মন্দিৰৰ বটবৃক্ষত টিলিঙা আৰি দিয়া কাৰণে এই শিৱ মন্দিৰটো টিলিঙা মন্দিৰ হিচাপে জনমানসত খ্যাতি লাভ কৰে।

## বুঢ়া-বুঢ়ীৰ মন্দিৰ

শদিয়াৰ পৰা প্ৰায় ১৫ কিলোমিটাৰ নিলগত প্ৰাচীন বুঢ়া-বুঢ়ীৰ মন্দিৰ অৱস্থিত। এই প্ৰাচীন মন্দিৰ কোনে, কেতিয়া নিৰ্মাণ কৰিছিল তাৰ সবিশেষ ঐতিহাসিক সমল বিচাৰি পোৱা নাযায়। কোনো কোনোৰ মতে এইটো শিৱ মন্দিৰ আৰু আন কোনো কোনোৰ

মতে এইটো বুদ্ধ মন্দিৰহে। স্বৰ্গীয় সৰ্বানন্দ ৰাজকুমাৰৰ 'ইতিহাসে সোঁৱৰা ছশটা বছৰ' শীৰ্ষক পুথিত তিনিচুকীয়া জিলাৰ ঐতিহাসিক বুঢ়া-বুঢ়ীৰ মন্দিৰ সম্পৰ্কত এইদৰে পোৱা যায়— 'শদিয়াৰ পৰা দহ মাইল উত্তৰ-পূবে দিক্ৰং আৰু দেউপানীৰ সঙ্গমস্থলৰ ওচৰত বুঢ়া-বুঢ়ী মন্দিৰ। এই মন্দিৰ অতি পুৰণি। হিন্দুৰ মতে এইটো মহাদেৱৰ মন্দিৰ; কিন্তু হেন্‌নিৰ মতে ই বৌদ্ধ মন্দিৰ। এই দুই মতৰ কোনটো সত্য কোৱা টান, কাৰণ এই মন্দিৰৰ উপাসক দেউৰীসকল হিন্দুও নহয়, বৌদ্ধও নহয়। দেউৰীসকলৰ বুঢ়া-বুঢ়ীক গিৰিছাগিৰি বোলে। হেন্‌নিয়ে কয় যে বাহিৰ ফালে শিল আৰু ইটাৰে নিৰ্মিত এখন দেৱালৰ মাজৰ বহল ঠাইত ছয়কোণীয়া এখন বেদী আছে। ইয়াৰ সন্মুখত শিলৰ ওখ ঠাই আছে আৰু তাতে পূজা দিয়া হয়। বেদীৰ পৰা ৬০ খোজমান দূৰত আৰু এখন দেৱাল আছে আৰু দেৱালৰ বাহিৰে দ খাল আছে। ইয়াৰ দুৱাৰৰ কোনো চিন নাই; কিন্তু বেদীৰ পশ্চিমফালৰ পৰা এটা ওখ বাট আছে। দুয়ো বেদীৰ ওপৰত এসময়ত ঘৰ আছিল, কিন্তু এতিয়া নাই। দেউৰীসকলে পিচাডেমা বা বলিয়া বাবা (ব্ৰহ্মপুত্ৰ) নামে আৰু এজনা দেৱতাৰ পূজা কৰে। দেৱতাৰ মন্দিৰো এই অঞ্চলতে আছিল।'

## পৰশুৰাম কুণ্ড

হিন্দু ধৰ্মাৱলম্বীসকলৰ পবিত্ৰ তীৰ্থভূমি পৰশুৰাম কুণ্ড তিনিচুকীয়াৰ পৰা প্ৰায় ১৫০ কিলোমিটাৰ নিলগত বৰ্তমান অৰুণাচল প্ৰদেশৰ লোহিত জিলাত অৱস্থিত। এই পবিত্ৰ তীৰ্থভূমিত অতীজৰে পৰাই হাজাৰ হাজাৰ হিন্দু ধৰ্মাৱলম্বী ভক্তসকলে আহি স্নান কৰে। পবিত্ৰ পৰশুৰাম কুণ্ড তীৰ্থস্থান হিন্দুৰ ষষ্ঠ অৱতাৰ পৰশুৰামৰ পিতৃ জমদগ্নি ঋষি আৰু ৰেণুকাৰ কাহিনীৰ লগত জড়িত। জমদগ্নি ঋষিয়ে স্নান কৰাৰ হেতু ৰেণুকাক পানী আনিবলৈ গংগালৈ পঠিয়ায়। পানী আনিবলৈ গৈ ৰেণুকাই চিত্ৰৰথক কামিনীগণৰ স'তে জলকেলি কৰি থকা দেখি তন্ময় হৈ চাই



থাকোতে পানী নিয়াত পলম হ'ল। ইফালে জমদগ্নি ঋষিয়ে ধ্যানযোগে ৰেণুকাৰ পানী নিয়াত পলম হোৱাৰ কাৰণ জানিব পাৰি খণ্ডত একো নাই হৈ পুত্ৰসকলক মাতৃক হত্যা কৰিবলৈ আদেশ দিলে। পঞ্চম পুত্ৰ পৰশুৰামে পিতৃ বাক্য মানি হাতত থকা কুঠাৰেৰে মাকৰ মূৰ কাটি পেলায়। মাতৃ হত্যা কৰাত পৰশুৰামৰ কুঠাৰ হাততে লাগি ধৰিলে। পৰশুৰামৰ কৰ্মত সন্তুষ্ট হৈ ঋষিয়ে পৰশুৰামৰ দিয়া বৰ অনুসৰি পত্নী ৰেণুকাই পুনৰ জীৱন লাভ কৰাৰ লগতে চাৰি ভাতৃৰ শাপমোচন হয় আৰু পৰশুৰামক মাতৃহত্যা পাপৰ পৰা মুক্ত হ'বলৈ তীৰ্থ ভ্ৰমণলৈ যাবলৈ দিয়ে। পিতৃৰ বাক্য পালন কৰি পৰশুৰামে তীৰ্থ ভ্ৰমণ কৰি অৱশেষত ব্ৰহ্মকুণ্ডৰ পানী বোৱাই দি স্নান কৰাত হাতৰ কুঠাৰ খহি পৰে। পৰশুৰামে যি স্থানত স্নান কৰি মাতৃহত্যা পাপৰ পৰা উদ্ধাৰ হ'ল সেই ঠাইৰ নামেই হ'ল পৰশুৰাম কুণ্ড।

লোকবিশ্বাস অনুসৰি এই পৰশুৰাম কুণ্ডত স্নান কৰিলে পাপ মোচন হয়। প্ৰতি বছৰ জানুৱাৰী মাহৰ মাজভাগত মকৰ সংক্ৰান্তিত পৰশুৰাম কুণ্ডত স্নান কৰিবলৈ হাজাৰ হাজাৰ ভক্তৰ সমাগম হয়।

## গিৰ্জা

তিনিচুকীয়া জিলাৰ অন্তৰ্গত মাৰ্ঘেৰিটাত ১৯৩০-৩১ চনত স্থাপন কৰা এটি ছেইণ্ট মাৰ্গেৰেট গিৰ্জা আছে। আকৌ ১৯৫৬ চনত স্থাপন কৰা ছেইণ্ট জোছেফ গিৰ্জা আন এটি ডুমডুমাত আছে।

## বৌদ্ধ বিহাৰ

মাৰ্ঘেৰিটা চহৰৰ পৰা বাৰ কিলোমিটাৰ নিলগত এটি প্ৰাচীন বৌদ্ধ বিহাৰ আছে। কেটেটেং বৌদ্ধ বিহাৰ হিচাপে খ্যাত বিতোপন এই বৌদ্ধ বিহাৰ প্ৰাংগণত বৌদ্ধ জয়ন্তী উৎসৱ পালনৰ লগতে আন আন ধৰ্মীয় উৎসৱ পালন কৰা হয়।

মাৰ্ঘেৰিটাৰ পৰা প্ৰায় দহ কিলোমিটাৰ নিলগত আন এটি বৌদ্ধ বিহাৰ আছে। এইটো বৌদ্ধ বিহাৰ দিবং বৌদ্ধ বিহাৰ হিচাপে জনাজাত।



ভিতৰ পৃষ্ঠাত

- লখিমপুৰ জিলা ঃ এটি পৰিচয়মূলক টোকা
- মঠ-মন্দিৰ/দেৱালয়

○মাঘনোৱা দ'ল ○ঘুগুহা দ'ল ○নীল দেৱালয় ○বঠাৰতী দ'ল ○মুৰাভাঙা দ'ল ○লোনাপানী দ'ল ○দেওঘৰ লেটেকুপুখুৰী ○বাসুদেৱ থান ○ফুলনি থান ○গৰখীয়া থান ○নাহৰআটী থান ○গিৰ্জা ○দৰগাহ/মছজিদ

- সত্ৰ/সচং

○শ্ৰীশ্ৰীবদুলা সত্ৰ ○ঘাৰমাৰা সত্ৰ ○নাচনিপাৰ সত্ৰ ○শ্ৰীশ্ৰীধোঁৱাহাট বেলগুৰি সত্ৰ ○শক্ৰাহী সত্ৰ ○গোবিন্দপুৰ সত্ৰ ○গোপালপুৰ সত্ৰ ○অনন্ত থান ○তামুলবাৰী সত্ৰ ○কাথপাৰ সত্ৰ ○খোঁৱামোচৰ থান ○বৰমাহৰা সত্ৰ

# লখিমপুৰ জিলা ঃ
# এটি পৰিচয়মূলক টোকা

উত্তৰ-পূব প্ৰান্তত অৱস্থিত অসমৰ শাসকীয় জিলাসমূহৰ অন্যতম লখিমপুৰ জিলাৰ সৰ্বমুঠ মাটি কালি ২,৭৭৭ বৰ্গ কিলোমিটাৰ আৰু জনসংখ্যা ৮,৮৯,৩২৫ (২০০১ চনৰ লোকপিয়ল অনুসৰি)। উত্তৰ লখিমপুৰ আৰু ঢকুৱাখানা মহকুমা দুটাক সামৰি লোৱা জিলাখনৰ চাৰিসীমা উত্তৰে অৰুণাচল প্ৰদেশ, পূবে ধেমাজি আৰু ডিব্ৰুগড় জিলা, পশ্চিমে শোণিতপুৰ জিলা আৰু অৰুণাচল প্ৰদেশ, দক্ষিণে যোৰহাট জিলা আৰু ব্ৰহ্মপুত্ৰ নদী। ব্ৰহ্মপুত্ৰই হ'ল জিলাখনৰ প্ৰধান নদী। আন আন নৈ-উপনৈসমূহৰ ভিতৰত ডিক্ৰং, সোৱণশিৰি, ৰঙানদী,

ঘুণাসুঁতি আদিয়েই প্ৰধান। বগীবিল, কানী, পাভমাৰী, মেৰ, ভীমপৰা আদি জিলাখনৰ উল্লেখনীয় বিল।




ধন আৰু ঐশ্বৰ্যৰ অধিষ্ঠাত্ৰী লক্ষ্মী দেৱীৰ নামৰ পৰাই লখিমপুৰ নামৰ উৎপত্তি হয় বুলি বিশ্বাস কৰা হয়। 'পুৰ' শব্দৰ বিশ্লেষণাত্মক অৰ্থ দুটা। এটা হ'ল 'পূৰ্ণ'। সেয়েহে লখিমপুৰ মানে হ'ল ঐশ্বৰ্যৰে পৰিপূৰ্ণ। 'পুৰ' শব্দৰ আন এক অৰ্থ হ'ল 'চহৰ'। সেয়ে লখিমপুৰ শব্দৰ অৰ্থ হ'ল ঐশ্বৰ্য-বিভূতিৰে পৰিপূৰ্ণ চহৰ।

বিভিন্ন জনগোষ্ঠীয় লোকসকলৰ আবাসভূমি লখিমপুৰ জিলাত বসবাস কৰা জনগোষ্ঠীসমূহৰ ভিতৰত মিৰি, আবৰ, মিচিমি, খামতি, কাচিন আদি জনগোষ্ঠীসমূহ বিশেষভাৱে উল্লেখনীয়। জিলাখনৰ সৰ্বমুঠ জনসংখ্যাৰ ২৩.৫৭ শতাংশ জনগোষ্ঠীয় লোকে বসবাস কৰি আহিছে।

জিলাখন মূলত কৃষি ভিত্তিক। কৃষিয়েই জিলাখনৰ অৰ্থনৈতিক দিশক যথেষ্ট প্ৰভাৱান্বিত কৰি আহিছে। পশুপালন, মীন পালন, ৰবি শস্যৰ উৎপাদন, ক্ষুদ্ৰ উদ্যোগ আদিয়েও সামন্তৰালভাৱে অৰ্থনৈতিক দিশত আংশিক সহযোগিতা আগবঢ়াই আহিছে।

জিলাখনৰ সংৰক্ষিত বনাঞ্চলৰ ভিতৰত ৰঙা বনাঞ্চল, কাঁকে বনাঞ্চল, দুলুঙ বনাঞ্চল আৰু পাভ বনাঞ্চলেই প্ৰধান। আজাৰ, শিমলু, চোম, গোমাৰী, শিশু, শিলিখা, নিম, নাহৰ আদি মূল্যবান গছ-গছনি আৰু জীৱ-জন্তু বনাঞ্চলত পোৱা যায়।

জিলাখনৰ মুঠ জনসংখ্যাৰ ৬৯.৫৯ শতাংশই সাক্ষৰ। কলা-সংস্কৃতি, সাহিত্য আদি দিশতো জিলাখন আগৰণুৱা। ইতিহাসে গৰকা বৰ্তমানৰ লখিমপুৰ জিলাত থকা পুৰাতাত্ত্বিক সম্পদসমূহ মঠ-মন্দিৰ, গিৰ্জা, দৰগাহ-মছজিদ আদিয়েই জিলাখনৰ ধৰ্মীয় দিশটো প্ৰতিফলিত কৰি আহিছে। বিশেষকৈ জিলাখনত প্ৰতিষ্ঠিত মহাপুৰুষীয়া বৈষ্ণৱ সত্ৰসমূহে পূৰ্বৰ গুৰুসকলৰ কৰ্মৰাজিৰে জনমানসত ধৰ্মীয় ভাবানুভূতিৰ লগতে কলা-সংস্কৃতিৰ দিশতো জিলাখনক আগবঢ়াইছে।

## মাঘনোৱা দ'ল

ঐতিহাসিক মাঘনোৱা দ'ল বৰ্তমান লখিমপুৰ জিলাৰ নাৰায়ণপুৰৰ সমীপত ধলপুৰ মৌজাৰ অন্তৰ্গত মাঘনোৱা গাঁৱত অৱস্থিত। ইটাৰে নিৰ্মিত আঠকোণীয়া দ'লটোৰ লগত বুলনিঘৰ সংলগ্ন হৈ আছে। বুলনিঘৰটো দীঘলে প্ৰায় ২০ ফুট, পথালিয়ে প্ৰায় ১৫ ফুট আৰু উচ্চতা প্ৰায় ১৫ ফুট।



দ'লটোৰ চাৰিওফালে প্ৰায় ৫ ফুট উচ্চতাৰ ইটাৰে নিৰ্মিত বেৰ দিয়া আছে। বুলনিঘৰৰ পৰা দ'লৰ বাটচ'ৰা প্ৰায় ২০০ ফুট দূৰত। দ'লটো মাটিৰ তললৈ সোমাই গৈছে। কিমান তললৈ সোমাই গৈছে সেইটো অনুমান কৰা সম্ভৱ নহয়। মাঘনোৱা দ'ল সম্পৰ্কত পি. ডি. চৌধুৰীৰ 'Archaeology in Assam' পুথিত এইদৰে পোৱা যায়— 'It is in Maghnowa village. A brick built temple decorated with plagues with Floral design.'

ড° মহেশ্বৰ নেওগ সম্পাদিত 'পবিত্ৰ অসম' পুথিত মাঘনোৱা দ'ল সম্পৰ্কত এইদৰে পোৱা যায়— 'ধলপুৰ মৌজাৰ মাঘনোৱা গাঁৱত এই দ'ল অৱস্থিত। ই পিছলা নদীৰ পূব পাৰে আৰু মাঘনোৱা বিলৰ উত্তৰ পাৰে। দ'লটোৰ চাৰিওফালে প্ৰায় পাঁচ ফুট ওখ ইটাৰ বেৰ। দ'লত লাগি থকা বুলনি ঘৰৰ পৰা প্ৰায় ১২৫ হাত দূৰত ইটাৰ বেৰত লাগি থকা বাটচ'ৰাসহ মন্দিৰ প্ৰাংগনত সোমাবলৈ এখন মাত্ৰ দুৱাৰ আছে। ইটাৰ গড়ৰ চাৰিওফালে এটি মাটিৰ গড়। মাটিৰ গড়ৰ ভিতৰত কালি ৩৩/১৫ লোচা। গড়ৰ দক্ষিণ-পূব চুকটো মাঘনোৱা বিলত লাগিছে। মাঘনোৱা বিলৰ কালি ৮৯/১৮ লোচা। দ'লটো আঠকোণীয়া আৰু সন্মুখৰ গাত লাগি থকা বিলনিঘৰ। দ'লটো মাটিৰ তললৈ কিমান সোমাই গৈছে কোৱা টান। বৰ্তমান ই ৩০ হাতমান ওখ হ'ব। আঠকোণীয়া দ'লটোৰ প্ৰত্যেক বাহুৰ বাহিৰ ফালৰ দীঘ ন হাত। দ'লটোৰ বেৰৰ সাত হাতমান ওখত এটা কাৰ্নিচ আৰু এই কাৰ্নিচৰ এফুটমান ওপৰত আৰু এটা কাৰ্নিচ আছে। দুই কাৰ্নিচৰ মাজত ১০''১০''x১'৪'' ঘন ইঞ্চিৰ চটা চট ইটাৰ ফুল লগোৱা আছিল। ইটাৰ চটাৰ ভিতৰত এটা বৃত্তৰ মাজত আঠপহীয়া আৰু ছপহীয়াকৈ ফুলবিলাক কটা। বৰ্তমান প্ৰায়বিলাক ফুল

এৰাই পৰি আছে। কাৰ্ণিচৰ তলৰ পৰা মাটিত লগা বেৰৰ অংশৰ মাজভাগ মৃদংটোৰ দৰে পেটুৱা। দ'লটোৰ কাৰ্ণিচৰ তলৰ প্ৰত্যেক বেৰতে শাৰীত পাঁচখনকৈ দুশাৰী মূৰ্তি লগোৱা আছিল। বৰ্তমান বেৰত এখনো মূৰ্তি নাই আৰু দ'লটোৰ কলচিও নাই। দ'লৰ বেৰবিলাক সাত ফুটমান ডাঠ হ'ব। বুলনি ধৰ দীঘে বাৰ হাত, পথালিয়ে ন হাত আৰু ওখই ন হাতমান হ'ব। ইয়াৰ বেৰ তিনি ফুট ডাঠ। বাটচ'ৰা দীঘে বাৰ হাত, পথালিয়ে ন হাত আৰু ওখই ৮১/২ হাত। ইয়াৰ বেৰ প্ৰায় ২১/২ ফুট ডাঠ। দুইফালৰ বেৰত চাৰিটাকৈ চাকি থোৱা থাকে। বেৰত লগোৱা তিনিখন ভগা আৰু আঠখন ভাল মূৰ্তি ইয়াত সজাই থোৱা আছে। বেৰৰ বাকীবিলাক মূৰ্তি কোনোবাই লৈ গ'ল। দ'লটি ভগ্ন অৱস্থাত থিয় হৈ আছে। বাহিৰ বেৰৰ তলৰ ভাগৰ ইটা একেবাৰে নিয়া অৱস্থাত আছে। আৰু ভিতৰফালে কিছু ইটা খহি পৰাত মানুহ ভিতৰলৈ সোমাব নোৱাৰা অৱস্থাত আছে। দ'লৰ চাৰিওফালে ইটাৰ দেৱাল ঠায়ে ঠায়েহে থিয় হৈ আছে। মাঘনোৱা দ'লক ফুলবাৰীৰ দ'লো বোলে। শ্ৰীপুনাৰাম চেতিয়া চাওৰং ফুকনৰ হাতত থকা সাঁচিপতীয়া পুথিত পোৱা যায়, 'ফুলবাৰী দেওঘৰৰ দৌল ওখকে ৩২ হাত বেঢ়ে ৭০ হাত। ডাঠে ৪১/২ হাত, গহ্বৰ ১২১/২ হাত, পোত ১২ হাত। জগমোহনৰ ঘৰটি দীৰ্ঘে দহ হাত এক বেগেত, পথালি শূন্য ৮১/২ হাত, ডাঠে এক হাত, ওখকৈ ন হাত, শূন্য ৭ হাত।'

এই দ'ল কোনে নিৰ্মাণ কৰাইছিল ক'তো পোৱা নাযায়। ঘৰ আৰু ইটাৰ ঠাঁচ চাই এই দ'ল আহোম যুগৰে হ'ব লাগে। দ'লটি অতি মনোমোহা আছিল। আজি অসমৰ অন্য ঠাইত আহোম যুগৰ এনে ধৰণৰ দ'ল দেখা নাই। দৰং জিলাৰ গেজেটিয়াৰত লিখিছে যে ফুলবাৰীৰ দেৱালয় স্বৰ্গদেৱ ৰুদ্ৰ সিংহই প্ৰায় ১৭০৫ খ্ৰীষ্টাব্দত নিৰ্মাণ কৰায়। ফুলবাৰী দেৱালয় দৰং জিলাত নহয়। মূল ফুলবাৰী দেৱালয় লখিমপুৰ মহকুমাতহে পৰিছে। লখিমপুৰ জিলাৰ গেজেটিয়াৰত এই দ'লৰ উল্লেখ নাই। বেড চাহাবৰ বুৰঞ্জীত পোৱা যায় যে স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহই (১৭৫১-৬৯ খ্ৰী.) পিছলা নৈত স্নান কৰি ফুলবাৰী দেৱালয়ত গোসানী-সেৱা কৰি ১৪,০০০ তিৰোতা আৰু ল'ৰা-ছোৱালীক কাপোৰ, টকা আৰু সোণ দান কৰে। আহোম ৰজাসকলে এই দেৱালয়ত দান দিয়া ৩১৮ বিঘা নিষ্পিখেৰাজ মাটি তেজপুৰ মহকুমাৰ গহপুৰ মৌজাত আছে।

এই দ'লত গুহ্যকালীৰ বিগ্ৰহ আছিল। মানৰ আক্ৰমণৰ সময়ত মানবিলাকে এই দ'ল ধ্বংস কৰে। পূজাৰীসকলে বিগ্ৰহ ৰক্ষা কৰিবৰ কাৰণে বিগ্ৰহ এখন বিলত পেলাই দিয়ে। ব্ৰিটিশ আমোলত ৰাজ্যত শান্তি বিস্তাৰ হোৱাত পূজাৰীসকলে এই বিগ্ৰহ বিচাৰি নাপাই, দ'লত থকা অন্য এখন বিগ্ৰহ তেজপুৰ মহকুমাৰ গহপুৰ মৌজাৰ কলাবাৰীত

স্থাপন কৰে। কিছুদিনৰ পাছত মাছ মাৰোতে প্ৰকৃত গুহ্যকালীৰ বিগ্ৰহ মাছমৰীয়াসকলে লখিমপুৰ মহকুমাৰ, নাৰায়ণপুৰ খেৰাজপাত মৌজাৰ ১নং বৰপথাৰ গাঁৱৰ গাভৰু বিলত পায়। তেতিয়াৰে পৰা সেই অঞ্চলক দেওতোলা বোলে। মানে গৰু কাটি মাঘনোৱা দ'ল অপবিত্ৰ কৰাৰ কাৰণে পূজাৰীসকলে সেই বিগ্ৰহ কলাবাৰীত স্থাপন কৰে। কলাবাৰীত সেই বিগ্ৰহ এতিয়াও আছে আৰু সেই স্থানক বৰকালিকা থান বোলে। তাত সদায় পূজা-সেৱা চলি আছে। মাঘনোৱাৰ পৰা বৰকালিকাৰ থান প্ৰায় সাত মাইল দূৰ হ'ব। পূৰ্বে এই দ'লৰ (১) যম, (২) যম, (৩) গৰক্ত আৰু (৪) ফুলবৰীয়া নামে চাৰিঘৰ ঠাকুৰ আৰু কিছুমান পাইক আছিল। তেওঁলোকৰ বংশধৰসকল এতিয়াও আছে।'

## ঘূগুহা দ'ল

বৰ্তমান লখিমপুৰ জিলাৰ ঘিলামাৰাৰ সমীপত ইতিহাস প্ৰসিদ্ধ ঘূগুহা দ'ল বিদ্যমান। এই দ'ল কোনে, কেতিয়া নিৰ্মাণ কৰিছিল তাৰ সবিশেষ লিখিত ঐতিহাসিক সমল বিচাৰি পোৱা নাযায়। কোনো কোনোৰ মতে ১৭৮০-১৭৯৫ খ্ৰীষ্টাব্দত আহোম স্বৰ্গদেউ গৌৰীনাথ সিংহই এই দ'ল নিৰ্মাণ কৰিছিল। ইটাৰে নিৰ্মিত আঠকোণীয়া দ'লটো কোনো কোনোৰ মতে বামুণী কোঁৱৰে মাকৰ স্মৃতিত নিৰ্মাণ কৰিছিল। পি. ডি. চৌধুৰীৰ 'Archaeology in Assam' পুথিত ঘূগুহা দ'ল সম্পৰ্কে এইদৰে পোৱা যায়— 'A brick built Vishnu temple belonging to the Ahom period.'। এডবাৰ্ড গেইটৰ 'History of Assam' পুথিত এইদৰে উল্লেখ আছে— 'He (Sudangpha) built a town at Dhola. But afterwards made his capital at Charguya near Dihing river.'

দ'লত পূৰ্বতে বাসুদেৱ বিষ্ণুৰ মূৰ্তি আছিল। দ'লটোৰ উচ্চতা প্ৰায় ৭৬ ফুট। ঘূগুহা দ'লৰ আন্তঃগাঁথনি শিৱসাগৰত অৱস্থিত জয়দৌল, শিৱদৌল আদিৰ লগত সাদৃশ্য পৰিলক্ষিত হয়।

## নীল দেৱালয়

বৰ্তমান লখিমপুৰ জিলাৰ ঘাৰমাৰাত ঐতিহ্যমণ্ডিত নীল দেৱালয় অৱস্থিত। ইয়াত অতি প্ৰাচীন দুৰ্গা দেৱীৰ মন্দিৰ আছে। দেৱালয়ৰ দেৱী মূৰ্তিটো ভাগি যোৱাত মাত্ৰ পদযুগলহে দেখা যায়।

## বঠাৰতী দ'ল

লখিমপুৰ চহৰৰ পৰা প্ৰায় ৩ কিলোমিটাৰ নিলগত সোণাৰী গাঁৱত বঠাৰতী দ'ল অৱস্থিত। ৰাজপৃষ্ঠপোষকতা লাভ কৰা বঠাৰতী দেৱালয়ৰ মূল বিগ্ৰহ শিলত খোদিত দেৱী মূৰ্ত্তি আছে। সম্ভৱতঃ মধ্যযুগৰ শেষৰ ফালে এই দেৱালয় নিৰ্মাণ কৰা হৈছিল।

## মুৰাভাঙা দ'ল

লখিমপুৰ জিলাৰ অন্তৰ্গত লালুক মৌজাৰ পেৰাভাৰী গাঁৱত প্ৰাচীন আৰু ঐতিহ্যমণ্ডিত মুৰাভাঙা দ'ল অৱস্থিত। ইয়াত এটি প্ৰাচীন দেৱী মন্দিৰ বিদ্যমান। এই মন্দিৰ কোনে, কেতিয়া নিৰ্মাণ কৰিছিল তাৰ ঐতিহাসিক লিখিত সমল বিচাৰি পোৱা নাযায়।

## লোনাপানী দ'ল

লখিমপুৰ জিলাৰ লালুক মৌজাৰ অন্তৰ্গত গেৰেলুৱা নৈৰ পাৰত এটি প্ৰাচীন মন্দিৰৰ ভগ্নাৱশেষ দেখা যায়। এই মন্দিৰ কোনে, কেতিয়া নিৰ্মাণ কৰিছিল তাৰ সবিশেষ লিখিত ঐতিহাসিক সমল বিচাৰি পোৱা নাযায়। প্ৰাচীন মন্দিৰৰ ভগ্নাৱশেষসমূহৰ ভিতৰত স্থাপত্য-ভাস্কৰ্য খোদিত দুৱাৰৰ স্তম্ভ দুটা আৰু মূৰ্তি কটা এচটা ঘূৰণীয়া শিলেই প্ৰধান। ভগ্ন প্ৰাচীন দেৱী মন্দিৰৰ ঘূৰণীয়া শিলছটাত বহুদিনলৈ স্থানীয় লোকসকলে পূজা-পাতল কৰিছিল। বৰ্তমান প্ৰাচীন দেৱী মন্দিৰ এই ভগ্নাৱশেষসমূহ লালুক ডাক বঙলাত থৈ দিয়া আছে।

## দেওঘৰ

লখিমপুৰ জিলাৰ অন্তৰ্গত নাওবৈচা মৌজাৰ অন্তৰ্গত পেৰাভাৰী গাঁৱত এটি প্ৰাচীন দেৱী মন্দিৰ পৰিদৃশ্যমা। মন্দিৰটো সম্ভৱতঃ মধ্য যুগৰ শেষৰফালে নিৰ্মিত হৈছিল।

## লেটেকুপুখুৰী

লখিমপুৰ জিলাৰ অন্তৰ্গত বিহপুৰীয়াৰ সমীপত লেটেকুপুখুৰী মহাপুৰুষ শংকৰদেৱৰ প্ৰধান আৰু প্ৰিয় শিষ্য মাধৱদেৱৰ জন্মস্থান। বৰ্তমানৰ লেটেকুপুখুৰী ঠাইখন চহৰো নহয় নতুবা গাঁও অথবলো নহয়। চৰিত্ৰ পুথি মতে লেটেকুপুখুৰী 'বালিগ্ৰাম' (বৰ্তমান বৰবালি)ৰ অংশ বিশেষ। বৰ্তমানেও লেটেকু পুখুৰীয়ে মাধৱ গুৰুৰ জন্মস্থানৰ সাক্ষ্য বহন কৰি আছিছে। লেটেকুপুখুৰীত ওচৰা-ওচৰিকৈ মাধৱদেৱৰ জন্মস্থান হিচাপে দুখন থান গঢ়ি উঠিছে।

## বাসুদেৱ থান

প্ৰাচীন আৰু ঐতিহ্যমণ্ডিত বাসুদেৱ থান লখিমপুৰ জিলাৰ ঢকুৱাখানাৰ উত্তৰ-পূব প্ৰান্তত অৱস্থিত। থানৰ বিগ্ৰহত সুবিশাল শিলেৰে খোদিত বাসুদেৱৰ মূৰ্তি বিদ্যমান। পূৰ্বতে আহোম স্বৰ্গদেউ জয়ধ্বজ সিংহৰ ৰাজত্ব কালত মহাপুৰুষ শ্ৰীমন্ত শংকৰ গুৰুজনাৰ নাতি দামোদৰদেৱে বিজনী ৰাজ্যৰ পৰা আহি ধেমাজি জিলাৰ লাউমুৰি আৰু লখিমপুৰ জিলাৰ ঘুঁণাসুঁতিৰ সমীপত চাৰিভাগত দুখন সত্ৰ প্ৰতিষ্ঠা কৰে। পাছত সত্ৰ এৰি আতা পুৰুষজনাই বৰদোৱাৰ ফাললৈ গুচি যায়। চাৰিভাগত আতা পুৰুষজনাই স্থাপন কৰা সত্ৰখন নৰোৱা সত্ৰ হিচাপে পৰিগণিত হৈ পৰে। ১৫৮৫ খ্ৰীষ্টাব্দত আতা পুৰুষজনা বৈকুণ্ঠগামী হোৱাত তেওঁৰ পুত্ৰ ৰমাকান্তই সত্ৰ দুখন নকৈ প্ৰতিষ্ঠা কৰে। ৰমাকান্তদেৱৰ সময়তে বাসুদেৱ থান আৰু নৰোৱা সত্ৰ একত্ৰিত কৰা হয়। স্বৰ্গদেউ লক্ষ্মীনাৰায়ণে ১৩২৪ শকত বাসুদেৱ থানৰ পূজাৰীক ব্ৰহ্মাত্তোৰ ভূমি দান কৰাৰ কথা জনা যায়। জন্মলগ্নৰে পৰাই বাসুদেৱ থানে ধৰ্মীয় পৰম্পৰাৰ ঐতিহ্য বহন কৰি আহিছে। বাসুদেৱ থান মাঘ মাহৰ পূৰ্ণিমা তিথিত প্ৰতিষ্ঠা কৰা হেতুকে প্ৰতি বছৰে মাঘী পূৰ্ণিমাত পালনাম আড়ম্বৰপূৰ্ণভাৱে উদ্‌যাপন কৰা হয়।

## ফুলনি থান

নাৰায়ণপুৰ চহৰৰ সমীপত অৱস্থিত মহাপুৰুষীয়া প্ৰাচীন থান। বৈষ্ণৱ সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ ফুলনি থান প্ৰতিষ্ঠা হয় ১৫৫৫ শকত। মাধৱ গুৰুৰ প্ৰিয় শিষ্য বদুলা পদ্ম আতাই মথুৰা দাস আতা, ৰৱিবিষ্ণু আতা, গোপাল আতা প্ৰভৃতি আতা পুৰুষসকলৰ পৰা ধৰ্মবস্তু লৈ আহি দক্ষিণপাৰৰ দেৰগাঁও টেঙনীত অৱস্থান কৰে। আতা পুৰুষজনাই টেঙনীত আহি থাকোতে নাৰায়ণপুৰৰ ভালেকেইজনাকীমান ব্যক্তি গৈ তেওঁক নাৱেৰে নাৰায়ণপুৰলৈ



লৈ আছে। শক্ৰাহী ঘাটত নাও চাপিলত আতাই ধৰ্মবস্তু লৈ গুৰু মানি অহা হেতুকে নিজ গৃহত যাবলৈ অশান্তি হয়। আতাই নিজ গৃহলৈ যাবলৈ অশান্তি হোৱাত সৰু মুনুগাই নিজৰ

ফুলনি বাৰীতে থকা কলগছ কাটি তিনিটা গৃহ নিৰ্মাণ কৰি আতাৰ থকাৰ বন্দোবস্ত কৰি দিয়ে। এই ফুলনি থানতে আতা পুৰুষজনাই তিনি বছৰ কাল অতিবাহিত কৰে।

## গৰখীয়া থান

লখিমপুৰ জিলাৰ অন্তৰ্গত গোহাঁই মৌজাৰ ডাংধৰা নৈৰ পাৰত এটি প্ৰাচীন মন্দিৰৰ ভগ্নাৱশেষ পোৱা যায়। প্ৰাচীন মন্দিৰৰ নিৰ্মাণ সন্দৰ্ভত বিশেষ ঐতিহাসিক সমল বিচাৰি পোৱা নাযায়। থানত থকা মন্দিৰটো আঠকোণীয়া। মন্দিৰৰ মূল বিগ্ৰহত শিলেৰে খোদিত গোসাঁনী মূৰ্তি আছে। গৰখীয়া থানৰ চৌহদত থকা ভগ্নাৱশেষসমূহৰ ভিতৰত বহুতো মূৰ্তি আছে যদিও মূৰ্তিবোৰ অস্পষ্ট, চিনিব নোৱাৰি। ইয়াৰে এটা মূৰ্তিত পদুম ফুলৰ ওপৰত থিয় হৈ থকা এক দেৱী মূৰ্তিৰ পদযুগল স্পষ্ট ৰূপত বিদ্যমান। থানৰ উত্তৰফালে থকা পুখুৰীতো শিলত খোদিত অনেক পুৰণি মূৰ্তিৰ ভগ্নাৱশেষ আছে। কোনো কোনোৰ মতে থানৰ প্ৰাচীন মন্দিৰ শাক্তধৰ্মী চুতিয়াসকলে নিৰ্মাণ কৰিছিল।

গৰখীয়া থান সম্পৰ্কত এটি জনশ্ৰুতি আছে। জনশ্ৰুতি মতে পূৰ্বতে থানৰ এই ঠাইতে গৰখীয়াইঁতে গৰু চৰাইছিল আৰু পথাৰৰ মাজত এটি ওখ মাটিৰ ঢিপত ফৰিং ধৰি বিৰিণাপাতেৰে ডিঙি কাটি গোঁসানীৰ নামত উৰ্ছগা কৰি বলি দিছিল। পালপাতি গৰখীয়াইঁতে ফৰিং ধৰি আনিছিল। এদিনাখন এজন গৰখীয়াই নিজৰ পালৰ দিনাখন ফৰিং আনিব নোৱাৰিলে। তেতিয়া লগৰ গৰখীয়াইঁতে ধেমালিতে আজি তোকে গোসাঁনীৰ আগত বলি দিম বুলি বিৰিণা পাতেৰে তাৰ ডিঙিত হেঁপ দিওঁতেই সঁচা-সচিঁকৈ ডিঙি কাটি গ'ল। পাছত তাতে এক দেৱী মূৰ্তিৰ আৱিৰ্ভাৱ হয়।

## নাহৰআটী থান

লখিমপুৰ জিলাৰ বিহপুৰীয়া মৌজাৰ অন্তৰ্গত মৰনৈৰ পাৰত প্ৰায় ৪৮ বিঘা ভূ-খণ্ডৰে আগুৰা নাহৰআটী থান বিদ্যমান। মোৱামৰীয়া বৈষ্ণৱ গুৰু অনিৰুদ্ধদেৱে পূৰ্বতে ১৫২৮ শকত মোৱামাৰা বিলৰ পাৰত সত্ৰ স্থাপন কৰিছিল। গুৰুজনাৰ বৈকুণ্ঠপ্ৰয়াণৰ পাছত এই ঠাইতেই সংস্কাৰ কৰা হয়। কালক্ৰমত গুৰুজনাক সংস্কাৰ কৰা ঠাইতেই মোৱামৰীয়া বৈষ্ণৱ ভক্তসকলে নাহৰআটী থান প্ৰতিষ্ঠা



কৰে। সুন্দৰ প্ৰাকৃতিক পৰিবেশত অৱস্থিত মোৱামৰীয়া বৈষ্ণৱ গুৰুজনাৰ স্মৃতি বিজড়িত ঐতিহ্যমণ্ডিত নাহৰআটী থানত বৰ্তমান দুটা ডাঙৰ মন্দিৰসহ আটকধুনীয়া বাপত প্ৰৱেশদ্বাৰৰ তোৰণ নিৰ্মাণ কৰা আছে। থানত এটি ধুনীয়া পুখুৰী আৰু পৰ্যটকৰ সুবিধাৰ্থে শাৰী শাৰীকে পাকঘৰ নিৰ্মাণ কৰা আছে। থানত প্ৰতি বছৰে ৰাস মহোৎসৱ আৰু ভাওনা পতা

লখিমপুৰ জিলাৰ কেতবোৰ থান ঃ লখিমপুৰ জিলাৰ বিভিন্ন ঠাইত বিভিন্ন প্ৰাচীন থান আছে। ইয়াৰ ভিতৰত ধাৰমাৰা চমুৱা গাঁৱত লখিমপুৰীয়া থান, চেতিয়া গাঁৱৰ হিন্দু-মুছলমান উভয় সম্প্ৰদায়ৰ পবিত্ৰ মিলন ভূমি কৃষ্ণগোহাঁই থান, ঢকুৱাখনীয়া গাঁৱত অৱস্থিত ডেকা থান, নাওবৈচা মৌজাৰ অন্তৰ্গত কেঁচাইখাইতী বা পোতা গোসাঁনীৰ থান আদি প্ৰাচীন আৰু ঐতিহ্যমণ্ডিত থানসমূহ বিশেষভাৱে উল্লেখনীয়। অতীজৰে পৰাই প্ৰাচীন এই থানসমূহে ধৰ্মীয় ভাবানুভূতিৰ লগতে ঐক্যতাৰ স্বাক্ষৰ বহন কৰিছে।

## গির্জা

লখিমপুৰত ৰোমান কেথলিক আৰু বেপ্টিষ্টসকলৰ দুটা গির্জা আছে।

## দৰগাহ/মছজিদ

লখিমপুৰ চহৰত বৰ মছজিদ আৰু পকা মছজিদ নামকৰণেৰে দুটা মছজিদ থকাৰ উপৰি মুছলমান ফকীৰৰ এটি কবৰ আছে।

## সত্ৰ/সচং

### শ্ৰীশ্ৰীবদুলা সত্ৰ



বৰ্তমান লখিমপুৰ জিলাৰ অন্তৰ্গত নাৰায়ণপুৰত প্ৰায় ৫২ বিঘা ভূ-খণ্ডৰে আগুৰা ঐতিহাসিক তথা প্ৰাচীন শ্ৰীশ্ৰীবদলা সত্ৰ অৱস্থিত। বৈষ্ণৱ ধৰ্মীয় সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ ঐতিহ্যমণ্ডিত বদুলা সত্ৰ স্থাপন কৰে মাধৱ গুৰুজনাৰ প্ৰিয়

শিষ্য 'উজনীয়া বাপুঘৰ' হিচাপে খ্যাত বদুলা পদ্ম আতাই। ফুলনি থানত থাকোতেই আতা পুৰুষজনাই গুৰুজনাৰ আৰ্হিৰে এখনি সত্ৰ প্ৰতিষ্ঠাৰ মানসেৰে 'বৰগুৰু' হিচাপে খ্যাত জমদগ্নি ব্ৰাহ্মণৰ পৰা এভোলা সোণ দি বাৰ পুৰা মাটি কিনি লৈ বিগত ১৫৫৮ শকত বদুলা সত্ৰ স্থাপন কৰে। মহাপুৰুষীয়া কলা-সংস্কৃতিৰ ধ্বজা বাহক তথা আগশাৰীৰ উদাসীন সত্ৰ হিচাপে পৰিগণিত হৈ পৰা শ্ৰীশ্ৰীবদুলা সত্ৰ প্ৰাংগনত দৈনন্দিন ধৰ্মীয় কাৰ্যসূচী পালন কৰাৰ উপৰি প্ৰতি বছৰে আতা পুৰুষজনাৰ জন্ম তিথি পালন কৰা হয়।

## ঘাৰমাৰা সত্ৰ

লখিমপুৰ চহৰৰ সমীপত ঘাৰমাৰাত ঐতিহাসিক আৰু প্ৰাচীন ঘাৰমাৰা সত্ৰ বিদ্যমান। ভবানীপুৰীয়া গোপাল আতাৰ প্ৰিয় শিষ্য হেঙ্গুলীয়া যদুমণিয়ে প্ৰতিষ্ঠা কৰা সত্ৰখন পৰৱৰ্তী কালত বাসুদেৱৰ নাতি বিষ্ণুদেৱে স্থানান্তৰিত কৰি ঘিলামাৰাৰ ঘাৰমাৰাত স্থাপন কৰে। যদুমণিদেৱৰ পুত্ৰ জগতানন্দৰ পৰিনাতি ৰামনাৰায়ণৰ সময়ত আহোম স্বৰ্গদেউ ৰুদ্ৰসিংহই সত্ৰলৈ এটি ভুৱনমোহন মূৰ্তি আৰু সত্ৰ সু-পৰিচালনাৰ হেতু দেৱোত্তৰ ভূমি দান কৰে। আহোম স্বৰ্গদেউসকলৰ ৰাজপৃষ্ঠপোষকতা লাভ কৰা ঘাৰমাৰা সত্ৰৰ পুৰণিকলীয়া আৰু আপুৰুগীয়া সম্পদসমূহৰ ভিতৰত প্ৰায় ২০ কিলোগ্ৰাম ওজনৰ কাৰুকাৰ্য খোদিত জয়ঘণ্টা, সাঁচীপতীয়া পুথি, আহোম স্বৰ্গদেউ ৰুদ্ৰসিংহই দান কৰা খাটোলা আৰু দোলা, ডাওৰ ডবা, বৰকাঁহ, পিতলৰ শৰাই আদিয়েই প্ৰধান আৰু উল্লেখনীয়। ঘাৰমাৰা সত্ৰৰ শাখা সত্ৰ লিকাবালি, কিমিন আৰু চিয়াজুলি আদি ঠাইলৈ সম্প্ৰসাৰিত হৈছে।

## নাচনিপাৰ সত্ৰ

লখিমপুৰ জিলাৰ নাৰায়ণপুৰৰ সমীপত ৰামভদ্ৰৰ দ্বাৰা স্থাপিত ঐতিহাসিক নাচনিপাৰ সত্ৰ বিদ্যমান। সৰু বাৰজনীয়া নাচনিপাৰ সত্ৰ পূৰ্বতে যোৰহাট জিলাৰ তিতাবৰত আছিল। পিছত তিতাবৰৰ পৰা বৰ্তমান স্থানলৈ স্থানান্তৰিত কৰা হয়।

## শ্ৰীশ্ৰীধোঁৱাহাট বেলগুৰি সত্ৰ

অসমৰ প্ৰাচীন আৰু ঐতিহ্যমণ্ডিত সত্ৰসমূহৰ অন্যতম শ্ৰীশ্ৰীধোঁৱাহাট বেলগুৰি। ঐতিহ্যমণ্ডিত শ্ৰীশ্ৰীবেলগুৰি ধোঁৱাহাট সত্ৰ বৰ্তমান খেৰাজখাত মৌজাৰ অন্তৰ্গত নাৰায়ণপুৰত অৱস্থিত। বৈষ্ণৱ সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ ধোঁৱাহাট বেলগুৰি সত্ৰখন পূৰ্বতে মাজুলীত স্থাপন কৰা হৈছিল। শংকৰদেৱ আৰু মাধৱদেৱৰ পৱিত্ৰ মিলনভূমি বেলগুৰি

সত্ৰখন ব্ৰহ্মপুত্ৰৰ গৰাখহনীয়াত ক্ষতিগ্ৰস্ত হোৱাত স্থানান্তৰিত হৈ বৰ্তমান স্থানত অৱস্থান কৰিছে। বিগত ১৮৬৭ চনত তিলেশ্বৰ বায়ন ৰাজমেধি বৰুৱা ভকতৰ তৎপৰতাত সত্ৰখন পুনৰ নিৰ্মাণ কৰা হয়। বৰ্তমান সত্ৰৰ প্ৰাংগণত মণিকূটসহ আহল-বহল নামঘৰ, ৰাঙলী চ'ৰা, অতিথিশালা আদি বিদ্যমান। সত্ৰত উদ্‌যাপিত উৎসৱ-পাৰ্বণসমূহৰ ভিতৰত কীৰ্তন, ৰাস, দৌল আৰু বিহু বিশেষভাৱে উল্লেখনীয়।

## শক্ৰাহী সত্ৰ

'উজনীয়া বাপুঘৰ' হিচাপে পৰিচিত বদুলা পদ্ম আতাই নিজ জন্মস্থান শক্ৰাহীত এই সত্ৰ স্থাপন কৰে। বৰ্তমান যোৰহাট জিলাৰ তিতাবৰত থকা কমলাবাৰী সত্ৰৰ দ্বাৰা পৰিচালিত শক্ৰাহী সত্ৰই সনাতন ভাগৱতী বৈষ্ণৱ ধৰ্ম প্ৰচাৰ আৰু সম্প্ৰসাৰণ কৰাৰ লগতে কলা-সংস্কৃতি, নৃত্য-গীতৰ প্ৰচাৰ আৰু প্ৰসাৰৰ ক্ষেত্ৰতো যথেষ্ট অৰিহণা আগবঢ়াই আহিছে। সত্ৰ প্ৰাংগণত কীৰ্তনঘৰ, বহাঘৰ, চ'ৰাঘৰ আৰু অতিথিশালা আছে। সত্ৰ প্ৰাংগণত থকা অতিথিশালাটো চৰকাৰী অনুদানেৰে নিৰ্মাণ কৰা হৈছে। স্থাপন হোৱা কালৰে পৰাই শক্ৰাহী সত্ৰই বৈষ্ণৱ ধৰ্মীয় ভাবানুভূতিৰ স্বাক্ষৰ বহন কৰি আহিছে।



## গোবিন্দপুৰ সত্ৰ

মাজুলীৰ আউনীআটী সত্ৰৰ প্ৰতিষ্ঠাতা নিৰঞ্জন পাঠকে স্থাপন কৰা গোবিন্দপুৰ সত্ৰ বৰ্তমান লখিমপুৰ জিলাৰ অন্তৰ্গত ঢকুৱাখানাৰ সমীপত অৱস্থিত। গোবিন্দপুৰ সত্ৰৰ নামত আহোম স্বৰ্গদেউসকলে ভূমি দান কৰা বুলি জনা যায়।

## গোপালপুৰ সত্ৰ

অসমৰ প্ৰাচীন আৰু ঐতিহ্যমণ্ডিত গোপালপুৰ সত্ৰ লখিমপুৰ জিলাৰ ঘিলামাৰাত অৱস্থিত। সত্ৰৰ মূল বিগ্ৰহত বংশীবাদন মূৰ্তি আছে। দক্ষিণপাট সত্ৰৰ গোসাঁই ঈশ্বৰ বনমালীদেৱৰ মাজুলী সত্ৰলৈ অহা-যোৱা অসুবিধা হোৱাত আহোম স্বৰ্গদেউ জয়ধ্বজ সিংহই খাটসহ বনমালীদেৱক ঘিলামাৰাত সত্ৰ পাতি দিয়ে।

## অনন্ত থান

প্ৰাচীন আৰু ঐতিহ্যমণ্ডিত অনন্ত থান বৰ্তমান লখিমপুৰ জিলাৰ ঘিলামাৰাৰ সমীপত গোসাঁই চাপৰিত। শংকৰ গুৰুজনাৰ প্ৰিয় শিষ্য অনন্ত কন্দলীয়ে এই ঠাইত পূৰ্বতে সত্ৰ স্থাপন কৰিছিল। গুৰুজনাৰ নামেৰে সত্ৰখন কালক্ৰমত অনন্ত থান হিচাপে পৰিগণিত হৈ পৰে।

## তামুলবাৰী সত্ৰ

প্ৰাচীন আৰু ঐতিহ্যমণ্ডিত তামুলবাৰী সত্ৰ ঘিলামাৰাৰ ঘাঁহী গাঁৱত অৱস্থিত। সত্ৰ প্ৰাংগণত ৰাস উৎসৱ বৰ আড়ম্বৰপূৰ্ণভাৱে উদ্‌যাপন কৰা হয়।

## কাথপাৰ সত্ৰ

প্ৰাচীন আৰু ঐতিহ্যমণ্ডিত কাল সংহতিৰ কাথপাৰ সত্ৰ বৰ্তমান লখিমপুৰ জিলাৰ খেৰাজখাত মৌজাৰ নাৰায়ণপুৰত অৱস্থিত। কাল সংহতিৰ প্ৰৱৰ্তক ভবানীপুৰীয়া গোপাল আতাৰ আজ্ঞানুসৰি পুৰুষোত্তম আতাই কাথপাৰ সত্ৰ স্থাপন কৰে।

## খোৰামোচৰ থান

উত্তৰ লখিমপুৰ জিলাৰ বিহপুৰীয়াত প্ৰাচীন খোৰামোচৰ থান পূৰ্বতে ভবানীপুৰুষীয়া গোপাল আতাৰ আজ্ঞানুসৰি ৰামচন্দ্ৰ আতাই প্ৰতিষ্ঠা কৰিছিল। মানৰ আক্ৰমণৰ সময়ত থানখন নগাঁৱৰ জাঁজিলৈ স্থানান্তৰিত কৰা হয়।

## বৰমাহৰা সত্ৰ

লখিমপুৰ জিলাৰ অন্তৰ্গত বৰমাহৰা সত্ৰ লখিমপুৰ চহৰৰ পৰা ৩ কিলোমিটাৰ সমীপত অৱস্থিত। এই সত্ৰৰ পৰাই এগৰাকী ডেকা নিৰ্বাচিত কৰি আউনীসত্ৰলৈ পঠিয়াই দি ডেকা অধিকাৰ পতাৰ প্ৰথা আছে।



## ভিতৰ পৃষ্ঠাত


- ধেমাজি জিলা ঃ এটি পৰিচয়মূলক টোকা
- মঠ-মন্দিৰ/দেৱালয়

  ○চৌখাম দ'ল ○মালিনী থান ○হাৰ্হি দেৱালয় ○লেঙেৰী গোসাঁনী থান ○মণিপুৰীয়া দেৱীৰ থান
- সত্ৰ/সচং

  ○কাঁহীকুছি সত্ৰ ○গোবিন্দপুৰ সত্ৰ ○ডোমোৰাগুৰি নামঘৰ ○ডোমোৰাগুৰি নামঘৰ ○বট্টগএল সত্ৰ ○চেকেৰাতলী সত্ৰ ○এলেঙি সত্ৰ ○খাটপাৰ সত্ৰ ○বেলগুৰি সত্ৰ ○চাপলিয়াল সত্ৰ ○ম'বামৰা সত্ৰ

## ধেমাজি জিলা ঃ এটি পৰিচয়মূলক টোকা

বিগত ১৯৮৯ চনৰ ১ অক্টোবৰত অসমৰ শাসকীয় জিলা হিচাপে পৰিগণিত হোৱা ধেমাজি জিলাৰ সৰ্বমুঠ মাটি কালি ৩,২৩৭বৰ্গ কিলোমিটাৰ আৰু মুঠ জনসংখ্যা ৫৬৯,৪৬৮ (২০০১ চনৰ লোকপিয়ল অনুসৰি)। জিলাখনত আহোম, সোণোৱাল, কোঁচ, কলিতা, কৈবৰ্ত আদি সম্প্ৰদায়ৰ লোকসকলৰ লগতে মিচিং আৰু দেউৰী জনগোষ্ঠীৰ লোকসকলেও মিলাপ্ৰীতিৰে বসবাস কৰি আহিছে। অসমৰ পূব প্ৰান্তত অৱস্থিত ধেমাজি জিলাৰ 'ধেমাজি' নামৰ উৎপত্তিৰ লগত বহু নৈৰ ওতঃপ্ৰোত সম্পৰ্ক আছে। 'ধেমাজিৰ বুৰঞ্জী' শীৰ্ষক উপেন চেতিয়াই প্ৰণয়ন কৰা পুথিখনত ধেমাজি নামৰ উৎপত্তি সম্পৰ্কে

এইদৰে পোৱা যায়— ‘ধেমাজি ধল নৈৰ লীলাভূমি। অৰ্থাৎ ধল নৈখন ধেমাজি অঞ্চলৰ বুকুৰেদি এবাৰ একালে এবাৰ সিকালে বৈ যায়। এই নদীখনে গতিপথ সলনি কৰি থাকে। যিকালে ধল নৈ বৰলৈ এৰিছে সেই নদীক এৰাধল বোলে। যিকালে ধল নৈ বৰলৈ এৰি মৰিসুতিত পৰিণত হৈছে সেই নদীক মৰিধল বোলা হৈছে আৰু বৰ্তমানেও যিকালেদি ধল নৈখন বৈ আছে সেই নদীক জীয়াধল বোলা হৈছে। সেই অনুক্ৰমে নদীৰ পাৰৰ ঠাইবোৰক ক্ৰমে জীয়াধল, মৰিধল আৰু এৰাঢল বোলা হৈছে। সেইবোৰ ঠাই আৰু নদী ধেমাজিত বিদ্যমান হৈ আছে।




ধেমাজি নামটোৰ উৎপত্তিৰ গুৰিতো ধল নৈৰ কথা জড়িত হৈ আছে। ধেমাজি ধলৰ লীলাভূমি হিচাপে আগৰ কালত আন ঠাইৰ মানুহে এই ঠাইখনক ধলে ধেমালি কৰা ঠাই বা চমুকৈ ‘ধল ধেমালি’ বুলিছিল। এই ‘ধল ধেমালি’ কালক্ৰমত মানুহৰ মুখ বাগৰি গৈ ‘ধল ধেমাজি’ হয়গৈ। শেষত ‘ধল’ শব্দটো গুচি কেৱল ‘ধেমাজি’ শব্দহে প্ৰচলিত হয়গৈ। কিছুকালৰ আগলৈকে অসমৰ আন ঠাইৰ মানুহে ধল ধেমাজি বুলিয়েই কৈছিল। আন কিছুমানে আকৌ ‘ধল’ বুলি কৈছিল।

আন এটা জনশ্ৰুতিমতে মানৰ আক্ৰমণৰ সময়ত ধেমাজি অঞ্চলৰ বাইজক মানে বৰ অত্যাচাৰ কৰিছিল। কথিত আছে যে এই অঞ্চলৰে ‘বঙালমাৰী’ (বঙলে মাৰি)ত মান বঙালে সৰু সৰু ল’ৰা-ছোৱালীবোৰক যুৱীয়া শিমলু গছৰ আগলৈ দলিয়াই দলিয়াই ধেমালি কৰিছিল। মান বঙালে এনেদৰে ধেমালি কৰা বাবে এই ‘ধেমালি’ শব্দৰ পৰা ধেমাজি হয়গৈ বুলি জনা যায়।

কিন্তু এই কথা নিশ্চিত যে ‘ধল ধেমালি’ শব্দৰ পৰাই আচলতে ধেমাজি নামৰ উৎপত্তি হৈছে বুলি ক’ব পাৰি।

বৰ্তমান ধেমাজি জিলাৰ চাৰিসীমা বুলিলে উত্তৰে অৰুণাচল প্ৰদেশ, পূবে ব্ৰহ্মপুত্ৰ

নদী আৰু ডিব্ৰুগড় জিলা, দক্ষিণে ব্ৰহ্মপুত্ৰ নদী আৰু পশ্চিমে লখিমপুৰ জিলা। শৈক্ষিক, অৰ্থনৈতিক, সাহিত্য-সংস্কৃতি, ধৰ্মীয় আদি সকলো দিশত আগবঢ়া ইতিহাসে গৰকা ধেমাজি জিলাৰ মুঠ জনসংখ্যাৰ ৬৫.৯৬ শতাংশই সাক্ষৰ। বৰ্তমান ধেমাজি জিলাৰ অন্তৰ্গত প্ৰাচীন মঠ-মন্দিৰ, ভগ্নাৱশেষ আৰু সত্ৰসমূহে জিলাখনৰ প্ৰাচীন ইতিহাসৰ সাক্ষ্য বহন কৰি আহিছে।

## চৌখাম দ'ল

ধেমাজি জিলাৰ অন্তৰ্গত মাছখোৱা অঞ্চলৰ পৌৰাণিক সম্পদৰূপে পৰিগণিত এই চৌখাম দ'ল। চৌখাম দ'লৰ অৱস্থিতিৰ বাবেই এই ঠাইৰ নাম দ'লগুৰি হয় বুলি কোৱা হয়। দ'লৰ নিৰ্মাণ সন্দৰ্ভত বিশেষ ঐতিহাসিক সমল পোৱা নাযায় যদিও দ'লটো ৰজাঘৰীয়া নাইবা প্ৰভাৱশালী কোনো লোকে কাৰোবাৰ স্মৃতিত অথবা শিৱপূজা কৰাৰ উদ্দেশ্যে নিৰ্মাণ কৰা বুলি সেই অঞ্চলৰ লোকসকলে বিশ্বাস কৰে। দ'লৰ নিৰ্মাণ সম্পৰ্কত আৰু দুটি প্ৰবাদ পোৱা যায়। প্ৰবাদ মতে, ইতিহাসৰ পম খেদি গ'লে দ'লৰ সমীপত থকা ৰজাদিনীয়া বহুকেইটা পুখুৰীৰ অৱস্থিতিয়ে দ'লটো আহোম স্বৰ্গদেউ বামুণী কোঁৱৰে নিৰ্মাণ কৰা যেন ধাৰণা হয়। আনটো প্ৰবাদ মতে, এসময়ত এই ঠাইত বাস কৰা নেপালী সম্প্ৰদায়ৰ এহাল সন্তানহীন দম্পত্তিয়ে সন্তান লাভৰ আশাত এই দ'ল নিৰ্মাণ কৰাইছিল বুলিও কোৱা হয়। দ'লত দৈনিক পূজা-সেৱাৰ ব্যৱস্থা আছে।

## মালিনী থান

ইতিহাসে গৰকা মালিনী থান বৰ্তমান ধেমাজি জিলাৰ গাতে লাগি থকা চিয়াং জিলাৰ অন্তৰ্গত। অৰুণাচল নামনিত এটি সৰু টিলাৰ ওপৰত মালিনী থান অৱস্থিত। ইয়াত প্ৰাচীন মন্দিৰৰ ভগ্নাৱশেষ পোৱা যায় যদিও প্ৰাচীন মন্দিৰ নিৰ্মাণ সন্দৰ্ভত লিখিত ইতিহাস পাবলৈ নাই। মালিনী থান সম্পৰ্কত পি. ডি. চৌধুৰীৰ 'Archaeology in Assam' পুথিত এইদৰে উল্লেখ কৰিছে— 'In Chici Borgaon, remains of an old temple with a big Siva Linga and a female figure without the head.'

থানৰ মূল বিগ্ৰহত দশভূজা দুৰ্গামূৰ্তি বিদ্যমান। বিদিত আছে যে সামৰিক বাহিনীৰ

লোকে হাবি-জংঘল চাফ কৰোতে এটি অষ্টভূজা দেৱী মূৰ্তি উদ্ধাৰ কৰে। পিছত এই অষ্টভূজা দেৱী মূৰ্তিটোকেই দশভূজা কৰি স্থাপন কৰে আৰু পূজা-পাঠ কৰে। স্থানীয় লোকে এই দশভূজা মূৰ্তিটোক দেৱী মালিনী হিচাপে আখ্যা দি আহিছে। দেৱী মালিনীৰ বিগ্ৰহ হেতু থানখনো মালিনী থান হিচাপে পৰিগণিত হৈ পৰে।

মালিনী থান সম্পৰ্কত অনেক জনশ্ৰুতি আছে। জনশ্ৰুতি মতে ৰুক্মিণীক বিয়া কৰাই ভগবান শ্ৰীকৃষ্ণই দ্বাৰকালৈ উভতি যাওতে এই থানতে জিৰণি লৈছিল আৰু হৰ-পাৰ্বতীৰ আতিথ্য গ্ৰহণ কৰিছিল। পাৰ্বতীয়ে শ্ৰীকৃষ্ণ আৰু ৰুক্মিণীক এধাৰি ফুলৰ মালা উপহাৰ হিচাপে দিয়াত শ্ৰীকৃষ্ণই পাৰ্বতীক 'মালিনী' আখ্যা দিছিল। মালিনী বাস কৰা ঠাইখনেই মালিনী থান হিচাপে খ্যাত।

মালিনী থানৰ ভগ্নাৱশেষসমূহৰ ভিতৰত এটা মুণ্ডহীন নাৰীমূৰ্তি উদ্ধাৰ হৈছিল। লোকবিশ্বাসনুসৰি এই মুণ্ডহীন নাৰী মূৰ্তিটোৱেই মালিনীৰ মূৰ্তি। জনশ্ৰুতিমতে এগৰাকী মালিনী দেৱাদিদেৱ শিৱৰ প্ৰণয়াকাংক্ষী হোৱাত পাৰ্বতীৰ ৰোষত পৰি মালিনী গৰাকী মুণ্ড হেৰুৱায়।

বিগত ১৯৬৮ চনৰ পৰা ১৯৭০ চনলৈ খনন কাৰ্য চলাওতে বিভিন্ন সময়ত মালিনী থানত শিলেৰে খোদিত বিভিন্ন দেৱ-দেৱীৰ মূৰ্তি আৰু ভাস্কৰ্য আৱিষ্কাৰ হয়। মূৰ্তি আৰু ভাস্কৰ্যসমূহৰ ভিতৰত নৃত্যৰত কিন্নৰিসকলৰ মূৰ্তি, গণেশ আৰু কাৰ্ত্তিকৰ মূৰ্তি, বায়নৰ মূৰ্তি, বাঁড়গৰু, দ্বাৰপাল, হাতী, সিংহ, সৰস্বতীৰ মূৰ্তি আদিয়েই প্ৰধান। মালিনী থানত আৱিষ্কৃত মূৰ্তিসমূহ উৰিষ্যাৰ শিল্পকলাৰ স'তে সাদৃশ্য পৰিলক্ষিত হোৱা বুলি পণ্ডিতসকলে মত পোষণ কৰিছে।

মালিনী থানত দৈনন্দিন পূজা-অৰ্চনাৰ লগতে প্ৰতি বছৰে বাসন্তী তিথিত বাসন্তী পূজা উদ্‌যাপন কৰা হয়। বাসন্তী পূজাত মালিনী মেলা হয়। মেলালৈ অসম আৰু অৰুণাচল দুয়োখন ৰাজ্যৰে হাজাৰ হাজাৰ লোকৰ সমাগম দেখা যায়।

## হাৰ্হি দেৱালয়

ধেমাজি জিলাৰ অন্তৰ্গত মাছখোৱা মৌজা আৰু চকুৱাখানাৰ সীমান্তত থকা বুৰঞ্জী প্ৰসিদ্ধ হাৰ্হি নৈৰ পাৰত অৱস্থিত হাৰ্হি দেৱালয় প্ৰাচীনতম দেৱী মন্দিৰ হিচাপে খ্যাত। দেৱালয়ত দুৰ্গা দেৱী, মনসা দেৱী, গংগা দেৱী আৰু শিৱৰ শিলত খোদিত কৰা বিগ্ৰহ

